ৰছুল-কৰিম

# হজৰত মোহম্মদ (দঃ)

মৌলবী ফাইজ উদ্দিন আহ্মদ
ভূতপূৰ্ব একষ্ট্ৰা এচিষ্টেণ্ট কমিচনাৰ

সম্পাদনা

ছিৰিন ইছলাম

চন্দ্ৰ প্ৰকাশ
পাণবজাৰ, গুৱাহাটী-৭৮১ ০০১

**RASUL-KARIM HAZARAT MUHAMMAD** : A biography of the Prophet Hazarat Muhammad written by Moulvi Faiz Uddin Ahmed and Published by Rajendra Mohan Sarma and Dr. Rabindra Mohan Sarma on behalf of Chandra Prakash, Panbazar, Guwahati-1

---

**প্ৰকাশক** : ৰাজেন্দ্ৰ মোহন শৰ্মা
ডাঃ ৰবীন্দ্ৰ মোহন শৰ্মা
চন্দ্ৰ প্ৰকাশ
পাণবজাৰ, গুৱাহাটী-১
দূৰভাষ - ০৩৬১-২৫১১৯৪৬

**নতুন সংস্কৰণ** : ২০০৯

**মূল্য** : ৪৫০.০০ টকা।

**প্ৰচ্ছদ** : উৎপল বৰা

ডি. টি. পি. : আমিৰ হুছেইন, নগাঁও
ফোন : ৯৬৭৮৬৬১৫০৩

**মুদ্ৰণ** : আঙ্কিক প্ৰেছ
গোপীনাথ বৰদলৈ পথ,
আমবাৰী, গুৱাহাটী-১
ফোন :৯৮৬৪০-৩২৮২৯

# পাতনি

আজিলৈকে অসমীয়া ভাষাত ৰছুল-কৰিম হজৰত মোহম্মদ মোস্তফাৰ (দঃ) প্ৰকৃত জীৱনী এখনিও নাই। এই অভাৱ সকলোৱে অনুভৱ কৰিছে। কেইবাজন মুছলমান সাহিত্যিকক অনুৰোধ কৰাতো কেৱে এই অভাৱ গুচাবলৈ আগ নবঢ়াত, ময়ে কেইজনমান বন্ধুৰ উদগনিত কাপ ধৰিবলৈ বাধ্য হ'লো। সাহিত্য ক্ষেত্ৰত এয়ে মোৰ প্ৰথম উদ্যোগ। গতিকে এই পুথিত ভালেমান আসোঁৱাহ থাকিবৰেই কথা। আশা কৰোঁ সহৃদয় পাঠকসকলে সেইবোৰ অনুগ্ৰহ কৰি মোক আঙুলিয়াই দিব।

আন আন নবী-ৰছুলসকলৰ জীৱনী যেনে [illegible] জা'বে (অলৌকিকতাৰে) খুন্দ্ খোৱা, হজৰত ৰছুল-কৰিমৰ জীৱনীও তেনে, কিন্তু সেই অলৌকিক ঘটনাবোৰ সময় অনুপযোগী বুলি ভাবি এই পুথিত সমূলি এৰিছোঁ।

মোৰ পৰম বন্ধু শ্ৰীযুত বেণুধৰ ৰাজখোৱা আৰু শ্ৰীযুত চন্দ্ৰধৰ বৰুৱা ডাঙৰীয়াই এই পুথিখনি আদিৰে পৰা অন্তলৈকে চকু ফুৰাই চাই দিয়াৰ বাবে তেওঁলোকৰ ওচৰত মই চিৰ ধৰুৱা হৈ থাকিলো।

*যোৰহাট* | বিনীত—
*৪ জুন, ১৯২৯* | গ্ৰন্থকাৰ

## দ্বিতীয় তাঙৰণৰ কথা

এইবাৰ আগৰ যি এফেৰি আঁৰ, ভাষাৰ হেনা-ছচা আৰু ছপা দোষ আছিল, তাক গুচাই নিমজ কৰিবলৈ যত্ন কৰা হৈছে। পাঠকৰ মনোৰঞ্জনাৰ্থে ৪ খনি ছবি দি আৱশ্যক বুজি ঠায়ে ঠায়ে ভালেমান লৰচৰ কৰাত আগতকৈ ১২৮ পিঠি বাঢ়িছে। কিন্তু কলেৱৰ বঢ়াৰ লগে লগে ইয়াৰ বেচ বঢ়া নাই। আৰু বাহুল্য ভয়ত ও ভাষাৰ মধুৰতা ঘটে বুলি গোটাদিয়েক দীঘলীয়া ইংৰাজী টোকাৰ অসমীয়া ভাঙনী দিয়া নহ'ল।

*যোৰহাট* গ্ৰন্থকাৰ

*১লা জুন, ১৯৩২*

## নতুন সংস্কৰণৰ বিষয়ে একাষাৰ

পাঠক মহলৰ চাহিদাৰ প্ৰতি লক্ষ্য ৰাখি দীৰ্ঘদিনৰ বিৰতিৰ পিছত এই কিতাপখনৰ নতুন সংস্কৰণ প্ৰকাশ কৰা হ'ল। কিতাপখনৰ মূল পাঠত কোনো ধৰণৰ সলনা-সলনি কৰা হোৱা নাই। লেখকৰ বক্তব্য হুবহু একে ৰখা হৈছে। কিতাপখনৰ আকাৰ সলনি কৰা বাবেহে ইয়াৰ পৃষ্ঠাসংখ্যা কিছু হ্ৰাস পাইছে।

আশা কৰো, সদাশয় পাঠকসমাজে কিতাপখন আগৰ দৰেই আঁকোৱালি ল'ব।

*২০ নৱেম্বৰ, ২০০৯* সম্পাদিকা

# সূচীপত্ৰ

## আদিকাণ্ড—আৰম্ভণি


জগতৰ আদি ধৰ্ম আৰু ৰছুলসকলৰ আবিৰ্ভাব ... ... ১৩
জগৎগুৰুৰ আৱশ্যকতা ... ... ... ... ... ১৪
ইছ্লামৰ পূৰ্বে জগতত ধৰ্মৰ অৱস্থা—
(১) হিন্দু ধৰ্ম; (২) চীন দেশৰ ধৰ্ম; (৩) পাৰস্য দেশৰ ধৰ্ম;
(৪) ইহুদী ধৰ্ম; (৫) বৌদ্ধ ধৰ্ম; (৬) খৃষ্টান ধৰ্ম;
(৭) আৰব দেশৰ ধৰ্ম ... ... ... ... ১৬
অৱতাৰ ... ... ... ... ... ... ... ... ২১
জগৎগুৰুৰ শুভাগমনৰ আৱশ্যকতা ... ... ... ২৪
আৰবত জগৎগুৰুৰ আবিৰ্ভাবৰ কাৰণ ... ... ... ২৫
আৰব দেশ—মক্কা ... ... ... ... ... ২৬


## মক্কাকাণ্ড—পৰীক্ষা


ৰছুল-কৰিমৰ (দঃ) আবিৰ্ভাব ... ... .... ... ২৮
কেঁচুৱা-কাল—ছোৱায়বা ধাই; হেলিমা খাতুন ধাইৰ ঘৰত ... ৩১
ল'ৰা-কাল—বিপদৰ ওপৰত বিপদ ঃ
মাতৃ-বিয়োগ, (২) ককাক আব্দুল মোত্তালিব-বিয়োগ;
ছিৰিয়া যাত্ৰা ঃ বাহিৰা সন্ন্যাসী ... ... ... ৩২
ডেকা-কাল—ওকাজ-মেলা—ফেজাৰ-ৰণ; আবু তালেবৰ আশ্ৰয়ত; তাহেৰা
আৰু আল্-আমীন; তাহেৰাৰ ঘৰত ছাগলী-ৰখীয়া; তাহেৰাৰ প্ৰধান

বিষয়া; তাহেঁৰাৰ লগত বিয়া; অসাধাৰণ সংযম;
আধ্যাত্মিক জীৱনৰ বিকাশ; কা'বা পুনর্নির্মাণ ... ... ৩৭
আৰবত ব্ৰহ্মা আকাল ... ... ... ... ... ৪৬
বাইবেলৰ সাক্ষ্য ... ... ... ... ... ৪৭
জায়েদ-বেন্-মোহম্মদ ... ... ... ... ... ৪৯
হেৰা পর্বত—জবল নুৰ ... ... ... ... ... ৫০
'নবুৱৎ' বা 'পয়গম্বৰি' (প্ৰেৰিতত্ব) লাভ—
জিব্ৰাইল (আঃ)ৰ আগমন—স্বাধীন চিন্তা ... ... ৫২
ইছলাম প্ৰচাৰৰ আদেশ—কর্ম-যোগ—প্ৰথম মুছলিম দল ... ৬০
কোৰেচবিলাকৰ শত্ৰুতা—প্ৰকাশ্যে ইছলাম জাৰি কৰা;
সাম্য ভাব; আবু তালেবৰ ওচৰত ৰছুল-কৰিমৰ বিৰুদ্ধে
কোৰেচবিলাকৰ গোচৰ; কঠোৰ পৰীক্ষা; তিৰোতাৰ
মাজত প্ৰথম শ্বহীদ; আবিচিনিয়ালৈ হিজৰত;
কোৰেচবিলাকৰ ন-ষড়যন্ত্ৰ—নাজ্জাচীৰ দৰবাৰত
মুছলিম মোহাজেৰীণ; হজৰত হাম্জাৰ ইছলাম গ্ৰহণ;
ধর্ম বল; প্ৰলোভন; হজৰত ওমৰৰ ইছলাম গ্ৰহণ,
কা'বাত মুছলমানবিলাকে নামাজ পঢ়া;
কঠোৰতৰ পৰীক্ষা—আবু তালেবত আশ্ৰয় ... ... ৬৩
নতুন বিপদ—বিবি খদিজাতুল-কোব্‌ৰা আৰু আবু তালেবৰ ওফাত;
ৰছুল-কৰিমৰ তায়েফলৈ যোৱা আৰু ইছলাম জাৰি কৰাৰ
ফল; তায়েফৰ পৰা মক্কালৈ উভতি অহা ... ... ৮৯
বিবি আয়েশ্বা ছিদ্দিকাৰ লগত নিকাহ ... ... ... ৯৪
বিবি ছওদাৰ লগত নিকাহ ... ... ... ... ৯৪
তীর্থ মেলাত ইছলাম প্ৰচাৰ ... ... ... ... ৯৫
মে'ৰাজ শ্বৰীফ ... ... ... ... ... ... ৯৯
মদিনাত ইছলামৰ ভুমুকি ... ... ... ... ... ১০০
আকাবা-বায়আৎ—
১ম বায়আৎ, ২য় বায়আৎ, বায়আতৰ প্ৰকৃত তথ্য ... ১০১
মদিনাত সফলতাৰ কাৰণ কি? ... ... ... ... ১০৬

## মদিনাকাণ্ড—সফলতা


হিজৰত—আন্‌ছাৰবিলাকৰ শিষ্টাচাৰ; ছুত্তৰ পৰ্বতৰ গাঁত; ছোৰাকা কোৰেচীৰ আত্ম-সমৰ্পণ; বাৰিদা ডকাইতৰ চৰ্দাৰৰ ইছ্‌লাম গ্ৰহণ; কোবা-প্ৰৱেশ; কোবা মছ্‌জিদ; মদিনা প্ৰৱেশ; ১ম জুম্মা; মছ্‌জিদে-নবৱী নিৰ্মাণ; আজান; কিব্‌লা; ৰছুল-কৰিমৰ আৰু হজৰত আবুবকৰৰ পৰিয়াল মদিনালৈ অহা ... ১০৭

আছ্‌হাবে ছুফ্‌ফা ... ... ... ... ... ... ১২৭

আওছ-খেজ্‌ৰাজ সম্প্ৰদায়ৰ ইছ্‌লাম গ্ৰহণ ... ... ... ১২৮

আন্‌ছাৰ আৰু মোহাজ্জেৰীণ ... ... ... ... ১২৮

ৰাজ-শক্তি—সাধাৰণতন্ত্ৰ প্ৰণালী ... ... ... ... ১২৯

কোৰেচবিলাকৰ নতুন ষড়যন্ত্ৰ—কোৰেচবিলাকৰ হিংসা; মদিনাৰ ইহুদী আৰু মোশ্‌ৰিকৰ হিংসা; মোনাফিকৰ হিংসা ... ... ... ... ১৩০

জেহাদৰ সূচনা ... ... ... ... ... ... ১৩৩

প্ৰথম জেহাদ—বদৰৰ ৰণ—ছাহাবাসকলৰ ভীষণ পৰীক্ষা; আবু জেহেলৰ মৃত্যু ... ... ... ... ১৩৫

কোৰেচবিলাকৰ দুনাই ষড়যন্ত্ৰ ... ... ... ... ১৪১

বিবি ফাতিমা জোহ্‌ৰাৰ বিয়া—চৈয়দ বংশৰ উৎপত্তি; সম্প্ৰদান ... ... ... ১৪২

ছাবিক অভিযান ... ... ... ... ... ... ১৪৫

দাৰ্চুৰৰ ইছ্‌লাম গ্ৰহণ ... ... ... ... ... ১৪৫

ইহুদীবিলাকৰ বিশ্বাসঘাতকতা—কা'ব-বেন্-আশ্‌ৰফৰ প্ৰাণদণ্ড ... ১৪৬

ওহোদ ৰণ—হজৰত আমিৰ হাম্‌জাৰ শ্বাহাদৎ; ৰণ ক্ষেত্ৰৰ পট পৰিবৰ্তন; আবুল-ওজ্জা আৰু মাবিয়াৰ প্ৰাণদণ্ড ... ১৪৯

হজৰত জায়েদ আৰু হজৰত খোবায়েব বধ ... ... ১৬৩

ছালমান ফাৰ্‌ছীৰ ইছ্‌লাম গ্ৰহণ ... ... ... ... ১৬৫

কোৰেচবিলাকৰ ভীষণ ষড়যন্ত্ৰ—কোৰেচবিলাকৰ বিশ্বাসঘাতকতা: বীৰ মাউনাত ৭০ জন মুছ্‌লমান বধ; ৰছুল-কৰিমক হত্যা

কৰাৰ কাৰণ বনি-নাজিৰ ইহুদীৰ ষড়যন্ত্ৰ;
ৰছুল-কৰিমৰ উদাৰতা ... ... ... ... ১৬৬
ফটিকা পান আৰু জুৱা খেল উঠুৱা ... ... ... ১৬৮
গোটেই আৰব ফৈদৰ মুঠ-বন্ধা শত্ৰুতা—দুমাতল-জন্দলৰ অত্যাচাৰ;
বনি-মোস্তালেকৰ লগত ৰণ; মোস্তালেক্ খেলৰ ইছলাম
গ্ৰহণ; মাজিনা খেলৰ ইছলাম গ্ৰহণ;
আহ্‌জাব বা খন্দক ৰণ ... ... ... ... ১৬৯
বনি-কোৰায়েজা ইহুদীবিলাকৰ ষড়যন্ত্ৰ ... ... ... ১৭৪
ৰছুল-কৰিমৰ ১ম হজ-যাত্ৰা—হোদায়বিয়া সন্ধি
বায়আতে ৰেজৱান; প্ৰতিজ্ঞা পালন ... ... ... ১৭৫
ইহুদীবিলাকৰ শত্ৰুতা—খায়বৰ ৰণ; হজৰত ৰছুল-কৰিমক বিহ
খুউৱা; বিবি চাফিয়াৰ লগত নিকাহ; বিবি উম্মে হাবিবাৰ
লগত নিকাহ; হাজ্জাজ ইহুদীৰ ইছলাম গ্ৰহণ ... ... ১৮১
ৰছুল-কৰিমৰ ২য় হজ- যাত্ৰা ... ... ... ... ১৮৭
ইছলামৰ ফাললৈ বিশ্ব-মানৱক দাৱাত—ৰোমৰ খৃষ্টান সম্ৰাট
হিৰাকলক দাৱাত; হাব্‌চৰ নাজ্জাচী আছ্‌মাহাক; মিচিৰৰ
ৰজা মেকাওকাছ আদিক দাৱাত; ইৰাণৰ কেছ্‌ৰা খুছ্‌ৰু-
পৰ্‌বেজক দাৱাত; ইমামাৰ গভৰ্ণৰ হাওজাক দাৱাত; বছৰাৰ
গভৰ্ণৰ হাৰেছ্-বেন্-আৰিছামক দাৱাত; খালিদ-বেন্-অলিদ;
আমৰ-বেন্-আ'ছ; ওছমান-বেন্-তাল্‌হা আদি কোৰেচ বীৰৰ
ইছলাম গ্ৰহণ; বাহ্‌ৰায়েনৰ ৰজা মোন্‌জাৰ-বেন্-ছাভীৰ
ইছলাম গ্ৰহণ; ওম্মানৰ ৰজা জায়ফৰ আৰু তেওঁৰ ভায়েক
আব্দৰ ইছলাম গ্ৰহণ ... ... ... ... ১৮৮
খৃষ্টানবিলাকৰ শত্ৰুতা—মাআনৰ গভৰ্ণৰ ফৰ্‌বা-বেন্-আমেৰৰ
ইছলাম গ্ৰহণ আৰু তেওঁৰ হত্যা; বোছৰাৰ গভৰ্ণৰ
চোৰাহ্‌বিলক দাৱাত; মুতা ৰণ; জাতোচ-চালাচেল্ ৰণ ... ১৯৭
মক্কা বিজয়—আবু ছুফিয়ানৰ ইছলাম গ্ৰহণ ... ... ... ২০০
ৰছুল-কৰিমৰ (দঃ) মক্কা নগৰ প্ৰৱেশ—কা'বাৰ 'তোৱাফ' আৰু
প্ৰতিমা আদিৰ ধ্বংস, ৰছুল-কৰিমৰ বক্তৃতা;
অপৰাধীবিলাকৰ

প্ৰতি ৰছুল-কৰিমৰ সদয় ব্যৱহাৰ; আব্দুল্লাহ-বেন্-খাটল আৰু মেক্‌য়াছ-বেন্-ছোবাবাৰ প্ৰাণদণ্ড; আৰববাসীৰ ওপৰত ইছ্‌লামৰ প্ৰভাৱ; হিন্দাৰ ইছ্‌লাম গ্ৰহণ; আক্‌ৰমা-বেন্-আবু জেহেলৰ ইছ্‌লাম গ্ৰহণ; মূৰ্ত্তি ভঙাৰ আদেশ আৰু ধৰ্ম প্ৰচাৰৰ নিমিত্তে 'নকীব' পঠোৱা ... ... ... ২০৫
পৰ্বতীয়া আৰববিলাকৰ শত্ৰুতা—হোনেন ৰণ; আওতাছ ৰণ; তায়েফ ৰণ; কা'ব-বেন্-জহীৰৰ ইছ্‌লাম গ্ৰহণ; ৰছুল-কৰিমৰ (দঃ) পুতেক ইব্ৰাহিমৰ মৃত্যু ... ... ২১৪
তাবুক অভিযান ... ... ... ... ... ... ২২০
হজৰত আবুবকৰৰ হজ-যাত্ৰা ... ... ... ... ২২৩
কটকী বছৰ—ওৰ্‌ৱা-বেন্-মছ্‌উদৰ ইছ্‌লাম গ্ৰহণ; ওৰ্‌ৱাৰ শ্বাহাদৎ; তায়েফবাসীৰ ইছ্‌লাম গ্ৰহণ; তানিম খেল, হানিফা খেল, নাজৰণ খৃষ্টান আদিৰ ইছ্‌লাম গ্ৰহণ; তায় খেলৰ ইছ্‌লাম গ্ৰহণ ... ... ... ... ২২৩
বিদায় হজ—ৰছুল-কৰিমৰ বক্তৃতা ... ... ... ... ২২৬
অন্তিম কাল ... ... ... ... ... ... ২৩৩

## উত্তৰাকাণ্ড—সামৰণি

ইছ্‌লাম ... ... ... ... ... ... ২৩৮
ইছ্‌লামৰ বিশ্ব মানৱৰ একমাত্ৰ ধৰ্ম ... ... ... ... ২৫৬
ইছ্‌লামৰ ঘাই উপকৰণ ... ... ... ... ... ২৬১
কোৰআন মজিদ ... ... ... ... ... ২৬৪
বিদ্যা-শিক্ষা ... ... ... ... ... ... ২৭০
আত্মত্যাগ ... ... ... ... ... ... ২৭৪
বিশ্ব-ভ্ৰাতৃত্ব আৰু সাম্যভাব ... ... ... ... ২৭৭
গণতন্ত্ৰ ... ... ... ... ... ... ২৮৩
তিৰোতা জাতি ... ... ... ... ... ... ২৮৪
বাঁৰী বিয়া ... ... ... ... ... ... ২৯১

| | |
|---|---|
| বহু-বিয়া ... ... ... ... ... ... | ২৯২ |
| বন্দী-বেটী ... ... ... ... ... ... | ২৯৫ |
| বদান্যতা ... ... ... ... ... ... | ২৯৬ |
| ক্ষমাশীলতা ... ... ... ... ... ... | ২৯৯ |
| সাধুতা আৰু সত্যবাদিতা ... ... ... ... ... | ৩০১ |
| আলহী সেৱা ... ... ... ... ... ... | ৩০২ |
| ভিক্ষা-বৃত্তি ... ... ... ... ... ... | ৩০৪ |
| অস্ত্র ব্যৱহাৰ ... ... ... ... ... ... | ৩০৮ |
| আচাৰ-ব্যৱহাৰ ... ... ... ... ... ... | ৩১৩ |
| আকৃতি ... ... ... ... ... ... | ৩৩০ |
| আদৰ্শ নবী ... ... ... ... ... ... | ৩৩০ |
| শ্ৰেষ্ঠতম আদৰ্শ ... ... ... ... ... ... | ৩৪৫ |
| শেষ আৰু বিশ্ব-নবী—শেষ ধৰ্মগ্ৰন্থ ... ... ... | ৩৫৬ |
| জনদিয়েক বিখ্যাত অমুছলামৰ প্ৰশংসাবাদ ... ... ... | ৩৬৪ |
| পৰিশিষ্ট— | |
| উপৰি পুৰুষ ... ... ... ... ... | ৩৭৯ |
| ৰছুল-কৰিমৰ (দঃ) বিবিসকল ... ... ... | ৩৮০ |
| শলাগনি ... ... ... ... ... | ৩৮২ |


* * *

## ৰছুল-কৰিম

# হজৰত মোহম্মদ (দঃ)



## আদিকাণ্ড—আৰম্ভণি

বিচ্মিল্লাহিৰ্ৰহ্মানিৰ ৰাহিম

## জগতৰ আদি ধৰ্ম আৰু ৰছুলসকলৰ আৱিৰ্ভাব

পৰম কৰুণাময় সৰ্বশক্তিমান আল্লাহ্ তা'আলাই, তেওঁৰ কোনো নিগূঢ় অভিপ্ৰায় সাধন কৰিবৰ কাৰণে, জগতত পোন প্ৰথমতে হজৰত আদম (Adam) (আঃ) আৰু তেওঁৰ বিবি মা হাৱাৰ (Eve) সৃষ্টি কৰে আৰু ফিৰিস্তা (স্বৰ্গীয় দূত) জিব্ৰাইলৰ (আঃ) দ্বাৰা তেওঁলোকক তৌহিদ (একত্ববাদ)ৰ ধৰ্মত দীক্ষিত কৰায়। তেওঁলোকৰ পৰাই অলেখ ল'ৰা-ছোৱালীৰ জন্ম হয় আৰু সেই ল'ৰা-ছোৱালীবিলাক পৃথিৱীৰ চাৰিওফালে বিয়পি পৰে। হজৰত আদমৰ (আঃ) পাছত, লাহে লাহে প্ৰকৃত তৌহিদ ধৰ্ম বিকৃত হৈ পৰে। চয়তানৰ ফান্দত পৰি কোনোৱে নিজৰ পূৰ্বপুৰুষৰ মূৰ্তি সাজি পূজিবলৈ ধৰে আৰু কোনোৱে জোন-বেলি আদি আৰু ভিন ভিন জীৱ-জন্তুৰ পূজা কৰে। গতিকে, আকৌ আল্লাহ্ তা'আলাই নিজক প্ৰকাশ কৰিবলৈ আৰু পতিত জাতিবিলাকক উদ্ধাৰ কৰিবলৈ, পৃথিৱীত অলৌকিক শক্তিসম্পন্ন মহাপুৰুষ অৰ্থাৎ নবী-ৰছুল-পয়গম্বৰ (ঐশ্বিক-সংবাদবাহক) সকলক প্ৰেৰণ কৰাৰ আৱশ্যকতাই দেখা দিয়ে। এই দৰে মানুহক সজ-বাট দেখুৱাবৰ কাৰণে

যুগে-যুগে, সময়ে-সময়ে অৱস্থা বুজি, জগতৰ সম্প্ৰদায়েপতি একোজন বা ততোধিক এনে ধৰ্মগুৰু আহি আছিল। পাক কোৰআনত আছে—"এনে কোনো জাতি নাই, যাৰ মাজত মই (আল্লাহ্ তা'আলাই) এজন সাৱধানকাৰী পঠোৱা নাই।" যেতিয়া মানুহে আগৰ ৰছুলসকলৰ শিক্ষা আৰু উপদেশ তেনেই পাহৰি সু-বাট হেৰুৱাই কাণি-মুনি লাগি কু-বাটত পৰি মিছা কাল্পনিক খোদাৰ উপাসনা কৰিবলৈ ধৰে, তেতিয়া আল্লাহ্ তা'আলা নিজৰ বান্দা (দাস) সকলৰ উদ্ধাৰ আৰু মুক্তিৰ কাৰণে বিশেষ কোনো মহাত্মাক নবী-ৰছুল-পয়গম্বৰ কৰি পঠায়। এইদৰে আমি পৃথিৱীৰ বুৰঞ্জীত হজৰত নূহ্ (আঃ) (Noah), হজৰত ইব্ৰাহিম (আঃ) (Abraham), হজৰত মুছা (আঃ) (Moses), হজৰত দাউদ (আঃ) (David), হজৰত ইছা (আঃ) (Jesus Christ) আদি নবীসকলৰ নাম পাওঁ আৰু তৌৰাত (Torah : Pentatench), জবুৰ (Psalms), ইঞ্জিল (Evangel, Gospel) আদি নামেৰে ধৰ্মপুথি নাজিল (অৱতীৰ্ণ) হোৱাৰ উল্লেখ আছে। এইদৰে এই সৰ্বশ্ৰেষ্ঠ স্বাভাৱিক একত্ববাদী ধৰ্মই আদি পুৰুষ হজৰত আদমৰ (আঃ) পৰা প্ৰচাৰিত হৈ ক্ৰমান্বয়ে সকলো নবী-ৰছুলৰ দ্বাৰা জগতত বিয়পি পৰে। এওঁলোক প্ৰত্যেকেই এজন মাথোন অদ্বিতীয় আল্লাহ্ তা'আলাৰ উপাসক আৰু পবিত্ৰ একত্ববাদৰ প্ৰচাৰক আছিল। আল্লাহ্ তা'আলাই জগতত এই এক-খোদাবাদ ধৰ্ম প্ৰচাৰ কৰিবৰ কাৰণে, ভিন ভিন সময়ত ভিন ভিন ঠাইলৈ নবী আৰু ৰছুলসকলক পঠাইছে।* এয়ে হৈছে ইছলাম। ই কোনো নতুন ধৰ্ম নহয়; কিন্তু এই 'ইছলাম' নামটো আদিৰে পৰা নাছিল। এজন মাথোন নিৰাকাৰ মহান আল্লাৰ বন্দেগি (উপাসনা) আৰু নানা সময়ত প্ৰেৰিত নবী আৰু ৰছুলসকলৰ পয়ৰবি (অনুসৰণ) কৰাই হৈছে ইছলামৰ মূলমন্ত্ৰ।

## জগৎগুৰুৰ আৱশ্যকতা

সংসাৰৰ সকলো বস্তু ক্ৰমবিকাশশীল। আদিতে সকলো বস্তু সৰল অৱস্থাত থাকে, পাছত তাৰ পৰা লাহে লাহে আগ বাঢ়ি গৈ জটিলতৰ আৰু

** ৰছুল-কৰিমৰ বাক্যৰ পৰা অনুমান কৰিব পৰা যায় যে, পৃথিৱীত এক লাখ চৌবিশ হাজাৰমান পয়গম্বৰৰ আৱিৰ্ভাৱ হৈছে।*

উন্নততৰ অৱস্থালৈ বিকাশ পায়—কুঁহিৰ পৰাই হোলোং গছৰ আকাৰ হয় আৰু শেহত সেয়ে সম্পূৰ্ণতা লাভ কৰে। ধৰ্মবো অৱস্থা এই নিত্য-সত্যৰ বশৱৰ্তী।

আল্লাহ্ তা'আলাই কালৰ অৱস্থা অনুসৰি ৰছুলসকলক তাৰ উপযোগী কৰি জগতলৈ পঠাইছিল। কালক্ৰমে যেতিয়া মানুহৰ জ্ঞানৰ বিকাশ হ'বলৈ ধৰিলে, শ্বৰিয়তৰ বিধানো (ধৰ্ম প্ৰণালীও) সেই অনুযায়ী লৰচৰ হ'ল। আদি যুগ আৰু বৰ্তমান যুগৰ মাজত আকাশ-পাতাল প্ৰভেদ দেখিবলৈ পোৱা যায়।

পঢ়াশালিত তল শ্ৰেণীটো ভাগ কৰি কেইবা শাখা কৰি জুমে জুমে, বেলেগ বেলেগ পাঠ দিব লগাত পৰে। কাৰণ, একে পুথিৰ কোনোৱে 'অ-আ' পঢ়িছে, কোনোৱে 'ক-খ' পঢ়িছে, বা কোনোৱে 'নাম-ফলি'হে জোটাইছে। এনে অৱস্থাত, একেলগে এটা পাঠকে সকলোকে দিলে, কুমলীয়া ল'ৰাই একো শিকিব নোৱাৰিব; কিন্তু পাছত অলপ টনকিয়াল হৈ ওপৰলৈ উঠিলে, গোটেই শ্ৰেণীটোত সকলো ছাত্ৰকে একেটা পাঠকে দি, এজন ওজাই পঢ়ালেহে শিক্ষাত সামঞ্জস্য থাকে। সেই দৰে, যদিওবা পূৰ্ব যুগত ঠায়ে ঠায়ে, ফৈদে ফৈদে আল্লাৰ মহাজনসকল আহি মানুহক সজ ও সঁচা বাট দেখুৱাইছিল, তথাপি গোটেই জগতৰ ৰছুলস্বৰূপ কোনো অহা নাছিল আৰু বিশ্বগুৰু বুলি কোনেও দাবী কৰা নাছিল; আৰু তেওঁলোকৰ প্ৰচাৰিত ধৰ্ময়ো তেনে পৰিপুষ্টি আৰু সফলতা লাভ কৰা নাছিল। অধিকাংশ স্থলত, ৰছুলসকলৰ মৰণৰ লগে লগে, তেওঁলোকৰ প্ৰচাৰিত ধৰ্ম লুপ্ত হৈ গৈছে। এতিয়া আখেৰী জামানা অৰ্থাৎ শেষ বা কলিযুগত। (ইয়াৰ পিচত আৰু যুগ নাই, এই যুগৰ অন্ততে কিয়ামত বা মহাপ্ৰলয় হ'ব)। সদৌ জগতত সকলো বেমেজালি গুচাই একেটা পৰিপুষ্ট আৰু সম্পূৰ্ণ ধৰ্ম, একেখন অবিকৃত পুথি। আল্লাৰ বাণী, এজন বিশ্ব-ওজাই শিক্ষা দিয়াহে যুগুত। তাতে আকৌ, পৃথিবীৰ এফালৰ পৰা আন ফাললৈ অহা-যোৱা কৰাত আগেয়ে যি অসুবিধা আছিল, এতিয়া এই যুগত এৰোপ্লেন, ৰে'ল, মটৰগাড়ী, জাহাজ, টেলিগ্ৰাফ আদি হোৱাত সিও নাইকিয়া হ'ল। হেন জানি এই কলিযুগত মাথোন এজন জগৎগুৰুৰহে আৱশ্যকতা।

# ইছলামৰ পূৰ্বে জগতত ধৰ্মৰ অৱস্থা

খৃষ্টীয় ৬ষ্ঠ শতিকাৰ শেহছোৱাত আকৌ জগতৰ কোনো ঠাইতে এক-খোদাবাদ ধৰ্মৰ চিন-ছাব নাইকিয়া হয়। এক আল্লাৰ পূজা কোনেও নকৰে, সকলো ঠাইতে হৰেক ৰকমৰ পাপ, দুৰ্নীতি, অনাচাৰ, অত্যাচাৰ আৰু অন্ধ-বিশ্বাসে গোটেই পৃথিৱীক ছাটি ধৰে। এই ঘোৰ আন্ধাৰৰ মাজত, মানুহৰ জ্ঞান-বিবেক আৰু সকলো প্ৰকাৰৰ ন্যায়-অন্যায় বিবেচনা সমূলি লোপ পায়। মুঠতে, ইছলামৰ আগেয়ে নৈতিক, মানসিক আৰু আধ্যাত্মিক মৰণে সদৌ জগতক অধিকাৰ কৰে।

## (১) হিন্দু ধৰ্ম ঃ

হিন্দু জাতিৰ আদি ধৰ্ম-শাস্ত্ৰ বেদ। বেদত এক ঈশ্বৰৰহে উল্লেখ আছে। তাত সাকাৰ দেৱ-দেৱীৰ উল্লেখ বা পুৰাণৰ তেত্ৰিশ কোটি দেৱতাৰ বা মূৰ্তি পূজাৰ নাম-গোন্ধও নাই। হিন্দু শাস্ত্ৰে কয়—

"যোমাং সৰ্ব্বেষু ভূতেষু সন্তমাত্মনমিশ্বৰং।
হিত্বাহি ভজতে মৌঢ্যাৎ ভস্মানেব বুহুতি সঃ।।"

*—সাংখ্য দৰ্শন, ৮ম অধ্যায়, ৫৬ শ্লোক*

অৰ্থাৎ যিজনে সকলো সৃষ্ট পদাৰ্থত ঈশ্বৰাত্মা বৰ্তমান জানি, তাৰ অৰ্চনা আৰু ভজনা কৰে—সি মূঢ় মানুহ, ভস্মত ঘিঁউৰ আহুতি কৰে।

"মৃচ্ছিলা ধাতুদ্ৰব্যাদি মূৰ্ত্তাবীশ্বৰ বুদ্ধয়ঃ।
ক্লিশ্যন্তিস্তাপসা মূঢ়পৰাং শান্তি নজান্তিতে।।
মনসা কল্পিতা মূৰ্ত্তিনৃণ্যঞ্চৎ মোক্ষ সাধনি।
স্বপ্নলব্ধেন ৰাজ্যেন ন ৰাজা মানৱস্তথা।।"

*—মহানিৰ্ব্বাণ তন্ত্ৰ*

অৰ্থাৎ মাটি শিল ধাতু বা কাঠেৰে সজা প্ৰতিমাবিলাকক ঈশ্বৰ বুলি আৰাধনা কৰি, মূৰ্খ তপস্বীবিলাকে অনৰ্থক কষ্ট ভোগ কৰে; কিন্তু মুক্তি লাভৰ উৎকৃষ্ট উপায় সিহঁতে নাজানে। মনে মনে কল্পনা কৰি মূৰ্তি গঢ়ি পূজা-অৰ্চনা কৰিলে, তাত মুক্তি পাব নোৱাৰে। সমাজিকত যেনে ৰাজ্য পালে, মানুহ ৰজা হ'ব নোৱাৰে।

"অব্যক্তং ব্যক্তিমাপন্নং মন্যন্তে মাম্ অবুদ্ধয়ে।"

—*ভগবদ্‌গীতা*

অৰ্থাৎ যিবিলাক বুদ্ধিহীন মানুহ, সেইবিলাকেহে মোক মূৰ্তি বিশেষ বুলি ভাবে।

"ক্লেশ-কৰ্ম্ম-বিপাকাশয়োৰপৰামৃষ্ট পুৰুষ বিশেষোহয়ম ঈশ্বৰ।"

—*পতঞ্জলি*

অৰ্থাৎ ক্লেশ, কৰ্ম, বিপাক আৰু আশা—এই চাৰিটিয়ে ছুব নোৱৰা মহান কাৰ্যকৰী শক্তি বিশেষৰ নাম ঈশ্বৰ।

"প্ৰতিমাত কৰে দেৱতা বুদ্ধি।
তীৰ্থ বুলি কৰে জলত শুদ্ধি।।
বৈষ্ণৱত নাহি ইসব ৰতি।
গৰুতো অধম কৃষ্ণ বদতি।।"

—*শ্ৰীমন্ত শঙ্কৰদেৱৰ কীৰ্ত্তন-ঘোষা*

"অব্যক্ত ঈশ্বৰ হৰি, কিনো মতে পূজিবাহা,
ব্যাপকত কিবা বিসৰ্জ্জন।
এতাৱন্ত মূৰ্ত্তিশূন্য, কিনো মতে চিন্তিবাহা,
নাম লই শুদ্ধ কৰা মন।।"

—*শ্ৰীমাধৱদেৱৰ নাম-ঘোষা*

বৈদিক যুগত দেৱতা আছিল মাথোন ত্ৰিশজন। পৌৰাণিক যুগত তেওঁলোকৰ সংখ্যা তেত্ৰিশ কোটি হৈ পৰিল। যি ভাৰতবৰ্ষ শিক্ষা, সভ্যতা আৰু মনুষ্যত্বৰ ঘাই কেন্দ্ৰ, পাছত তাত বেদৰ 'একমেৱাদ্বিতীয়ম' বা 'এক ব্ৰহ্ম দ্বিতীয় নাস্তি' শিক্ষা পাহৰি পেলাই, মানুহে এই পুৰাণৰ অসংখ্য দেৱতাসকলৰ ওপৰত তিনিজনক সকলোতকৈ ওখ আসন দিলে। এই তিনিজনক এক ঈশ্বৰৰ তিনি মূৰ্তি—ব্ৰহ্মা (সৃষ্টিকৰ্তা), বিষ্ণু (পালনকৰ্তা) আৰু শিৱ বা মহেশ্বৰ (সংহাৰকৰ্তা) ধৰি ল'লে। এইদৰে ত্ৰিমূৰ্তিবাদৰ প্ৰচলন হয়। কিন্তু এতিয়া ব্ৰহ্মাৰ উপাসকো নাই, তেওঁৰ মন্দিৰো নাই। এতিয়া শিৱ আৰু বিষ্ণু হৈছে হিন্দু জাতিৰ প্ৰধান উপাস্য দেৱতা।

পূজা কৰা মানুহৰ স্বভাৱ। যিহকে মানুহে নিজতকৈ শক্তিশালী বা

আচৰিত দেখিলে, তাৰেই আগত নিজৰ মূৰ দোঁৱাই দিলে। গতিকে, কালক্রমত মানুহে 'তৌহিদ' (একত্ববাদ) এৰি নিজে নিজে কোটি কোটি ঈশ্বৰ গঢ়ি লৈ ঘোৰ পৌত্তলিক ও জড়োপাসক হৈ পৰিল। এইদৰে জোন-বেলিৰ পূজা, ইটা-শিলৰ পূজা, গছ-গছনিৰ পূজা, আনকি গুৰু-পুৰোহিতৰো পূজা হ'বলৈ ধৰিলে। ঋষি-মুনিসকলৰ সেই উদাৰ আৰু মহান সাম্যবাদৰ ওপৰত সংহিতাকাৰসকলৰ কঠোৰ আৰু নির্মম শাসন ব্যৱস্থাই অধিকাৰ কৰি ল'লে আৰু তেওঁলোকৰ পো-পোৱালী মনু আদি সংহিতাকাৰৰ ব্যৱস্থা অনুসৰি, আল্লাৰ কোটি কোটি সন্তানক কুকুৰ-গাহৰিতকৈও বেছিকৈ ঘিণাবলৈ ধৰিলে। পুৰোহিত আৰু যাজকসকলক পৰম ব্ৰহ্মাৰ আসনত বহুৱালে। তেওঁলোকে নিজৰ স্বাৰ্থ-সিদ্ধিৰ কাৰণে যি নিৰ্দয় ব্যৱস্থা কৰিছিল, তাকে আল্লাৰ আদেশ আৰু বেদ-বাক্য বুলি মানি লোৱা হ'ল। বামুণত বাজে আন কোনো জাতিৰ, বেদ বা আন কোনো শাস্ত্ৰ পঢ়াৰ আৰু স্বাধীনভাৱে দেৱতাৰ পূজা-অৰ্চনা কৰাৰ অধিকাৰ নাছিল। আনকি শূদিৰে আৰু তিৰোতাবিলাকে বেদ-মন্ত্ৰ  শুনিলে, সিহঁতৰ কাণত ধাতু লগাই তপতে তপতে ঢালি দিয়াৰ ব্যৱস্থা হ'ল। বামুণক সকলোৱে দেৱতা জ্ঞান কৰিছিল আৰু দান-দক্ষিণা দি তেওঁৰ তৃপ্তি সাধন কৰাকে পৰম ধৰ্ম বুলি ভাবিছিল। শূদিৰে বন্দী-বেটীতকৈও বেছি ঘৃণিত জীৱন কটাইছিল। বামুণে শূদিৰক বধ কৰিলে, তেওঁৰ সাত খুন মাফ; কিন্তু শূদিৰে বামুণক কেতিয়াবা এফেৰামান অনাদৰ কৰিলেই, তেওঁৰ মুণ্ডপাতৰ ব্যৱস্থা। কন্যা-হত্যা, নাৰী-হত্যা ইত্যাদি সামাজিক কুসংস্কাৰ অবাধে চলি আছিল।

## (২) চীন দেশৰ ধৰ্ম ঃ

চীন দেশত নিজৰ ৰজাকে বংশ পৰম্পৰাক্ৰমে স্বয়ং সৰ্বশক্তিমান ঈশ্বৰ বুলি প্ৰজাবিলাকে মানি চলি আছিল। এই ৰজাৰ তলত বহুত সহকাৰী ঈশ্বৰো গঢ়ি লোৱা হৈছিল।

## (৩) পাৰস্য দেশৰ ধৰ্ম ঃ

ইৰাণত (পাৰস্য দেশত) 'ইজ্‌দা' আৰু 'আহৰ্‌মন' নামেৰে দুজন স্বতন্ত্ৰ ঈশ্বৰ আছিল। আগৰজন মঙ্গলৰ সৃষ্টিকৰ্তা আৰু পিচৰজন অমঙ্গলৰ গৰাকী।

## (৪) ইহুদী ধৰ্ম ঃ

ইহুদী জাতিয়ে হজৰত মুছাৰ (Moses) মূল উপদেশ আৰু তেওঁলোকৰ ধৰ্মশাস্ত্ৰ 'তৌৰাত'ক পাহৰি আত্মদ্ৰোহ, হাই-খৰিয়াল কৰিবলৈ ধৰিলে। পুৰোহিতেই তেওঁলোকৰ ঈশ্বৰ আৰু পুৰোহিতৰ ৰচনাবিলাকেই তেওঁলোকৰ শাস্ত্ৰ হৈ পৰিল।

## (৫) বৌদ্ধ ধৰ্ম ঃ

বুদ্ধদেৱে দেৱ-দেৱী নেমানিছিল হয়, কিন্তু তেওঁৰ মতাৱলম্বীসকল নিৰীশ্বৰবাদী বুলি প্ৰকৃত ধৰ্মৰ পৰা বহুত আঁতৰি গৈছিল।

## (৬) খৃষ্টান ধৰ্ম ঃ

সেইদৰে, হজৰত ইছাৰ (যীছু) প্ৰকৃত শিক্ষা পাহৰি আৰু তেওঁৰ প্ৰচাৰিত ধৰ্ম আৰু বাইবেলক বিকৃত কৰি, খৃষ্টানবিলাকেও শাস্ত্ৰ আৰু সাধুসকলৰ দোহাই দি 'ত্ৰিত্ববাদ' (Trinity) ধৰ্ম প্ৰচাৰ কৰিলে—পিতা (God the Father) এজন সম্পূৰ্ণ আৰু স্বতন্ত্ৰ ঈশ্বৰ, পুত্ৰ (God the Son) যীছু এজন সম্পূৰ্ণ আৰু স্বতন্ত্ৰ ঈশ্বৰ আৰু পবিত্ৰাত্মাও (The Holy Ghost) এক সম্পূৰ্ণ আৰু স্বতন্ত্ৰ ঈশ্বৰ। এই 'ত্ৰিত্ববাদ' কথাটোকে হজৰত ইছাৰ পাছত ২০০ বছৰলৈকে কোনোৱে নেজানিছিল। এই মতটো খৃষ্টীয় ৩য় শতিকাত দাৰ্শনিক প্লেটোৰ গভীৰ চিন্তাৰ ফল, তাকে আন্টাকিয়াৰ বিশ্বপ মিণ্ডকিলাছে সমৰ্থন কৰে। ৪ৰ্থ শতিকাতহে এই মত খৃষ্টান ধৰ্মত সোমায়। পাচত ক্ৰমে তাত পৌত্তলিকতা সোমাই যীছুৰ লগত তেওঁৰ মাক মৰিয়মৰ (Vargin Mary) প্ৰতিমূৰ্তি পূজা আৰু লাহে লাহে প'ল (Paul), পিটাৰ (Peter) আদি সাধুসকলৰো প্ৰতিমূৰ্তি পূজা হেলাৰঙে হ'বলৈ ধৰিলে। পোপক (Pope) ঈশ্বৰৰ অৱতাৰ বা স্বয়ং ঈশ্বৰ, সৰ্বময়কৰ্তা বুলি মানি লোৱা হ'ল। ধৰ্মৰ নামত যিবোৰ নৰ-হত্যা আদি হৃদয়-বিদাৰক ঘটনা হৈছিল, তাক শুনিলে গাৰ নোম শিয়ৰি উঠে। ইহকালত কি পৰকালত কৰ্মফল বুলি একো নাই, পাপ-পুণ্যৰ দণ্ড বা বঁটা নাই। যীছুৱে সকলোৰে বৰ্তমান, অতীত আৰু ভৱিষ্যৎ পাপৰ ভাৰ লৈ জীৱনোৎসৰ্গ কৰিছে যেত্তিয়া, সকলো পাপৰ পৰাচিত হৈ গৈছে। ত্ৰিত্ববাদক বিশ্বাস কৰিলেই সকলো মহাপাতকীৰ কাৰণে স্বৰ্গৰ

বাট মুকলি—তেওঁ পোনচাটেই স্বৰ্গলৈ উৰা মাৰিব। এনেবোৰ বিশ্বাস লৈ, খৃষ্টানবিলাকে জগৎময় অজ্ঞানতাৰ ঘোৰ আন্ধাৰক ঘোৰতৰ কৰিছিল। যি বাইবেল বৰ্তমান আছে, তাক খৃষ্টানবিলাকেই নিভাঁজ নিঘূণী বুলি বিশ্বাস নকৰে; ইয়াত নানা ৰকমৰ গল্প সোমাই ভাঁজ দিয়াত, ইয়াৰ মৌলিকতা সমূলি লোপ পালে। প্ৰত্যেক তাণ্ডৱণতে বাইবেলক পৰিবৰ্তিত আৰু পৰিবৰ্ধিত আকাৰত দেখিবলৈ পোৱা যায়। ১৮১৪ খৃষ্টাব্দত কেম্ব্ৰিজ নগৰত বিশ্পসকলৰ যি মহাসভা বহিছিল, তাত বাইবেল সংশোধন কৰা হৈছিল। সেই সংশোধিত বাইবেলেই (Revised Edition of Bible) বৰ্তমান চলি আছে। প্ৰটেষ্টাণ্টবিলাকৰ বাইবেল ৰোমান কেথলিকবিলাকৰ বাইবেলৰ লগত অমিল।

### (৭) আৰব দেশৰ ধৰ্ম ঃ

আৰবৰ অৱস্থা সকলোতকৈ ঘৃণনীয় আছিল। ইছলামৰ বহুত দিনৰ আগৰে পৰা সদৌ আৰবে ধৰ্মহীনতাত আৰু হৰেক ৰকমৰ অনাচাৰ-অত্যাচাৰত জগতৰ সকলো দেশকে চেৰ পেলাইছিল। পুতলা পূজা, জড় পূজা, গ্ৰহ পূজা আদি বহুত দিনৰে পৰা তেওঁলোকৰ মাজত চলি আছিল। মৰাৰ পাচতো যে জীৱনৰ কৰ্ম-ফলজনিত সুখ-দুখ ভোগ কৰিব লাগে, পৰকাল বুলি যে কিবা এটা আছে, পাশৱিক বৃত্তিবোৰ চৰিতাৰ্থ কৰাত বাজে মানুহৰ নিমিত্তে যে নীতি আৰু ধৰ্ম শাসন আছে, এইবিলাক কথা তেওঁলোকে নেজানিছিল। তেতিয়া কেতবোৰ আৰব নাস্তিক আৰু কেতবোৰ পৌত্তলিক আছিল। আনকি, পাচত পৌত্তলিকতাৰ ঘাই শত্ৰু হজৰত ইব্ৰাহিমৰ শিলৰ মূৰ্তিও 'তৌহিদ'ৰ আদি কেন্দ্ৰ কা'বা মছজিদত তেওঁলোকে পূজা কৰিছিল। সেই সময়ত কা'বা শ্বৰিফ ৩৬০টা মূৰ্তিৰে ঠাহ খাই আছিল। তাৰ ভিতৰত 'হোবল', 'ওজ্জা', 'লাট' আৰু 'মনাট' মূৰ্তিয়েই প্ৰধান। সেই কালৰ আৰবৰ ধৰ্মৰ লগত পৰকালৰ, আধ্যাত্মিকতাৰ আৰু মুক্তিৰ বা নীতিৰ কোনো সম্বন্ধ নাছিল।

এজন পুৰুষে ভেঁৰা ছাগলীৰ দৰে অলেখ তিৰোতা ৰাখিব পাৰিছিল বা তেওঁলোকক বলেৰে বান্দী কৰি নিজৰ পাশৱ বৃত্তি চৰিতাৰ্থ কৰিছিল। বহুত তিৰোতাই একে সময়তে বহু পুৰুষেৰে সম্বন্ধ পাতিব পাৰিছিল। নিজৰ গৰ্ভধাৰিণী মাকত বাদে, আন সকলো তিৰোতাতে, আনকি আপোন বাই-ভনী আৰু মাহীমাকতো গমন কৰিব পাৰিছিল। বাপেক মৰাৰ পিছত পুতেকহঁতে মাহীমাকক আৰু বাই-ভনীহঁতক উত্তৰাধিকাৰী সূত্ৰে পাই হেলাৰঙে

ভোগ কৰিছিল। কোনোৱে নিজৰ তিৰোতাক এৰিলে বা কোনো তিৰোতা বাঁৰী হ'লে, কোনেও তাইক ঠাই নিদিয়ে, সকলোৱে ছেই ছেই কৰি খেদাই দিছিল। বপুৰী এনেদৰে লাঞ্ছিতা হৈ খাবলৈ নেপাই শুকাই-খীণাই ফপৰীয়া কুকুৰৰ দৰে বাগৰি কমনিয়াই ফুৰিব লগীয়াত পৰিছিল। সেই কালত আন আন দেশৰ দৰে আৰবতো বন্দী-বেটীৰ আলৈ-বিলৈ কুলাই-পাচিয়ে নধৰা আছিল। গিৰিহঁতৰ পাশৱ বৃত্তি চৰিতাৰ্থ কৰিবলৈ যি আদেশ দিয়া যায়, এই বন্দী-বেটীবোৰে তাক পালন কৰিবলৈ বাধ্য। বন্দী-বেটীক প্ৰতিমূৰ্তিৰ আগত বলিদান দিয়াটো ৰং-ধেমালি হৈ পৰিছিল; হাট-বজাৰত পশুৰ দৰে বেচা-কিনা হৈছিল। পোহ-পালৰ দায় এৰাবলৈ ছোৱালীবিলাকক মাকৰ বুকুৰ পৰা কাঢ়ি নি জীয়াই জীয়াই গাঁতত পুতি মাৰি পেলাইছিল। চেনেহ-মমতাৰ ঠাইত স্বাৰ্থান্ধতাই গজ্‌গজীয়াকৈ ৰাজত্ব কৰিছিল।

ফটিকা-পান, জুৱা-খেলা আৰবৰ আমোদৰ অঙ্গ। চুৰি-ডকাইতি, কটা-কটি, খুনা-খুনি আদি গৰ্হিত কামবোৰ তেওঁলোকৰ নিত্য নৈমিত্তিক ব্যৱসায় আৰু ধৰ্ম। এইবোৰ কাৰণত ঘৰুৱা-ৰণ তেওঁলোকৰ মাজত চলিয়েই আছিল। আৰব জাতিয়ে তেতিয়া কোনো ৰজাৰ শাসন নেমানিছিল। তেওঁলোক সকলোৱেই বীৰ, কোনেও কাকো গ্ৰাহ্য নকৰিছিল। এদলৰ ছাগলীয়ে আন এদলৰ পানী খালে লাগিল দুই দলৰে ৰণ; এদিন, দুদিন নহয়, গোটেই জীৱনেই ৰণ। আকৌ তাৰ ল'ৰা, তাৰ ল'ৰা। এইদৰে পুৰুষে পুৰুষে ৰণ চলিবলৈ ধৰিছিল। এনে একোটা অতি সামান্য কাৰণতে তেজৰ নৈ বোৱাই দিছিল। আৰববিলাকে পূজা কৰোঁতে জুমে জুমে মতা-মাইকীয়ে একেলগে মদ খাই নাঙঠ হৈ মূৰ্তিৰ কেউফালে, মণিপুৰৰ 'লায়-হাৰাওবা'ত কৰাৰ দৰে, নাচি নাচি লাজ-ওভটৰ গীত গাই ফুৰিব লাগে। মুঠতে ক'বলৈ গ'লে, এনে কোনো নিকৃষ্ট পাপ আৰু জঘন্য দোষ নাই, যি তেতিয়া আৰবত চলিত নাছিল।

## অৱতাৰ

নবী-ৰছুলসকল মানুহৰ ইহকাল-পৰকালৰ ধৰ্ম জীৱনৰ আৰু কৰ্ম জীৱনৰ স্বৰ্গীয় আৰ্হি। জগতৰ যুগেপতি আৰু দেশেপতি তেওঁলোক

আৱিৰ্ভূত হৈছে। ইছলামে তেওঁলোকক 'সৎ' আৰু 'মহৎ' বুলি স্বীকাৰ কৰে; কিন্তু ঈশ্বৰাৱতাৰ অৰ্থাৎ ঈশ্বৰে ভিন ভিন মূৰ্ত্তি ধৰি মানুহক সময়োপযোগী শিক্ষা দিয়ে বুলি নেমানে। সেয়ে ৰছুল-কৰিম মোহম্মদে (দঃ) কেতিয়াও নিজক আল্লাৰ পুতেক বা অৱতাৰ বুলি দাবি কৰা নাই আৰু কোৰ্আন শ্বৰিফে তেখেতক সম্বোধন কৰি বেলিয়েপতি কৈছে ঃ "কুল্ইন্নামা আনা ব'শ্বৰু'ম মিচ্লুকুম্" (কোৰ: মই নিশ্চয় তোমালোকৰ নিচিনা এজন মানুহ মাথোন। ইয়াৰ অতিৰিক্ত মই আৰু একো নহওঁ)। ওপৰত উন্নুকিয়াই অহা কু-সংস্কাৰ, অন্ধ-বিশ্বাস আদিৰ প্ৰতিবাদ আৰু কণ-কঁঠীয়া মৰাই হৈছে পাক কোৰ্আন মজিদৰ ঘাই আৰু প্ৰথম কৰ্তব্য। এই সত্য, সনাতন ইছলামেই জগতৰ আদি ধৰ্ম। পাক কোৰ্আনেই সকলো ধৰ্মকে মূল 'তৌহিদ'ক (একত্ববাদক) নিভাঁজ, নিঘুণী, অটুট ৰাখিছে আৰু সৰ্বাঙ্গসম্পন্ন কৰি থৈছে। যীছু বা আন আন ধৰ্মগুৰুসকলো আল্লাৰ তত্ত্ববাহক দাস মাথোন আছিল। ঐশ্বৰিক গুণ বা দক্ষতা কাৰো নাছিল।

খৃষ্টানসকলৰ বিশ্বাস যে, ঈশ্বৰ কুমাৰী মৰিয়মৰ গৰ্ভত সোমাই যীছুৰূপে উপজিছিল। সেই গুণে তেওঁলোকে যীছুক ঈশ্বৰাৱতাৰ বুলি মানে। যদি যীছুৰ অৱতাৰ স্বীকাৰ কৰা যায়, তেনেহ'লে ঈশ্বৰে দৈৱকীৰ গৰ্ভত সোমাই কৃষ্ণৰূপে জন্ম গ্ৰহণ কৰাটোও অস্বীকাৰ কৰিব নোৱাৰি। কিন্তু যীছুৱে নিজে কেতিয়াও ঈশ্বৰত্বৰ দাবী কৰা নাই। কৃষ্ণই যে নিজক ঈশ্বৰ বুলি কৈছে, তাৰে কোনো প্ৰমাণ নাই। যদিও গীতাত কৃষ্ণই নিজক ঈশ্বৰ বুলি উক্তি কৰিছে, এনে দেখা যায় গীতা কৃষ্ণৰ ৰচনা নহয়। কুৰুক্ষেত্ৰত কৃষ্ণ আৰু অৰ্জুনে যিবোৰ কথা-বতৰা হৈছিল, তাকে সঞ্জয়ে প্ৰথমে ধৃতৰাষ্ট্ৰৰ ওচৰত বৰ্ণনা কৰে; বহুত দিনৰ পাচত পৰাশৰ ঋষিৰ পুতেক মহৰ্ষি কৃষ্ণদ্বৈপায়ন* বেদব্যাসে সেই বৰ্ণনাবিলাক গোটাই গীতা নাম দি প্ৰকাশ কৰে আৰু সেই গীতাও নিভাঁজ হৈ থকা নাই।§ সেই দেখি, গীতাৰ উক্তি কৃষ্ণাৰ্জুনৰ হুবহু উক্তি বুলি ধৰিব নোৱাৰি।

---

** এওঁ জালোৱা জাতিৰ এজনী ছোৱালীৰ (মৎস্যগন্ধা) গৰ্ভজাত।*

*§ শ্ৰীযুত বাবু বঙ্কিমচন্দ্ৰ লাহিড়ী বি.এল. প্ৰণীত "মহাভাৰত মঞ্জৰী"ৰ ১০৩ পৃঃ আৰু ৭১ নং টীকা চাওক।*

অৱশ্য ঈশ্বৰ সৰ্বশক্তিমান। তেওঁ একে সময়তে ভিন ভিন ৰূপে, বা ভিন ভিন সময়ত ভিন ভিন ৰূপে, জগতলৈ অহাত কোনো হকা-বধা হ'ব নোৱাৰে, কিন্তু যি ভিন ভিন কাম কৰিবলৈ ভিন ভিন ৰূপে ভিন ভিন নাম লৈ জগতত ফুৰিলে, তেওঁ সৰ্বশক্তিমান হ'ব পাৰে কেনেকৈ? কৰ্মভোগী ঈশ্বৰ নো কেনেকৈ মানুহৰ আদৰ্শ হ'ব পাৰে?

ঈশ্বৰবাদী সকলোৱেই স্বীকাৰ কৰিব লাগিব যে, ঈশ্বৰ অনাদি আৰু অনন্ত। যীছু জন্ম লোৱাৰ আগেয়ে কেতিয়াও নাছিল; তেনেহ'লে তেওঁক ঈশ্বৰাৱতাৰ বুলিলে তেওঁৰ অনাদিত্ব কেনেকৈ থাকে? যেতিয়া তেওঁ এই জগতৰ পৰা চলিল, তেতিয়াই তেওঁৰ অনন্তত্ব লুপ্ত হ'ল। এতেকে, কোনো 'অৱতাৰেই' অনাদি আৰু অনন্ত হ'ব নোৱাৰে।

মানুহেই মানুহৰ আৰ্হি। যদি শ্ৰীৰামচন্দ্ৰ, শ্ৰীকৃষ্ণ, যীছু আদি ঈশ্বৰাৱতাৰ হয়, তেনেহ'লে তেওঁলোক মানুহ নহয়, মানুহ জাতিৰ লগত তেওঁলোকৰ একো সম্পৰ্ক নাই। মানুহে যেতিয়া তেওঁলোকৰ অনুকৰণ আৰু অনুসৰণ কৰিব নোৱাৰে, তেওঁলোকনো মানুহৰ আৰ্হি কেনেকৈ হ'ব পাৰে? সিংহ বা হাতী আমাৰ চানেকি হ'ব নোৱাৰে, কাৰণ আমি সিংহ বা হাতী হোৱা অসম্ভৱ, আমি মানুহ জাতিৰ সীমা ডেই যাবলৈ অক্ষম। চৰাইবোৰ সদায় আকাশত উৰি ফুৰিছে, কিন্তু তাক দেখিও ইমানদিন আমি তেনেকৈ উৰিবলৈ ইচ্ছা কৰিছোনে? কিন্তু যেতিয়াই মানুহে বিজ্ঞানৰ বলত নীলা আকাশত বিচৰণ কৰাৰ যন্ত্ৰ উৰাজাহাজ আৱিষ্কাৰ কৰিলে, তেতিয়াই প্ৰত্যেক মানুহৰ অন্তৰত উৰিবৰ ইচ্ছা জাগি উঠিছে। আমাৰ যি সুবিধা-অসুবিধা, সুখ-দুখ, কাম-কাজ, আলৈ-আহুকাল আৰু ভাব-গতি, গুৰুৰো তেনে হ'ব লাগে, সেইবোৰৰ মাজেদি গৈহে কৰ্ম-ক্ষেত্ৰত কাৰ্যেৰে নিজৰ গুণ-গৰিমা আৰু চৰিত্ৰৰ প্ৰভাৱ বিস্তাৰ কৰি আদৰ্শ হ'ব লাগিব। এই যুগত ঈশ্বৰাৱতাৰ বুলিলেই নহয়। আজি আৰু সেই ঈশ্বৰাৱতাৰ ও অন্ধ-বিশ্বাসৰ দিন নাই। মাথোন মুখৰ উপদেশ, অভিশাপ বা বাজীকৰৰ দৰে গোটাচেৰেক অলৌকিক দৃশ্য দেখুৱালেই 'নবী' হ'ব নোৱাৰে। এতিয়া যুক্তিৰ দিন, প্ৰমাণৰ দিন, ইছলামেই প্ৰথমে ইয়াৰ শিক্ষা দিছে। নবীসকলৰ আবিৰ্ভাৱৰ উদ্দেশ্য সকলো মানুহকে সংসাৰৰ সকলো লাগতিয়াল বিষয়ত কাৰ্যকৰী শিক্ষা দিয়া। উপদেশ কামত পৰিণত কৰি দেখুৱাব নোৱৰা শিক্ষাত একো লাভ নাই।

# জগৎগুৰুৰ শুভাগমনৰ আৱশ্যকতা

হজৰত আদমৰ পৰা ঈছালৈকে যিমান নবী-ৰছুলৰ আৱিৰ্ভাব হৈছে, তেওঁলোক সকলোৱেই একেশ্বৰবাদী, অৰ্থাৎ মাথোন এজন আল্লাহ্ তাআলাৰ পূজক। সকলোৱে অদ্বিতীয় আল্লাৰ বন্দেগি (উপাসনা) কৰিবলৈ শিক্ষা দিছে আৰু সকলোৱে তেওঁৰেই মহিমা প্ৰচাৰ কৰিছে। এই সকলোৱেই একে সুৰেৰে মানুহৰ এজন মহান ত্ৰাণকৰ্তাৰ শুভাগমনৰ ভৱিষ্যদ্বাণী ঘোষণা কৰি গৈছে।

যেনেকৈ জহকালি টিকা-ফটা ৰ'দৰ কোবত যেতিয়া গোটেই পৃথিৱী দগ্ধ হৈ পথাৰ শস্যহীন হয় আৰু শুকান বতাহ বলিবলৈ ধৰে, তেতিয়া মানুহে ওপৰত মেঘে আৱৰি থকা নীলা আকাশ দেখি এই আশাত সকলো কষ্ট সহে যে, সোনকালে পানী আহি ধৰণী চেঁচা কৰিব; তেনেকৈ যেতিয়া সকলো ৰকমৰ পাপে পৃথিৱী ছাটি ধৰিলে, যেতিয়া মিছা আহি সঁচাৰ, অন্ধ-বিশ্বাস আৰু কু-সংস্কাৰ আহি জ্ঞানৰ, পুৰোহিত আৰু যাজকৰ বাক্য আহি শাস্ত্ৰৰ, পাপ আহি পুণ্যৰ আৰু ব্যভিচাৰ আহি প্ৰেমৰ আসন অধিকাৰ কৰিলে, দুৰ্দান্ত আৰববিলাকৰ পাশৱিক জীৱনৰ বিভীষিকা দেখি চয়তানো নিস্তব্ধ আৰু লজ্জিত হৈছিল, তেতিয়া এছিয়া, আফ্ৰিকা আৰু ইউৰোপে সেই ভৱিষ্যদ্বাণীৰ ওপৰত বিশ্বাস কৰি, একে সময়তে সেই ত্ৰাণকৰ্তালৈ বাট চাই একেৰাহে স্বৰ্গৰ ফালে চাই আছিল। সেই সময়ত খৃষ্টীয় ৬ষ্ঠ শতিকাৰ শেষছোৱাত, মানুহৰ এই শোচনীয় বিলাই দেখি, আল্লাৰ আৰছ (স্বৰ্গৰ সিংহাসন) কঁপিবলৈ ধৰিলে। কাজেই এই গোটেই জগতত সকলো জাতি আৰু সম্প্ৰদায়ৰ মাজত দুনাই প্ৰেম আৰু পুণ্যৰ সাম্ৰাজ্য স্থাপন কৰিবৰ নিমিত্তে, পাপৰ বিভীষিকা খেদিবৰ নিমিত্তে, এজন ত্ৰাণকৰ্তা আদৰ্শ জগৎগুৰুৰ আৱিৰ্ভাবৰ আৱশ্যকতাই দেখা দিলে।

সেইজন বিশ্বগুৰুনো কোন? জববুৰ (Psalms), তৌৰাত (Torah), ইঞ্জিল (Evangel), কোৰ্আন (Quran) আদি ধৰ্মশাস্ত্ৰ ভালকৈ ফঁহিয়াই চালি-জাৰি মথি চালেই ফট্‌ফটীয়াকৈ বুজিব পাৰিব যে, তেখেত জনাব আফ্‌তাবে-ৰেছালৎ স্বাৰ্ৱৰে কা'য়েনাত আহ্‌মদ মোজ্‌তবা মোহম্মদ মোস্তফাত (দঃ) বাজে আন কোনো হ'ব নোৱাৰে।

হজৰত মোহম্মদ মোস্তফা (দঃ) জগতৰ শেষ আৰু শ্ৰেষ্ঠতম নবী। তেখেতক কোনো দেশ বা ফৈদ বিশেষৰ নিমিত্তে বা কোনো নিৰ্দিষ্ট সময়ৰ নিমিত্তে পঠোৱা হোৱা নাই। তেখেতক সকলো জাতিৰ সকলো দেশৰ আৰু সকলো যুগৰ সাৰ্বভৌমিক, সাৰ্বজনিক আৰু সাৰ্বযৌগিকভাৱে সদৌ জগতৰ নিমিত্তে আল্লাৰ ৰহমত (করুণা)স্বৰূপে জগতলৈ পঠোৱা হৈছিল। আৰ্য, ইহুদী, বৌদ্ধ, খৃষ্টান সকলো তেখেতৰ 'উম্মত' আৰু সকলোৰে নিমিত্তে তেখেত স্বৰ্গৰ সংবাদবাহক। তেখেতৰ ঘাই সংবাদ দুটি ঃ (১) আল্লাহ এক, তেওঁ নিৰ্দোষ, নিৰ্লিপ্ত; তেওঁ কাৰো ঔৰসৰ পৰা জন্ম গ্ৰহণ কৰা নাই আৰু তেওঁৰ দ্বিতীয় বা সমনীয়াও কোনো নাই; (২) আমি ইহকালত আৰু পৰকালত নিজৰ সৎ-অসৎ কামবোৰৰ সুফল বা কুফল ভোগ কৰিবলৈ বাধ্য। তেখেতৰ 'আইন' হৈছে—আল্লাৰ কালাম (ঈশ্বৰৰ বাণী) পাক কোৰ্‌আন মজিদ, যাৰ এটি আখৰো কেতিয়াও লৰচৰ হ'ব নোৱাৰে আৰু যি নিভাঁজ হৈ পৃথিৱীৰ অন্তলৈকে থাকিব। একেশ্বৰবাদী ধৰ্মবিলাক বিকৃত হৈ পৰাত, তেখেতে সেই ধৰ্মৰ উদ্ধাৰ, ৰক্ষা আকৌ প্ৰচাৰ আৰু প্ৰতিষ্ঠা কৰি ইছলাম নাম দি গৈছে।

## আৰবত জগৎগুৰুৰ আৱিৰ্ভাবৰ কাৰণ

সদৌ জগতৰ মাজত আৰবৰ অৱস্থাই সকলোতকৈ শোচনীয় হৈ পৰিছিল দেখি আল্লাহ তাআলাৰ শুভ দৃষ্টি আৰবৰ ওপৰত পৰিল, আৰু তেওঁ সকলোতকৈ আগেয়ে তাৰ মৰু বুকুতে শান্তিৰ অমৃত ধাৰা বোৱালে। স্বৰ্গৰ পাৰিজাত মৰ্ত্য-ভূমিত ফুটি উঠিল জগতৰ ভাবী ত্ৰাণকৰ্তা, মুক্তি ও শান্তিদাতা মোহম্মদ মোস্তফাৰ (দঃ) আৱিৰ্ভাব হ'ল। আল্লাহ তাআলাই কৈছে—"হে মোহম্মদ, মই তোমাক জগতৰ 'করুণা'স্বৰূপে পঠালো।"*

আৰব দেশৰ পৰা যিমান সহজে আৰু যেনেকৈ অলপ সময়তে পানীয়ে আৰু বামেদি পৃথিৱীৰ সকলো ঠাইলৈ অহা-যোৱা, ফুৰা-চকা কৰিব পৰা

---

** "ৱমা আৰ্‌চল্‌নাকা ইল্লা ৰহ্‌মতল্‌লিল্‌ আলমীন্‌।" কোৰ্‌আন—চুৰা আম্বিয়া, ১০৭ নং আয়ত।*

যায়, আন কোনো দেশৰ পৰা তেনে কৰা টান। সেই বাবে জগতৰ 'ত্ৰাণকৰ্তা'ৰ (মুক্তিদাতাৰ) পক্ষে ভূমণ্ডলৰ মাজ স্থলত, আৰব দেশত, বিশেষকৈ মক্কা নগৰত আবিৰ্ভূত হোৱাই যুগুত।

যি সময়ত (খৃষ্টীয় ৬ষ্ঠ শতিকাত) এজন সংস্কাৰক আৰু ত্ৰাণকৰ্তাৰ আৱশ্যক হৈ পৰিছিল, তেতিয়া আৰবত বাজে জগতৰ প্ৰত্যেক জাতিয়েই মানুহে কৰা একোটা ধৰ্ম পদ্ধতি বা ধৰ্মশাস্ত্ৰ অনুসৰি চলিছিল; কিন্তু আৰববিলাকে কোনো কালেই তেনে ধৰ্মশাস্ত্ৰ বিশেষৰ ব্যৱস্থা মানি চলা নাছিল। তেওঁলোকে, প্ৰকৃতিৰ বৈচিত্ৰ্যবোৰ দেখি তবধ লাগি চাই, নিজৰ নিজৰ সামান্য সীমাবদ্ধ জ্ঞানেৰে যিমান ঢুকি পাব পাৰিছিল, তাকে বিশ্বাস কৰিছিল; আন আন দেশৰ মানুহৰ দৰে তেওঁলোকে গুৰু, পুৰোহিত, ব্যৱস্থাপক, ধৰ্ম-যাজক আৰু গ্ৰন্থকাৰবিলাকৰ মতেৰে নচলি, স্বাধীনভাৱে চিন্তা কৰিছিল।

পৃথিৱীৰ সকলো অনাচাৰ-অবিচাৰৰ প্ৰতিকাৰ কৰিবলৈ যিজন আহিব, তেখেত এনে দেশত আবিৰ্ভূত হোৱাই যুগুত।

# আৰব দেশ

ভাৰতবৰ্ষৰ পচিম ফালে আৰব দেশ। 'আৰব' কথাটো হিব্ৰু ভাষাৰ 'আৰ্‌বা' (মৰুভূমি) শব্দৰ পৰা ওলাইছে। গোটেই দেশখন প্ৰায় মৰুভূমিৰে ভৰা। যি ফালে চকু দিয়া যায়, সেই ফালেই গছ-গছনি নোহোৱা টকলা পৰ্বত আৰু বালিৰ পথাৰ। পানীৰ বৰ অভাৱ। আৰবৰ হেজ্জাজ প্ৰদেশত লোহিত সাগৰৰ (Red Sea) জিদ্দা* বন্দৰৰ পৰা অলপ পূবলৈ ৫০ মাইলমান দূৰৈত এখন সমতলত মহা পুণ্যধাম মক্কা নগৰ আছে।

**মক্কা ঃ**

মক্কা এখনি অতি পুৰণি-কলীয়া নগৰ। এই নগৰৰ কেইবাটাও নাম আছে, কিন্তু মক্কা নামটিয়েই গোটেই জগতত জনাজাত। 'মক্কা' শব্দৰ অৰ্থ শোষণকাৰী। ইয়াত তীৰ্থ কৰিলে, পাপীৰ পাপ ই শুহি লয় বুলি কয়। এই

** এই জিদ্দাতে মা হাৱাৰ (Eve) কবৰ আছে। মক্কালৈ যাওঁতে হাজীসকলে ইয়াৰ জিয়াৰত (দৰ্শন) কৰি যায়।*

মক্কা নগৰতে কা'বা—বয়তুল্লা শ্বৰিফ (খোদাৰ ঘৰ) বিৰাজমান। 'কা'ব্' ধাতুৰ পৰা 'কা'বা' শব্দৰ উৎপত্তি। 'কা'বা' মানে ওখ আৰু চাৰিচুকীয়া। আদিতে 'কা'বা' শ্বৰিফতকৈ ওখ কোনো ঘৰ তাত নাছিল। হজৰত ঈছাৰ (যীচু খ্রীষ্টৰ) জন্মৰ ১৮০০ বছৰৰ পূৰ্বে হজৰত ইব্ৰাহিমে তেওঁৰ পুতেক হজৰত ইস্মাইলেৰে সৈতে মক্কা শ্বৰিফত সৰ্বশক্তিমান আল্লাহ্ তাআলাৰ বন্দেগি (উপাসনা) কৰিবৰ মনেৰে যি মছজিদ সজায়, সেয়ে পাচত পবিত্ৰ 'কা'বা শ্বৰিফ' নামেৰে বিখ্যাত হয়। ৰছুল-কৰিমৰ (দঃ) জন্মৰ সময়ত, তেখেতৰ ককাক আব্দুল মোত্তালিবৰ হাতত কা'বাৰ তত্ত্বাৱধানৰ ভাৰ আছিল। আব্দুল মোত্তালিবৰ পুতেক কেইবাজনো আছিল; তাৰে ভিতৰত—(১) আবু তালেব, (২) আব্বাছ, (৩) আমিৰ হাম্‌জা, (৪) হাৰেছ, (৫) আবু লাহাব, (৬) আবু জেহেল, (৬) জোবেৰ আৰু (৮) আব্দুল্লাৰ নামেই বুৰঞ্জীত সুপৰিচিত।

* * *

# মক্কাকাণ্ড—পৰীক্ষা

## ৰছুল-কৰিমৰ (দঃ) আৱিৰ্ভাৱ

প্ৰবাদ আছে যে, এহিয়া (আঃ) পয়গম্বৰক (St. John) বিধৰ্মীবিলাকে বধ কৰি তেওঁ গাত পিন্ধি থকা নোমাল চোলাটি ঘৰলৈ নি অতি যতনেৰে থৈ দিছিল। কাৰণ, তেওঁলোকে তেওঁলোকৰ ধৰ্মশাস্ত্ৰ 'তৌৰাত'ত পঢ়িছিল যে, যেতিয়া শেষ পয়গম্বৰ হজৰত মোহম্মদৰ (দঃ) জন্ম দিন চমু চাপি আহিব, তেতিয়া সেই চোলাটিৰ পৰা টোপা-টোপে তেজ পৰিব।

সময় কাৰো মুখলৈ চাই বৈ নেথাকে, কাৰো সুখ-দুখলৈ কাণ নকৰে। কোনেও তাৰ গতি ৰোধ কৰিব নোৱাৰে। দিন গৈ ৰাতি আহিছে, এইদৰে অনেক কালৰ পাছত যিদিনা আব্দুল মোত্তালিবৰ পুতেক আব্দুল্লাহ ওপজে, ঠিক সেই নিশাই সেই নোমাল চোলাটিৰ পৰা এটোপা তেজ পৰিল। তেতিয়াই ইহুদীবিলাকৰ গা বাজিল। তেওঁলোকে বুজ পালে যে, আব্দুল মোত্তালিবৰ ঘৰত এটা ল'ৰাৰ জন্ম হৈছে, তেওঁৰ নাম আব্দুল্লাহ থৈছে। তেওঁলোকে তেতিয়া বুজিব পাৰিলে যে, সেই আব্দুল্লাৰ পৰাই তেওঁলোকৰ ধৰ্ম-বিধ্বংসকাৰী শেষ পয়গম্বৰৰ জন্ম হ'ব। এই ভাবিয়েই ইহুদীবিলাকে আব্দুল্লাৰ শত্ৰু হৈ পৰিল আৰু তেওঁক বধিবলৈ চেলু বিচাৰিবলৈ ধৰিলে।

মক্কাত যিবিলাক দল আছিল, তাৰ মাজত কোৰেচসকলেই মুধা-ফুটা; তেওঁলোকো পৌত্তলিক আছিল। তেওঁলোকৰ মাজতেই ১৫০০ জন দেৱতা আছিল। ৰছুল-কৰিমৰ (দঃ) দহ পুৰুষৰ উপৰি পুৰুষজনৰ নাম আছিল 'ফেহৰ'*, তেওঁৰ আন এটা নাম 'কোৰেচ'। 'কোৰেচ' মানে সাউদ। ফেহৰৰ

---

* *বংশাৱলী চাওক*

দ্বাৰা মক্কাৰ বেপাৰ-বাণিজ্যৰ বিশেষ উন্নতি হোৱা বাবেই তেওঁ 'কোৰেচ' নামে জনাজাত। এই 'কোৰেচ' দলটোৱেই কা'বা মছজিদৰ সেবাইৎ বাবে তেওঁলোকক ধৰ্ম-কৰ্ম সকলো কথাতে সকলো দলেই মান কৰিছিল। আব্দুল মোত্তালিবৰ বাপেকৰ নাম 'হাশ্বিম' থকা গুণে, তেওঁৰ পো-পোৱালীবিলাকক 'বনি-হাশ্বিম' বংশ বোলে। এই 'বনি-হাশ্বিম' ফৈদত আব্দুল্লাৰ জন্ম হয়। আব্দুল্লাৰ ৰূপ-গুণৰ কথা আৰবৰ কেউ চুকে বিয়পি গ'ল। গতিকে, সকলোৱে তেওঁৰ ওপৰত চকু দিবলৈ ধৰিলে। অৱশেষত গৈ গৈ 'জোহেৰি' ফৈদৰ 'ওহাব' নামে ভদ্ৰলোক এজনৰ জীয়েক পৰমা সুন্দৰী বিবি আমিনা খাতুনৰ সৈতে আব্দুল্লাৰ যথা সময়ত বিয়া হৈ গ'ল। তাৰ পাচত বিবি আমিনাই প্ৰায় ৬ মাহ মানলৈকে তেওঁ যে গৰ্ভৱতী হৈছে, তাৰ একো গমকে নেপাইছিল। যিমানেই দিন হৈ আহিছিল, সিমানেই তেওঁ আচৰিত আচৰিত ঘটনাবোৰ দেখিছিল আৰু শুনিছিল। তেওঁক কোনোবাই এইদৰে কোৱা যেন তেওঁ শুনিছিল—"হে আমিনা! তুমি সৎ চৰিত্ৰা দেৱী, তিৰোতাৰ মাজত তুমি এটি তৰা, তোমাৰ তুলনা জগতত অতি বিৰল, তুমি স্ত্ৰী জাতিৰ ওপৰত ৰাণী, তোমাৰ গৰ্ভত ছৈয়দে মোৰ্চেলিন, ৰছুলে-ৰব্বিল-আ'লেমীন, আফ্তাবে-ৰেছালৎ, স্বাৰ্বৰে কা'য়েনাত, মোহম্মদ মোজ্তবা ছল্লাল্লাহু আলেইহে ৱচ্ছলামৰ সোনকালে জন্ম হ'ব আৰু তেওঁৰ নাম 'আহ্মদ' থ'বা।" এনেদৰে এইবিলাক কথা মাজে-সময়ে তেওঁ সপোনতো দেখিছিল। তেতিয়াহে তেওঁ গম পালে যে, তেওঁ গৰ্ভৱতী হৈছে। চাওঁতে চাওঁতে ৯ মাহ উকলি গ'ল। সেই সময়ত বিবি আমিনাৰ প্ৰিয়তম স্বামী আব্দুল্লাই বিদেশত বেহা-বেপাৰ কৰিছিলগৈ।

## জন্ম—১২ ৰবিউল আউৱল, সোমবাৰ
## ২৯ আগষ্ট, ৫৭০ খৃষ্টাব্দ ঃ

যেতেকতে শেষ পয়গম্বৰ (তত্ত্ববাহক) হজৰত মোহম্মদৰ (দঃ) জন্ম দিন চমু চাপি আহিল, তেতেকতে দিনে দিনে নোহোৱা-নোপোজা ঘটনাবিলাক ঘটিবলৈ ধৰিলে। নবী-কৰিমে (দঃ) মাকৰ গৰ্ভত ৬ মাহ থাকোঁতেই, পিতাক আব্দুল্লাৰ ২৫ বছৰ বয়সত, মদিনাত মৃত্যু হয়। লাহে লাহে গৰ্ভকাল পূৰা হ'ল। ৫৭০ খৃষ্টাব্দত, হজৰত ইস্মাইলৰ (আঃ) জন্মৰ ২, ৪৭৬ বছৰৰ পাছত, 'আছ্হাবে-ফিল' ঘটনাৰ ৫৫ দিনৰ পাচত, ৰবিউল-

আউৱল মাহৰ ১২ তাৰিখে (২৯ আগষ্ট), সোমবাৰৰ দোকমোকালিতে এনে অসভ্য, অজ্ঞান, অনাদৃত আৰব দেশত ঘোৰ প্ৰতিবাদ আৰু হিংসা-বিদ্বেষৰ মাজত, অধৰ্ম আৰু কু-সংস্কাৰৰ মূৰত কুঠাৰ মাৰি, মানৱ জাতিক ধৰ্ম আৰু সত্যৰ বাট আঙুলিয়াই দি ছৈয়দে মোৰ্‌চেলিন, খাতেমান্নবীন, শ্বফিউল-মোজ্‌নেবিন, ৰছুলে-ৰব্বিল-আ'লেমীন মোহম্মদ মোস্তফা (দঃ) মাতৃগৰ্ভতে ছমহীয়া কালত পিতৃহীন হৈ, পাপ-তাপময় সদৌ ধৰণীত স্বৰ্গৰ নিৰ্মল জ্যোতি বিলাবলৈ বিশ্ব মণ্ডলৰ মক্কা কেন্দ্ৰত আবিৰ্ভূত হ'ল। পাক ৰব্বিল-আ'লেমীনে আগৰ সময়োপযোগী অসম্পূৰ্ণ 'দীন'ক (ধৰ্মক) ৰহিত কৰি এই যুগৰ উপযোগী কৰি সম্পূৰ্ণ দীন-ইছলাম আমাক দিলে।*

আৰবৰ প্ৰথা অনুসৰি জন্মৰ ৭ম দিনৰ দিনা আব্দুল মোত্তালিবে ভোজ খুৱাই, ল'ৰাৰ নাম 'মোহম্মদ' ৰাখিলে। ইতিপূৰ্বে এই নামৰ কোনো মানুহ বুৰঞ্জীত পোৱা নেযায়। আৰু বিবি আমিনাৰ সমাজিক মতে 'আহ্‌মদ' নাম ৰখা হ'ল। এই দুই নামেই ৰছুল-কৰিমৰ (দঃ) ল'ৰাকালৰে পৰা চলি আহিছিল। কোৰ্‌আন শ্বৰিফতো এই দুই নামৰ উল্লেখ আছে। এই দুই নামেই একে ধাতু 'হম্‌দ্‌'ৰ পৰা ওলাইছে আৰু অৰ্থ একে।

আল্লাৰ 'মহবুব্‌' (বন্ধু) জগতত আবিৰ্ভূত হ'ল। পাপেৰে ভৰা জগতৰ চাৰিওফালে এটা খলকনি লাগি পৰিল। প্ৰবাদ আছে—কা'বাত থকা ৩৬০টা পুতলা নিজে নিজেই হলি পৰিল। ইৰাণত (পাৰস্যত) অতীজৰে পৰা 'আতশ্‌-পৰস্তি' (জুই পূজা) চলি আহিছিল। 'জৰদস্ত-আতশ্‌-ই-বেহ্‌ৰাম' নামেৰে যি এটা ভয়ানক অগ্নিকুণ্ড দিনে-ৰাতিয়ে ওৰেও জ্বলি আছিল, হঠাৎ সেই অগ্নিকুণ্ড নুমাই গ'ল আৰু ইৰাণৰ অতি পৰাক্ৰমী 'আতশ্‌-পৰস্ত' বাদশ্বাহ্‌ নওচেৰোঁৱাৰ প্ৰকাণ্ড সিংহদুৱাৰ হঠাৎ ভাগি পৰিল। আৰবত তেতিয়া ভয়ানক আকাল; খাবলৈ নেপাই মানুহৰ হাঁ-হাঁ-কা-কা লাগি গৈছিল। দীনৰ বাদশ্বাহ্‌ জ্ঞানৰ গুৰু শান্তিকৰ্তা শেষ নবী যেতিয়াই জগতত জাহিৰ হ'ল, সেই ৰাতিয়েই বৰষুণৰ পানীৰে নদ-নদী, খাল-বিল আদি উপচি পৰিল আৰু খেতি-বাতি নদন-বদন হ'ল। তেতিয়াৰে পৰা আকালে আৰবৰ পৰা পলাই ফাট মাৰিলে।

---

*"অল্‌ য়ওমা আক্‌মলতু লকুম্‌ দীনকুম্‌ ৱ আৎমম্‌তু আলেইকুম্‌ নি'মতি ৱ ৰাদিতু লকুমুল্‌ ইছ্‌লামা দীননা।" কোৰ্‌আন—ছুৰা মায়দা, ৩য় আয়াত।*

# কেঁচুৱা-কাল

আৰবত এটি নিয়ম চলি আহিছিল যে, নগৰৰ ডাঙৰ মানুহৰ ঘৰত কোনো ল'ৰা উপজিলে সেই ল'ৰাই নিজৰ মাক-বাপেকৰ ঘৰত পোহ-পাল নেপায়। গাঁৱলীয়া বদ্দু ধাইবিলাক জাকে-জাকে নগৰলৈ আহি বছৰেপতি কেঁচুৱা ল'ৰা-ছোৱালীবিলাক নি নিজৰ ঘৰত পোহ-পাল দিয়ে। তাৰ বাবে তেওঁলোকে সেই ল'ৰা-ছোৱালীৰ মাক-বাপেকৰ পৰা বানচ বা বঁটা পায়।

## ছোৱায়বা ধাই ঃ

এসপ্তাহমানৰ পাছত আবু লাহেবৰ* ছোৱায়বা নামেৰে এজনী বান্দীয়ে পোনতে নবী-কৰিমক (দঃ) দিনচেৰেক নিজৰ গাখীৰ খুৱাইছিল। সেই বাবে পাচত তেখেতে সদায় তেওঁক বৰকৈ মান আৰু ভক্তি কৰিছিল। মদিনালৈ 'হিজৰত' (প্ৰস্থান) কৰাৰ আগেয়ে তেখেতে ছোৱায়বাক মুক্ত কৰিবলৈ অহোপুৰুষাৰ্থ কৰিছিল আৰু পাচেও মাজে মাজে মদিনাৰ পৰা কাপোৰ-কানি আদি পঠিয়াই তেওঁৰ শলাগ লৈছিল। কোনোৱে উপকাৰ কৰিলে তেখেতে তাক কেতিয়াও নেপাহৰিছিল, এইটো তেখেতৰ বিশেষত্ব।

## হেলিমা খাতুন ধাইৰ ঘৰত, ৫৭০-৫৭৫ খৃষ্টাব্দ ঃ

ৰছুল-কৰিমৰ (দঃ) জন্ম হোবাৰ পাছতেই কেঁচুৱা ল'ৰা-ছোৱালী নিবলৈ বুলি জাকে জাকে বদ্দু ধাইবিলাক মক্কালৈ আহি, জোখাৰে বানচ নেপাম বুলি, এই মাউৰাক এৰি আন আন ল'ৰা লৈ উভতি গ'ল, কিন্তু সেইজনা ৰহ্‌মানুৰ্ৰহিমৰ অপাৰ মহিমাৰ নিগূঢ় তত্ত্ব কোনে বুজিব পাৰে! পাচত চা'দ বংশৰ হেলিমা খাতুন নামেৰে এগৰাকী অতি দুখীয়া ধাই নগৰত ওলালহি। এই ধাইৰ ভাগ্যত এই মাউৰাত বাজে কোনো ল'ৰা নঘটিল।

'হবিবে-খোদা' হেলিমাৰ ঘৰত লহ-লহকৈ বাঢ়িবলৈ ধৰিলে। ধাইৰো জেউতি দিনক-দিনে চৰি আহিল আৰু বস্তু-বেহানিয়ে তেওঁৰ ঘৰ উভৈনদী

---

** আবু লাহেব ৰছুল-কৰিমৰ (দঃ) এজন দদায়েক আছিল। হজৰতে নবুৱৎ পোৱাৰ পাছত, তেওঁ এজন কালশত্ৰু হৈ পৰিছিল।*

হ'ল। দুবছৰৰ পাছত তেখেতে আধাৰ পিবলৈ এৰিলে। তেতিয়া হেলিমাই তেখেতক মক্কালৈ নি মাকৰ হাতত গতাই দিলেগৈ। মাকে তেওঁৰ চকুৰ মণি, বুকুৰ-জুৰণি নবী-কৰিমক (দঃ) পাই অতি আনন্দিত হ'ল, কিন্তু সেই সময়ত মক্কাৰ হাবা-পানী বৰ বেয়া হোৱাত, তেওঁ ল'ৰাফেৰাক দুনাই হেলিমাক গতাই দিলে।

হজৰত ৰছুলৰ (দঃ) অস্বাভাবিক গুণৰাশিৰ কণিকাবোৰ এটি এটিকৈ ফুটি ওলাবলৈ ধৰিলে। হেলিমাৰ এটি ল'ৰা আছিল। সেই ল'ৰাটিয়ে সদায় মাকৰ বাঁও ফালৰ স্তনটি চুহিছিল। ৰছুল-কৰিমক (দঃ) সেই স্তনটি দিয়াত তেখেতে মুখ আঁতৰাই আনিলে, কিন্তু সোঁ ফালৰটি দিয়া মাত্রকে হেঁপাহেৰে চপ্-চপ্কৈ পিবলৈ ধৰিলে আৰু কেতিয়াও বাঁও ফালৰটিত মুখ নলগালে। তেখেতৰ এনে কেঁচুৱা কালতে দেৱ-জ্ঞানৰ সঞ্চাৰ হৈছিল—পৰৰ বস্তুলৈ লোভ কৰিব নেপায়! এনে ত্যাগমন্ত্রৰ বীজ আল্লাহ্ তাআলাই তেখেতৰ হিয়াত জন্মতেই বৈ দিছিল।

৫ বছৰ হেলিমাৰ ঘৰতে কাটি গ'ল। ৰছুল-কৰিমে (দঃ) হেলিমাৰ ল'ৰাবিলাকৰ লগত কেতিয়াবা পথাৰত ছাগলী চৰাই ফুৰে আৰু কেতিয়াবা পৰ্বতৰ ওপৰত উঠি তবধ লাগি একেৰাহে ৰ লাগি চাই থাকে। খাওঁতে, শোওঁতে, উঠোঁতে-বহোঁতে, কথা-বতৰা পাতোঁতে, মনে মনে থাকোঁতে সদায় যেন তেখেতৰ মনত এটা কিবা মহৎ ভাব খেলিব লাগিছে। হেলিমাৰ ল'ৰা-ছোৱালীবিলাকক তেখেতে আপোন সোদৰ বাই-ভনী, ককাই-ভাইৰ দৰে পুতৌ কৰিছিল আৰু তেওঁলোকো সেইদৰে তেখেতলৈ একান্ত অনুৰক্ত হৈছিল।

# ল'ৰা কাল ঃ বিপদৰ ওপৰত বিপদ

### মাতৃ-বিয়োগ, ৫৭৬ খৃষ্টাব্দ ঃ

বিপদ অকলে নাহে—ই নৈৰ ধল অহাদি আহে। মাকৰ গৰ্ভত থাকোঁতেই নবী-কৰিমৰ (দঃ) বাপেকৰ 'ওফাত' (মৃত্যু) হয়। ৬ বছৰীয়া হোৱাত, মাকে স্বামীৰ কবৰ জিয়াৰৎ (দৰ্শন) কৰিবৰ কাৰণে তেখেতক লৈ মদিনালৈ

যায়। আহাঃ! আল্লাৰ কি বিচিত্ৰ লীলা! মদিনাৰ পৰা উভতি আহোঁতে বাটতে আব্‌ৱা বোলা গাঁৱত বিবি আমিনাই তেওঁৰ চেনেহৰ ধন, প্ৰাণৰ পুতলা হজৰত ৰছুলক (দঃ) কন্দুৱাই ইহলীলা সামৰি চিৰকাললৈ চকু মুদিলে। এই নিঃসহায় ঘাট-মাউৰাক উম্মে-আয়মন নামেৰে এজনী বনুৱা তিৰীয়ে মক্কালৈ আনি তেখেতৰ ককাক আব্দুল মোত্তালিবক দিয়েহি। ককাকে বৰ মৰমেৰে আৰু যতনেৰে তেখেতৰ আপ্‌ডাল কৰিবলৈ ধৰিলে।

## ককাক আব্দুল মোত্তালিব-বিয়োগ, ৫৭৮ খৃষ্টাব্দ ঃ

মাতৃ-বিয়োগৰ শোক পাহৰিবলৈ নৌ পাওঁতেই দুবছৰৰ ভিতৰতে তেখেতৰ একমাত্ৰ পৃথিৱীৰ সহায়-সাৰথি মৰমৰ ককাক আব্দুল মোত্তালিবকো আল্লাহ্ তাআলাই কাঢ়ি নিলে। তেতিয়া তেখেতৰ বয়স ৮ বছৰ আৰু ককাকৰ ৮১ বছৰ হৈছিল। পাক কোৰ্‌আনত আল্লাহ্ তাআলাই কৈছে—"হে মোহম্মদ! মই তোমাক এতীম (মাউৰা) কৰি দুনিয়ালৈ পাঠাইছোঁ—কাৰণ, তেহে তুমি জগতৰ সকলো মাউৰাৰ দুখ-বেদনা ভালকৈ অনুভৱ কৰিব পাৰিবা। হে মোহম্মদ! মই তোমাক নিৰাশ্ৰয় কঙাল কৰি জগতলৈ পঠাছোঁ—কাৰণ, তেহে তুমি জগতৰ সকলো নিৰাশ্ৰয় দুখীয়া আৰু কঙালৰ সকলো দুখ-কষ্ট বুকুত পাতি ল'ব পাৰিবা।"

"চিৰ-সুখী জন ভ্ৰমে কি কখন
ব্যথিত বেদন বুঝিতে পাৰে?
কি যাতনা বিষে বুঝিতে সে কিসে
কভু আশী-বিষে দংশেনি যাৰে।"

এইদৰে দুখৰ ওপৰত দুখ, কষ্টৰ ওপৰত কষ্ট, বেদনাৰ ওপৰত বেদনা দি ৰহ্‌মানুৰ্ৰহিমে পৰ-দুখ-কাতৰতা আৰু বিশ্ব-প্ৰেমৰ ভাব ৰছুল-কৰিমৰ (দঃ) হিয়াত তৰপে তৰপে সুমাই দিলে।

আব্দুল মোত্তালিবৰ অন্তিম কাল উপস্থিত হোৱাত, তেওঁ তেওঁৰ পুতেক আবু তালেবক মাতি আনি ক'লে ঃ "চা, মোহম্মদ ঘাট-মাউৰা, এওঁৰ দুনিয়াত আৰু কোনো নাই। এই ল'ৰা আমাৰ বংশৰ মাজত এটা উজ্জ্বল তৰা হ'ব। এওঁক বৰ পুতৌ কৰিবি, যাতে কোনো দুখ নেপায়, মই এতিয়া বিদায় ল'লো।"

আবু তালেবেও ভতিজাকক নিজৰ ল'ৰাৰ দৰে আলৌ-লৌৰাকৈ তুলিছিল।

মাকৰ গৰ্ভত থাকোঁতেই ৰছুল-কৰিমৰ (দঃ) বাপেক গ'ল, ৬ বছৰীয়া কালত মাক গ'ল, আৰু ৮ বছৰীয়া কালত একমাত্ৰ দুনিয়াৰ সহায় আৰু মুখ-জুৰোৱা ঠাই ককাকো গ'ল। দুখৰ ওপৰত দুখ, শোকৰ ওপৰত শোক। ল'ৰা কালটো দদায়েক আবু তালেবৰ ছাগলী চৰাওঁতেই গ'ল। লিখা-পঢ়া এটা কি বস্তু, পঢ়াশালি কি বস্তু, তাৰ সমূলি গোন্ধ-ভাপ নেপালে। এনেকি আনৰ ওচৰত শিক্ষা লাভ কৰিবলৈ সময়ো তেখেতৰ নাছিল। তেখেতক সেই দেখিহে পাক কোৰ্‌আনত ঠায়ে ঠায়ে 'উম্মি' (অনক্ষৰ) বুলি উল্লেখ কৰা হৈছে। কিন্তু এই দুখীয়া, কঙাল, উপায়হীন, ঘাট-মাউৰা, নিঠৰুৱা 'উম্মি'য়ে দুদিনৰ পাচতে পৃথিৱীৰ গোটেই জ্ঞানৰ আকৰ হৈ পৰিল।

ল'ৰা কালৰে পৰা তেখেত গভীৰ চিন্তাশীল আছিল। ল'ৰাবিলাকে তেখেতক উমলিবলৈ মাতিলে, তেখেতে উত্তৰ দিয়ে—"মানুহৰ জীৱন কেৱল ৰং-ধেমালিত এনেই কটাবলৈ নহয়, তাক কোনো মহৎ উদ্দেশ্য সিদ্ধিৰ নিমিত্তেহে সৃষ্টি কৰা হৈছে।"

অকলশৰীয়া হৈ অকলে অকলে আৰব মৰুভূমিত গছ-লতা, পাহাৰ-পৰ্বত, আকাশ-পাতাল আদিৰ বিষয়ে চিন্তা কৰি তেখেতৰ মনত যি মহা সত্যৰ ভাব উদয় হৈছিল, সেয়ে লাহে লাহে বাঢ়ি গৈ কালত সম্পূৰ্ণৰূপে বিকাশ পালে।

## ছিৰিয়া যাত্ৰা ঃ বাহিৰা সন্ন্যাসী, ৫৮২ খৃষ্টাব্দ ঃ

ৰছুল-কৰিমৰ (দঃ) বয়স যেতিয়া ১২ বছৰ হ'ল, তেতিয়া আবু তালেব বেহা-বেপাৰ কৰিবলৈ শ্বাম (ছিৰিয়া) দেশলৈ ওলাল। তেওঁৰ লগত ৰছুল কৰিমো (দঃ) গ'ল। বাটত এঠাইত এটা গিৰ্জাত জৰ্জিচ্ ওৰফে 'বাহিৰা' নামেৰে এজন খৃষ্টান বৈৰাগী পাদুৰী আছিল। তেওঁ তেওঁৰ ধৰ্মশাস্ত্ৰ ইঞ্জিলত (Evangel) পাইছিল—পাৰণ (হেৰা) পৰ্বতৰ ওচৰত শেষ নবী আবিৰ্ভূত হ'ব। এই পাৰণ পৰ্বত মক্কাত। নানা ৰকমৰ অলৌকিক ঘটনা আৰু ৰছুল-কৰিমৰ (দঃ) গাত শাস্ত্ৰত উনুকিয়াই থোৱা লক্ষণবিলাক দেখি, এই পাদুৰীজনে তেখেতক বহুত ধৰ্ম কথা সুধিলে। তেখেতে কথাইপতি সন্তোষজনক উত্তৰ দিয়াত, পাদুৰীজনে মনে মনে আবু তালেবক ক'লে—"আপোনাৰ এই

ল'ৰাটি যেনে-তেনে ল'ৰা নহয়—শেষ নবী। এওঁৰ বহুত শত্ৰু আছে, এওঁক খুব সাৱধানেৰে ৰাখিব; নতুবা শ্বাম দেশৰ ইহুদীবিলাকে জানিব পাৰিলে মাৰি পেলাব।"

তাকে শুনি আবু তালেবে লৰালৰিকৈ নিজৰ কাম শেষ কৰি ৰছুল-কৰিমক (দঃ) লৈ মক্কালৈ উভতি আহিল।

বয়সৰ লগে লগে ৰছুল-কৰিমে (দঃ) প্ৰায়ে আবু তালেবৰ লগত এমন্ আদি দেশলৈ গৈ বেহা-বেপাৰ, ব্যৱসায় শিকে। সাধুতা আৰু বেহা-বেপাৰত পাৰ্গতালিৰ ফলত, লাহে লাহে মক্কাৰ সকলো ঠাইতে তেখেতৰ নাম ফুটি উঠিল।

## ডেকা-কাল

### ওকাজ-মেলা—ফেজাৰ ৰণ ঃ

তায়েফ আৰু নখ্‌লাৰ মাজৰ বছৰেপতি জিল্‌কদ মাহৰ প্ৰথম ২০ দিনত এখন বৰ ভিৰাল মেলা বহে। সেই মেলাৰ নাম 'ওকাজ'। সামান্য কথাতেই এই মেলাৰ পৰা চাৰিখন ভয়ানক ৰণ লাগে। তাৰ চতুৰ্থখনক 'ফেজাৰ ৰণ' বোলে। তেতিয়া ৰছুল-কৰিমৰ (দঃ) বয়স ১৪ বছৰ। এই ৰণ ছবছৰ চলিছিল। তেখেতৰ বৰপায়েক জোবেৰ এই ৰণত 'আলম-বৰ্‌দাৰ' (নিচানধাৰী) আছিল। ৰণত কটা-কটি কৰা আৰববিলাকৰ কাম। ন্যায়-অন্যায় কি তেওঁবিলাকে নেজানিছিল। ৰছুল-কৰিমৰো (দঃ) এই বেলি এই ৰণত যাব লগীয়াত পৰিছিল। ইয়াত বহুত মানুহ মৰা পৰে। তেখেতে ৰণত লিপ্ত নহৈ, নিমাত-নিটাত মাৰি ধীৰ-গহীনভাৱে ৰণৰ আও-ভাও চাই জোবেৰৰ কাষতে থিয় দি আছিল। এই মানুহবিলাকে সঁচা বাট হেৰুৱাই অবাবতে এনে কটা-কটি কৰিছে, এওঁলোকক একেডাল জৰীৰে বান্ধিব পাৰিলে কি সুখৰ কাৰণ হ'ব। এনে মহান চিন্তাই আপঁইতা আমিনা-কুমাৰৰ কোমল হিয়াত থৌকি-বাথৌ লগাই দিলে। পাচত তেখেতৰ লগত ভাবৰ আদান-প্ৰদান কৰাত, জোবেৰৰ মন সমূলি লৰি গ'ল—তেওঁৰ পাশৱ ভাব লুপ্ত পালে। ৰণৰ পৰা উভতি আহি তেওঁ ঘোষণা কৰি দিলে যে, অত্যাচাৰীৰ বিৰুদ্ধে ৰণ

কৰিলেহে তেওঁ যোগ দিব। তাকে দেখি হাশ্বম, জোহ্‌ৰা, তেইম্ আদি ফৈদৰ মানুহেও তেখেতেৰে গোট খাই ধৰ বান্ধিলে যে, ন্যায়ক তেওঁলোকে সমৰ্থন কৰিব আৰু অত্যাচাৰীক দমন কৰিবলৈ পুৰুষাৰ্থ কৰিব। এই সমিতিৰ নাম হিলফ্-উল্-ফজুল। ৰছুল-কৰিম (দঃ) ইয়াৰ এজন ঘাই সভ্য। এয়ে হৈছে তেখেতৰ জীৱনৰ মহান আৰ্হি। এই সমিতি গঠন হোৱাত বাটৰুৱা সাউদ, ধনী-দুখীয়া সকলোৰে আশঙ্কা দূৰ হয় আৰু মক্কাত সকলো প্ৰকাৰৰ শান্তি স্থাপিত হয়।

অনেকভাবে—মাথোন নামাজ-ৰোজা আদি কেইটামান 'ফৰজ' (অৱশ্য কৰ্তব্য) কাৰ্য কৰি চলাৰ নামেই হৈছে ইছলাম। ইয়াত বাজে মানুহৰ আন যিবোৰ কৰ্তব্য আছে, সেইবোৰক তেওঁলোকে সাংসাৰিক বা ৰাজনৈতিক বুলি ভাবে আৰু তাৰ পৰা আঁতৰত থাকিবলৈ চেষ্টা কৰে; কিন্তু ই ইছলামৰ সম্পূৰ্ণ বিপৰীত শিক্ষা। অকৃত্ৰিম খোদা-প্ৰেম, ত্যাগ স্বীকাৰ আৰু বংশ-পৰিয়াল ওচৰ-চুবুৰীয়া স্বদেশবাসী ও বিশ্ব মানৱৰ প্ৰতি মানুহৰ কৰ্তব্য, এইবিলাক নিয়ম মতে পালন কৰাই হৈছে ইছলামৰ মহা শিক্ষা। সেইহে কৰ্মীসকলক গোট খুৱাই একেলগ কৰি, সেই শক্তিৰে অত্যাচাৰ দমন কৰাৰ চেষ্টাই হৈছে হজৰত ৰছুল (দঃ) প্ৰথম 'চুন্নত' (ৰীতি-নিয়ম)। আগেয়ে যে, চাওঁতে চাওঁতেই পৃথিৱীৰ ইমূৰৰ পৰা সিমূৰলৈকে ভৈয়ামৰ পৰা পৰ্বতলৈকে ইছলামৰ জয়ধ্বনি উঠিছিল, ইয়াৰ কাৰণ কি? সেই কালৰ মুছলমানবিলাকৰ সংকীৰ্ণতা নাছিল, ধৰ্মান্ধতা নাছিল; বৰং তেতিয়া তেওঁলোকে দেখুৱাইছিল যে, সত্যৰ সেৱা, ন্যায়ৰ মৰ্যাদা ৰক্ষাই হৈছে তেওঁলোকৰ ঘাই কৰ্তব্য। মুছলিম জাতীয় চৰিত্ৰৰ এই অনুপম বিশেষত্বই তেতিয়া জগতক আকৃষ্ট আৰু মগ্ধ কৰিছিল আৰু সেই কাৰণে কোটি কোটি মানুহে নিজে 'তৌহিদ' মন্ত্ৰ গ্ৰহণ কৰি ধন্য হৈছিল। কিন্তু এতিয়া তেনে আৰ্হিৰ একান্ত অভাৱ।

## আবু তালেবৰ আশ্ৰয়ত—৫৭৯-৫৯৫ খৃষ্টাব্দ ঃ

ৰছুল-কৰিম (দঃ) ৯ বছৰ বয়সৰ পৰা ২৫ বছৰলৈকে আবু তালেবৰ আশ্ৰয়ত আছিল। তেখেতে ল'ৰা কালত যেতিয়া আবু তালেবৰ ছাগলী আদি চৰাই ফুৰিছিল, তেতিয়া তেখেতে পথাৰৰ এঠাইত বহি অনেক সময়ত তবধ লাগি, ভাবত বিভোৰ হৈ, একেফালে চাই থাকে, যেন কোনো এটা

অজ্ঞাত অনন্তৰ পৰিচয় পাবলৈ তেনে কৰিছে। যেতিয়া দেখে যে, পথাৰত ছাগলী পোৱালীবিলাকে জঁপিয়াই নাচি, ধেমালি কৰি ফুৰিছে, কিন্তু মাকৰ মাত শুনা মাত্রকে হাবাথুৰি খাই ঢপলিয়াই আহি মাকৰ বুকুত সোমাইছেহি, তেতিয়া ভাবে কোনে এই অবোধ ছাগলী আৰু ছাগলী পোৱালীবিলাকক এই প্ৰেম আৰু চেনেহ শিকালে। যেতিয়া কোনো সুন্দৰ ফুল এপাহ দেখে, তেতিয়া ভাবে কোনে এই সৌন্দৰ্যটো দিলে আৰু দাতাজন বা কিমান সুন্দৰ! যেতিয়া কোনো এটা মিঠা ফল খায়, তেতিয়া ভাবে যিজনে এই ফলটি এনে সোৱাদ কৰিছে, তেওঁৰ বা কিমান মধুৰতা আছে। এনেবিলাক প্ৰশ্নই সততে তেখেতৰ মনত এই দৰে খুন্দিয়াবলৈ ধৰে। নগৰলৈ আহিলে, ক'ত কোন মাউৰাই ভোকত হাঁ-হাঁ-কা-কা কৰিছে, কোন নিৰাশ্ৰয় বাঁৰীয়ে শোকত বিলাপ কৰি চকুলো মচিছে, তাৰ ওচৰলৈ গৈ প্ৰতিকাৰৰ চেষ্টা কৰিছিল। এয়া আছিল তেখেতৰ তেতিয়াৰ বৃত্তি আৰু ব্ৰত। এই দৰে তেখেতৰ জীৱনৰ ২৪ বছৰ উকলি গ'ল।

## তাহেৰা আৰু আল্-আমীন ঃ

বিবি খদিজা মক্কাৰ এগৰাকী বাঁৰী মানুহ। তেওঁৰ অগাধ ধন-সম্পত্তি আছিল। তিৰোতাৰ মাজত ৰূপ-গুণ আৰু বংশ-মৰ্যাদাত তেওঁ হেজ্জাজৰ ভিতৰত অদ্বিতীয়া আছিল। তেওঁৰ চৰিত্ৰ ইমান পবিত্ৰ আছিল যে, কালক্ৰমে সকলোৱে তেওঁক 'খদিজা' নুবুলি 'তাহেৰা' (শুদ্ধচাৰিণী) বুলিহে মাতিছিল। ৰছুল-কৰিম (দঃ) ল'ৰা কালৰে পৰা সত্যবাদী। পাচে ডাঙৰ হোৱাৰ লগে লগে তেওঁৰ সাধুতা আৰু আন আন স্বাভাৱিক গুণ দেখি সকলোৱে তেখেতক 'মোহম্মদ'ৰ ঠাইত 'আমীন' (সাধু) বুলিহে মাতিছিল। তেতিয়া মক্কাত 'আমীন'ত বাজে তেখেতৰ আন কোনো নাম নাছিল।

## তাহেৰাৰ ঘৰত ছাগলী ৰখীয়া ঃ

আবু তালেবৰ অৱস্থা বৰ সুচল নাছিল। সেই কাৰণে বিবি খদিজাৰ ওচৰলৈ গৈ ৰছুল-কৰিমে (দঃ) ছাগলী ৰখীয়া কামত সোমালগৈ। আল্লাৰ কি বিচিত্ৰ লীলা! যিজন ইহ-পৰকালৰ বাদশ্বাহ, বিশ্ব মানৱৰ শিক্ষাগুৰু, যিজন আল্লাৰ 'হবিব' (বন্ধু)—তেখেতে আজি নিজৰ পেট পালিবৰ কাৰণে

ছাগলী ৰখিছে। জগৎগৰুৱে জগদ্‌বাসীক শিক্ষা দিলে—নিজে খাটি নিজৰ সংসাৰ চলাব লাগে, কোনো কামকে ঘিণাব নেলাগে, আনৰ দয়াৰ ওপৰত নিৰ্ভৰ কৰি জীৱন-ধাৰণ কৰাটো অধমৰ কাম।

## তাহেৰাৰ প্ৰধান বিষয়া ঃ

ৰছুল-কৰিম (দঃ) কামত সোমাবৰে পৰা দিনক-দিনে বিবি খদিজাৰ ছাগলী পালৰ উন্নতি হ'বলৈ ধৰিলে। ওপৰত মুকলি আকাশ—তলত মৰুভূমিৰ তপত বালি। সেই বালি-পথাৰত এদিন ৰছুল-কৰিমে (দঃ) অকলে অকলে টিকা-ফটা ভয়ানক ৰ'দত ছাগলী চৰাই আছে, তাকে বিবি খদিজাই দেখি ভাবিলে,—এই ডেকাজন এলা-পেচা মানুহ নহয়। তাৰ দিনচেৰেকৰ পাচতে মক্কাৰ সাউদবিলাকৰ বেহা-বেপাৰ কৰিবলৈ বিদেশলৈ যোৱাৰ সময় আহি পৰিল। সকলো সাউদে নিজৰ বস্তু লৈ যাবলৈ যো-জা কৰিছে। বিবি খদিজাৰ কাৰবাৰ বৰ ডাঙৰ। তেওঁৰো বিষয়াসকলে বহুত বয়-বস্তু গোটাই লৈছে। এই বিষয়াসকলৰ ওপৰত এজন বৰ বিশ্বাসী চৰ্দাৰ নিযুক্ত কৰিব লগীয়াত পৰিল। পাচে বিবি খদিজাই ৰছুল-কৰিমৰ (দঃ) ৰূপ, অমায়িক ব্যৱহাৰ, নিৰ্মল চৰিত্ৰ, সাধুতা আৰু বেহা-বেপাৰত পাৰ্গতালিৰ বিষয়ে শুনি এই কৰ্তৃত্ব ভাৰ দিবলৈ তেখেততকৈ বিশ্বাসী আৰু দক্ষ মানুহ নেপালে। 'কাফিলা' (সাউদৰ দল) গুচি গ'ল। বিবি খদিজাই তেওঁৰ বিশ্বাসী চাকৰ মায়াছাৰাক তেখেতৰ লগত দিলে। ওপৰত কৈ অহা 'বাহিৰা' পাদুৰী যি ঠাইত আছিল, এই বেলিও তেখেতে সেই ঠাইতে গইনা ল'লৈগে। ইয়াৰ আগেয়ে 'বাহিৰা'ৰ মৃত্যু হয়। তেওঁৰ ঠাইত 'নছ্‌তুৰা' নামেৰে আন এজন সন্ন্যাসী সেই গিৰ্জাত আছিল। এই পাদুৰীজনে তেখেতৰ গাৰ লক্ষণ দেখি আৰু কথা-বতৰা পাতি মায়াছাৰাক ক'লে যে, যীছুৱে যি শেষ নবীৰ আৱিৰ্ভাবৰ* কথা কৈ গৈছিল, এৱেঁই সেই মহাপুৰুষ।

পাচত তেখেতে শ্বাম, এমন্‌ আদি দেশলৈ গৈ বেপাৰত ভালেমান লাভ কৰি উভতি আহিল। এইদৰে তেখেতে প্ৰায় তিনি বছৰ বিবি খদিজাৰ বেহা-বেপাৰ চলালে।

দেশ-দস্তুৰ মতে বেহা-বেপাৰ কৰি ৰছুল-কৰিমে (দঃ) নিজৰ জীৱিকা

** যোহন ১৬ অধ্যায়, ৭ নং শ্লোক।*

আৰ্জিছিল। মানুহৰ সাধুতা বা অসাধুতাৰ পৰীক্ষা কৰিবলৈ বেহা-বেপাৰৰ নিচিনা উপযুক্ত থল আৰু একো হ'ব নোৱাৰে। বহুত দিনলৈকে ৰছুলে-খোদাই (দঃ) ভিন ভিন দেশৰ ভিন ভিন ফৈদৰ ভিন ভিন ৰুচিৰ অনেক মানুহৰ লগত বেপাৰ-বাণিজ্য কৰিছিল। কিন্তু তেখেতৰ জীৱনৰ ভিতৰত এদিনলৈকে কাৰো লগত ঠোঁটা-মোজা লগা নাছিল।

## তাহেৰাৰ লগত বিয়া—৫৯৫ খৃষ্টাব্দ ঃ

যি কামতে ৰছুল-কৰিমক (দঃ) লগায়, তাতেই আশাতীত উন্নতি। তেখেতৰ ৰূপ-গুণ, আচাৰ-ব্যৱহাৰ, ধৰ্মভাব দেখি আৰু চৰিত্ৰৰ বিষয় ভালকৈ জানি আৰু বহুতে আচৰিত লক্ষণ দেখি বিবি খদিজাৰ আগৰে পৰা তেখেতলৈ অনুৰাগ জন্মিছিল। কামত তেখেতৰ অসাধাৰণ বুদ্ধি আৰু অনুপম চৰিত্ৰ দেখি তেওঁৰ হিয়াত ভক্তি আৰু শ্ৰদ্ধাৰ উদ্ৰেক হ'ল। সেই অনুৰাগ লাহে লাহে পবিত্ৰ প্ৰেমত পৰিণত হ'ল আৰু তেওঁ তেখেতৰ সহধৰ্মিণী হ'বলৈ উত্ৰাৱল হৈ পৰিল। কিন্তু তেখেত তেতিয়া ২৫ বছৰীয়া ন-ডেকা আৰু বিবি খদিজা কেইটামান ল'ৰা-ছোৱালীৰ মাক—৪০ বছৰীয়া বাঁৰী। বিবি খদিজাৰ ৰূপ-গুণ আৰু ধন-সম্পত্তি দেখি কোৰেচৰ বহুত ডাঙৰ ডাঙৰ মানুহে তেওঁলৈ বিয়াৰ প্ৰস্তাৱ পঠিয়াইছিল, কিন্তু সেইবোৰলৈ তেওঁ তেনেই আওকাণ কৰিলে। তেওঁ এতিয়া নফিচা নামেৰে এজনী তেওঁৰ আপোন মাইকী মানুহক তেখেতক টুকুৰিয়াই চাবলৈ তেখেতৰ ওচৰলৈ পঠাই দিলে। তেখেতে পোন প্ৰথমতে নফিচাই ধেমালি কৰিছে বুলি ভাবিছিল। পাচত সঁচা কথা বুলি জানিব পাৰি ক'লে—"মোৰ কোনো অমত নাই, কিন্তু চাচাজানক এবাৰ সুধি চাব লাগিব।"

আবু তালেবে সকলো কথাৰ সম্ভেদ লৈ বিবি খদিজাৰ দদায়েক ওমৰ-বেন্-আছাদৰ ওচৰলৈ ভতিজাকৰ বিয়াৰ পায়গাম (প্ৰস্তাৱ) পঠিয়ালে; কাৰণ বিবিৰ বাপেক ইয়াৰ কেইবা বছৰৰ পূৰ্বেই ঢুকাল। পাচত মোহৰণা ৪০০ মিচ্‌কাল (সোণৰ মোহৰ) নিৰ্ধাৰিত হ'ল আৰু যথা সময়ত বিয়া হৈ গ'ল। বিবিৰ দদায়েকে কন্যা সম্প্ৰদান কৰিলে। আহা! আল্লাহ্ তাআলাই জানিবা নিজৰ হাতেৰে জগজ্জননী তাহেৰাক জগৎগুৰু আল্-আমীনৰ সহধৰ্মিণীৰ যোগ্য কৰি গঢ়ি তুলিছিল।

ইচ্ছা কৰাহেঁতেন ৰছুল-কৰিমে (দঃ) বহুত কুমাৰী ছোৱালী বিয়া কৰাব

পাৰিলেহেঁতেন, কিন্তু এই বিয়াৰ পৰা তেখেতে ভাবী 'উম্মত'ৰ (অনুগামীৰ) কাৰণে এটা আদৰ্শ থৈ গ'ল। তেখেতে বাঁৰী বিয়া নকৰাহেঁতেন, মুছলমান সমাজত এই প্ৰথা কিজানি প্ৰচলিত নহ'লহেঁতেন। এই বিধৱা বিয়া প্ৰচলিত থকাত সমাজ আৰু ধৰ্ম দুয়ো ৰক্ষা পাইছে। সুখৰ বিষয়, ইছলামৰ এই পুণ্যাদৰ্শ জগতৰ আন আন সংস্কাৰকসকলেও নিজ নিজ সমাজত বৰণ কৰিছে।

ইব্ৰাহিম নামেৰে এজন ল'ৰাত বাজে, ৰছুল-কৰিমৰ (দঃ) সকলো ল'ৰা-ছোৱালী বিবি খদিজাৰ ফালৰ পৰাই হৈছিল। পুতেক তিনিওটি (তাহেৰ ওৰফে আব্দুল্লাহ, তৈয়ব ওৰফে কাচিম, ইব্ৰাহিম) ল'ৰা কালতে মৰে। বিবি ফাতিমাত বাদে, বাকী তিনিওটি জীয়েক (জয়নব, ৰৌকেয়া, উম্মে কুলচুম) ৰছুল-কৰিমৰ (দঃ) জীৱিত কালতে মৰে।

আজি-কালি ভদ্ৰ পৰিয়ালৰ মাজত বাঁৰী-ছোৱালীবিলাকৰ বিয়া দিয়াটো নিন্দাৰ কথা বুলি গণ্য হয়, কিন্তু কোনেও ভাবি নেচায় যে, চৈয়দ বংশটো বাঁৰী বিয়াৰেই ফল। ৰছুল-কৰিম (দঃ) বাঁৰী বিয়াৰ একান্ত পক্ষপাতী আছিল। তেখেতৰ যিমান বিবি আছিল মানে, আয়েশ্বা ছিদ্দিকাত বাজে, সকলোৰে বাঁৰী অৱস্থাতে তেখেতৰ লগত বিয়া হয়। নিজৰ জীৱনৰ দৃষ্টান্তেৰে তেখেতে বুজাই দি গৈছে যে, এনে সম্মিলন অশুভ নহয়, শুভ।

## অসাধাৰণ সংযম ঃ

২৫ বছৰীয়া এজন ন-ডেকাই যৌৱনৰ প্ৰথম প্ৰবৃত্তিবোৰলৈ আওকাণ কৰি ইমান দিনলৈকে সম্পূৰ্ণৰূপে আত্ম-সংযম কৰি পাচত বিয়া কৰিলে কাক? এগৰাকী ল'ৰা-ছোৱালী পোৱা দুজন মতাই নিয়া ৪০ বছৰীয়া বুঢ়ী বাঁৰীক। পূৰ্ণ যৌৱনৰ পূৰা ২৫ বছৰ কাল একমাত্ৰ এই বুঢ়ীকে সহধৰ্মিণীৰূপে লৈ গৃহবাস কৰি তেখেত পৰিতুষ্ট আছিল। এনে সংযমী মহাপুৰুষৰ আৰ্হি অতি বিৰল। বিবি খদিজা ৬৫ বছৰ বয়সত 'ইন্তাকাল পায়' (পৰলোকপ্ৰাপ্ত হয়)। তেওঁ বিয়াৰ পাচতে নিজৰ সমস্ত ধন-দৌলত ৰছুল-কৰিমক (দঃ) দি নিজেও স্বামীৰ অধীন হ'ল। তেওঁ ৰছুল-কৰিমক (দঃ) প্ৰাণেৰে ভাল পাইছিল আৰু বৰ ভক্তি কৰিছিল। তেখেতেও তেওঁক সেই দৰে চেনেহ কৰিছিল। পৰম দাম্পত্য সুখ-শান্তিত দুইজনে কাল কটাইছিল। বিবি খদিজাৰ জীৱিত

কালত, ৰছুল-কৰিমে (দঃ) আৰু আন বিয়া কৰা নাছিল আৰু তেখেতৰ গোটেই জীৱনত এই বিবিৰ প্ৰণয় পাহৰিব পৰা নাছিল। তেওঁৰ 'ওফাত'ৰ (মৃত্যুৰ) পাচত, বিবি আয়েশ্বাক ৰছুল-কৰিমে (দঃ) এদিন কৈছিল—"মই যেতিয়া দুখীয়া আছিলো, ধন-কুবেৰ খদিজাই মোক পতিত্বত বৰণ কৰিছিল। মোৰ 'নবুৱত'ত (অৰ্থাৎ মোক আল্লাৰ প্ৰেৰিত পুৰুষ বুলি) তেওঁৱেই প্ৰথমে বিশ্বাস কৰিছিল। তেওঁৰ তুলনা নাই।"

ৰাজনৈতিক আৰু আন আন বিশেষ কাৰণত ৰছুল-কৰিমে (দঃ) পাচত আৰু কেইটামান নিকাহ কৰে হয়, কিন্তু বহু-বিবাহ প্ৰথা তেখেতে ভাল নেপাইছিল।

## আধ্যাত্মিক জীৱনৰ বিকাশ ঃ

বিবি খদিজাৰ লগত বিয়া হোৱাত, ৰছুল-কৰিমৰ (দঃ) ধন-বিতৰ অভাৱ গুচিল যদিও, সেই ধন-দৌলত পাই তাতে তেখেত ভোল যোৱা নাছিল। আল্লাৰ বন্ধু, আল্লাৰ চিন্তাই তেখেতৰ শান্তি। আধ্যাত্মিক জীৱনৰ পূৰ্ণতৰ বিকাশ এতিয়াৰ পৰাই হ'বলৈ ধৰিলে। যিবোৰ স্বৰ্গীয় বৃত্তি ল'ৰা কালত তেখেতৰ মনৰ তৰপে তৰপে খাপ খাই আছিল, সেইবোৰ লাহে লাহে ফুটিবলৈ ধৰিলে। এতিয়া কাম-কাজ এৰি খোদাৰ চিন্তা আৰু বেছি হ'ল। তেখেতে ভাবে—ইমান ডাঙৰ জগতৰ সকলো বস্তু ঠিক নিয়ম মতে চলি আছে, কোন শক্তিয়ে এইবিলাক চলায়? কোনে এইবোৰ কাম কৰে? সুখ-দুখ কেলেই হয়? ৰাতি-দিন কেনেকৈ হয়? প্ৰাণীবোৰ মৰি যায়, তাৰ পাচত কি হয়? সৃষ্টিকৰ্তাৰ কিমান শক্তি? ক'ত তেওঁক পোৱা যায়? ইত্যাদি নানা ৰকম নতুন নতুন চিন্তাত তেখেত অধীৰ হৈ উঠিল। চিন্তা আৰু চিন্তা। ক্ৰমেই ধ্যান গভীৰ হ'বলৈ ধৰিলে, এনেকৈ আৰু ১৫ বছৰ কাল গ'ল।

যেতিয়া নিজৰ মানুহবিলাকক পুতলা পূজা, কুসংস্কাৰ, অন্ধবিশ্বাস আৰু আন আন পাপত লিপ্ত হোৱা দেখে, তেতিয়া তেখেতক নানা ৰকমৰ চিন্তাই জুমুৰি দি ধৰে। তেতিয়া তেখেতে, এইবোৰ পূজা কেলেই কৰে? ইয়াৰ কাৰণ কি?—এনে চিন্তা কৰি আঁতৰলৈ গুচি যায়। ল'ৰা আৰু ডেকা-কালত তেখেতৰ এই অৱস্থা আছিল।

ৰছুল-কৰিমে (দঃ) ইছলামৰ আগেয়েও মূৰ্তিৰ আগত দিয়া বলিৰ ছাগলী

আদি কোনো বস্তুকে নেখাইছিল।

"আন দেৱী দেৱ, নকৰিবা সেৱ,
মূৰ্ত্তিকো নচাইবা, প্ৰসাদো নখাইবা
ভক্তি হ'ব ব্যভিচাৰ।"

"এক দেৱ, এক সেৱ, এক বিনে নাই কেৱ।"
—*শ্ৰীশংকৰদেৱ*

## কা'বা পুনৰ্নিৰ্মাণ—৬০৫ খৃষ্টাব্দ ঃ

বানপানীয়ে এবাৰ কা'বাৰ দেৱালৰ একাংশ ভাঙি পেলাইছিল; কিন্তু সেই দেৱাল ভাঙি দুনাই নকৈ সাজিবলৈ কোনেও সাহ নকৰিলে; এনে গোলমালতে ২৫ বছৰ উকলি গ'ল। পাচত কোৰেচবিলাকে গোট-পিট খাই আকৌ কেউটা দেৱাল সাজিবলৈ ধৰে। এনেতে এটা প্ৰশ্ন উঠিল যে, তেওঁলোকৰ কোন ফৈদে হজ্‌ৰে-আছৱাদ* (ক'লা পাথৰ)খন কা'বাৰ বেৰৰ নিৰ্দিষ্ট ঠাইত বহুৱাবলৈ দাঙি নিব; কাৰণ, এয়ে হৈছে আচল প্ৰাধান্যৰ চিন। কেউ ফৈদে দাবি কৰিবলৈ ধৰিলে যে, আমিহে এই কামৰ অধিকাৰী। এই কথা লৈ হাই-উৰুমি লাগি কেউফালে ভয়ানক কোৰ্হাল লাগি পৰিল। ভয়ত মক্কাবাসী সকলোৱে কঁপি উঠিল। সামান্য কথাতে বা অকাৰণতেই; যুগে যুগে বংশ পৰম্পৰা ক্ৰমে ৰণত লিপ্ত হৈ মানুহৰ তেজেৰে দেশ ৰাঙলী কৰিও যাৰ প্ৰতিহিংসা আৰু খং মাৰ নেযায়, তেনে মানুহে নিজ নিজ ফৈদৰ প্ৰাধান্য ও গৌৰব আৰু বোপা-ককাৰ মান-মৰ্যাদা ৰাখিবলৈ ৰণত লাগি গৈছে যেতিয়া, নাজানে হেজ্জাজৰ ভাগ্যত কি আছে!

এই তৰ্ক ৪ দিন চলিল, তেও কোনো মীমাংসাৰ চিনকে দেখা নগ'ল। পাচত তেওঁলোকে দেশৰ প্ৰথা অনুসৰি 'আক্‌দোদ্দম' (ৰক্তপূৰ্ণ পাত্ৰত হাত ভৰাই মৃত্যুৰ প্ৰতিজ্ঞা) কৰিলে—এই হৈছে আৰবৰ ভয়ানক প্ৰতিজ্ঞা। এয়ে

---

** ই এখন ৯ ইঞ্চিমান বহল ঘূৰণীয়া ক'লা পাথৰ, কা'বাৰ পূব-দক্ষিণ চুকত বেৰৰ গাতে প্ৰায় ৫ ফুটমান ওখত লগোৱা আছে। হাজীসকলে প্ৰথমে কোন ঠাইৰ পৰা তোৱাফ আৰম্ভ কৰিব, তাক নিৰ্ণয় কৰিবলৈ হজৰত ইব্ৰাহিমে (আঃ) ইয়াত এই পাথৰখন বহুৱায়। হাজীসকলে ইয়াত চুমা খাব লাগে।*

স্থিৰ হ'ল যে, তৰোৱালেৰেহে ইয়াৰ মীমাংসা হ'ব লাগে, মিছাকৈ মুখ চুপতি কৰি সময় কটোৱাৰ সকাম নাই। চাই থাকোঁতেই চাৰিওফালে তৰোৱালৰ জন্‌জননি উঠিল। "থিৰ হোৱা, থিৰ হোৱা"—হঠাৎ এনে শব্দ এটা এনেতে উঠিল। দেখিলে বুঢ়া অলিদ-বেন্-মগিৰা ওৰফে আবু উমাইয়াই দুই হাত ওপৰলৈ তুলি ফোঁপাই-জোপাই চিঞৰি চিঞৰি আহিছে—"থিৰ হোৱা, থিৰ হোৱা, মোৰ কথালৈ মন কৰা।"

তেওঁৰ মাত শুনি সকলোৱে থিয় হৈ থমকা মাৰি ৰ'ল। তেওঁ সকলোকে বুজাই-বঢ়াই ক'লে—"এটা সুকাম কৰিবলৈ যাওঁতে, এনে গৰ্হিত কামৰ আৰম্ভ কৰা অযুগুত। ৰোৱা, যি মানুহে সকলোতকৈ আগেয়ে কা'বাৰ ভিতৰত সোমায়, এই কথাৰ মীমাংসাৰ ভাৰ তেওঁৰ ওপৰতে দি তোমালোক শান্ত হোৱা।"

এই প্ৰস্তাৱত সকলোৱে মান্তি হ'ল আৰু উদ্বিগ্নচিত্তে কা'বাৰ দুৱাৰৰ ফালে একেৰাহে চাবলৈ ধৰিলে। এনে সময়ত হঠাৎ এটা চিঞৰ উঠিল—"এই আমাৰ আমীন আহিছে, এই আমাৰ আমীন আহিছে, আমি সকলোৱে তেওঁৰ মীমাংসাত সন্মত আছো।"

যি মূলা বাঢ়ে, তাৰ দুপতীয়াতে চিন। ৰছুল-কৰিমৰ (দঃ) বয়স তেতিয়া ৩৫ বছৰ আছিল। তেখেতে সকলো কথাৰ সম্ভেদ লৈ ক'লে—"যি যি ফৈদে এই পাথৰখন তুলি আনিবৰ দাবি কৰিছে, তেওঁলোকৰ ফৈদেপতি একোজন প্ৰতিনিধি বাছি দিয়ক।"

প্ৰতিনিধি বাছি লোৱাৰ পাচত, তেখেতে নিজৰ গাৰ চাদৰ এখনৰ ওপৰত পাথৰখন থ'লে আৰু তেখেতৰ উপদেশ মতে সেই প্ৰতিনিধিসকলে সেই কাপোৰখন কেউফালে ধৰি ওপৰলৈ তুলি, য'ত বহুৱাব লাগে, তাৰ ওপৰলৈ নিয়াত তেখেতে তেতিয়া চাদৰখনৰ ওপৰৰ পৰা পাথৰখন হাতেৰে তুলি নি সেই ঠাইতে বহুৱাই দিলে। তেখেতে এই দৰে আসন্ন ভয়ানক বিপদৰ পৰা মক্কাক খন্তেকতে ৰক্ষা কৰিলে। সকলোৱে সন্তুষ্ট হৈ "মৰ্হাবা মৰ্হাবা" বুলি তেখেতক শলাগিবলৈ ধৰিলে।

কা'বাই হৈছে আৰবৰ মাজত ঘাই দৌল। ইয়াত ৩৬০টা মূৰ্ত্তি আছিল। কোৰেচবিলাক এই দৌলৰ দলৈ বাবে তেওঁলোকৰ মান-মৰ্যাদা সকলোতকৈ বেছি আছিল। ক'বা ন-কৈ সজোৱাৰ পাচত তেওঁলোকৰ 'মই-বৰ' ভাবটো

অতিপাতকৈ চৰি, তেওঁলোক গঙ্গাটোপৰ দৰে ওফন্দি পৰিল। তেওঁলোকে ভাবিলে যে, তেওঁলোকৰ এটা সম্মাসূচক বিশেষত্ব থাকিব লাগে। সেই দেখি তেওঁলোকে ঘোষণা কৰি দিলে যে, আন হাজীৰ দৰে তেওঁলোক আৰফাতলৈ* যাব নেলাগে আৰু পোছাকো সলাব নেলাগে, কিন্তু আন হাজীসকলে হ'লে নিজৰ পিন্ধা কাপোৰ-কানি এৰি কোৰেচবিলাকৰ সাজ-পাৰ পিন্ধিব লাগিব, তাকে নকৰিলে তেওঁলোকে নাঙঠ হৈ কা'বাৰ 'তোৱাফ' (প্ৰদক্ষিণ) কৰিব লাগিব আৰু মক্কাত থকা কেইদিন বাহিৰৰ পোছাক আৰু বস্তু-বেহানি একো ব্যৱহাৰ কৰি নোৱাৰিব। ইছলাম ভালকৈ প্ৰচাৰ হোৱাৰ আগলৈকে এনে ব্যৱস্থা অনুসৰি কাম চলি আছিল; কিন্তু ৰছুল-কৰিমে (দঃ) এইবোৰ অন্যায়ৰ বিৰুদ্ধে থিয় হৈ ঘোষণা কৰি দিলে যে, সকলো মানুহৰ অধিকাৰ আৰু দায়িত্ব সমান। তেখেতে ত্যাগ স্বীকাৰ কৰি নিজেই আৰফাতলৈ গৈ সকলো হাজীৰ লগত মিলি ন্যায় আৰু সাম্যৰ চানেকি দেখুৱায়।

## আৰবত ব্ৰহ্ম আকাল

এই সময়ত আৰবত ভয়ানক আকাল হোৱাত, সকলো মানুহে হাঁ-হাঁ-কা-কা কৰিবলৈ ধৰিলে। বহুতে ভোকত তৎ নেপাই মৰা মানুহ খাবলৈ ধৰিছিল আৰু ভালেমান মানুহ খাবলৈ নেপাই সিফলীয়া হ'ল।

এই বিলাই দেখি ৰছুল-কৰিমৰ (দঃ) কোমল হিয়া পমি গ'ল—তেখেতৰ মহাপ্ৰাণ কান্দি উঠিল। তেখেতে খদিজাৰ ফালে চাই ক'লে—"খদিজা।

---

*আৰফাত মক্কাৰ উত্তৰ-পূব ফালে ১৮ মাইল দূৰৈত এখন মৰু-পথাৰ। 'ওৰ্ফ' ধাতুৰ পৰা এই শব্দৰ উৎপত্তি, 'ওৰ্ফ' মানে চিনা। হজৰত আদম (আঃ) আৰু মা হাৱা বিহিস্তৰ পৰা খেদা খাই অনেক দিন এৰা-এৰি হৈ থকাৰ পাচত, ইয়াতে দুইয়ে দুইকে দেখি চিনা-চিনি হয়। তাৰ পৰাই এই পথাৰৰ নাম 'আৰফাত' হ'ল। ইয়াতে 'নিম্ৰা' মছজিদ অৰ্থাৎ 'মছজিদে আদম' আছে। ৯ জিলহজ্জ তাৰিখে মুছলিম জহতৰ অগণন হাজী আহি একে বেশ ধৰি একেলগে ইয়াতে হজৰ শেষ ব্ৰত সমাপ্ত কৰে। এই দৃশ্য অতুলনীয় আৰু বৰ্ণনাতীত।

তুমি মোৰ সহধৰ্মিণী আৰু সহকৰ্মিনী। খোদাই দুখীয়া নিঠৰুৱাক সহায় কৰিবৰ নিমিত্তেই এই অগাধ ধন-দৌলত তোমাৰ হাতত দিছে। চোৱাচোন, আমাৰ এই হেজাৰ হেজাৰ বাই-ভনী, ককাই-ভাই খাবলৈ নেপাই ভোকত কাপ্-কাপ্ কৰিছে। দুখীয়া নিঠৰুৱা খোদাৰ আলহী। এই আলহীক সন্তুষ্ট কৰিলেহে খোদা সন্তুষ্ট হ'ব।"

এই মহান উপদেশ শুনি বিবিয়ে তেতিয়াই গোটেই সম্পত্তি হজৰতৰ হাতত গতাই দিলে। তেখেতে এই সাঁচি থোৱা ধন অকাৰতে দুখীয়া নিঠৰুৱাবিলাকক বাটি দিবলৈ ধৰিলে আৰু বিবিয়েও নিজে এই দুখীয়াবিলাকৰ বিশেষ যত্ন ল'বলৈ আৰু পুতৌ কৰিবলৈ ধৰিলে। তেওঁলোক দুইৰো চেষ্টাতহে এই মানুহবিলাক ৰক্ষা পৰিল। টকাই হৈছে অহঙ্কাৰৰ মূল, সেই দেখি তাক খোদাৰ বাটত বিলাই দি তেওঁলোক দুয়ো নিৰহঙ্কাৰী হ'ল।

## বাইবেলৰ সাক্ষ্য

আগৰ ঈশ্বৰাদিষ্ট ধৰ্ম-পুথিবিলাকে অনেক ঠাইত ৰছুল-কৰিমৰ (দঃ) আবিৰ্ভাবৰ বিষয়ে উনুকিয়াই গৈছে। এই সম্বন্ধে যীচুৰ ভৱিষ্যদ্বাণী এই— "Neverthless I tell you the truth; it is expedient for you that I go away, for if I go not away, the Comforter will not come unto you; but if depart, I will sent him unto you."–John XVI 7, অৰ্থাৎ তথাপি মই (যীচু) সঁচাকৈ কৈছো, মোৰ যোৱাত তোমালোকৰ উপকাৰ আছে, কাৰণ মই নগ'লে শান্তিদাতা (Comforter) তোমালোকৰ ওচৰলৈ নাহিব; কিন্তু যদি যাওঁ, তেন্তে তোমালোকৰ ওচৰলৈ পঠাই দিম।"—যোহন, ১৬ অধ্যায়, ৭ শ্লোক।

যীচু চলাৰ পাচত, তেওঁৰ প্ৰধান শিষ্য যোহনক (John) তেওঁ সমাজিকত ভাবী নবীৰ পৰিচয় যেনেদৰে দিছিল, তাক আৰবী বাইবেলৰ পৰা তলত তুলি দিয়া হৈছে—

"পাচত মই দেখিলো স্বৰ্গ মুকলি হৈ গ'ল, আৰু চোৱা বগা বৰণৰ

এটি ঘোঁৰা, যিজন তাৰ ওপৰত বহি আছে, তেখেতৰ 'আমীন' আৰু 'ছিদ্দিক' (বিশ্বাস্য আৰু সত্যবাদী) নাম হ'ব আৰু তেখেতে ধৰ্মশীলতাৰে বিচাৰ ও ৰণ কৰিব আৰু তেখেতৰ এটি লিখা নাম আছে, তেখেতত বাজে সেইটি আন কেৱে নেজানে।"

আৰবীত আজিলৈকে ঠিক এই 'আল্-আমীন' আৰু 'আচ্ছাদিক' শব্দই বৰ্তমান আছে। সেই লিখা নামটি—'মোহম্মদ'। তেখেতৰ আগেয়ে এই নাম আৰবত কাৰো নাছিল। তৰোৱালৰ সহায় নহ'লে ন্যায়ক জগতত প্ৰতিষ্ঠিত কৰা অসম্ভৱ। ৰছুল-কৰিমেই (দঃ) সেই ন্যায় বিচাৰ আৰু ন্যায় যুদ্ধৰ কৰ্তা আৰু তেঁখেতেই সেই বগা ঘোঁৰাৰ আৰোহী।

যীছুয়ে বনি ইস্ৰাইলক (Israelites) সম্বোধন কৰি কৈছিল—"মই (আল্লাৰ ফালৰ পৰা) তোমালোকৰ কাৰণে আহিছো, মোৰ পাচতে 'আহমদ্' নামেৰে ৰছুল আহিব, তেওঁৰ (অগমনৰ) সুসংবাদ দিছো।"

বাইবেল আদিতে হিব্ৰু ভাষাত আছিল। মূল হিব্ৰু বাইবেলত 'মোহম্মদীম' (মহিমান্বিত মোহম্মদ) নামটি এতিয়ালৈকে আছে। পাচত গ্ৰীক ভাষাত বাইবেলৰ ভাঙনি হোৱাত, শব্দটি Periclytos বুলি ভঙা হ'ল। চেণ্ট্ জনৰ গ্ৰীক বাইবেলত অলপ লৰচৰ কৰি Periclytosৰ ঠাইত Paracletos লিখা হ'ল। কোনো কোনো নতুন হিব্ৰু বাইবেলতো Periclytos নামটি পোৱা যায়। মূল হিব্ৰু বাইবেলৰ এটা ইংৰাজী ভাঙনিত আছে "... ... and the Himda of all the nations will come ... and in this place I will give Shalom, says the Lord of hosts." (Haggai, ii. 7–9)। হিব্ৰু 'Himda' আৰু আৰবী 'মোহম্মদ' 'আহমদ্' শব্দ 'হম্দ্' (প্ৰশংসা আৰু স্তুতি) ধাতুৰ পৰা ওলাইছে। 'Paraclytos' 'মোহম্মদ' আৰু আহমদ্'—তিনিওৰে অৰ্থ একে—শলাগৰ পত্ৰ। Paracletos শব্দৰ একো অৰ্থ নাই, কিন্তু ইয়াক ইংৰাজীত কোনোৱে কোনোৱে শান্তিদাতা (Comforter) বুলি ভাঙিছে। চাৰ উইলিয়াম মুয়ৰৰ নিচিনা খৃষ্টান লিখকেও স্বীকাৰ কৰিবলৈ বাধ্য হৈছে যে, 'Paraclotos' শব্দটো 'আহমদ্' শব্দৰ অৰ্থত ব্যবহৃত হৈছিল। 'Shalom' আৰু 'ইছলাম' শব্দ 'চল্ম্' ধাতুৰ পৰা ওলাইছে, অৰ্থ একে।

বাইবেলৰ এঠাইত আছে—"Behold I will send my messenger,

suddenly he will come to his temple (of Jerusalem). He is the Messenger of the Covenant with whom you are pleased."–The last book of Old Testament called Mallachai or Malachi (Chp. iii. 1)." জেৰুজেলামৰ মছজিদ 'মছজিদে আক্‌চাক্' বুলিছে। তালৈ হঠাৎ ৰছুল-কৰিমেহে (দঃ) মে'ৰাজ[১] শ্বৰীফলৈ যাওঁতে এনেকৈ গৈছিল, আন কোনো যোৱা নাই। পাচত তেখেতৰ ওপৰত সকলো সন্তুষ্ট হ'ল।

## জায়েদ-বেন্-মোহম্মদ

ইছলামৰ বহু দিন আগৰ পৰা পৃথিৱীত বন্দী-বেঁটী বেচা-কিনা প্ৰথা চলি আছিল আৰু প্ৰত্যেক ধনী মানুহৰে বন্দী-বেঁটী আছিল। ৰছুল-কৰিমৰ (দঃ) আগেয়ে এই উপায়হীন নিৰীহ বন্দী-বেঁটীবিলাকৰ শোচনীয় অৱস্থালৈ কোনো মহাপুৰুষে মন-কাণ দিয়া নাছিল। বুৰঞ্জীয়ে সাক্ষ্য দিছে যে, জায়েদ নামেৰে এটি ল'ৰাক তেওঁৰ বংশৰ শত্ৰু পক্ষই কেনেবাকৈ ধৰি নি, মক্কাত বিবি খদিজাৰ ভতিজা হাকিমক বেচে। তেতিয়াৰ নিয়ম অনুসৰি এনেকৈ ধৰি নিয়া মানুহটোৰ পো-পোৱালী সকলোবোৰ ধৃতকাৰীৰ বন্দী-বেঁটী হৈ পৰে। গিৰিহঁতে যিহকে ইচ্ছা কৰে, সেই বন্দী-বেঁটীক তাকে কৰিব পাৰে। এই নিয়ম যে অকল আৰবতে আছিল এনে নহয়। জগতৰ সকলো ঠাইত তেতিয়া এনে অত্যাচাৰ আছিল। ৰছুল-কৰিমৰ (দঃ) বিয়াৰ পাছত, বিবি খাদিজাই তেখেতৰ আলপৈচান ধৰিবৰ নিমিত্তে জায়েদক তেখেতক গতাই দিলে। তেখেতৰ জীৱনত বন্দীৰ গিৰিহঁত হোৱাটো এয়ে প্ৰথম। "মানুহ আল্লাৰহে বন্দী-বেঁটী আৰু আল্লাইহে মানুহৰ একমাত্ৰ গিৰিহঁত'—এই মন্ত্ৰ যাৰ, তেখেতৰ আগত বন্দী-বেঁটী কিবা পাৰ্থক্য থাকিব পাৰেনে? তেখেতে জায়েদক তেতিয়াই খালাচ কৰি দিলে। জায়েদে তেখেতৰ মৰম-বেথা পাই কেইদিনমান থাকিয়েই একেবাৰেই ভোল গ'ল। মানুহে জায়েদক 'জায়েদ-বেন্-মোহম্মদ' (মোহম্মদৰ-পো-জায়েদ) বুলিহে মাতিছিল।

বহুত দিনৰ পাচত, জায়েদৰ বাপেক হাৰেছে জায়েদক মুক্ত কৰি নিবলৈ

---

*(১) কোৰআন—চুৰা বনি ইস্ৰাইল, ১ আৰু ৬০ আয়ত।*

মক্কালৈ আহি ৰছুল-কৰিমৰ (দঃ) ওচৰত বহুত কাও-বাও কৰিলে। তেখেতে ক'লে—"জায়েদ মুক্ত স্বাধীন, য'লৈকে যাবলৈ ইচ্ছা কৰে যাব পাৰে, মই টকা-পইচা একো নিবিচাৰোঁ।"

বাপেকে জায়েদক ঘৰলৈ নিব খোজাত জায়েদে ক'লে—"য়্যা ৰছুলুল্লাহ্! মোৰ বোপাই-ককাই তথাসৰ্বস্ব আপুনিয়েই। মই জীয়াই থাকো মানে আপোনাৰ পদ-সেৱা কৰি থাকিম।"

মুঠতে জায়েদে ৰছুল-কৰিমক এৰি যাবলৈ একোপধ্যে মান্তি নহ'ল। জায়েদ পৰম ভক্ত হৈ পৰিল, যাব ক'ত! বাপেকেও অৱস্থা বুজি অতি ৰং মনেৰে জায়েদক ৰছুল-কৰিমক (দঃ) গতাই দিলে। তাৰ পাচত বাপেকে ক'লে—"য়্যা ৰছুলুল্লাহ্! জায়েদক মানুহে গোলাম বুলিব, এই অপমান বংশানুক্ৰমে সহিব লাগিব। ইয়াৰ দিহা কি?"

এই কথা শুনা মাত্ৰকে ৰছুল-কৰিমে (দঃ) জায়েদক কা'বালৈ লৈ গ'ল। তাত বহুত মানুহ গোট খাই আছিল। তেখেতে সেই মানুহবিলাকৰ ওচৰলৈ গৈ চিঞৰি ঘোষণা কৰি দিলে—"আপোনালোকে সাক্ষী থাকিব, এই জায়েদ মোৰ পো, তেওঁ মোৰ আৰু মই তেওঁৰ উত্তৰাধিকাৰী।"

তাৰ পাচত জায়েদে অনেকবাৰ সেনাপতি পদ পাইছিল। ইচলামৰ আবিৰ্ভাবৰ আগেয়েই এই ঘৃণিত বন্দীক ৰছুল-কৰিমে (দঃ) পোৰ আসনত বহুৱাইছিল। প্ৰেমৰ আৰু মহত্ত্বৰ এনে স্বৰ্গীয় চিত্ৰ দেখা পাবলৈ আৰু আছেনে? ই কাৰ্যক্ষেত্ৰত ধৰ্মৰ মহান আৰ্হি।

## হেৰা পৰ্বত—জবল নুৰ

**ধ্যান-যোগ :**

ৰছুল-কৰিম (দঃ) নিচেই কুমলীয়া কালৰে পৰা অনেক সময়ত 'ফানা' (নশ্বৰ) দুনিয়াৰ সকলো ৰং-ধেমালিৰ পৰা আঁতৰত থাকি নিজঞ্জাল ঠাইত গৈ আল্লাৰ ধ্যানত মগ্ন হৈ থাকে। পচিমে লোহিত সাগৰ, দক্ষিণে আৰব সাগৰ, পূবে পাৰস্য উপসাগৰ, ইউফ্ৰেটিচ্ আৰু টাইগ্ৰিচ্ নৈ আৰু উত্তৰে

পেলেষ্টাইন প্ৰদেশ, এই চাৰি সীমাৰ ভিতৰত সকলো ঠাইতে পাপৰ সোঁত অতি প্ৰবল বেগেৰে বৈ আছিল। ইয়াৰ সমাজৰ এনে দুৰ্দশা দেখি কোনো ৰজাৰ বা শাসকৰ মনত আঘাত লগা নাছিল। কিন্তু 'উম্মি' (নিৰক্ষৰ) নবী-কৰিমেহে (দঃ) ব্যথিত, বিচলিত আৰু চিন্তিত হৈছিল, এই বিষয়ত তেখেতৰ লগৰীয়া কোনো নাছিল। দিনে-ৰাতিয়ে তেখেতে ইয়াকে ভাবিছিল যে, এই পৃথিৱী এখন কৰ্মক্ষেত্ৰ মাথোন—এলাহ্ আৰু অযত্নত দুদিনীয়া জীৱনটো এনেই কটোৱা অন্যায়। মই কোন? কেলেই এই পৃথিৱীলৈ আহিছোঁ। মই ইয়াত কি কৰিব লাগিব? আকৌ মই ক'লৈ বা কাৰ ওচৰলৈ গৈ মোৰ আমল-নামা (কাৰ্য-কলাপৰ বিবৰণী) দিব লাগিব? এইবোৰ চিন্তাই আৰু ভাবে তেখেতক অথিৰ-অবিৰ কৰি তুলিছিল আৰু কন্দুৱাইছিল।

৩৬ বছৰ বয়সৰে পৰা তেখেতক এই ভাব আৰু চিন্তাই ব্যাকুল কৰিলে আৰু তেখেতৰ চকু দুইটিত এক অপূৰ্ব 'নুৰ' (জেউতি) দেখা গৈছিল। মাজে মাজে তেখেতে শুনিবলৈ পায় যেন কোনোলোকে কৈছে—"য়্যা মোহম্মদ! আন্তা ৰছুলুল্লাহ্" (হে মোহম্মদ! তুমি আল্লাৰ ৰছুল)।" কিন্তু কাকো দেখা পোৱা নেযায়। পোনতে তেখেতে সমাজিকত মাজে মাজে স্বৰ্গীয়-বাণী পাইছিল আৰু দোকমোকালিত যেনে দেখা পোৱা যায়, তেনে এটা বগা 'নুৰ' (জেউতি) অনেক সময়ত দেখিছিল। লাহে লাহে মানুহৰ হাই-উৰুমি গোলমাল তেওঁৰ ভাল নলগা হ'ল। নিজঞ্জাল ঠাইহে ভাল লগা হ'ল। এই সময়ত তেখেতে যি ৰাজ্যত সোমাইছিল, সেই ৰাজ্য আমাৰ অপৰিচিত। তাৰ কথা বেলেগ, কাণ্ড-কাৰখানা বেলেগ। যি তালৈ গৈছে, তেওঁহে মাথোন বুজিব—সেই ৰাজ্য নো কি? আজি-কালি অনেকে দুই-এটা জ্ঞান-বিজ্ঞানৰ পুথিৰ পাত লুটিয়ায়েই নানা প্ৰকাৰৰ জটিল আওপকীয়া কূট প্ৰশ্ন কৰে। আৰু ধৰ্ম-শাস্ত্ৰৰ কথাবিলাক টিলিকি মাৰি উৰাই দিব খোজে। তেওঁলোকে যেন থিয়চ'ফি আৰু স্পিৰিচুৱেলিজ্‌মৰ খন-চেৰেক পুথি পঢ়ি চায়। তেতিয়াহে তেওঁলোকে জানিব পাৰিব যে, ইয়াত কি বৈজ্ঞানিক সত্য লুকাই আছে।

এই সময়ত (ৰমজান মাহ ৬০৯ খৃঃ) ৰছুল-কৰিমে (দঃ) মক্কাৰ পৰা তিনি মাইল আঁতৰত থকা গছ-গছনিশূন্য টকলা হেৰা নামেৰে পৰ্বতৰ গাঁত এটাত দিনে-ৰাতিয়ে বহি আল্লাৰ ধ্যানত মগ্ন হৈ থাকে। এই গাঁতটি দীঘে

৮ হাত আৰু বহলে প্ৰায় ২ হাত মান হ'ব। তাত কোনো ফালে মানুহ নাই, তাত হাই-উৰুমি নাই—নিটাল-নিমাত নিজঞ্জাল। কেউফালে মৰুভূমি। তেখেতৰ তাত জ্ঞান নাই, ধ্যান আছে। ভাবা নাই, আশা আছে। আহাৰৰ কথা তেখেতৰ মনতেই নপৰে, আল্লাৰ নামেই আহাৰ। কেতিয়াবা মনত পৰিলে বিবি খদিজাৰ ওচৰলৈ আহি কিবা-কিবি লৈ যায়, পাহৰি গ'লে বিবিয়ে নিজে নি দি আহেগৈ। ধ্যানত মগ্ন, কিন্তু ভিতৰত কঁপনিৰ ওপৰত কঁপনি—কঁপনিহে কঁপনি। কেতিয়াবা হাঁহে, কেতিয়াবা কান্দে। তেখেতৰ বাজে-ভিতৰে কেৱল 'নুৰ'—আকাশত জ্যোতি, বায়ুত জ্যোতি, গছ-লতা-পাত সকলোতে জ্যোতি, যেই ফালে চকু দিয়ে সেই ফালেই জ্যোতি, কেৱল জ্যোতি। সেই দেখি, এই পৰ্বতৰ নাম 'জবল-নুৰ' (জেউতিৰ পৰ্বত) হ'ল।

এনেকৈ থাকোঁতে থাকোঁতে ৬ মাহৰ পাচত যিদিনাখন তেখেতৰ বয়সে চল্লিশৰ ডেওনা ডেইছে, সেইদিনা এই সাধনাৰ সিদ্ধি, ধ্যান-যোগৰ অন্ত পৰিল আৰু কৰ্ম-যোগৰ আৰম্ভ হ'ল।

## 'নবুৱৎ' বা 'পয়গম্বৰি' (প্ৰেৰিতত্ব) লাভ

### জিব্ৰাইল (আঃ)ৰ আগমন ঃ

ৰমজানৰ মাহৰ ২৭ তাৰিখ—'শ্বব্-কদৰ' বা লায়লাতুল-কদৰ (সম্মানৰ ৰাতি)—এই শুভ ৰাতি হজৰত ৰছুল-কৰিমে (দঃ) হেৰা নামৰ গাঁতত সোমাই বহি আছে—ধ্যান-মগ্ন যোগী, যোগ-মগ্ন সাধক। নিশা ভৰ-দুপৰ, জগৎ নিমাত-নিটাল—এনেতে অকস্মাৎ এটি শব্দ হ'ল। তেখেতৰ ধ্যান ভাগি গ'ল, গাৰ নোম শিয়ঁৰি উঠিল। কেইদিনমানৰ আগৰে পৰা "য়্যা মোহম্মদ! আন্তা ৰছুলুল্লাহ্"—এই কথাষাৰ আকৌ তেখেতৰ কাণত পৰিল; দেখিলে 'নুৰ'ৰ মাজৰ পৰা এটি অলৌকিক বিৰাট মূৰ্তি ওলাল। যিজনে কথাষাৰ কৈছিল, আজি তেওঁ দেখা দিলেহি। সেইজনেই হৈছে আল্লাৰ ফিৰিস্তা (স্বৰ্গীয়

দূত) ৰুহুল-আমীন জিব্রাইল (আঃ) (Archangel Gabriel)। সেই ফিৰিস্তাই ওচৰলৈ আহি ৰছুল-কৰিমক (দঃ) সাৱটি ধৰি ক'লে—"একৰা (পঢ়া)।"

তেখেতে ক'লে—"মা আনা বেকাৰীণ (মই পঢ়িব নেজানো)।"

তেতিয়া ফিৰিস্তাই নিজৰ বুকু তেখেতৰ বুকুত লগাই তেখেতক গাৰে চপাই আলিঙ্গন কৰি এৰি দি আকৌ ক'লে—"একৰা (পঢ়া)।"

এইদৰে তিনি বেলি এনে কৰাৰ পাচত হঠাৎ তেখেতৰ পবিত্র মুখেদি সেই শব্দ উচ্চাৰিত হ'ল আৰু পাচত ফিৰিস্তাই মাতিবলৈ ধৰিলে—

| | |
|---|---|
| এক্‌ৰা; বেএছ্‌মে ৰব্বকাল্লাজি খালাকা;— | (হে মোহম্মদ) পঢ়া। তোমাৰ সেই প্ৰভুৰ নাম লৈ—যিজনে (সকলো বস্তু) সৃষ্টি কৰিছে— |
| খালাকাল্ এন্‌ছানা মেন্ আলাক্;— | যিজনে "আলাক" (জমাতেজ, কীটাণু বা প্ৰেমৰ)ৰ পৰা মানুহক সৃষ্টি কৰিছে— |
| এক্‌ৰা[১]; ৱাৰাব্বোকাল্ আক্‌ৰামোল্লাজি; আল্লামা বেল্ কলামে— | পঢ়া (বা বিশ্বমানৱক আহ্বান কৰা)—তোমাৰ সেই মহিমাময় (প্ৰভু তেওঁৰ নাম লৈ)—যিজনে (সাধাৰণতঃ) কলমৰ সাহায্যৰে (জ্ঞান) শিক্ষা দিছে— |
| আল্লামাল্ এন্‌ছানা— | মানুহক (কলমৰ সহায়তাত বাদে) শিক্ষা দিছে (এনে তত্ত্ববোৰ)— |
| মালাম্ ইয়ালাম্।* | যি সি নেজানিছিল। |

*[১] কোৰআন শৰিফৰ কোনো কোনো ব্যাখ্যাকাৰীয়ে "একৰা" শব্দৰ অৰ্থ 'আহ্বান কৰা' লৈছে।*

** কোৰআন—চুৰা আল্‌আলেকৰ প্ৰথমাৰ্দ্ধেক। এয়ে প্ৰথম 'অহী'।*

ৰছুল-কৰিমে (দঃ) তেওঁৰ লগে লগে এই কেইফাঁকি মাতিলে। এই হেৰা পৰ্বতৰ গাঁতেই হৈছে উম্মি নবী-কৰিমৰ (দঃ) বিশ্ববিদ্যালয়।

হজৰত জিব্ৰাইল (আঃ) গুচি গ'ল, কিন্তু ৰছুল-কৰিমৰ (দঃ) হিয়া ধৰ্‌ফৰাবলৈ ধৰিলে। তেখেতে বিবি খজিদাৰ ওচৰলৈ আহি বিচুৰ্তি খাই কঁপি কঁপি ক'লে—"মোক কাপোৰ দি ঢাকা, মোৰ গা কঁপিছে।"

বিবিয়ে তাকে কৰিলে। পাচত ভয়টো মাৰ গ'লত, ৰছুল-কৰিমে (দঃ) তেওঁক হেৰাৰ সদৌ কথা এটা এটাকৈ কৈ গ'ল—"মোৰ নিজৰ সম্বন্ধে ভয় হৈছে।"

বিবিয়ে তেখেতক চেচনি দি ক'লে—"আপুনি কেলেই নাহকতে ভয় খাইছে? আল্লাই আপোনাক কেতিয়াও বেয়া নকৰে। আপুনি দেখোন সদায় আপোন মানুহবিলাকক পুতৌ কৰে; বিপন্ন আৰু নিঃসহায়ৰ বন্ধু, কঙাল দুখীয়াৰ সাৰথি, মাউৰাৰ প্ৰতিপালক, আলহীৰ আশ্ৰয়দাতা।"

তাৰ পাচত বিবিয়ে তেখেতক লগত লৈ তেওঁৰ দদায়েকৰ পুতেক অৰ্কা-বেন্‌-নওফেলৰ ওচৰলৈ গ'ল। অৰ্কা এজন ডাঙৰ বুঢ়া আখৰুৱা পণ্ডিত। তৌৰাত আৰু ইঞ্জিল শাস্ত্ৰ তেওঁ ভালকৈ পঢ়িছিল, কিন্তু কণা আছিল। তেওঁ আদিৰ পৰা অন্তলৈকে সকলো কথা শুনি চিঞৰি উঠিল—"কুদ্দুছ কুদ্দুছ (পবিত্ৰ পবিত্ৰ)। এওঁ নিশ্চয় সেইজন মহাপুৰুষ, যাৰ কথা তৌৰাত আৰু ইঞ্জিলে উনুকিয়াইছে। যদি মই জীয়াই থাকো মই আপোনাক সহায় কৰিম।" কিন্তু দুখৰ বিষয়, অলপ দিনৰ পাচতে অৰ্কাৰ মৃত্যু হ'ল।

এই 'অহী'ৰ (ঐশীবাণী) দ্বাৰা এইটো শিক্ষা দিলে যে, হে মোহম্মদ (দঃ) কেবল পৰ্বতৰ গাঁতত সোমাই সমাজৰ কাৰণে, সমাজ-মঙ্গলৰ কাৰণে চিন্তা কৰিলেই নহ'ব, সমাজক আল্লাৰ নাম লৈ আহ্বান কৰিব লাগিব, এয়া হৈছে তবলিগ-উল-ইছলাম।

হে ৰহ্‌মানুৰ্ৰহিম! তুমি অসীম, তোমাৰ নামৰ মহিমাও অসীম, সেইবাবে অসীম মানুহেও তোমাৰ নামৰ মহিমাত অলৌকিক আৰু অসাধ্য কাম কৰিব পাৰে। ধন্য তোমাৰ নামৰ মহিমা। অন্য তোমাৰ নামৰ গৰিমা।

ইয়াৰ পাচৰ পৰাই 'চুৰা'ৰ পাচত 'চুৰা', 'আয়ত'ৰ পাচত 'আয়ত' ক্ৰমশঃ অৱতীৰ্ণ হ'বলৈ ধৰে। এই স্বৰ্গীয় বাণীৰ সমষ্টিয়ে হৈছে কোৰ্‌আন। এই সময়ৰ পৰাই জগতৰ কেন্দ্ৰে কেন্দ্ৰে "লা ইলাহা ইল্লাল্লাহু মোহম্মদুৰ

ৰছুলুল্লাহ্”—এই মহা ধ্বনি হ'বলৈ ধৰিলে। এই ধ্বনিৰ বিৰাম নাই, বিশ্রাম নাই দেশে দেশে, চুকে চুকে ই বিয়পি পৰিছে আৰু পৰিব। মৰুভূমিৰ এই 'উম্মি' (নিৰক্ষৰ) ৰছুল-কৰিমে (দঃ) দুদিনৰ পাচত জ্ঞানৰ এনে তথ্য প্রচাৰ কৰিলে—আগেয়ে নজনা-নুশুনা এনে সত্য জগতৰ আগত দাঙি ধৰিলে, যাক দেখি সদৌ জগৎ তধা লাগিল। যুগে যুগে জ্ঞানৰ চৰ্চা যেতেকতে বাঢ়িব, সেইবিলাক তথ্যৰ সত্যতা আৰু গুৰুত্বও তেতেকতে বেছিকৈ মানুহে বুজিব পাৰিব। আহা! এনে অজ্ঞান, অসভ্য, অনাদৃত, কুসংস্কাৰেৰে পৰিপূৰ্ণ মূৰ্খ জাতিৰ মাজত এই 'উম্মি-এতীম'ৰ জনম—যিজনে ৰাজনীতি, সমাজনীতি, ধৰ্মনীতি, আধ্যাত্মিক-তত্ত্ব, দেশ শাসন, প্রজা পালন, যুদ্ধ-বিগ্রহ ও সন্ধি, দর্শন-বিজ্ঞান, কৃষি-শিল্প আৰু বেহা-বেপাৰ আদি জ্ঞানৰ বিভাগেপতি এনে সুন্দৰকৈ নিজৰ মহিমা দেখুৱাই গৈছে যে, সদৌ জগতে আজিলৈকে তাৰ অকণমানো খুঁত উলিয়াব পৰা নাই আৰু কেতিয়াও নোৱাৰে।

এই 'উম্মি'ৰ হিয়ালৈ ক'ৰ পৰা এই জ্ঞানৰ আকৰ আহিল? অনন্ত জ্ঞানৰ সেই মহীয়ান মহাকেন্দ্ৰৰ পৰা জ্ঞানৰ পূৰ্ণ জ্যোতি আহি তেখেতৰ 'মোবাৰক' (পবিত্র) হিয়াত বিকাশ পালে? ইয়াৰেই নাম 'নবুৱৎ'। ই স্কুল-কলেজত উপাৰ্জন কৰা অসম্পূৰ্ণ সাধাৰণ জ্ঞান নহয়। সঁচাকৈয়ে যিজন অসাধাৰণ মহাপুৰুষক শ্ৰেষ্ঠতম ধৰ্মগুৰু, শেষ ধৰ্মগুৰু আৰু বিশ্ব ধৰ্মগুৰু কৰা আল্লাহ্ তা'আলাৰ উদ্দেশ্য, তেখেতক এনে অসম্পূৰ্ণ সীমাবদ্ধ জ্ঞান দিলে শোভা পাবনে?

সেই 'তৌহিদ'ৰ (একত্ববাদৰ) মহান ধ্বনিয়ে অলেখ বাধা-বিঘিনিলৈ আওকাণ কৰি বিপুল মৰু বুকুৰ ওপৰেদি পৰ্বত-পাহাৰ সৰকি আৰু বিশাল সাগৰ, মহাসাগৰৰ উত্ৰাৱল ঢৌৰ মাজেদি গৈ সদৌ জগতত বিয়পি পৰিছে! সেই তৌহিদৰ মধুৰ ধ্বনিয়ে টোপনিত লালকাল হৈ থকা জগতৰ অসংখ্য মতা-তিৰোতাৰ কাণত সোমাই মোহনিদ্ৰাৰ পৰা জগাই দি অসাধ্য আৰু কল্পনাতীত কামৰ দ্বাৰা জগতৰ বুৰঞ্জীক তধা লগাইছে।

হেৰা পৰ্বতৰ গাঁতত পোন প্ৰথমে কোৰ্‌আন শ্বৰীফৰ 'আল আলক' চুৰাৰ আগছোৱা 'নাজিল' (অৱতীৰ্ণ) হ'ল। আজি মিছাৰ বিৰুদ্ধে সত্যৰ, পাপৰ বিৰুদ্ধে পুণ্যৰ আৰু চয়তানৰ বিৰুদ্ধে স্বৰ্গৰ ৰণ-শিঙা বাজি উঠিল।

এই ঘটনাৰ পাচতো ৰছুল-কৰিমে (দঃ) প্ৰায় ৰাতি হেৰাত সোমাই

আল্লাৰ ধ্যানত মগ্ন হৈ থাকে আৰু সময়ে সময়ে হজৰত জিব্রাইল (আঃ), আল্লাৰ হুকুম মতে, অৱস্থা আৰু আৱশ্যক বুজি তেখেতৰ ওপৰত কোৰ্‌আনৰ ভিন ভিন 'আয়ত' (শ্লোক) 'নাজিল' কৰি যায়। অকল হেৰাতেই যে 'অহী' (ঐশীবাণী) 'নাজ্জিল' হৈছিল এনে নহয়। খাওঁতে, বহোঁতে, ফুৰোঁতে আৰু ৰণত—অৰ্থাৎ সকলো জাগ্রত অৱস্থাত—দিঠকত, ভিন ভিন 'আয়ত' নাজিল হৈছিল। ২৩ বছৰে গোটেই কোৰ্‌আন মজিদ সম্পূৰ্ণ হয়। 'আয়ত'বোৰ ৰছুল-কৰিমৰ (দঃ) পবিত্র মুখৰ পৰা ওলোৱা মাত্রকে ছাহাবাসকলে কণ্ঠস্থ কৰি, কোনোৱে শিলত বা কোনোৱে ছাগলীৰ ছালত লিখি থয়। এই ঠাই-ঠাই হৈ থকা লিখি থোৱা আটাইবোৰ 'আয়ত' গোটাই পাচত হজৰত আবুবকৰ খিলাফতৰ সময়ত বৰ্তমান কোৰ্‌আন মজিদৰ আকাৰত উলিওৱা হয়।*

ৰছুল-কৰিমৰ (দঃ) আগেয়ে হৈ যোৱা নবীসকলৰ ওপৰত অৱতীৰ্ণ হোৱা ধৰ্মশাস্ত্র বিধানবোৰ বিশেষ ফৈদ, দেশ আৰু কালৰ নিমিত্তে নিৰ্দিষ্ট আছিল বুলি সেই বিধানবোৰ সদৌ জগতৰ ক্রমোন্নত মানৱ জাতিৰ অনুপযোগী গৈ পৰিল। আৰু আগৰ শাস্ত্রবিলাকত যি অসম্পূৰ্ণতা আছিল, তাক পূৰা কৰি আল্লাহ্ তা'আলাই পাক কোৰ্‌আনক সকলো জাতি দেশ আৰু কালৰ উপযোগী কৰি ৰছুল-কৰিমৰ (দঃ) ওপৰত অৱতীৰ্ণ কৰিলে।

ৰছুল-কৰিম (দঃ) যে ক'লৈ গৈছে, ক'লৈ আহিছে, কি কৰিছে তেখেতে একো বুজিব পৰা নাই। পূৰ্ণজ্যোতি দেখি পোনতে অলপমান বিচূৰ্তি হৈ পৰিছিল। যি কৰ্তব্য পালন কৰিবলৈ তেখেতক গঢ়া হৈছে, সেইটো উলা-মুলা কাম নহয়। পৃথিবীৰ সকলো মানুহৰ মুক্তিবাণী লৈ তেখেতে সদৌ জগতৰ কৰ্মক্ষেত্রত নামি মুক্তিৰ ঘোষণা কৰিব লাগিব—অকল সেয়েই নহয়, তেখেত কৰ্ম-যোগৰো মহা সাধক। ভক্তি, জ্ঞান আৰু কৰ্ম তিনিওৰো একেলগে সাধনা কৰিব লাগিব। গতিকে, এই কঠোৰ কৰ্তব্যৰ বোজা পাই, প্রথম অৱস্থাত বিচলিত হোৱাৰেই কথা।

নবুৱতৰ আগৰে পৰাই ৰছুল-কৰিমে (দঃ) বংশ পৰিয়ালৰ উপকাৰ কৰিবলৈ পুৰুষাৰ্থ কৰিছিল, আনৰ দুখ-কষ্টৰ ভাৰ লৈছিল, কঙালক সহায় আৰু উপায়হীনক উপায় দিছিল। এই প্রেম আৰু সেৱা বৃত্তিয়েই তেখেতৰ জীৱনৰ এটা বিশেষত্ব আছিল। এইবোৰেই হৈছে তেখেতে সদায় কৰি থকা

---

** উত্তৰাকাণ্ডৰ কোৰ্‌আন মজিদ চাওক।*

'চুন্নত' (ৰীতি-নীতি)। এয়ে হৈছে তেখেতৰ ৬৩ বছৰ পূৰ্ণ জীৱনৰ ঘাই আদৰ্শ, ইছ্লামৰ সকলো শিক্ষাৰ আৰু ব্যৱস্থাৰ মূল। কিন্তু দুখৰ বিষয়, আমাৰ মাজত আজি-কালি এই স্বৰ্গীয় চৰিত্ৰৰ আভাস দেখিবলৈ পোৱা নেযায়।

জড় জগতৰ যি অলপ শক্তি, যি অলপ সৌন্দৰ্য দেখিবলৈ পোৱা যায়, সেই শক্তি বা সৌন্দৰ্যৰ অনন্ত কেন্দ্ৰ আল্লাৰ পৰাই ওলাইছে। সেইবোৰ নিজেই নিজৰ পৰা ওলোৱা নাই। পৃথিৱীত ধৰ্মৰ নাম লৈ যিমান অনাচাৰ অবিচাৰ হৈছে, তাৰ কাৰণ এই—'খল্লাক'ক (সৃষ্টিকৰ্তাক) তেওঁৰ আসনৰ পৰা নমাই আনি, তেওঁৰ সৃষ্টিক নি সেই আসনত বহুৱাই দিবৰ চেষ্টা কৰা হৈছে। সেই দেখি, পাক কোৰ্আনে চিঞৰি চিঞৰি দঢ়াই-দঢ়াই কৈছে যে, পৃথিৱীৰ সকলো বস্তুৰ এজন মাথোন সৃষ্টিকৰ্তা—আল্লাহ্। পৃথিৱীত যি যি বস্তু আছে, সকলোবোৰেই তেওঁৰ সৃষ্টি। হেন জানি, সৃষ্টিৰ কোনো বস্তুত বা মানুহত কোনো অৱস্থাতেই ঈশ্বৰত্ব আছে বুলি ভবা অন্যায়।

## স্বাধীন চিন্তা ঃ

আল্লাহ্ তা'আলাই মানুহক বিদ্যা আৰু জ্ঞানেৰে বিভূষিত কৰি আশ্ৰ্-ফুল্মখ্লুকাত' (সকলো সৃষ্ট বস্তুৰ মাজত শ্ৰেষ্ঠ) কৈ স্ৰজিছে। বিদ্যা উপলক্ষ আৰু জ্ঞান তাৰ লক্ষ্য। লেখনীৰ (পুথিৰ) সহায় লৈ জ্ঞান আৰ্জিব লাগে। এই জ্ঞানৰ সহায় লৈ মানুহে আগেয়ে নজনা-নুশুনা সত্যবিলাক জানিব পাৰে। স্বাধীন-চিন্তা ৰছুল-কৰিমৰ (দঃ) এটা উজ্জ্বল বিশেষত্ব।

মানুহে যেই সেই পুথিত কিবা এটা দেখিলেই, তাক নুবুজি চকু মুদি মানি লয়। ধৰ্ম বা আন ৰকমৰ জ্ঞানৰ সকলো বিভাগৰে এটা অৱস্থা। এই অৱস্থাই হৈছে মানুহৰ সকলো সৰ্বনাশৰ মূল কাৰণ। সেই বাবে, পাক কোৰ্আনে পোন প্ৰথমেই এই বিষয়টো ভালকৈ বুজাই দিছে যে, পুথিগত বিদ্যাই জ্ঞান নহয়, ই জ্ঞান আৰ্জিবলৈ উপলক্ষ হ'ব পাৰে, যদি তাত বা তাৰ ব্যৱহাৰত কোনো ৰকমৰ বিকাৰ নেথাকে। 'উম্মি' ৰছুল-কৰিমে (দঃ) অজ্ঞানতাৰ বিশ্বব্যাপী আন্ধাৰৰ মাজত, কেৱল সেই আত্মাৰ পোহৰকে আশ্ৰয় কৰি সাধনাৰ বাটেদি গৈ সত্যক পাইছিল।

# ইছলাম প্ৰচাৰৰ আদেশ

ছমাহ মানৰ পাচত আকৌ এদিন আগৰ দৰে সেই আগেয়ে শুনা শব্দ ৰছুল-কৰিমে (দঃ) শুনিবলৈ পালে। আকাশৰ ফালে মুখ দাঙি দেখিলে, হেৰা গাঁতত আগেয়ে যিজনা 'ফিৰিস্তা'ক (স্বৰ্গীয় দূতক) দেখিছিল, তেৱেঁই। তেতিয়া তেখেতে ভয় খাই ঘৰত আগৰ দৰে গাত কাপোৰ লৈ শুই থাকিল। সেই সময়ত এই 'আয়ত' (শ্লোক) 'নাজিল' (অৱতীৰ্ণ) হয় ঃ "য়্যা আইউহল্ মোদ্দাছ্‌ছিৰ্‌কুম্ম্ ফঅন্‌জিৰ্ ৰৱাব্বাকা ফকব্বিৰ্", অৰ্থাৎ "হে কম্বলেৰে ঢাকি থোৱা পুৰুষ (মোহম্মদ)। থিয় (সাজু) হোৱা (মানুহবিলাকক সিহঁতৰ পাপৰ আৱশ্যম্ভাৱী কু-ফল সম্বন্ধে) সতৰ্ক কৰি দিয়া; আৰু নিজৰ প্ৰভুৰ মহত্ত্ব ঘোষণা কৰা।"*—এতিয়া নিৰ্জনতাত বাস কৰি কেৱল মোৰ ধ্যানত থাকিলে কাম নচলিব।

## কৰ্ম-যোগ ঃ

জ্ঞান-যোগ সিদ্ধিৰ পাচত, সেই দিন ধৰি ৰছুল-কৰিমৰ (দঃ) কৰ্ম-যোগ আৰম্ভ হ'ল। 'আল্লাহু আকবৰ'—ইছলামৰ এই বীজ মন্ত্ৰটি প্ৰচাৰ কৰিবলৈ হুকুম হ'ল। ইয়াকে ল'ৰা ওপজা মাত্ৰকে ল'ৰাৰ কাণত শুনোৱা যায়। তাৰ পাচত ৰাতিপুৱা, দুপৰীয়া, গধূলি আৰু নিশা ইয়াকেই তাৰ কাণত শুনোৱা যায়। ঈদত, উৎসৱত, হজ্জত, মৰিবৰ সময়ত সদায় এই 'আল্লাহু আকবৰ'—এয়ে হৈছে ইছলামৰ কৰ্ম-যোগৰ আদি মন্ত্ৰ।

এই মহা মন্ত্ৰৰ অৰ্থ, আল্লাহ্ সকলোতকৈ ডাঙৰ আৰু সকলোতকৈ মহৎ। গতিকে তেওঁৰ বাজে সকলোৱেই সৰু আৰু হীন। জগতৰ সকলো সম্পদ, সকলো বিপদ, সকলো আলৈ-বিলৈ তেওঁৰ আগত নগণ্য। য'ত বৃহত্তৰ সম্বন্ধ, তাত নগণ্যক এৰিব লাগে। পৃথিৱীৰ কোনো হীন স্বাৰ্থৰ লোভত বা কোনো বিপদৰ ভয়ত, তেওঁক বা তেওঁৰ কোনো হুকুম এৰিব নোৱাৰি। কাৰণ, তেতিয়াহ'লে আল্লাক বা তেওঁৰ হুকুমক তুমি আৰু

---

** কোৰ্‌আন—চুৰা মোদ্দাছ্‌ছিৰ, ১-৩ আয়ত। এয়ে হৈছে কোৰ্‌আনৰ দ্বিতীয় 'অহী'। চুৰা 'আলক'ৰ প্ৰথমাৰ্ধেক অৱতীৰ্ণ হোৱাৰ ৬ মাহৰ পাচত এই 'অহী' অৱতীৰ্ণ হয়।*

সকলোতকৈ ডাঙৰ বুলি নেমানিলা। এই দৰে আল্লাত ভোল নগ'লে 'আল্লাহু আকবৰ' মন্ত্ৰৰ সাধনা সফল হ'ব নোৱাৰে।

যিবোৰ প্ৰাকৃতিক শক্তিক অতদিনে মানুহে দেৱতা জ্ঞান কৰিছিল, সেইবোৰ মানুহৰেই দাস আৰু আল্লাৰ দ্বাৰা তেওঁৰ সেৱাত নিযুক্ত আছে। জোন, বেলি, তৰা, জুই, বতাহ, নৈ, পৰ্বত, গছ-গছনি, শিল আদি আল্লাৰ সৃষ্ট বস্তু আৰু সেইবোৰৰ ঠাই মানৱ জাতিৰ বহুত তলত। গতিকে, সেইবোৰ মানুহৰ পূজা পাবৰ সম্পূৰ্ণ অযোগ্য। হিন্দুৰ দৰে মুছলমান ঘৰৰ পৰা বাহিৰ হ'লে ভাবিব নেলাগে—কিজানি কোন দেৱতাৰ কোপানলত পৰিব লাগে বা কোন শাস্ত্ৰীয় বিধি লংঘন কৰিব লাগে। আজি তেওঁ মুক্ত প্ৰাণ, স্বাধীন জীৱ, জগতত য'তে ইচ্ছা অবাধে অহা-যোৱা, ফুৰা-চকা কৰিব পাৰে। পৰাচিতৰূপ অৰ্থদণ্ড বা অৱমাননাৰ ভয় নাই।

এজন ইংৰাজ পণ্ডিতে লিখিছে—"There is a simplicity and grandeur in the Moslem conception of God, His omnipotence and His absolute sovereignty, which we must recognise. ...Here is a Religion which has vitality is it. ...Modern Christianity believes in a strictly limited monarchy of God. ...So, with reference to the Unity of God, Islam has grasped a truth which is vital to all true religions. ...Monotheism is essential to the unifying of the human soul and so its victory over the world. Here, too, Islam has conserved a truth of the first importance."*

সত্য-সেৱক, সমাজ-সংস্কাৰকৰ কৰ্তব্য বাটত অলেখ কাঁইট আৰু জেং আছে। নিজৰ কৰ্তব্য জ্ঞানেৰে আল্লাৰ নামত বল বান্ধি, হিমালয়ৰ নিচিনা অটল, আকাশৰ নিচিনা মুকলি হিয়া লৈ, সেই বাধা-বিঘিনিপূৰ্ণ কৰ্ম-ক্ষেত্ৰত সোমাব লাগিব। ইয়াৰ নিভাঁজ নিঘূণী আৰ্হি হজৰত ৰছুল-কৰিমৰ (দঃ) জীৱনত ফট্ফটীয়াকৈ দেখিবলৈ পোৱা যায়।

নবীয়ে-আৰবীয়ে (দঃ) মানৱ সমাজক আল্লাৰ বাটলৈ আহ্বান কৰিবলৈ সাজু হ'ল, কিন্তু কামটো যে বৰ টান। দেশ-জুৰি সকলোৱে অতীজৰে পৰা পুতলা-পূজা কৰি আহিছে; হঠাৎ তাৰ বিৰুদ্ধে থিয় হ'ব লাগিব। সহায় নাই, সাৰথি নাই। এজন-দুজনৰ বিৰুদ্ধে নহয়, গোটেই আৰব দেশৰ বিৰুদ্ধে। বিবি

---

* *The Challenge of the Non-Christian Religions. p.29-31.*

খদিজাই সাহ দি ক'লে—"প্ৰচাৰ আৰম্ভ কৰক; নিশ্চয় আল্লাহ্ আপোনাৰ সহায় হ'ব।"

## প্ৰথম মুছলিম দল ঃ

জনাব ৰেছালৎমাবে পোনতে বাছি বাছি আপোন মানুহৰ ঘৰে ঘৰে মনে মনে সেই সত্য সনাতন ইছলাম-শিঙা বজাবলৈ ধৰিলে। তেখেতে ক'লে—"আহা ভাই! আল্লাৰ তত্ত্ববাহক মই, আল্লাৰ বাণী তোমালোকক শুনাবলৈ আহিছোঁ। কাণ পাতি মন দি শুনা—'লা ইলাহা ইল্লাল্লাহু মোহম্মদুৰ ৰছুলুল্লাহ্' (আল্লাত বাজে উপাস্য নাই, মোহম্মদ তেওঁৰ ৰছুল)।"

কোনোৱে নুশুনিলে, কোনোৱে নুবুজিলে, সকলোৱে হাঁহি উৰাই দিলে। তেখেত নিৰাশ হৈ ঘৰলৈ উভতিল। কিন্তু আল্লাৰ কাম কোনেও ভেটা দি ৰাখিব নোৱাৰে। জয়-জয়তে বিবি খদিজাই আগ বাঢ়ি ক'লে—"মই নিমন্ত্ৰণ গ্ৰহণ কৰিলো; মোক আল্লাৰ বাট দেখুৱাই দিয়ক।"

ৰছুল-কৰিমে (দঃ) নিজৰ কাম কৰি গৈ আছে—শুনা, নুশুনা সিহঁতৰ ইচ্ছা। দিনচেৰেকৰ পাচতে, তেখেতৰ দদায়েক আবু তালেবৰ পুতেক হজৰত আলীয়ে এদিন ৰছুল-কৰিম (দঃ) আৰু বিবি খদিজাক নামাজ পঢ়া দেখি আচৰিত হৈ সুধিলে—"আপোনালোকে কি পঢ়িছে? কাক সেৱা কৰিছে? আপোনালোকৰ আগত দেখোন কোনো দেৱতাও নাই।"

ৰছুল-কৰিমে (দঃ) পৌত্তলিকতাৰ অসাৰতা আৰু ইছলাম নো কি, তাক ভালকৈ বুজাই দিয়াত পাচদিনা পুৱাই তেওঁ বাপেকে নজনাকৈ তলে তলে উপযাচি মুছলমান হ'ল। তেওঁৰ বয়স তেতিয়া ১৩ বছৰ মাথোন। তাৰ পাচত তেখেতৰ আল্‌ধৰা উম্মে-আয়মানে, ল'ৰা-কালৰ বন্ধু হজৰত আবুবকৰ চিদ্দিকে আৰু তেখেতে মুক্ত কৰি দিয়া জায়েদে ইছলাম গ্ৰহণ কৰে। কাৰণ, এওঁলোকে নবুৱতৰ আগৰে পৰা ৰছুল-কৰিমক (দঃ) ভালকৈ জানিছিল। তাৰ অলপ দিনৰ পাচত হজৰত বিলাল, হজৰত আমৰ-বেন্-আম্বাছা, হজৰত খালেদ-বেন্-ছায়াদ ইছলামত দীক্ষিত হয়। তিৰোতাৰ মাজত বিবি খদিজাৰ পাচত, হজৰত আম্বাছৰ বিবি উম্মল-ফাজ্‌ল্, হজৰত আমিছৰ জীয়েক আছমা, হজৰত ওমৰৰ ভনীয়েক ফাতিমা পোনতে মুছলমান হয়।

ৰছুল-কৰিমৰ (দঃ) ঘাই ভক্ত হজৰত আবুবকৰ চিদ্দিক এজন ধনী,

মানী, ধীৰ, জ্ঞানী, সাধু আৰু নামী সাউদ আছিল। তেওঁৰ নাম আছিল আব্দুল্লাহ্-বেন্-ওছ্মান ওৰফে আবু কোহাফা। তেওঁ ৰছুল-কৰিমতকৈ (দঃ) দুবছৰৰ সৰু। তেৱোঁ ইছলাম প্ৰচাৰ কৰিবলৈ ধৰিলে। হজৰত বিলালক তেৱেঁই কিনি আনি মুক্ত কৰি দিয়ে।

নবুৱতৰ পাচত ৩ বছৰলৈকে, এইদৰে মনে মনে ইছলাম প্ৰচাৰ কৰা হয়। সত্য আৰু ন্যায়ৰ প্ৰভাৱত বাদে আন কোনো প্ৰলোভন নাছিল, কোনো আকৰ্ষণ নাছিল। হজৰত ওছমান, জোবেৰ, আব্দুৰ্ৰহমান-বে্ন-আওফ, তাল্হা, ছায়াদ-বে্ন-আক্কাছ, আবু ওবায়দা, ওছ্মান-বে্ন-মাজ্উন, ছোহেব ৰুমী, আব্দুল্লাহ্-বেন্-মাছ্উদ আদি ৪০ জন মানুহ, ভাবী বিপদলৈ ভয় নকৰি ককাই-ভাই, ভাই-ভনী, মিতিৰ-কুটুম, বন্ধু-বান্ধৱৰ পৰা বিচ্ছেদ হৈ আৰু সাতামপুৰুষীয়া আথাও-পুথাওৰ ধৰ্ম এৰি ইছলামত দীক্ষিত হ'ল। এই সময়ত ৰছুল-কৰিমে (দঃ) মাজে মাজে মুছলমানবিলাকক দূৰৈৰ পৰ্বতলৈ নি তাত মনৰ হেঁপাহেৰে, সেই নিৰাকাৰ 'ৱাহ্দাহু লা-শ্বৰিক'ৰ (এক অদ্বিতীয় অংশবিহীনৰ) 'এবাদত'ত (উপাসনাত) লিপ্ত থাকে। এই তিনি বছৰৰ পাচত, আল্লাহ্ তা'আলাই দেখা-দেখিকৈ ইছলাম জাৰি কৰিবলৈ হজৰত আফতাৱে ৰেছালতক হুকুম দিলে। এনে আদেশ পোৱাৰ পাচত, তেখেত উত্ৰাৱল হৈ পৰিল, মনে মনে আৰু থাকে কেনেকৈ?

## কোৰেচবিলাকৰ শত্ৰুতা

যেতিয়া কোৰেচবিলাকে জানিব পাৰিলে যে, পৌত্তলিকতাৰ সঁচ মৰাই হৈছে ইছলামৰ ঘাই উদ্দেশ্য, তেতিয়া সিহঁত তেখেতৰ ঘোৰ কাল শত্ৰু হৈ পৰিল। সিহঁতৰ মাজত আবু ছুফিয়ান, আবু লাহাব, আবু জেহেল, অলিদ, আছ, ওমাইয়া, নজৰ-বে্ন-ছইদ আদিয়েই মুখাল আছিল।

### প্ৰকাশ্যে ইছলাম জাৰি কৰা ঃ

দেখা-দেখিকৈ ইছলাম জাৰি কৰাৰ হুকুম পোৱাত, ৰছুল-কৰিমে (দঃ) পোন প্ৰথমে এৰাতি আপোন মানুহ (হাশ্বিম বংশৰ) ৪০ জনমানক নিমন্ত্ৰণ কৰি নিজৰ ঘৰলৈ আনে। আবু লাহাবে ইয়াৰ কাৰণ উমানতে ধৰি, ৰছুল-

কৰিমে (দঃ) কথা ক'বলৈ নৌপাওঁতেই এটা গোলমাল লগাই দি তেখেতক ক'লে—"তোৰ নিমিত্তে গোটেই আৰবৰ লগত শত্রুতা কৰাৰ আমাৰ শক্তি নাই, তোক ফাটকত বন্দী কৰি থোৱাহে যুগুত।" সেই দিনা ৰছুল-কৰিমে (দঃ) একো কৰিব নোৱাৰি, আকৌ এদিন এই দৰে আপোন মানুহবিলাকক নিমন্ত্রণ কৰি ঘৰলৈ আনে। খোৱা-বোৱা শেষ হোৱাৰ পাচত, আবু লাহাবক কথা ক'বলৈ চল নিদি, তেখেতে ক'লে—"মই আপোনালোকলৈ ইহকাল আৰু পৰকালৰ নিমিত্তে এনে 'নিয়ামত' (মঙ্গল) আনিছোঁ যে, ইয়াৰ আগেয়ে আৰবৰ কোনেও তেওঁৰ স্বজাতিৰ নিমিত্তে কেতিয়াও অনা নাই। মই আল্লাৰ হুকুম মতে, সেই নিয়ামতৰ ফালে আপোনালোকক 'দাৱাত' (আহ্বান) কৰিছোঁ। কৰ্তব্যৰ এই কঠোৰ পৰীক্ষাত আপোনালোকৰ মাজত কোনে মোক সহায় কৰিব, কোন মোৰ লগৰীয়া হ'ব? যি আল্লাৰ ৰছুল, তেওঁ আল্লাত বাজে কালৈকো ভয় নকৰে।" তেতিয়া হজৰত আলীয়ে ঘপৰাই মাত লগালে—"মই সাজু আছোঁ।" আপঁইতা হজৰত আলীৰ মুখৰ পৰা এনে কথা শুনি সকলোৱে তেওঁৰ বাপেক আবু তালেবক পাৰেমানে থেকেৰা ঠহা দিবলৈ ধৰিলে।

ৰছুল-কৰিম (দঃ) সত্যৰ মহা সেৱক আৰু কৰ্তব্যৰ মহা সাধক। ল'ৰাকালৰ পৰা তেখেত সকলোৰে চেনেহৰ পাত্র আছিল। তেখেতৰ সত্যবাদিতা আৰু কৰ্তব্যপৰায়ণতাত মুগ্ধ হৈ মক্কাৰ ল'ৰাৰ পৰা বুঢ়ালৈকে সকলোৱে তেখেতক অন্তঃকৰণেৰে সৈতে ভক্তি কৰিছিল, কিন্তু 'চোৰে নুশুনে ধৰ্মৰ কাহিনী'—যেতিয়াৰে পৰা তেখেতে ইছলাম জাৰি কৰিবলৈ ধৰিলে, তেতিয়াৰে পৰা তেখেত সিহঁতৰ চকুৰ কুটা, দাঁতৰ শাল হৈ পৰিল। ঘৰে-পৰে চুবুৰীয়ে চুবুৰীয়ে শত্রু। ল'ৰাকালৰ বন্ধুবিলাকে বাটত দেখা পালেই ঠাট্টা কৰি কয়—"কি হে, তুমি বোলে স্বৰ্গৰ বাতৰি জানা?"

মানুহবিলাকৰ দুৰ্ব্যৱহাৰত তেখেত অলপো বিতত নহ'ল, বৰং তেখেতৰ উদ্যম একাচি চৰিলেহে।

আনেকাদিনা ৰাতিপুৱা ছাফা পৰ্বতত উঠি ৰছুল-কৰিমে (দঃ) ৰিঙিয়াই নগৰৰ প্ৰত্যেক ফৈদৰ নাম কাঢ়ি মানুহবিলাকক মাতিবলৈ ধৰিলে। সকলো মানুহ থুপ খালত, তেওঁলোকক তেখেতে সুধিলে—"মই যদি তোমালোকক

কওঁ, পৰ্বতৰ সিফালে এদল শত্ৰু সৈন্য হঠাৎ তোমালোকৰ সকলো বস্তু-বাহানি লুটি নিবলৈ খাপ লৈ বৈ আছে, তোমালোকে মোৰ কথা পতিয়াবানে?"

সকলোৱে একেষাৰ মাতেৰে উত্তৰ দিলে—"নিশ্চয়, তোমাক কেতিয়াও মিছা কথা কোৱা দেখা নাই।"

তেতিয়া হজৰত ৰছুলে (দঃ) ক'লে—"তেন্তে শুনা, তোমালোকৰ ইহকাল-পৰকালৰ কল্যাণ নহ'ব, যেতিয়ালৈকে তোমালোকে মহামন্ত্ৰ 'লা ইলাহা ইল্লাল্লাহ্' (তেওঁৰ বাজে আন ঈশ্বৰ নাই, আল্লাই একমাত্ৰ ঈশ্বৰ) গ্ৰহণ নকৰা।"

আবু লাহাবে এই কথা শুনি খঙত জ্বলি-পকি ক'লে—"তাব্বান্‌লাকা (তোৰ সৰ্বনাশ হওক), এই বাবেই আমাক মাতিছিলিনে?"

সকলোৱে দিহা-দিহি গুচি গ'লত, আবু লাহাবে ৰছুল-কৰিমক (দঃ) অকলৈ পাই মাৰি পেলাবলৈ দুই হাতে দোডোখৰ শিল তুলি লৈছিল। এনেতে 'তাব্বাত ইয়াদা' চুৰা নাজিল হ'ল। 'তাব্বাত ইয়াদা আবিলাহাবিও অতাব্বা' (আবু লাহাবৰ হাত দুইখনি নষ্ট হওক)—ৰছুল-কৰিমে (দঃ) এই ফাঁকি 'চুৰা' মতা মাত্ৰকে তাৰ হাত দুইখন ঠেৰেঙা হৈ পৰিল, মাৰিবৰ শক্তি আৰু নাইকিয়া হ'ল। এই সময়ত ৰছুল-কৰিমৰ (দঃ) বয়স ৪৩ বছৰ আছিল।

জগতৰ এই সনাতন মহা মন্ত্ৰটি সকলোৱে তেনেই পাহৰি গৈছিল, আজি বহুত দিনৰ মূৰত ন-কৈ ছাফা পৰ্বতৰ টিঙৰ ওপৰত প্ৰতিধ্বনিত হ'ল। জগতৰ সকলো জাতিয়ে 'একম্' (ৱহদহু)ক স্বীকাৰ কৰে, কিন্তু দৰাচলতে তাত বিশ্বাস অনেকে নকৰে। ঈশ্বৰত্বৰ কোনো ৰকমৰ গুণ আল্লাৰ বাজে আৰু কাৰো নাই। এই বিশ্বাসৰ নামেই হৈছে প্ৰকৃত 'তৌহিদ' (একেশ্বৰবাদ)। ইহকাল-পৰকালৰ সকলো কল্যাণ এই মহামন্ত্ৰৰ ভিতৰতে আছে। কাৰণ, মানুহৰ সকলো ৰকমৰ কল্যাণৰ মূলমন্ত্ৰ হৈছে মুক্তি আৰু স্বাধীনতা। এই মুক্তি বা স্বাধীনতা আত্মাৰ মুক্তি আৰু বিবেকৰ স্বাধীনতাৰ ওপৰত তেনেই নিৰ্ভৰ কৰিছে। কিন্তু যেতিয়ালৈকে মানুহে প্ৰত্যেক নগণ্য আৰু কল্পিত শক্তিৰ দাসত্বৰ পৰা মুক্তি লাভ কৰিব নোবাৰে, যেতিয়ালৈকে সকলো শক্তিৰ এক মাথোন মহাকেন্দ্ৰৰ লগত নিজক সংশ্লিষ্ট কৰিব নোবাৰে, তেতিয়ালৈকে সি ওপৰলৈ কেতিয়াও উধাব নোৱাৰে। তেতিয়া ৰছুল-কৰিমৰ (দঃ) এই

বক্তৃতাৰ বিশেষ কোনো গুটি নধৰিলে হয়, কিন্তু তেখেতৰ শিক্ষা আৰু উপদেশ লৈ মক্কাৰ ঘৰে ঘৰে সকলোৱে কোৱা-মেলা কৰিবলৈ ধৰিলে। এই সময়ত এদিন তেখেতে কেইজনমান ভক্তক লৈ কা'বাত এই একেশ্বৰবাদৰ প্ৰচাৰ কৰিব খোজাত, কেউফালৰ পৰা মাৰ-মাৰকৈ সকলোৱে খেদি আহিল। এই সময়ত বিবি খদিজাৰ আগৰ স্বামীৰ ফালৰ পুতেক হাৰেছে প্ৰতিবাদ কৰাত, কোৰেচবিলাকে তেওঁক বধি কা'বাৰ চোতালখন তেজেৰে ৰঙা কৰি পেলালে। এয়ে ইছলামৰ প্ৰথম শ্বহীদ।

আবু ল্যাহাবৰ ঘৈণীয়েক উম্মে জমিলাই (আবু ছুফিয়ানৰ ভনীয়েক) ৰছুল কৰিমৰ (দঃ) ওপৰত শত্ৰুতা কৰাত, তাইৰ গিৰীয়েককো চেৰ পেলাইছিল। এই পাপীয়সীয়ে যেনে-তেনেকৈ তেখেতক কষ্ট দিবলৈ উঠি-পৰি লাগিছিল। আনকি, ৰাতি তেখেতৰ অহা-যোৱা বাটত কাঁইট, জেং আদি পেলাই থৈছিল, যাতে তেখেতৰ ভৰিত কাঁইটে ফুটে। আম্‌ৰু, লেবিদ আদি নামজ্বলা কবিসকলে তেখেতক নিন্দা কৰি কবিতা লিখি আৰব দেশৰ সকলো ঠাইতে প্ৰচাৰ কৰিছিল।

পৃথিৱীত যেয়ে যেতিয়া সত্য প্ৰচাৰ কৰিবলৈ আহিছে, সেয়ে জ্বলা-কলা হৈছে। এইদৰে নুহ (Noah) (আঃ), মুছা (Moses) (আঃ), ইব্ৰাহিম (Abraham) (আঃ) আদি পয়গম্বৰসকল নথৈ নিকাৰ ভুঞ্জি গৈছে। এই দৰে ঈছা (যীছু) (আঃ) পয়গম্বৰেও পৰেঙনি (Cross)ৰ ওপৰত মৃত্যুৰ ভয়ত "ঈলী ঈলী লামা চব্‌গতনী?" (হে মোৰ প্ৰভু, হে মোৰ প্ৰভু! তুমি মোক কেলেই এৰিলা?) কৈ কৈ গুচি গৈছিল। দেখা গৈছে পুৰোহিত আৰু যাজক শ্ৰেণীৰ মানুহেই সদায় সকলো সংস্কাৰৰ ঘাই শত্ৰু।

সদৌ জাজিৰতুল আৰব (Arabian Peninsula)ৰ মাজত তেতিয়া কা'বাই আছিল এটা মাথোন দৌল। এই দৌল ৩৬০টা প্ৰতিমূৰ্তিৰে খুন্দ খাই আছিল। হিন্দু মতে শিৱ মূৰ্তি ইয়াৰে মাজৰ এটা। এই দেবালয়ৰ পূজাৰী আৰু পুৰোহিত—কোৰেচ। এই দেৱ-দেৱীৰ আলমতে তেওঁলোকে আৰবত ৰজাৰ আসন পাইছিল। যেতিয়া ৰছুল-কৰিমে (দঃ) ঘোষণা কৰি দিলে যে, মানুহে নিজে গঢ়ি লোৱা এই দেৱ-দেৱীৰ পূজা কৰা কেৱল মূৰ্খতা মাথোন— এই পুতলাবোৰৰ ভাল-বেয়া কৰিবৰ এধানমানো ক্ষমতা নাই, তেতিয়াই কোৰেচবিলাক জাঙুৰ খাই উঠি তেখেতৰ শত্ৰু হৈ পৰিল।

**সাম্য-ভাব ঃ**

ৰছুল-কৰিমে (দঃ) আৰু ঘোষণা কৰি দিলে যে, সকলো মানুহ আল্লাৰ সন্তান, সকলো সমান, সকলো ইটো-সিটোৰ ভাই-ককাই, ইয়াত ডাঙৰ-সৰু নাই আৰু এটাই আন এটাক সৰু বুলি ভবা মহা পাপ। শুদ্ধচিত্ত পবিত্ৰাত্মা হ'লে, এজন অস্পৃশ্য জাতিৰ মানুহো আল্লাৰ আগত এজন অপবিত্ৰচিত্ত ৰাজাধিৰাজতকৈ বেছি প্ৰিয়; মুছলিম সমাজত জন্মগত কোনো ইতৰ ভেদ নাই; আল্লাৰ ঘৰত 'শ্বাহানশ্বাহ' (ৰাজাধিৰাজ) আৰু টোকোনা ছাল-ছিগা ফকীৰ একে শাৰীতে থিয় হৈ প্ৰকৃত ভ্ৰাতৃভাৱে অনুপ্ৰাণিত হৈ একে পিতাৰ কৰুণা ভিক্ষা মাগিব পাৰে।

অনেকৰ ধাৰণা যে, ফৰাচী ৰাষ্ট্ৰ-বিপ্লৱৰ পৰাহে জগতত, স্বাধীনতা ভ্ৰাতৃত্ব আৰু সাম্য-ভাব—এই তিনিটা সাধাৰণতন্ত্ৰৰ মৌলিক বিষয়ৰ শিক্ষা পালে; কিন্তু দৰাচলতে সেইটো তেনেই ভুল। বুৰঞ্জী আৰু হদিচ আদিয়ে ফট্‌ফটীয়াকৈ সাক্ষ্য দিছে যে, তেৰশ বছৰৰ আগেয়ে মৰু-আৰবৰ নিৰক্ষৰ ৰছুল-কৰিমেহে (দঃ) সম্পূৰ্ণৰূপে এই বিষয়ে শিক্ষা দি গৈছে। এই সম্পৰ্কে Professor Lake চাহেবে এইদৰে সাক্ষ্য দিছে ঃ "It is a singular fact that whilst the rest of the world was sunk in serfdom, Islam practised Liberty, Fraternity, and Equality. It was Muhammad and his disciples who helped democracy in rising to a higher rung–ie socialism."

বাস্তৱিক সেই অসভ্য যুগত যেতিয়া সদৌ জগতক নৈতিক, মানসিক আৰু আধ্যাত্মিক মৰণে অধিকাৰ কৰিছিল, তেতিয়া নিৰক্ষৰ নবী-কৰিমে (দঃ) গণতন্ত্ৰ (Democracy)ৰ বিষয়ে যি কৰি গৈছে, এই সভ্য যুগত যোৱা দুশ বছৰৰ ভিতৰতো তেনে কোনেও কৰিব পৰা নাই। ফৰাচী ৰাষ্ট্ৰ-বিপ্লৱ (The French Revolution)ৰ পাচত (Reform Bill of England) আৰু বলশ্বেভিক আন্দোলনে যি কৰিছে, সেইটো তাৰ আগত তেনেই নগণ্য।

যুগে যুগে মূৰ্তি পূজা চলি আহিছে। হঠাৎ কোৰেচবিলাকে ইয়াৰ বিৰুদ্ধে প্ৰতিবাদ ধ্বনি শুনিবলৈ পালে। ইছলামৰ এই সাম্য-ভাবৰ নীতিবিলাক শুনি তেওঁলোক গৰ্জি উঠিল। "সাতামপুৰুষীয়া বোপা-ককাৰ ধৰ্ম আৰু মুনি-ঋষিৰ ব্যৱস্থা আজি মিছা হ'ল নেকি? ই কি কয়। ইয়াৰ ধৰ্মহে সঁচা হ'ল

নেকি? আমাৰ দেৱ-দেৱী এনে অধম হ'লনে? এনে দেৱ-নিন্দা! ইমান স্পৰ্ধা! আমাৰ বোপা-ককা সকলোবোৰ অজগৌ আছিল নেকি? তেওঁলোক মহা পাতপী নেকি? ই বলিয়া! বলিয়া!! ই নিশ্চয় বলিয়া!!!" এই বুলি কোৰেচবিলাক খঙত টিক্‌চি-বিক্‌চি উঠিল।

আকৌ তাত ৰছুল-কৰিমে (দঃ) কন্যা-হত্যা, নৰ-বলি, ফটিকা পান, জুৱা খেল, সুত লোৱা, ডকাইতি, চুৰি, ব্যভিচাৰ, বন্দী-বেটীৰ ওপৰত পাশৱ অত্যাচাৰ আদিক—যিবোৰক আৰববিলাকে ধৰ্ম আৰু কৰ্তব্য কাম বুলি ইমান দিন ভাবি আহিছিল—উঠাবলৈ চেষ্টা কৰা দেখি, আৰববিলাকৰ মাজত এটা মহা খলকনি লাগি পৰিল।

সেই খলকনি আৰবৰ ইমূৰৰ পৰা সিমূৰলৈকে আৰু ভৈয়ামৰ পৰা পৰ্বত টিঙলৈকে প্ৰতিধ্বনিত হ'ল। আৰববিলাক খঙত অধীৰ হৈ ইছলামৰ বিৰুদ্ধে থিয় হ'ল। ৰছুল-কৰিম (দঃ) এতিয়া উপায়হীন। তেখেতে আৰু তেখেতৰ ভক্তসকলে নীৰৱে অত্যাচাৰ সহ্য কৰিবলৈ ধৰিলে; কিন্তু নিজৰ কৰ্তব্য কেতিয়াও নেপাহৰিলে। হাৰেছক অন্যায়কৈ সকলোৰে আগতে শ্বহীদ কৰা হ'ল, কিন্তু মুছলমানসকল তাত অকণমানো বিতত নহ'ল।

## আবু তালেবৰ ওচৰত ৰছুল-কৰিমৰ বিৰুদ্ধে কোৰেচবিলাকৰ গোচৰ ঃ

যেতিয়া ৰছুল-কৰিমৰ (দঃ) মনৰ বল, চৰিত্ৰৰ বল আৰু অদম্য উৎসাহ দেখিলে, তেতিয়া কোৰেচবিলাকে কেনেকৈ তেখেতক তেখেতৰ কৰ্তব্যৰ পৰা পিছলাব, তাৰ উপায় বিচাৰিবলৈ ধৰিলে। সিহঁতে গোট-পিট খাই আলচ কৰি দুদিন আবু তালেবৰ ওচৰলৈ ৰছুল-কৰিমৰ (দঃ) বিৰুদ্ধে ক'বলৈ গৈ চল নেপাই উভতি আহে। তাৰ পাচত এদিন তেওঁলোক আকৌ গ'ল আৰু ৰছুল-কৰিমক (দঃ) বহুত গৰিহণা দি, আবু তালেবক সতৰ্ক হ'বলৈ ক'লে। আবু তালেবে ৰছুল-কৰিমক (দঃ) মাতি আনি ক'লে, "বাবা! তুমি অলপ বিবেচনা কৰি কাম কৰিবা। যি ভাৰ ল'বলৈ মোৰ শক্তি নাই, তেনে ভাৰ মোৰ গাত নিদিবা।" তেখেতে উত্তৰ দিলে, "এওঁলোকে মোৰ কথা মানি ল'লেই লেঠা মৰে—গোটেই আৰব স্বৰ্গীয় ধৰ্মৰ বান্ধনিৰে একেলগে বান্ধ খাব, আৰু সকলো দেশ আৰবৰ ভৰিত পৰিবহি।" তেতিয়া আবু লাহাব

আৰু আনবোৰে সুধিলে, “কি কথা ভাগুি-পাতি খৰচীয়া মাৰি কোৱা।” তেখেতে গহীন মাতেৰে ক'লে, “লা ইলাহা ইল্লাল্লাহ পঢ়া, তাত বিশ্বাস কৰা।” তাৰ পাচত বীৰ দৰ্পে সিংহৰ দৰে গৰ্জি উঠি তেখেতে আবু তালেবক ক'লে, “ইহঁতে যদি মোৰ সোঁ হাতত বেলিটো আৰু বাঁও হাতত জোনটো আনি দিয়ে, তথাপি এই মহা সত্যৰ সেৱা আৰু কৰ্তব্যৰ পৰা অলপো বিচলিত নহওঁ। হয় আল্লাই মোক জয়ী কৰিব, নহয় ধ্বংস কৰিব। কিন্তু মই কেতিয়াও নিজৰ কৰ্তব্য এৰিব নোৱাৰোঁ।”

আহা, ই কেনে ধৰ্ম ভক্তি! ই কেনে ত্যাগৰ জ্বলন্ত দৃষ্টান্ত!

কোৰেচবিলাকে যিতিয়া দেখিলে যে, ভয় দেখুৱালতো আবু তালেবক ঘূৰাব নোৱাৰিলে, তেতিয়া তেওঁক লোভ দেখুৱাই হাতলৈ আনিবলৈ চেষ্টা কৰিলে। দিনচেৰেকৰ পাচত কোৰেচবিলাকে এদিন ওমাৰা-বেন্-অলিদ নামেৰে এজন অতি ধনী, সৰবৰহী, সুবোধ, সচ্চৰিত্ৰ চফল ডেকাক লগত আনি আবু তালেবক ক'লে “আমি এই ডেকাজনক আপোনাক দিছোঁ, আপুনি তেওঁক পো বুলি লওক আৰু তেওঁৰ সলনি মোহম্মদক আমাৰ হাতত এৰি দিয়ক, আমি তাক এফলীয়া কৰি নিৰাপদ হ'ম। আপুনি মানুহৰ সলনি মানুহ পালে যেতিয়া, আপোনাৰ একো হানি-বিঘিনি নাই।”

আবু তালেবে এই প্ৰস্তাৱ শুনি তবধ মানিলে। তেওঁ তেতিয়াই ৰিঙিয়ালে—“হাশ্বেম আৰু মোত্তালেব বংশৰ কোন ক'ত আছা আহাঁ। চোৱা, এওঁলোকে এই এতীম মোহম্মদক বধ কৰিবলৈ আলচিছে। তোমালোকে মোক সহায় কৰিবানে?” আবু লাহাবত বাজে সকলোৱে উত্তৰ দিলে— “নিশ্চয়, আমি সাজু আছোঁ।”

সেই দিনা ৰছুল-কৰিমক (দঃ) ঘৰত নেদেখি, আশংকা কৰি আবু তালেবে খণ্ডত হাশ্বেম আৰু আব্দুল মোত্তালেব বংশৰ ডেকাসকলক তৰোৱাল লুকুৱাই লৈ তেওঁৰ লগত কা'বালৈ যাবলৈ হুকুম দিলে। হুকুম পোৱা মাত্ৰকে সকলো সাজু। আবু তালেবে ক'লে, “এজন এজনকৈ গৈ কোৰেচবিলাকক প্ৰত্যেকৰ গুৰিত বহি যাবা। দেখিবা, এবনুল্হান্জলিয়া (আবু জেহেল) যেন এৰা নপৰে। মোহম্মদক যদি মাৰি পেলাইছে, তেনেহ'লে... ...।” সেই সময়ত হঠাৎ জায়েদ-বেন্-হাৰেছা আহি ক'লে, “সকলোৱে মঙ্গল। মই তেখেতৰ লগতে আছিলো, তেখেত ভালে আছে।” আবু তালেবৰ মনৰ

খুকুনি তেতিয়াও নমৰা দেখি, তেতিয়াই জায়েদ গৈ ৰছুল-কৰিমক (দঃ) আবু তালেবৰ ওচৰলৈ আনিলে। তেতিয়া আবু তালেবে লুকুৱাই থোৱা তৰোৱালবোৰ উলিয়াই জোকাৰি দেখুৱাই ক'লে, "যদি ইহঁতে মোহম্মদক হত্যা কৰিলেহেঁতেন, আজি তহঁতৰ কাকো সুখেৰে নেৰিলোহেঁতেন। তাৰ পাচত আমালোক সকলো জাহ গ'লোহেঁতেন।" এই কথা শুনি, আবু জেহেল আদি সকলো জঁই পৰিল, পাচত হতাশ হৈ মনে মনে ঘৰা-ঘৰি গুচি গ'ল।

## কঠোৰ পৰীক্ষা ঃ

আবু তালেবক একোপধ্যে বলে নোৱাৰি, কোৰেচবিলাকে ভাবিলে যে, ন-মুছলিমবিলাকক এপালী ভালকৈ দিব পাৰিলেহে সিহঁতে ইছলাম এৰিবলৈ বাধ্য হ'ব।

ভক্তকুল-চূড়ামণি হজৰত বিলালৰ নাম সকলো মুছলমানে জানে। তেওঁ উমাইয়াৰ এজন আপচু, কদাকাৰ, কুৎচ হাবচী গোলাম আছিল। তেনে গোলামৰ ক'তো ঠাই নাই। তেওঁৰ ৰং ক'লা আছিল হয়, কিন্তু ৰছুল-কৰিমৰ (দঃ) সংসৰ্গত কেইদিনমান থকাত, সত্যৰ জ্যোতিয়ে তেওঁৰ অন্তৰ পোহৰ কৰি পেলালে। যেতিয়া উমাইয়াই শুনিলে যে, তাৰ গোলাম বিলালে ইছলামত দীক্ষিত হৈ "ৱহদাহু লাশ্বাৰিকালাহু" (একমেবাদ্বিতীয়) পঢ়িছে, তাৰ খঙে মূৰৰ চুলি পালেগৈ আৰু সি নানাৰূপে তেওঁক বৰ হাৰাশাস্তি কৰিবলৈ ধৰিলে।

সি গৰুৰ দৰে হজৰত বিলালৰ ডিঙিত জৰী মেৰাই বজাৰৰ ল'ৰাবিলাকক দিয়ে। ল'ৰাবিলাকে জৰীডাল ধৰি টানি টানি আলিবাটে আলিবাটে হুই হুই শব্দ কৰি মাৰি মাৰি লৈ ফুৰে আৰু আধা-মৰা কৰি উমাইয়াক দি যায়। উমাইয়াই তেতিয়া হজৰত বিলালক কয়—"এতিয়াও মোহম্মদৰ ধৰ্ম এৰ।" হজৰত বিলালে উত্তৰ দিয়ে—"ৱাহদ্, ৱাহদ্ (একম্ একম্)।" উমাইয়াই তেতিয়া ভৰ দুপৰীয়া হজৰত বিলালক মৰুভূমিৰ 'ৱাথা' বোলা ঠাইখনলৈ নি জুই যেন তপত বালিৰ ওপৰত, ওপৰলৈ মুখকৈ শুৱাই, তেওঁৰ বুকুৰ ওপৰত বৰ গধুৰ শিল এডোখৰ আনি হেঁচা দিয়ে আৰু কয়—"এতিয়াও মোহম্মদৰ ধৰ্ম এৰ, নহ'লে আৰু বেছি শাস্তি পাবি।" হজৰত বিলালে তেতিয়াও আধা-মৰা, আধা অচেতন অৱস্থাত কয়—"ৱাহদ্, ৱাহদ্।" যেতিয়া

উমাইয়াই দেখিলে যে, হজৰত বিলালক একোপধ্যে তাৰ ফাললৈ ঘূৰাব নোৱাৰি, তেতিয়া তেওঁৰ আহাৰ বন্ধ কৰি দিয়ে আৰু ভোকত ছট্‌ফটালে চমতাৰে মাৰি মাৰি গাৰ ছাল ছিঙি তেজ বোৱাই দিয়ে। হজৰত বিলালে যন্ত্ৰণাত চেঙুলুটি পাৰিবলৈ ধৰে; কিন্তু তথাপি তেওঁৰ মুখত সেই "ৱাহদ্‌, ৱাহদ্‌।" কোনোমতে একো কৰিব নোৱাৰি, উমাইয়াই ৰাতি এটা সৰু খোঁটালিত বন্ধ কৰি আগৰ দৰে শাস্তি দিবলৈ ধৰে। কিন্তু তেতিয়াও তেওঁ সেই 'একম'ৰ নামৰ জয় ঘোষণা কৰে। ধন্য তেওঁৰ সহিষ্ণুতা! ধন্য তেওঁৰ সংগ্ৰাম! এনে কষ্ট আৰু যাতনা সহ্য কৰিও তেওঁ 'ইমান' (ধৰ্ম বিশ্বাস) আৰু কৰ্তব্যৰ পৰা এতিলমানো বিচলিত নহ'ল। এদিন হজৰত আবুবকৰে শেহ নিশা সেই ফালেদি যাওঁতে বাহিৰৰ পৰা এই অত্যাচাৰৰ কথা শুনি ৰাতিপুৱা উমাইয়াৰ ওচৰলৈ আহি তিনটা গোলামৰ বেচ দি হজৰত বিলালক কিনি লৈ ৰছুল-কৰিমৰ (দঃ)আগলৈ নি মুক্ত কৰি দিলে। হজৰত বিলালৰ ধৰ্ম-ভাব দেখি ৰছুল-কৰিমে (দঃ) তেওঁক অন্তঃকৰণেৰে সৈতে চেনেহ কৰিছিল। তেওঁৰ মাত বৰ ডাঙৰ আৰু সোৱাদ আছিল দেখি তেখেতে তেওঁক 'মোৱাজ্জন' (আজান দিয়া মানুহ) পাতি ল'লে। হজৰত বিলালৰ আজানৰ সুখ্যাতি আজিলৈকে মানুহৰ মুখত শুনা যায়।

এই সময়ত হজৰত আবুবকৰে বহুত টকা দি আম্মাৰ, মাহ্‌দিয়া আদি ৭জন ন-কৈ দীক্ষিত বন্দী-বেটীক তেওঁলোকৰ গিৰিহঁতৰ পৰা কিনি আনি খালাচ কৰি দিয়ে। অতীজৰে পৰা পৃথিবীৰ সকলো জাতিৰ মাজত মানুহ বেচা-কিনা আৰু দাসত্ব প্ৰথা চলি আছিল, কিন্তু ইছলামেহে এই ঘৃণনীয় প্ৰথাৰ গুৰিতে কুঠাৰ মাৰে।*

আম্মাৰৰ ওপৰতো এইদৰে নানা ৰকমৰ অত্যাচাৰ হৈছিল। মাৰৰ কোবত আম্মাৰ (ৰাঃ) কেতিয়াবা মূছকঁছগৈ বাগৰি পৰে, তথাপি তেওঁ কেতিয়াও কৰ্তব্য-ভ্ৰষ্ট নহ'ল। তেওঁৰ বুঢ়া বাপেক য়্যাছেৰে (ৰাঃ) কোৰেচৰ অত্যাচাৰত প্ৰাণকে হেৰুৱালে।

## তিৰোতাৰ মাজত প্ৰথম শ্বহীদ ঃ

আম্মাৰৰ (ৰাঃ) বুঢ়ীমাক ছোমায়্যাই স্বামী য়্যাছেৰৰ মৰাশ আৰু

---

** কোৰ্‌আন—চুৰা মোহম্মদ, ৪ আয়ত; চুৰা বকৰ, ১৭৭ আয়ত; চুৰা বলদ, ১৩ আয়ত।*

পুতেকৰ গোটেই গা তেজেৰে ৰঙা হৈ যোৱা দেখিও 'ইমান' নেৰিলে। অৱশেহত নৰাধম আবু জেহেলে এদিন খঙত জ্বলি এই বুঢ়ীৰ স্ত্ৰী-অঙ্গত যাঠি মাৰি শ্বহীদ কৰিলে। মুছলমান তিৰোতাৰ মাজত বিবি ছোমাইয়ায়ে প্ৰথম শ্বহীদ (martyr)।

কোৰেচবিলাকে যেতিয়া দেখিলে যে, হজৰত খাব্বাবে নথৈ কষ্ট ভুগিও, ইছলাম নেৰিলে, তেতিয়া এদিন তেওঁলোকে তেওঁক দক্‌দকীয়া জুইৰ ওপৰত পেলাই বুকুৰ ওপৰত ভৰি দি হেঁচা মাৰি ধৰিছিল। জুই নুমাই গ'ল; কিন্তু তেও নৰাধমহঁতে তেওঁক এৰি নিদিলে। হজৰত খাব্বাবৰ পিঠিত এই পোৰা দাগ মৰাৰ দিনলৈকে আছিল।

হজৰত ওছমান এজন ধনী আৰু নামী মানুহ আছিল। তেওঁ ইছলাম গ্ৰহণ কৰাত, কোৰেচবিলাক খঙত অধীৰ হৈ তেওঁৰ দদায়েকক ফেঁটাই দি হাত-ভৰি বন্ধাই তেওঁক বৰ নিষ্ঠুৰভাৱে মৰায়। কোৰেচবিলাকে হজৰত ছোহায়েবক ধৰি দগৰি-পিটা দিয়ে, তেওঁ মাৰৰ কোবত ঠৰ্‌মৰ্ খাই পৰে; পাচত অত্যাচাৰ আৰু সহিব নোৱাৰি মদিনালৈ পলাই যায়। উমাইয়া আৰু তাৰ ভায়েক ওবাই হজৰত আফ্‌লাহৰ দুইখন ভৰি বান্ধি, টানি পথাৰলৈ নি তেওঁৰ টেঁটু টিপি হেঁচা মাৰি ধৰাত, তেওঁ অচেতন হৈ পৰে। চয়তানহঁতে বুজিলে যে, তেওঁ মৰিল; তেতিয়া সিহঁতে তেওঁক তাতে পেলাই গুচি যায়। হজৰত আবুবকৰে এই ঘটনাৰ কথা শুনি, বহুত টকা দি তেওঁক ৰক্ষা কৰে।

এই দৰে বিবি লাবিনা (ৰাঃ), বিবি জেন্নিৰা (ৰাঃ) আদি ভালেমান তিৰোতাক কোৰেচবিলাকে অত্যাচাৰ কৰিও সত্য ধৰ্মৰ পৰা তেওঁলোকক এখোজ পিছুৱাব নোৱাৰিলে।

কেইবছমান ন-মুছলমানবিলাকৰ বিলাইৰ সীমা নাইকিয়া হৈছিল। কোৰেচবিলাকে কাৰবাৰ চকু ফুটুৱাইছিল, কাৰবাক পানীত ডুবাইছিল, কাৰবাক জুইত পুৰিছিল, কাৰবাক লো তপত কৰি পুৰি দাগ দিছিল। ইমান কষ্ট পায়ো মুছলমানবিলাক সত্যভ্ৰষ্ট নহ'ল। এনে চানেকি জগতত নাই বুলিলেই হয়। যীছুৰ ঘাই শিষ্য পিটৰে (Peter) সামান্য কাৰণতে যীছুৰ কঠোৰ পৰীক্ষাৰ সময়ত তেওঁক পৰিহাৰ কৰি, নিজৰ প্ৰাণ ৰক্ষা কৰিলে। যিহুদাই শত্ৰুৰ ফলীয়া হৈ যীছুক ধৰাই দিলে।

### আবিচিনিয়ালৈ হিজৰত—ৰজব, নবুৱতৰ ৫ম বছৰ, ৬১৫ খৃষ্টাব্দ ঃ

ৰছুল কৰিমক (দঃ) লোভ দেখুৱায়ো হাত কৰিব নোৱাৰিলত, অত্যাচাৰ আৰু উৎপীড়নৰ পালী দোপতদোপে চৰিবলৈ ধৰিলে। তেতিয়া তেখেতে নিজৰ প্ৰাণলৈ এফেৰাও চিন্তা নকৰি ভক্তসকলক কেনেকৈ ৰক্ষা কৰিব পৰা যায়, সেই বিষয় ভাবিহে তেখেতৰ মন অথিৰ-অবিৰ হৈ পৰিল। কোৰেচবিলাকৰ তাপত তেওঁলোকে দেখা-দেখিকৈ উপাসনা আদি কাম কৰিব যে নোৱাৰেই, কোৰ্‌আনৰ এটা 'আয়তো' (শ্লোকো) মুখেৰে মাতিব নোৱাৰে। এদিন কা'বাত তেওঁলোকে কোৰ্‌আন পঢ়োঁতে, কোৰেচবিলাকে তেওঁলোকক মাৰি দগৰি পেলালে। এনে উত্তগুলিহে ভক্তসকলৰ গাৰ কষ্টতকৈ বেছিকৈ কষ্টকৰ হৈ উঠিল। হেন জানি মক্কাৰ পৰা আন ঠাইলৈ যোৱাটোৱেই থিৰ হ'ল। আবিচিনিয়াৰ (Abyssinia) 'নাজ্জাচী' (Negus) সুবিচাৰক বুলি প্ৰখ্যাত আছিল। 'নাজ্জাচী'ৰ অৰ্থ ৰজা। নাজ্জাচীৰ নাম আছিল আছ্‌মাহা। সেই দেখি, নবুৱতৰ ৫ম বছৰৰ (ৰছুল কৰিমৰ ৪৫ বছৰ বয়সত) ৰজব মাহত সকলোৱে পৰামৰ্শ অনুসৰি স্বধৰ্ম ৰক্ষাৰ কাৰণে ন-মুছলমানবিলাকৰ মাজৰ ১৫ জন মতা আৰু ৪ গৰাকী তিৰোতাই* জননী জন্মভূমিৰ মায়া আৰু যথাসৰ্বস্ব এৰি আবিচিনিয়াৰ ৰাজ দৰবাৰত আশ্ৰয় ল'লৈগে। এই বতৰা পায়েই কোৰেচবিলাকে তেওঁলোকক বাটৰ পৰা ধৰি আনিবলৈ খেদা ধৰিলে। কিন্তু ইয়াৰ আগেয়েই জাহাজ বন্দৰ এৰি গ'ল।

নাজ্জাচী ধাৰ্মিক খৃষ্টান আছিল। তেওঁ সকলোকে আদৰেৰে গ্ৰহণ কৰিলে। সকলোৱে সুখ-শান্তিৰে থাকিবলৈ ধৰিলে। তাৰ পাচত, ল'ৰা-ছোৱালীক বাদ দি, আবু তালেবৰ পুতেক হজৰত জাফৰতইয়াৰ, আব্দুল্লাহ্-বেন-মছ্উদ, আবু মুছা-আশ্বৰী আদি ৮৩ জন মতা আৰু ১৮ গৰাকী তিৰোতাই আবিচিনিয়ালৈ হিজৰত কৰিলে (পলালে)।

এই মুছলমানবিলাকক আবিচিনিয়াৰ পৰা ওলোটাই আনিবৰ কাৰণে, কোৰেচবিলাকে চাউৱাল মাহত মানুহ পঠাই দি তেওঁলোকক ফাকতি কৰি বতৰা দিলে যে, মক্কাৰ মুখিয়াল মানুহ সকলোখিনি মুছলমান হ'ল। তাকে

---

** এওঁলোকৰ লগত হজৰত ওছমান জিমুৰেইন আৰু তেওঁৰ বিবি ৰোকেয়া (ৰছুল কৰিমৰ ২য় জীয়েক) আছিল।*

পতিয়াই আব্দুল্লাহ্-বেন্-মছ্‌উদে কেইজনমান মানুহ লৈ মক্কালৈ উভতি আহে। বতৰাটো তেনেই অমূলক বুলি সু পাই, জনদিয়েক মানুহ বাটৰে পৰা আবিচিনিয়ালৈ উলটি গ'ল। যি কেইজন মক্কালৈ আহিল, তেওঁলোকক কোৰেচবিলাকে জুলুকি-জুলুকিকৈ শিকালে। তাৰ দিনদিয়েকৰ পাচত, নবী কৰিমৰ (দঃ) উপদেশ অনুসৰি আকৌ প্ৰায় এশমান মুছলমান মতা-তিৰোতা ছেগ চাই আবিচিনিয়ালৈ পলায়। কিন্তু হজৰত বিলাল, আম্মাৰ আৰু খাব্বাবৰ পক্ষে নবী কৰিমৰ বিচ্ছেদ-যাতনা অসহনীয়। সেই বাবে, তেওঁলোকে তেখেতক এৰি আন দেশলৈ যাবলৈ সৈমান নহ'ল। Sir William Muir চাহাবে লিখিছে—"ইয়াৰ দ্বাৰা আল্লাৰ কামত আত্ম-ত্যাগৰ এটা ফট্‌ফটীয়া আদৰ্শ সকলো মুছলমানৰ আগত দাঙি ধৰা গৈছে। তেওঁলোকে বিশ্বাস কৰিছিল যে, আল্লাৰ কামত বিপদ সহ্য কৰা আৰু দেশান্তৰ হোৱাটো এটা বিশেষত্ব আৰু গৌৰৱৰ বিষয়।"

## কোৰেচবিলাকৰ ন-ষড়যন্ত্ৰ—নাজ্জাচীৰ দৰবাৰত মুছলিম মোহাজ্বেৰীণ ঃ

মুছলমানবিলাকে আবিচিনিয়ালৈ গৈ অময়া সুখ-ভোগ কৰিছে বুলি বাতৰি পাই, কোৰেচবিলাকৰ চকুত টোপনি নহা হ'ল। তেওঁলোকক 'ফেৰাৰী আচামী' বুলি ধৰি আনিবৰ কাৰণে সিহঁতে ৰজালৈ বহুত ভেঁটী-ভাৰ দি আব্দুল্লাহ্-বেন্-ৰাবিয়া আৰু আমৰ-বেন্-আছ নামেৰে দুজন উপযুক্ত মানুহক বাছি আবিচিনিয়ালৈ পঠাই দিলে।

কটকী দুজনে প্ৰথমতে ডাঙৰ ডাঙৰ বিষয়াসকলক ভেঁটী-ভাৰ দি হাত কৰি, এদিন ৰাজদৰবাৰত বহুত 'নজৰ' দি ক'লে, "জাহাপনা। মক্কাৰ জ্ঞানী-মানী সকলো মানুহে আমাক এই দৰবাৰত এটা কথা আৰজ কৰিবলৈ পঠাই দিছে। আমাৰ কেইজনমান জধা-মূৰ্খ ডেকাই নিজৰ বোপা-ককাৰ ধৰ্ম এৰি, এটা ধৰ্ম ন-কৈ উলিয়াই লৈছে। সেইটো আমাৰ ধৰ্মও নহয়, জাহাপনাৰ ধৰ্মও নহয়। এওঁলোকৰ বাপেক দদায়েক আৰু মুৰব্বিসকলে এওঁলোকক ওলোটাই পাবৰ নিমিত্তে আৰজ কৰিবলৈ আমাক পঠাইছে। এওঁলোকৰ বিচাৰ তেওঁলোকেই ভালকৈ কৰিব পাৰিব।"

এই কথা শেষ হোৱাৰ লগে লগে বিষয়াসকলে একেলগে মাত লগালে, "উত্তম প্ৰস্তাৱ।"

নাজ্জাচীয়ে ক'লে, "এই মানুহকেইজনে মোৰ ৰাজ্যত আশ্ৰয় লৈছেহি। মই নিজে বিচাৰ নকৰি এতিয়া একো হুকুম দিব নোৱাৰোঁ।"

আন এদিন ৰজাৰ আদেশ মতে মুছলমান আৰু কোৰেচ কটকীসকলক ৰাজসভালৈ অনা হ'ল। মুছলমানবিলাকে বৰ চিন্তিত হৈ আটাহ্ পাৰি আল্লাক ক'বলৈ ধৰিলে, "হে ৰহ্মানুৰ্ৰহিম! তোমাৰ এই বিশাল জগতত এনে এচমকা ঠাই নাইনে, য'ত গৈ এই 'মোশ্‌ৰিক' (অংশীবাদী) বিলাকৰ অতপালিৰ পৰা আমি ৰক্ষা পাব পাৰোঁ?"

কটকীসকলে দুবৈৰ পৰা ৰজাক 'চিজ্‌দাহ' (সাষ্টাঙ্গে প্ৰণাম) কৰিলে। কিন্তু মুছলমানবিলাকে ইছলামৰ নিয়ম অনুসৰি ৰজাক হাত তুলি "আচ্ছালামো মনিৱাবা অ'ল্‌হুদা" (সেই মানুহৰ ওপৰত শান্তি হওক যি সৎ বাটৰ অনুগামী) বুলি চালাম কৰিলে। তেতিয়া কটকীহঁতে ক'লে, "বাদশ্বাহ চালামৎ! ভাবি চাওক, ইহঁত কিমান অহঙ্কাৰী, জাহাপনাক 'চিজ্‌দাহ' নকৰিলে।" ৰজাই তেতিয়া মুছলমানবিলাকক এই দৰবাৰৰ নীতি-বহিৰ্ভূত ব্যৱহাৰৰ কাৰণ সুধিলে। তেওঁলোকে উত্তৰ দিলে, "আল্লাত বাজে মানুহৰ আগত মূৰ দোঁওৱাটো আমাৰ ধৰ্মত নিষিদ্ধ।" এনে উত্তৰত মুছলমানবিলাকৰ ওপৰত ৰজাৰ ভক্তি বেছিহে হ'ল। তেওঁ তেতিয়া সুধিলে, "তোমালোকে এতিয়া যি ধৰ্ম লৈছা, তাৰ বিষয়ে মই অলপ জানিব খোজোঁ।"

হজৰত আলীৰ ভায়েক জাফৰে উত্তৰ দিলে—"জাহাপনা! আগেয়ে আমি অজগৌ আৰু অসভ্য আছিলো। নেজানি আমি পুতলা, জোন-বেলি, গছ-গছনি, ভূত-প্ৰেত আৰু আন আন বহুত জড় পদাৰ্থৰ পূজা কৰিছিলো। মৰা জন্তুৰ মাংস খাইছিলো। কন্যা-হত্যা, পুত্ৰ-বলি ইত্যাদি ঘিণ লগা কামবোৰ আমাৰ ধৰ্মৰ অঙ্গ বুলি ভাবিছিলো। 'যাৰে বল তাৰে চল'—এই নীতিকে সাৰোগত কৰি ওচৰ-চুবুৰীয়াৰ হানি কৰা, দুখীয়া-মগনিয়াৰক অত্যাচাৰ কৰা আমাৰ কৰ্তব্য কাম বুলি ভাবিছিলো। এনে সময়ত আল্লাই উচ্চ বংশত ওপজা বৰ বিশ্বাসী আৰু সত্যবাদী, নিৰ্মল চৰিত্ৰৰ এজনক আমালৈ 'ৰছুল' কৰি পঠাইছে। তেখেতে আমাক এক আৰু অদ্বিতীয় আল্লাৰ উপাসনা কৰিবলৈ

হুকুম দিছে আৰু দেৱ-দেৱী, জোন-বেলি, গছ-গছনি আদিৰ পূজা এৰি দিবলৈ, সত্যবাদী বিশ্বাসী হ'বলৈ, ওচৰ-চুবুৰীয়াৰ লগত ভাল ব্যৱহাৰ কৰিবলৈ উপদেশ দিছে। মিছা কথা কোৱা, ব্যভিচাৰ, এতীম ল'ৰাৰ সম্পত্তি হৰক-তৰক কৰা, সতী তিৰোতাৰ চৰিত্ৰৰ অপবাদ দিয়া ইত্যাদি নিষেধ কৰিছে। তেখেতৰ উপদেশৰ পৰাই আমি নৰ-হত্যা আদি নানা ৰকমৰ জঘন্য পাপৰ পৰা আঁতৰি আছোঁ। তেখেতে আল্লাৰ লগত আন কাকো 'শ্বৰিক' (অংশী) কৰিবলৈ হাক দিছে; 'নামাজ' পঢ়িবলৈ, 'ৰোজা' ৰাখিবলৈ আৰু 'জাকাত' দিবলৈ (বাৎসৰিক আয়ৰ এক নিৰ্দিষ্ট অংশ দান কৰিবলৈ) আমাক শিক্ষা দিছে। আমি তেখেতৰ ওপৰত 'ইমান' (বিশ্বাস) আনি তেখেতৰ শিক্ষা অনুসৰি সেই 'একমেবাদ্বিতীয়ম'ৰ মহিমা বুজিব পাৰি তেওঁৰেই পূজা কৰিছোঁ। বাদশ্বাহ চালামৎ, সেই বাবে আমাৰ স্বজাতিৰ মানুহবিলাকে আমাৰ শত্ৰু হৈ আকৌ আমাক নি বলেৰে পাপত পেলাব খোজে। আমি তেওঁলোকৰ অত্যাচাৰত জ্বলা-কলা আৰু নিৰুপায় হৈ, জননী জন্মভূমিৰ মায়া এৰি জাহাপনাৰ সুখ্যাতি শুনি, জাহাপনাৰ সিংহাসনৰ ছাঁত গইনা লৈছোঁহি।"

নাজ্জাচীয়ে এইবোৰ কথা শুনি তেনেই ভোল গ'ল। অলপ বৈ তেওঁ সুধিলে, "তুমি কৈছা, তোমালোকৰ ৰছুলে আল্লাৰ পৰা 'অহী' (বাণী) পাইছে। সেই 'অহী'ৰ অলপমান মোক শুনাব পাৰানে?"

জাফৰে তেতিয়া চুৰা 'মৰিয়ম'ৰ "ফাকুলি ৰাশৰিব ৰ কাৰ্বি আইনা'ৰ পৰা আৰম্ভ কৰি গোটাচেৰেক 'আয়ত' মাতিলে। কোৰ্‌আনৰ সুমধুৰ, সুগম্ভীৰ ভাষা, হজৰত ঈছা (যীচু) আৰু হজৰত এহ্য়া (St. John)ৰ জন্ম বৃত্তান্ত আৰু মহত্ব বৰ্ণনা, যুক্তি-তৰ্কেৰে ইহুদী আৰু খৃষ্টানে মনে পতা কথাৰ প্ৰতিবাদ, ইছলামৰ উদাৰ সত্যপ্ৰিয়তা—এইবোৰে সভাত এটা নতুন ভাবৰ হেন্দোলনিৰ সৃষ্টি কৰি দিলে। নাজ্জাচীৰ দুই গালেদি চকুলো ধাৰেৰে ব'বলৈ ধৰিলে। কটকীবিলাকে ক'লে, "বাদশ্বাহ চালামৎ, ইহঁতে হজৰত ঈছাক নানা ৰকমে নিন্দা কৰে।" তেতিয়া নাজ্জাচীয়ে সুধিলে, "মৰিয়মৰ পুতেক যীচুৰ সম্বন্ধে তোমালোকে কি কোৱা?" জাফৰে উত্তৰ দিলে, "যীচুক মানুহ, আল্লাৰ দাস, মৰিয়মৰ পুতেক, আল্লাৰ ৰছুল, সাধু মহাপুৰুষ বুলি বিশ্বাস কৰোঁ।" জাফৰৰ কথাৰ অন্ত পৰা মাত্ৰকে, নাজ্জাচীয়ে মোহিত হৈ চিঞৰি উঠিলে—"আল্লাৰ

শপত! নিশ্চয় এইবোৰ কথা আৰু যীছুয়ে কোৱা কথা একে জ্যোতিকেন্দ্ৰৰ পৰা আৱিৰ্ভূত। মুছলমানসকল! তোমালোকৰ ধৰ্ম আৰু নবীক ধন্য; মই সাক্ষ্য দিছোঁ—মোহম্মদ (দঃ) সেই মহাপুৰুষ, যাৰ প্ৰশংসা আৰু আগমনৰ বাতৰি, মই ইঞ্জিলত পঢ়িছোঁ। মোৰ কান্ধত এই ৰাজ্যভাৰ নথকাহেঁতেন, ময়ো তেখেতৰ খেদ্‌মতত হাজিৰ হৈ তেখেতৰ 'কদম বুচি' কৰি (ভৰিত চুমা দি) ধন্য হ'লোহেঁতেন। তোমালোক সকলো এতিয়া যোৱা, স্বাধীনভাৱে মোৰ ৰাজ্যত থাকা।" তাৰ পাচত তেওঁ আমৰ-বেন-আছৰ গালত এনে জোৰেৰে চৰ এটা মাৰিলে যে, তাৰ নাকেদি তেজ ব'বলৈ ধৰিলে আৰু কটকীহঁতৰ ভেঁটী-ভাৰ তেতিয়াই ওলোটাই দি সিহঁতক ৰাজ্যৰ পৰা খেদাই দিয়ালে। নাজ্জাচীয়ে তেতিয়াই ইছলাম গ্ৰহণ কৰিলে। এয়ে হৈছে মুছলমানৰ প্ৰথম বিজয় আৰু এই বিজয়ৰ পৰাই ইছলামৰ গৌৰৱ-ৰবিৰ উদয় হৈছিল। দুখৰ বিষয়—ইয়াৰ দিনচেৰেকৰ পাচতেই নাজ্জাচীৰ মৃত্যু হয়। এই বাতৰি শুনি নবী-কৰিমে (দঃ) সকলো মুছলমানক লৈ তেওঁৰ কাৰণে দোৱা মাগিছিল (মঙ্গল প্ৰাৰ্থনা কৰিছিল)।

সত্যই নিজেই নিজৰ বাট মোকলাই লয়। শত্ৰুবিলাকেই সত্যৰ জয়লাভৰ সহায়। মুছলমানবিলাকক আবিচিনিয়ালৈ পঠাই ৰছুল-কৰিমে (দঃ) হৰেক ৰকমৰ কষ্ট আৰু লাঞ্ছনা ভুগিও কোৰেচবিলাকক ৱহ্‌দানিয়ৎ (একত্ব) আৰু সুনীতিৰ পোহৰলৈ আনিবলৈ চেষ্টাৰ ত্ৰুটি কৰা নাছিল। কোৰেচবিলাকে ইতিকিং কৰি নবী-কৰিমক (দঃ) কয়—"মোহম্মদ! যদি তুমি সঁচাকৈয়ে আল্লাৰ 'নবী' হোৱা, তেন্তে আমাক এটি মুআজ'জা (অলৌকিক দৃশ্য) দেখুওৱাচোন।" ৰেছালৎমাবে উত্তৰ দিয়ে—"আল্লাহ্ তাআলাই মোক মুআজ'জা দেখুৱাবলৈ পঠোৱা নাই, তেওঁ মোক মানুহৰ শিক্ষাৰ কাৰণে পঠাইছে মাথোন। মই 'নবী' হৈ আহি মানৱ প্ৰকৃতিৰ সীমাৰ বাহিৰলৈ আহিছোঁনে কি? আনা ব'শ্বৰুম্ মিচ্‌লুকুম্ (মই তোমালোকৰ নিচিনা এজন মানুহ মাথোন।)" আৰু কেতিয়াবা কয়, "তোমালোকে চাৰিওফালে চোৱাচোন। এই আচৰিত পৃথিবী, এই জোন-বেলি-তৰা দ্বাৰা বিভূষিত অনন্ত মুকলি নীলা আকাশ, এই শুকান কৰ্কৰীয়া মাটিক পুনৰ্জীৱন দিবলৈ বৰষুণ, মানুহৰ দৰকাৰী বস্তু-বাহানিৰে ঠাহ-খোৱা সাগৰৰ বুকুত টুলুং-ভুলুংকৈ যোৱা জাহাজ, ফল-ফুলেৰে উপচি থকা গছ-গছনিবোৰ—প্ৰকৃতিৰ এইবোৰ নিয়ম

আৰু নীতি। ই কি পাথৰেৰে সৃজা পুতলাৰ কাম?” আৰু কেতিয়াবা মনত সিহঁতক নির্বোধ বুলি, প্রকাশ্যে কয়—“তোমালোকে আৰু নো কি মুআজ'জা দেখিবলৈ বিচাৰাঁ। সদৌ সৃষ্টিয়েই দেখোন তেওঁৰ চিনেৰেই ভৰপূৰ! কি বিচিত্র কৌশলেৰে সজা তোমাৰ এই সুন্দৰ দেহা! ৰাতি-দিনৰ গতি, জীৱন-মৰণৰ নিয়ম—এই সকলোবোৰ কোনো প্রবল শক্তিৰ অধীন নহয়নে?” কিন্তু অজান কোৰেচবিলাকে এই কথাৰ মর্ম বুজিব নোৱাৰিলে আৰু আল্লাহ্ তাআলাৰ অস্তিত্বৰ নিদর্শনবিলাক তেওঁলোকৰ চকুৰ আগত নপৰিল। বৰং তেওঁলোকৰ-হিংসা দুগুণে চৰিল।

## হজৰত হাম্‌জাৰ ইছলাম গ্রহণ—নবুৱতৰ ৬ষ্ঠ বছৰ ঃ

ওপৰত উল্লেখ কৰা কটকী দুজন অপমানিত হৈ উভতি অহাত, কোৰেচবিলাকে লাজত মুখ উলিয়াব নোৱৰা হৈ, আকৌ ছুল চাঁচিবলৈ ধৰিলে। আবু জেহেল* ৰছুল কৰিমৰ (দঃ) ঘোৰ কাল শত্রু আছিল। এদিন ৰেছালৎমাবে (দঃ) ছাফা পর্বতৰ ওপৰত অকলে নিজঞ্জাল ঠাই এডোখৰত বহি আল্লাৰ ধ্যানত মগ্ন হৈ আছে, এনেতে আবু জেহেল তাতে ওলালগৈ। তেখেতৰ খং তুলিবলৈ সি বেয়া মাতেৰে ইতিকিং আৰু ইছলামৰ নিন্দা কৰিবলৈ ধৰিলে। নবী-কৰিমে (দঃ) তালৈ আওকাণ কৰা দেখি, সি এডোখৰ শিল লৈ তেখেতৰ মূৰত মাৰি দিলে। মূৰৰ পৰা চৌ-চৌৱাই তেজ ওলাবলৈ ধৰিলে; তিন্তু তেখেতে এফেৰিও খঙৰ চিন নেদেখুৱালে। বৰং তেখেতে এই বুলি 'দোৱা' কৰিলে—“হে ৰব্বিল্ আ'লেমীন! তুমি এই ভ্রান্ত মানুহবিলাকক বাট দেখুওৱা, সিহঁত অবুজন! প্রভু! সিহঁতক ক্ষমা কৰা।”

ৰছুল-কৰিমে (দঃ) ঘৰলৈ আহি এই ঘটনাৰ বিষয়ে কাকো নক'লে। কিন্তু এজনী বান্দীয়ে দূৰৈৰ পৰা এই ঘটনা দেখি আছিল। ৰছুল-কৰিমৰ (দঃ) দদায়েক হজৰত হাম্‌জা চিকাৰৰ পৰা উলটি অহা দেখি, তাই সকলো কথা তেওঁক ক'লে। হজৰত হাম্‌জা আৰবৰ এজন নামজাদা বীৰ। খঙত তেওঁৰ গোটেই গা থক্-থক্ কৰে কঁপিবলৈ ধৰিলে। “মোহম্মদে একো বেয়া কথা কোৱা নাই, মাথোন এক সর্বশক্তিমান আল্লাক পূজিবলৈ কৈছে।

---

* *'আবু জেহেল' মানে মূর্খতাৰ পিতাক, সি মূর্খ আৰু অসভ্য আছিল বুলি এই নাম হ'ল। তাৰ আচল নাম ওমৰ-বেন্-হেশ্বাম।*

তাৰ সলনি যেতিয়াই তেতিয়াই আবু জেহেলে এনে অত্যাচাৰ কৰি আছে। মোহম্মদৰ বাপেক নাই, ময়ে আছোঁ—মই এই উপদ্ৰৱ মনে মনে সহ্য কৰি থাকিমনে? নহয়, কেতিয়াও হ'ব নোৱাৰে। মোহম্মদে সহ্য কৰে, কৰক; তেওঁ সকলো সহিব পাৰে; তেওঁৰ ধাতুৱেই বেলেগ। কিন্তু আব্দুল্লাৰ ভায়েক হাম্‌জাই কেতিয়াও সহিব নোৱাৰে, কেতিয়াও সহিব নোৱাৰে, কেতিয়াও সহিব নোৱাৰে," এই বুলিয়েই জাঁপ মাৰি, তেওঁৰ হাতত ধেনু আছিল, তাকে লৈ চেঁকুৰ মেলিলে। দেখিলে, আবু জেহেল কা'বাত বন্ধুসকলৰ লগত বহি আলচ কৰি আছে। "পাষণ্ড! তই মোহম্মদৰ ওপৰত আৰু অত্যাচাৰ কৰিবিনে? এই ল," এই বুলি হাম্‌জাই ধেনুৰে আবু জেহেলৰ মূৰত এনে মাৰ এটা মাৰিলে যে, তাৰ মূৰ ফাটি তেজ ব'বলৈ ধৰিলে। তাৰ পাচত হজৰত হাম্‌জাই ক'লে, "বাৰু, ময়ো মোহম্মদৰ ধৰ্ম ল'লো। তোৰ যি ক্ষমতা আছে কৰ।"

আবু জেহেলৰ এই দশা দেখি, তাৰ কেইজনমান মানুহে মাৰ-মাৰ বুলি চিঞৰি উঠিল, হাম্‌জায়েও ধেনু লৈ সাজু হ'ল। আবু জেহেলে দেখিলে যে, কথা বৰ বিষম—আৰবৰ এজন প্ৰধান বীৰ সিহঁতৰ দলৰ পৰা এফলীয়া হ'ব। এইটো ভাবি নৰাধমে সিহঁতক শাঁত কৰিলে।

হজৰত হাম্‌জাই ঘৰলৈ আহি, হজৰত ৰছুল-কৰিমক (দঃ) ক'লে, "মই আবু জেহেলক আজি ভালকৈ এপালী দি আহিছোঁ। তাৰ মূৰ ভাঙি দিছোঁ। কেনে, এতিয়া ৰং পাইছানে?" তেখেতে উত্তৰ দিলে—"চাচাজান! সিহঁত ভ্ৰান্ত অবুজন, সেইবাবে এনে ব্যৱহাৰ কৰিছে, আপুনি এনে মানুহৰ প্ৰতি অত্যাচাৰ কৰাত মোৰ হিয়াৰ বেদনা আৰু বাঢ়িল। যদি মই শুনিলোহেঁতেন যে, আপুনি ইছ্‌লাম গ্ৰহণ কৰিছে, তেনেহ'লে বৰ আনন্দৰ কথা হ'লহেঁতেন।"

হজৰত হাম্‌জাই এই কথা শুনি, "লা ইলাহা ইল্লাল্লাহু মোহম্মদৰ ৰছুলুল্লাহ্" পঢ়ি থিতাতে 'ইমান' আনিলে (ইছ্‌লামত দীক্ষিত হ'ল।)

## ধৰ্ম বল :

এই ঘটনাৰ পাচত, জনদিয়েক কোৰেচে ৰছুল-কৰিমক (দঃ) বধ কৰিবলৈ প্ৰস্তাৱ কৰিলে। তেখেতৰ জীয়েক বিবি ফাতিমাই (ৰাঃ) এই কথা ধানাক্‌-থুনুক্‌কৈ শুনি হুৰাওবাৱে কান্দিবলৈ ধৰিলে। হজৰত ঘৰত নাছিল। ঘৰলৈ

আহি জীয়েকৰ তেনে অৱস্থা দেখি সুধিলে, “আই! কিয় এনেকৈ কান্দিছা?” জীয়েকে কোৰেচবিলাকৰ প্ৰস্তাৱৰ কথা কোৱাত তেখেতে মিচিকিয়াই হাঁহি ক'লে, “আই! তুমি ভয় নেখাবা; আল্লাহ্ মোৰ সেনাপতি; মই ধৰ্ম বলত বলী—বিশ্বাসেই মোৰ অস্ত্ৰ; আল্লাহ্ যেতিয়া মোৰ ৰক্ষক, মোক মাৰে কোনে?” হজৰতে অজু কৰি নামাজ পঢ়িবলৈ বহিল। নামাজ শেষ হোৱাত 'মোনাজাত (প্ৰাৰ্থনা) কৰিলে—“হে ৰহ্মানুৰ্ৰহিম! তোমাৰ লীলা বুজিবলৈ টান। মই তোমাৰেই দাস, মই দুখীয়া নিঠৰুৱা। তুমিয়েই এই পতিত মানব জাতিক মুক্তি আৰু শান্তিৰ বাট দেখুৱাবলৈ মোক পঠাইছা। এই কোৰেচবিলাকে মোৰ ওপৰত অত্যাচাৰ কৰিছে বুলি মই দুঃখিত হোৱা নাই, কিন্তু সিহঁতে তোমাক প্ৰভু বুলি স্বীকাৰ নকৰে, তুমি নিজ গুণেৰে ক্ষমা কৰি সিহঁতক উদ্ধাৰ নকৰিলে, সিহঁত কেতিয়াও উদ্ধাৰ নেপায়। হে দীননাথ! মোৰ হিয়াত বল দিয়া—সদৌ জগৎ মোৰ বিৰুদ্ধে থিয় হ'লেও যেন এই অধম অচল-অটল-ধীৰ হৈ থাকি সত্য সনাতন ইছলাম প্ৰচাৰ কৰিবলৈ পাচ নহঁহকে।”

মোনাজাতৰ পাচত তেখেতৰ হিয়াত দুগুণ বল হ'ল। তেখেতে কোৰেচবিলাকৰ আগত ওলালত, কোৰেচবিলাকে তেখেতৰ এই বিৰাট মূৰ্তি দেখি তবধ খাই ৰ'ল, মুখৰ মাত হৰিল।

**প্ৰলোভন ঃ**

তাৰ পাচত আকৌ এদিন সকলো কোৰেচে গোট খাই আলচ কৰিলে যে, এই ধৰ্ম বিদ্ৰোহীক এনেকৈ ঘূৰাব নোৱাৰি, কিন্তু লোভ দেখুৱাব লাগিব। এই ভাবি, তেওঁলোকে ওৎবা নামেৰে এজন বৰ ধনী আৰু নামী মানুহক ৰছুল-কৰিমৰ (দঃ) ওচৰলৈ পঠাই দিলে। ওৎবাই গৈ তেখেতক সম্বোধন কৰি ক'লে—“বাছা! তুমি আমাৰ পৰ মানুহ নোহোৱা, তুমি কেলেই আমাৰ বোপা-ককাৰ ধৰ্ম নিন্দা কৰি, সকলোৰে লগত শত্ৰুতা কৰিছা, তোমাৰ উদ্দেশ্য কি? যদি তুমি মান বিচাৰিছা আমি তোমাক মক্কাৰ ৰাজ-পাটত বহুৱাম—সকলোৱেই তোমাক মান কৰিব। যদি ধন লাগে, তোমাক কুবেৰ কৰি দিম আৰু আমি তোমাৰ তলত থাকিম। তোমাৰ সুখৰ কাৰণে আমি সকলোৱে পুৰুষাৰ্থ কৰিম। যদি তোমাক তিৰোতা লাগে, বহুত ৰূপহী তিৰোতা আনি দিম। তুমি নিজৰ মত এৰি দিয়া। আমাৰ ধৰ্মক নিন্দা নকৰিবা। আৰু যদি

তোমাৰ মগজৰ কিবা বিকাৰ হৈছে, আমি তাৰো ঔষধ-পাতি দিবলৈ গাত লৈছোঁ।

ৰছুল-কৰিমে (দঃ) ধীৰ আৰু গহীনভাৱে তেতিয়া কোৰ্‌আনৰ হা মীম্ ছাজদা* চুৰা পঢ়িবলৈ ধৰিলে। ওৎবাই শুনি তেখেতৰ ফালে ৰ লাগি একেৰাহে চাই থাকিল। তাৰ পাচত, ৰছুল-কৰিমে (দঃ) ক'লে, "মই খোদাৰ হুকুম পাইছোঁ। ধন-মান, সুখ-সম্পদ আৰু ৰাজ্য একো মই বিচৰা নাই। দেৱ-দেৱী একো নহয়, খোদা এক, তেওঁৰ অংশী কোনো নাই। তেওঁৰেই তোমালোকে পূজা কৰা—এয়ে হৈছে মোৰ উদ্দেশ্য। ওৎবা! মৰাৰ পাচত খোদাৰ ওচৰলৈ যাবই লাগিব। পাপ-পুণ্যৰ শোধ অৱশ্যই হ'ব। খোদাক মানা, পুণ্য কাম কৰা, খোদায়ে তাৰ এটা বঁটা দিব। পৰকালত 'বিহিস্ত'লৈ (স্বৰ্গলৈ) যাবা। যদি তাকে নকৰা—পাপী হৈ ভুগিবা। এয়া মোৰ কথা।"

এনে সম্পদ, এনে মান, এনে মূল্যবান ৰাজপাট এৰি দিয়া মুখৰ কথা নে। ওৎবা ভেবা লাগি উঠি গ'ল। ওৰে বাটে ভাবি গৈছে—"আহা! কি কথা আজি শুনিলো, এনে কথা আৰু কেতিয়াও শুনা নাছিলো। আহা! ভাষাৰ কি লালিত্য—ই কেতিয়াও কবিৰ ৰচনা নহয়। আহা! ইয়াৰ ভাব কিমান ওখ। ই কেতিয়াও যাদু-মন্ত্ৰ হ'ব নোৱাৰে।"

কোৰেচৰ মজ্‌লিছত আহি ওৎবাই ক'বলৈ ধৰিলে—"সেই মানুহজনে যিহকে কৰে কৰক। আমাৰ হেতা-ওপৰা কৰাৰ সকাম নাই।" ওৎবাৰ নিচিনা মানুহৰ মুখত এনে কথা শুনি কোৰেচবিলাকে জাঙুৰ খাই উঠি ক'লে, "নিশ্চয় তোমাৰ ওপৰতো তাৰ যাদু লাগিল।" কোৰেচবিলাক বৰ অধীৰ হৈ পৰিল—এতিয়া কি কৰা হ'ব। সিফালে কোৰেচবিলাকৰ অত্যাচাৰৰ লগে লগে আৰবৰ ভিন ভিন ফৈদত ইছলামে লাহে লাহে নিজৰ বাট মোকলাই আগ বাঢ়িবলৈ ধৰিছে। তত্ নেপাই কোৰেচবিলাকে এখন মেল চপালে। তালৈ হজৰত ৰছুল-কৰিমক (দঃ) মতাই অনাই, আগৰ দৰে তেখেতক নানা ৰকমৰ প্ৰলোভন দেখুৱাবলৈ ধৰিলে। কিন্তু একোপধ্যে তেখেত মান্তি নহৈ ক'লে, "আল্লাই সত্য আৰু জ্ঞানৰ পোহৰ দি ইহ-পৰকালৰ মুক্তিৰ বাট দেখুৱাবলৈ মোক আপোনালোকৰ ওচৰলৈ পঠাইছে। যদি আপোনালোকে আল্লাৰ বাণী নেমানে, মোৰ গাত একো দোষ নাই। আল্লাৰ যি ইচ্ছা সেয়া হ'ব।"

---

* *আয়ত ৪১।*

একোপধ্যে সৈমান নোহোৱাত, কোৰেচবিলাকে নানা ৰকমে ৰছুল-কৰিমক (দঃ) ঠাট্টা-মস্কৰা কৰিবলৈ ধৰিলে। তাৰ পাচত তেওঁলোকে ক'লে, "আমাৰ ক'ব লগীয়া কথা আজি তোমাক জনালো। কিন্তু সাৱধান! তোমাক এই অধৰ্মৰ কথাবোৰ আৰু প্ৰচাৰ কৰিবলৈ কেতিয়াও নিদিওঁ। ইয়াত হয় আমি ধ্বংস পাম, নহয় তুমি! এই শেষ!"

ৰছুল-কৰিমে (দঃ) ক'লে, "কৰ্তব্য পালন কৰাই হৈছে মোৰ কাম। ফলাফল আল্লাৰ হাতত।" এই কথা কৈ তেখেত তাৰ পৰা গুচি গ'ল।

## হজৰত ওমৰৰ ইছলাম গ্ৰহণ, নবুৱতৰ ৬ষ্ঠ বছৰ ঃ

হজৰত ওমৰ-বেন্-খাত্তাব আৰবৰ এজন প্ৰতাপী বীৰ। যেতিয়া আৰব আকাশত ইছলাম ৰবিৰ উদয়—নবীয়ে আক্ৰমে সনাতন ইছলাম প্ৰচাৰ কৰিবলৈ ব্ৰতী হয় আৰু আৰবৰ কেন্দ্ৰে কেন্দ্ৰে ইছলামৰ জেউতিয়ে পোহৰ পেলাবলৈ ধৰে—তেতিয়া হজৰত ওমৰ ২৭ বছৰীয়া ডেকা। তেওঁ ইছলামৰ ঘোৰ বিৰোধী হৈ ন-মুছলমানবিলাকক নথৈ অত্যাচাৰ, উপদ্ৰৱ কৰিবলৈ ধৰে। তেওঁলোকৰ পৰিয়ালৰ মাজত এগৰাকী লাবিনা নামেৰে বান্দী আছিল। তেওঁ ইছলামত দীক্ষিত হোৱাত, হজৰত ওমৰ অধীৰ হৈ তেওঁৰ পিঠিত বাববি ফুল বাছি, বৰ হাৰাশাস্তি দিও, ছলে-বলে কোনোপধ্যে তেওঁক ঘূৰাব নোৱাৰি ৰছুল-কৰিমক (দঃ) কেনেকৈ বধিব তাৰ উপায় পাঙিবলৈ ধৰিলে। তাতে আকৌ আবু জেহেলে এখন মেল চপাই ঘোষণা কৰি দিলে—"যেয়ে মোহম্মদৰ মূৰটো কাটি আনিব পাৰিব, তাক মই এশটা উট আৰু ৫০০ সোণৰ মোহৰ বঁটা দিম।" হজৰত ওমৰে তৰোৱাল জোঁকাৰি জাঁপ মাৰি উঠি ক'লে, "মই আনিম, মই আনিম।" তেতিয়াৰে পৰা বোপা-ককাৰ ধৰ্ম বিদ্ৰোহীক বধ কৰি যশস্যা ল'ব, সদায় তেওঁ তাৰ চিন্তাতে থাকে। তেওঁ নিজেই কৈছে, "এদিন গহীন নিশা ৰছুল-কৰিমক (দঃ) বিচাৰি বিচাৰি মই কা'বালৈ গৈ দেখোঁ যে, তেখেতে নামাজত থিয় হৈ 'আলহাক্কা' চুৰা পঢ়িছে। কাণ পাতি শুনি মনে মনে ভাবিলো, কোৰেচবিলাকে যি কয় সেইটো তেনেই সঁচা—এওঁ এজন ওখ থাপৰ কবি। আহা, ভাষা কেনে সুললিত। তাৰ পাচতে মই শুনিলো তেখেতে মাতিছে—

| | |
|---|---|
| "ফলা উক্‌ছিমু বিমা তুব্‌চিৰূণ ৱমা লা তুব্‌চিৰূণ।" | তোমালোকে যিহকে দেখিছা আৰু যি তোমালোকে দেখিবলৈ পোৱা—এই সকলোৰে শপত, |
| "ইন্নহু ল'কাউলু ৰছুলিন্ কৰিম ৱমা হুৱা বিকাউলে শ্বায়েৰ কলিলম্মা তু মেনুন।" | নিশ্চয় ই (কোৰ্‌আন) মোৰ শ্ৰেষ্ঠ ৰছুলৰ (প্ৰচাৰিত) বাণী—ই কবিৰ কল্পনা নহয়, কিন্তু তোমালোকে ইয়াক অলপহে বিশ্বাস কৰি থাকা। |

এইটো দেখোন মোৰ মনৰ কথা; কেনেকৈ নো এইটোৰ উৱাদিহ্ পালে! এওঁ নিশ্চয় এজন মস্ত্ৰ জনা গণক। মোৰ মনত এই ভাব খেলাওঁতেই, মই শুনিলো তেখেতে তাৰ পাচত মাতিছে—

| | |
|---|---|
| "ৱলা বিকাউলে কাহেন্ কলিলম্মা তজাক্কৰূণা—তন্‌জিলুন্নি ৰব্বিল্ আ'লেমীন।" | —আৰু ই গণকৰ কথা নহয় তোমালোকে অলপহে চিন্তা কৰি বুজি থাকা, ই জগৎ পালনকাৰীৰ পৰা অৱতীৰ্ণ হৈছে। |

কি আচৰিত! এইটো মনৰ ভাবনা আকৌ কেনেকৈ জানিলে? মনত বৰ উগুল-থুগুল লাগি, তেতিয়াৰে পৰা মোৰ মনটো ইছলামৰ ফালে অলপ ঢাল খাবলৈ ধৰিলে।"

হজৰত ওমৰে চৰাইৰ কাণে, পছু কাণে শুনিবলৈ পালে যে, নাইম-বেন্-আব্দুল্লাহ্ নামেৰে তেওঁৰ এজন আত্মীয়ই তলে তলে ইছলাম গ্ৰহণ কৰিলে। তেতিয়া খঙত অগ্নি মূৰ্তি হৈ তেওঁ তৰোৱাল এখন হাতত লৈ ৰছুল-কৰিমক (দঃ) বধিবলৈ তেখেতৰ ঘৰৰ ফালে তৰা-নৰা ছিঙি চেঁকুৰ মেলিলে। যাওঁতে বাটত এজন জোহৰ বংশৰ মানুহে তেওঁৰ তেনে মতলীয়া অৱস্থা দেখি তেওঁক সুধিলে—"ওমৰ! তুমি ক'লৈ যোৱা?" হজৰত ওমৰে ক'লে, "আমাৰ বোপা-ককাৰ ধৰ্ম-নিন্দুক মোহম্মদৰ আজি টেঁটু ছিঙিম।" জোহাৰীয়ে ক'লে, "ভাল কথা। বাৰু, তুমি এই ছাগলী পোৱালীটি ধৰাচোন।"

হজৰত ওমৰে সেই পোৱালীটি ধৰিবলৈ গৈ নথৈ হাবাথুৰি খালে, কিন্তু তেও ধৰিব নোৱাৰিলে। জোহাৰীয়ে ক'লে, "তুমি দেখোন এই এধানমান ছাগলী পোৱালীটিকে ধৰিব নোৱাৰিলা, কেনেকৈ নো আল্লাই পঠোৱা সিংহৰ টেঁটু ছিঙিবা?" হজৰত ওমৰে লাজ পাই খং উঠি, তেওঁও মুছলমান হৈছে বুলি সন্দেহ কৰি, তেওঁক কোব মাৰিবলৈ তৰোৱালখন দাঙিব খোজোঁতেই, "মই মোৰ বোপা-ককাৰ কৌটীকলীয়া ধৰ্ম কেতিয়াও এৰা নাই" বুলি জোহাৰীয়ে আঁসে মাতি টুপাই বুৰ মাৰিলে। এনে উত্তৰ পোৱাত, হজৰত ওমৰে নিজৰ হাতখন কোঁচ খুৱাই আনিলে আৰু তেওঁক এৰি ফালৰি কাটি টোপা-কাঁড়টো যোৱাৰ দৰে গ'ল! তাৰ পাচত নাইমক পাই সুধিলে, "বোপা-ককাৰ ধৰ্ম এৰি মোহম্মদৰ ধৰ্ম লৈছা নেকি?" নাইমে ক'লে, "মোৰ যে কথা কৈছা, তোমাৰ ফাতিমা ভনীয়েৰাৰ আৰু তেওঁৰ স্বামী ছঈদৰ কথা নোসোধা কিয়?" হজৰত ওমৰে খণ্ডত অগ্নিমূৰ্তি হৈ ততালিকে ভনীয়েকৰ ঘৰলৈ গৈ বাজৰ পৰা শুনিলে ভিতৰত এটা ভুন্-ভুন্কৈ শব্দ হৈছে আৰু ভিতৰলৈ সোমাই গৈ ভনীয়েকক সুধিলে, "কিহৰ শব্দ হৈছিল?" ফাতিমাই ক'লে, "একো নহয়।" দুইৰো মুখ চুপতি লাগিল। হজৰত ওমৰে খণ্ডত ফাতিমাক চুলিত ধৰি উধা-মুধাকৈ দগৰিলে। ফাতিমাই তেতিয়া উত্তেজিত হৈ সৈ কাঢ়ি কৈ পেলালে, "হয়, আমি মুছলমান হৈছোঁ। মোহম্মদ (দঃ) সঁচা পয়গম্বৰ।" ওমৰে তেওঁলোকৰ এনে অচলা ভক্তি দেখি, বিচূৰ্তি খালে। ফাতিমাৰ গাৰ পৰা তেজ ব'বলৈ ধৰা দেখি, তেওঁ দুখ আৰু লাজ পাই ক'লে, "বাৰু, তোমালোকে যি পঢ়িছিলা, তাক মোক এবাৰ চাবলৈ দিয়া।" ফাতিমাই ক'লে, "আপোনালোক 'মোশ্‌ৰিক' (অংশীবাদী), আপুনি 'নাপাক' (অশুচি) আছে, সেইটো ছুব নোৱাৰে।"

হজৰত ওমৰে তেতিয়াই গা-পা ধুই 'পাক-চাফা' (শুচি) হৈ ভনীয়েকৰ পৰা নিকা কাপোৰ লৈ পিন্ধি চাম্‌ৰাৰ খাতাটো হাতত ল'লে। 'তা-হা' আৰু 'হাদিদ', এই দুই কোৰ্‌আনৰ 'চুৰা' চাম্‌ৰা এডোখৰত লিখা আছিল। পঢ়িবলৈ ধৰিলে—"চাব্বাহা লিল্লাহে মা ফিচ্ছামাৱাতে বল আৰদে বহুৱল আজিজুল হাকিম"* অৰ্থাৎ ভূগোল-খগোলত যিমান চেতন প্ৰাণী আৰু অচেতন বস্তু আছে সকলোৱেই আল্লাৰ গুণবাদ বা পবিত্ৰতা কীৰ্তন কৰে। আৰু তেওঁ

---

** কোৰ্‌আন—চুৰা 'হাদিদ', ১ নং আয়ত।*

মহান আৰু মহা তত্ত্বজ্ঞানী। ...পঢ়োঁতে পঢ়োঁতে ভাষা আৰু ভাবৰ, ফালে মন কৰি, তেওঁ একেবাৰে মুগ্ধ আৰু ব্যাকুল হ'ল। আল্লাৰ কি অপাৰ মহিমা! অৱশেহত তেওঁৰ চকু যেতিয়াই "আমেনু বিল্লাহে ৱ ৰছুলেহি"§ (আল্লাহ আৰু আল্লাৰ ৰছুলৰ ওপৰত বিশ্বাস কৰা)— এই আয়তৰ (শ্লোকৰ) ওপৰত পৰিল, তেতিয়াই পঢ়িবলৈ ধৰিলে—"আশ্‌হাদুআন্না লাইলাহা ইল্লাল্লাহু ৱহ্‌দহু লা শ্বৰিকালহু ৱাশ্‌হাদু ৱন্না মোহম্মদন্ আব্দহু ৱ ৰছুলুহু" (মই সাক্ষ্য দিছোঁ— এজন আল্লাত বাজে আন কোনো উপাস্য নাই, তেওঁ এক, তেওঁৰ কোনো অংশী নাই, আৰু মই সাক্ষ্য দিছোঁ—মোহম্মদ (দঃ) তেওঁৰ দাস আৰু প্ৰেৰিত)।

খাব্বাৰ নামেৰে এজন ছাহাবীয়ে ফাতিমাক কোৰ্‌আন পঢ়াই আছিল। হজৰত ওমৰক অহা দেখি, ভয়ত তেওঁ লুকাই আছিল। এতিয়া বাজলৈ আহি ক'লে, "মোবাৰক বাদ, ওমৰ! আল্লাই তোমাক বাছি লৈছে। যোৱা ৰাতি ৰছুল-কৰিমে (দঃ) আল্লাৰ ওচৰত এই বুলি 'দোৱা' (প্ৰাৰ্থনা) কৰা মই শুনিছিলো—"হে ৰব্বিল আ'লেমীন (বিশ্ব জগতৰ খোদা)! ওমৰ-এব্‌নে-খাত্তাৰ, ওমৰ-এব্‌নে-হেশ্বাম বা আবু জেহেল—এওঁলোকৰ মাজৰ এজনৰ দ্বাৰা ইছলামৰ বল বঢ়োৱা।"

হজৰত ওমৰ সেই ৰাতি ভনীয়েকৰ ঘৰতে থাকিল। পুৱাই খাব্বাৰক লগত লৈ ৰছুল-কৰিমৰ (দঃ) ওচৰলৈ গ'ল। সেই সময়ত শত্ৰুৰ ভয়ত ৰেছালৎ-পানাহে জনদিয়েক ভক্তক ছাফা পৰ্বতত আক্ৰমৰ ঘৰত বহি মনে মনে ধৰ্ম শিক্ষা দিছিল। হজৰত ওমৰে উদং তৰোৱাল হাতত লৈ আক্ৰমৰ দুৱাৰ মুখত থিয় হ'ল। তেওঁক ভিতৰৰ পৰা দেখি, শিষ্যবিলাকৰ মনে চিৰিং কৰি উঠিল। হজৰত হাম্‌জাই উত্তেজিত হৈ ক'লে, "আহিবলৈ দে, যদি ভাল ভাবেৰে আহিছে, ভাল; নহ'লে তাৰ তৰোৱালেৰেই তাৰ মূৰ ছিঙিম।" কিন্তু ৰছুল-কৰিমে (দঃ) মিচিকিয়াই হাঁহি ক'লে, "ভয় নাই, দুৱাৰ মেলি দিয়া, আহক।"

হজৰত ওমৰ ভিতৰত সোমালত, ৰছুল-কৰিমে (দঃ) তেওঁৰ কাপোৰৰ আঁচল আঁজোৰ মাৰি ক'লে, "আৰু কিমান দিন, ওমৰ?" ওমৰৰ বল বিক্ৰম উৰিল, তেওঁৰ হিয়া ধৰ্‌ফৰাবলৈ ধৰিলে, হাত ঠেৰেঙা হ'ল। তৰোৱালখন ৰছুল-কৰিমৰ (দঃ) 'পাক কদম'ৰ (পবিত্ৰ ভৰিৰ) ওচৰত থৈ, তেওঁ পঢ়িবলৈ

---

*§ কোৰ্‌আন—চুৰা 'হাদিদ', ৭ নং আয়ত।*

ধৰিলে—“লা ইলাহা ইল্লাল্লাহু মোহম্মদৰ ৰছুলুল্লাহ্।” এনে অজাত কটা-মৰা শত্ৰুৰ মুখত ‘কল্‌মা’ পঢ়া শুনি ৰছুল-কৰিমে (দঃ) উলাহতে ‘আল্লাহু আকবৰ’ (আল্লাহ মহান) বুলি জয়ধ্বনি কৰি উঠিল। লগে লগে উপস্থিত ছাহাবাসকলেও ‘আল্লাহু আকবৰ’ ধ্বনি কৰিলে। ছাফা পৰ্বত আৰু কা’বাৰ দেৱাল কঁপাই সেই ধ্বনিৰ প্ৰতিধ্বনি বাজি উঠিল—‘আল্লাহু আকবৰ।’ এয়ে ইছলামৰ প্ৰথম জয়ধ্বনি।

হজৰত ওমৰ মুছলমান হ’ল—এই কথা মক্কাত প্ৰচাৰ হ’ল। আৰু তেওঁ নিজেই পিচদিনা পুৱাই বৰমুৰীয়া কোৰেচ কেইজনৰ ঘৰেপতি গৈ কৈ আহিল, “মই মুছলমান হ’লো।” আৰবৰ ডাঙৰ ডাঙৰ সকলো বীৰ দেখোন এজন এজনকৈ সিফলীয়া হ’বলৈ ধৰিছে, তাকে ভাবি কোৰেচবিলকৰ মন ধৰ্‌ফৰাবলৈ ধৰিলে—চকুত টোপনি নহা হ’ল।

ওমৰক এথেকেচা ভালকৈ নিদিলে নহ’ব, এই ভাবি কোৰেচবিলাকে গোট-পিট খাই এদিন কা’বাৰ ওচৰত তেওঁক অকলে লগ পাই আধা-মৰাকৈ দগৰিলে। তেওঁ ঠৰ্-মৰ্ খাই পৰি গ’ল, কিন্তু তেনে অৱস্থাতো তেওঁৰ মুখত এই কথা মাথোন ফুটিছিল—“সত্য কেতিয়াও নেমৰে।”

## কা’বাত মুছলমানবিলাকে নামাজ পঢ়া ঃ

ভাল হোৱাৰ কেইদিনমানৰ পাছতে, হজৰত ওমৰে আক্ৰমৰ ঘৰলৈ গৈ নবী-কৰিমৰ (দঃ) খেদমতত আৰজ কৰিলে—“য়্যা ৰছুলুল্লাহ! কোৰেচবিলাকে মিছা ধৰ্ম আৰু মিছা খোদাক কা’বাত দেখা-দেখিকৈ উপাসনা কৰিব, আৰু আমি সঁচা ধৰ্ম আৰু সঁচা আল্লাৰ সেৱা কৰিও, এই দৰে সত্যক লুকুৱাই থমনে?” ৰছুল-কৰিমে (দঃ) অতি উলাহেৰে এই প্ৰস্তাৱ গ্ৰহণ কৰিলে। তেতিয়াই ছাফা পৰ্বতৰ পৰা ওলাই, ৪০ জন ছাহাবা দুভাগ হৈ, হজৰত হাম্‌জা আৰু হজৰত ওমৰক আগত আৰু ৰছুল-কৰিমক (দঃ) তাৰ মাজত লৈ, নগৰৰ মাজেদি কা’বাত সোমালগৈ। তাত আল্লাৰ নাম লৈ দুই ‘ৰাকাৎ’ নামাজ পঢ়ি নিজ নিজ ঘৰলৈ দিহা-দিহি আহিল। কোৰেচবিলাকে জনাব ৰছুল-মকবুলৰ (দঃ) কটা মূৰ হজৰত ওমৰৰ হাতত দেখিম বুলি আশা কৰি, অতি ৰং মনেৰে কা’বালৈ গৈ অৱস্থা দেখি বিচূৰ্তি খালে। লীলাময়! তোমাৰ অপূৰ্ব লীলা, ক্ষুদ্ৰ মানৱে কি বুজিব? তোমাৰ মহিমা, করুণাৰ অন্ত নাই।

তোমাৰ শক্তিত অসাধ্য সাধিত হয় বুলিয়েই তুমি অনন্ত শক্তিধৰ। আহা! ইছলামৰ কি মোহনী শক্তি! অলপ আগতে যি উদং তৰোৱাল হাতত লৈ ৰছুল-কৰিমৰ (দঃ) টেঁটু ছিঙিবলৈ গৈছিল, তেৱেঁই আকৌ মূৰ দোঁৱাই ইছলামত আত্মসমৰ্পণ কৰিলে।

তেতিয়াৰে পৰা ইছলাম বুৰঞ্জীত ন-যুগৰ সৃষ্টি হ'ল—মুছলমানবিলাকৰ মাজত ন-জীৱনৰ সঞ্চাৰ হ'ল। তেওঁলোকৰ সাহ-পিত বহুত বাঢ়ি গ'ল। হজৰত ওমৰৰ সাহতে তেওঁলোকে লগে-ভাগে কা'বাত গৈ প্ৰকাশ্যে নামাজ পঢ়িবলৈ আৰম্ভ কৰিলে।

হজৰত আবুবকৰৰ ওফাতৰ পাচত, এৱেঁই খলিফা হৈ ইউৰোপ আৰু আফ্ৰিকা মহাদেশত ইছলামৰ বিজয়-নিচান উৰুৱায়। এওঁ ইছলামত দীক্ষিত হোৱাত, ৰছুল-কৰিমৰ (দঃ) শিষ্য সংখ্যা পূৰা ৪০ জন হ'ল।

## কঠোৰতৰ পৰীক্ষা ঃ

কোৰেচবিলাকে যেতিয়া দেখিলে যে, মুছলমানবিলাকে আবিচিনিয়াত হেলাৰঙে নিজৰ ধৰ্ম চলাই আছে, হজৰত ওমৰ আৰু হজৰত হামজাৰ নিচিনা ধনী, মানী, প্ৰতাপশালী বীৰে অলপ দিনতে ইছলাম গ্ৰহণ কৰিলে, আকৌ তাতে মুছলমানবিলাকে টিলিকি মাৰি দেখা-দেখিকৈ সিহঁতৰ দেৱ-দেৱীৰ থান—কা'বাত নামাজ পঢ়ি গ'ল, তেতিয়া মুছলমানবিলাকেৰে সৈতে বেচা-কিনা, বিয়া-বাৰু সকলো প্ৰকাৰৰ লেন-দেন বন্ধ কৰি দিলে আৰু প্ৰতিজ্ঞা কৰিলে—যেতিয়ালৈকে বধ কৰিবলৈ মুছলমানবিলাকে নিজেই নবী-কৰিমক (দঃ) তেওঁলোকৰ হাতত পেলাই নিদিয়ে, তেতিয়ালৈকে এই প্ৰতিজ্ঞা বলৱৎ থাকিব। এই প্ৰতিজ্ঞা-কাকতত মুখাল মুখাল ৪০জন মানুহে চহী দিলে। মুছলমানবিলাকৰ কি বিলাই! কি ভয়ানক অত্যাচাৰ! জীয়াই থাকে কেনেকৈ—খায় কি? ধন্য সহিষ্ণুতা! ধন্য ইমানৰ (ধৰ্ম বিশ্বাসৰ) বল!

## আবু তালেবৰ আশ্ৰয় (নবুৱতৰ ৭ম বছৰৰ পৰা ৯ম বছৰৰ শেষলৈকে, ৬১৬-৬১৯ খৃষ্টাব্দ) ঃ

দেৱ-দেৱীক সাক্ষী থৈ, এই প্ৰতিজ্ঞা-কাকতখন লিখি কা'বাত আৰি দিলে। যেতিয়া মুছলমানবিলাকে দেখিলে যে, কেউফালে ৰচদ-পাতি বন্ধ হোৱাত খাবলৈ নেপাই মৰিব লাগিব, তেতিয়া তেওঁলোকে আবু তালেব

নামেৰে পৰ্বতত থকা কোঁঠলৈ গৈ অস্থায়ীৰূপে তাত আশ্রয় ল'লে। তালৈকো বাহিৰৰ পৰা ৰচদ-পানী যোৱাটো কোৰেচবিলাকে বন্ধ কৰি দিলে। তাত খাবলৈ নেপাই ল'ৰা-ছোৱালী সকলোবোৰে হাঁ-হাঁ-কা-কা কৰিবলৈ ধৰিলে। দেহি ঐ, এই কেঁচুৱা পোনাহঁতৰ কান্দোনত পৰ্বতো কঁপি উঠিছিল। কিন্তু কাঠচিতীয়া মক্কাবাসীবিলাকৰ তিলমানো পুতৌ নেলাগিল। এদিন নহয়, দুদিন, দুবছৰ এনেকৈয়ে গ'ল। মুছলমানবিলাকে গছ-পাত আদি খাই কোনো মতে ভোকৰ কল্‌মলনি মাৰ নিয়াইছিল। ধন্য ধৈৰ্য! ধন্য ৰছুল-কৰিমৰ (দঃ) শিক্ষাৰ প্ৰভাৱ। আগত মৃত্যুৰ ভীষণ বিভীষিকা—এনে বিপদতো এটি মানুহৰো ভৰি নিপিছলিল। এনে ধৈৰ্যৰ তুলনা, এনে মহিমাৰ তুলনা এই সংসাৰত অতি বিৰল। এমুঠি আৰবে দুদিনতে পৃথিবীক ইমূৰৰ পৰা সিমূৰলৈ কোন শক্তিৰ বলত বশ কৰিব পাৰিছিল।

আৰবৰ নিয়ম আছিল যে, হজৰ সময়ত চাৱাল, জেল্‌কদ, জেল্‌হজ্জ আৰু মোহৰ্ৰম, এই চাৰি মাহত নৰ-হত্যা আদি গৰ্হিত কামবোৰ কোনোৱে কৰিব নোৱাৰে। ৰছুল-কৰিমে (দঃ) এই চলতে পৰ্বতৰ পৰা নামি আহি সকলোকে আল্লাৰ বাণী শুনাই আল্লাৰ ফালে 'দাৱাত' (আহ্বান) কৰে।

দুষ্টৰ মাজতো সাধু থাকে। মুছলমান কেইজনৰ ওপৰত বাৰে বাৰে ইমান অত্যাচাৰ আৰু উৎপীড়ন দেখি, পাঁচজন মানুহৰ পুতৌ লাগিল। "আমি পেট ভৰাই খাম, হাঁহি-মাতি ৰঙেৰে টকচালি কৰি ৰমলিয়াই ফুৰিম আৰু আমাৰেই বন্ধু-বান্ধৱ, ভাই-ককাই—বনি-হাশ্বেম—পেটৰ পোৰণিত হাঁ-হাঁ-কা-কা কৰিছে। ই কি বিচাৰ!" এই বুলি তাৰে এজনে জাঁপ মাৰি কা'বাত আৰি থোৱা প্ৰতিজ্ঞা-কাকতখন আনি ছিৰা-ছিৰ্‌কৈ ফালি পেলালে। আৰু মোহৰ্ৰম মাহত কেউজনে উদং তৰোৱাল হাতত লৈ পৰ্বতত বন্ধ হৈ থকা মুছলমানবিলাকক মক্কালৈ আনি মেলি দিলেহি। এই ঘটনা ৬১৯ খৃঃত ঘটিছিল। কিন্তু সুখ তেওঁলোকৰ কপালত লিখা নাছিল। কোৰেচবিলাকে আকৌ অত্যাচাৰ, উৎপীড়ন কৰিবলৈ ধৰিলে।

বিপদ আল্লাৰ দান, আঘাত আৰু বেদনা স্বৰ্গৰ নিয়ামৎ (মঙ্গল)। সেই দেখি, মহাপুৰুষসকলৰ জীৱনত দুখৰ ওপৰত দুখ, বিলাইৰ ওপৰত বিলাই। ইয়াৰ ভিতৰত ৰছুল-কৰিমৰ (দঃ) পৰীক্ষা আকৌ সকলোতকৈ টান। কাৰণ—প্ৰেম-পুণ্যত, ধৈৰ্য-বীৰ্যত তেখেতক জগতৰ শ্ৰেষ্ঠতম মানুহ কৰি আৰু মানুহৰ

পূৰ্ণতম আৰ্হিৰূপে গঢ়াই আল্লাৰ ইচ্ছা। গতিকে, জন্মৰ পৰা আজিলৈকে ৰছুল-কৰিমৰ (দঃ) কঠোৰ অগ্নি পৰীক্ষা হ'ল। এই দুখীয়া, এতীম, উপায়হীন, উম্মিৰ নিমিত্তে তিনি বছৰ এই মুছলমান কেইজনে কেলেই এনে কঠোৰ নিকাৰ ভঙ্গিছিল?

## নতুন বিপদ

কোৰেচবিলাকে যেতিয়া দেখিলে যে, তেওঁলোকৰ সকলো চেষ্টা আকাশত চাং পতাৰ দৰে নিস্ফল হ'ল, তেতিয়া ৰছুল-কৰিমক (দঃ) বধ কৰি একেদিনাই সকলো আপদৰ ওৰ পেলাবলৈ বিচাৰিলে। দেখা-দেখিকৈ ৰণ নকৰিলে আৰু একো উপায় নাই। এইবোৰ পন্থাত তেওঁলোকৰ বুকুৰে ধান বানিবলৈ ধৰিলে।

### বিবি খদিজাতুল কোব্‌ৰা আৰু আবু তালেবৰ ওফাত (মৃত্যু)—নবুৱতৰ ১০ম বছৰ, ৬১৯ খৃষ্টাব্দ ঃ

পৰ্বতৰ পৰা অহা কেইমাহমানৰ পাচতেই, নবীয়ে-আক্ৰমৰ (দঃ) অতি চেনেহৰ বিবি খাদিজাতুল কোব্‌ৰা ৬৫ বছৰ বয়সতে ইহলীলা সামৰে। ৰছুল-কৰিমৰ (দঃ) চকুলো শুকাবলৈ নৌপাওঁতেই অৰ্থাৎ ইয়াৰ এমাহ পাঁচ দিনৰ মূৰতে তেখেতৰ ঘাই সহায় দদায়েক আবু তালেবেও ৮৭ বছৰ বয়সত এই 'ফানা' (নশ্বৰ) দুনিয়া এৰে।

আবু তালেবৰ অন্তিম সময় যেতিয়া চমু চাপি আহিছিল, আবু জেহেলে, আব্দুল্লা-বেন্-উমাইয়াহ্ আৰু জনচেৰেক কোৰেচ চৰ্দাৰে তেওঁক ক'লেহি, "আপুনি জীয়াই থাকোঁতেই মোহম্মদৰ লগত আমাৰ এটা ৰফা কৰি দিয়ক। আমাৰ ধৰ্ম নিন্দা নকৰিবলৈ তেওঁ প্ৰতিজ্ঞা কৰক।" ৰছুল-কৰিমক (দঃ) মতাই অনাই এই প্ৰস্তাৱৰ কথা কোৱাত তেখেতে উত্তৰ দিলে, "শ্বেৰ্ক (অংশীদাৰ) আৰু তৌহিদৰ (একত্ববাদৰ) লগত ৰফা কোনোমতেই হ'ব নোৱাৰে। তেওঁলোকে এক আল্লাক মানি ল'লে, মোৰ আৰু কোনো কথাই নেথাকে।"

আবু তালেবৰ আসন্ন কাল আহি পালত, ৰছুল-কৰিমে (দঃ) ব্যাকুল

হৈ দুখেৰে তেওঁক ক'লে, "এতিয়াও সময় আছে, এবাৰ পঢ়ক 'লা ইলাহা ইল্লাল্লাহ্।' আবু জেহেলে শুনি ক'বলৈ ধৰিলে, "ই কি! আপুনি অন্তিম সময়ত আব্দুল মোত্তালেবৰ ধৰ্ম নেৰিব।"

আবু তালেব গ'ল, কিন্তু ইছলাম গ্ৰহণ কৰিবলৈ নহ'ল।

বিবি খদিজা আৰু আবু তালেবৰ মৃত্যু হোৱাত কোৰেচবিলাকৰ অত্যাচাৰৰ বাট মুকলি হৈ পৰিল। এতিয়া তেওঁলোকে উঠি-পৰি ৰছুল-কৰিমক (দঃ) উৎপীড়ন কৰিবলৈ ধৰিলে। তেওঁলোকে তেখেতৰ দুৱাৰ মুখত কাঁইট পেলাই থয়, যাতে তেখেত বাহিৰলৈ আহিব নোৱাৰে। সেইবোৰ আঁতৰাই দি তেওঁলোকক তেখেতে কা'বাত 'চিজ্‌দা'ত পৰি আল্লাৰ ধ্যানত তন্ময় হৈ থাকে, কোৰেচবিলাকে উটৰ নাড়ী-ভুৰু বা পোৱালী-পোৱা-ছাগলীৰ জল আনি, এই অৱস্থাতেই তেখেতৰ মূৰৰ ওপৰত পেলাই দিয়ে। এদিন ৰেছালৎমাবে নামাজত মগ্ন হৈ থাকোঁতে, ওকবাই নিজৰ চাদৰখন তেখেতৰ ডিঙিত মেৰাই দি পকাবলৈ ধৰাত, তেখেতৰ উশাহ বন্ধ হ'বলৈ ধৰিলে। এনেতে, হজৰত আবুবকৰে এই ঘটনা দেখি ওক্‌বাক ঠেলা মাৰি আঁতৰ কৰি দিলে। এদিন আল্লাৰ ধ্যানত মগ্ন হৈ থাকোঁতে এটা চয়তানে কেতবোৰ জাবৰ-জোঁথৰ, ধূলি-মাটি আনি তেখেতৰ মূৰতে পেলাই দিলে। তেখেত তেনেকৈয়ে ঘৰলৈ গ'ল। তেখেতৰ জীয়েক বিবি ফাতিমাই মূৰ ধুৱাই দি কান্দিবলৈ ধৰিলে। তেখেতে সান্ত্বনা দি ক'লে, "আই! নেকান্দিবি, আল্লাই তোৰ বাপেৰক ৰক্ষা কৰিব, সি অবোধ।" পাষণ্ডবিলাকে তেখেতৰ খোৱা বস্তুত নানা ৰকমৰ বেয়া বস্তু মনে মনে মিহলাই দিয়ে। বাটে-ঘাটে ওভট মাত মতা আৰু ইতিকিং কৰাৰ কথা ক'বই নেলাগে। তেখেতে বাটেদি গ'লে সেই বদমাছ মানুহবোৰে তেখেতৰ পাচে পাচে হৈ দি ফুৰে।

## ৰছুল-কৰিমৰ (দঃ) তায়েফলৈ যোৱা আৰু তাত ইছলাম জাৰি কৰাৰ ফল—নবুৱতৰ ১০ম বছৰ, ৬২০ খৃষ্টাব্দ ঃ

দাদায়েকৰ বিয়োগ-শোক, নিজৰ বিবিৰ বিয়োগ-শোক, মাউৰী ছোৱালীবিলাকৰ মৰামুৰা শুকান মুখ, আকৌ তাতে এই অধৰ্মীহঁতৰ এনে অত্যাচাৰ! এফালে ইমানবোৰ আলৈ-বিলৈ আৰু আনফালে কৰ্তব্যৰ আহ্বান। এই সময়ত ধন-মান, ৰাজপাট আৰু আন আন প্ৰলোভনেৰে ৰছুল-কৰিমক

(দঃ) হাতলৈ অনাৰ চেষ্টা কম হোৱা নাছিল। ইয়াত ৰছুল-কৰিমৰ (দঃ) মহান হৃদয় এফেৰিও বিচলিত নহ'ল হয়; কিন্তু মক্কাত দ্বীন জাৰি (ধৰ্ম প্ৰচাৰ) কৰা অসম্ভৱ হৈ পৰিল। তায়েফত হজৰত আব্বাছৰ ভালেমান ৰায়ত ছকা দেখি, ভাবি-চিন্তি তেখেতে জায়েদ-বেন্-হাৰেছেৰে সৈতে তায়েফলৈ ওলাল। মক্কাৰ পৰা তায়েফ ৭০ মাইল দূৰ। মক্কা হৈছে তায়েফবাসীসকলৰ ঘাই তীৰ্থস্থান। জয়জয়তে তেখেতে কহ্‌তান ফৈদৰ ওচৰত গইনা লয়। সিহঁতৰ আগত 'তৌহিদ' ধৰ্মৰ কথা কোৱাত, সিহঁতে তেখেতক খেদাই দিয়ে। পাচত তেখেতে ছকিফ ফৈদৰ মুখাল মানুহবিলাকক ইছলামৰ ফালে আহ্বান কৰে, কিন্তু তেওঁলোকেও তেখেতৰ কথা উপলঙঘা কৰি টিলিকি মাৰি উৰাই দিলে। বাটেদি গ'লেই দুষ্ট মানুহবোৰে তেখেতক হৈ দি ভৰিলৈ শিলগুটি দলিয়ায়। কেতিয়াবা তেখেতৰ ভৰি দুইখনি ঘা লাগি তেজেৰে ৰঙা হৈ যায়। বাট বুলিব নোৱাৰিলে সিহঁতে তেখেতৰ দুই হাত ধৰি চোঁচৰাই টানি নিয়ে আৰু আকৌ ভৰিত শিলগুটি মাৰিবলৈ ধৰে, পাচত নাচি-বাগি কিৰিলি মাৰি হাঁহিবলৈ ধৰে। যি ধৰ্ম বলত বলী, জড় জগতৰ শোক-দুখ-কষ্টই তেখেতৰ জীৱনৰ মহান আদৰ্শক নষ্ট কৰিব পাৰেনে? বিপদ আল্লাৰ দান—বিপদ আল্লাৰ পৰীক্ষা। অত্যাচাৰ উৎপীড়নৰ ভিতৰেদিহে মানুহৰ মনুষ্যত্ব আৰু মহত্ত্ব গুণ ফুটি উঠে। যিসকল জগৎ উদ্ধাৰৰ নিমিত্তে আবিৰ্ভূত তেওঁলোক এলা-পেচা মানুহ হ'ব নোৱাৰে। তেওঁলোক যে প্ৰকৃত খোদাভক্ত সেইটো ৰাব্বিল আ'লেমীনে ভালকৈ জানে, তথাপি মানৱ জাতিক শিকনি দিবলৈ তেওঁলোকক নানা ৰকম কষ্ট, অপমান দি জ্বলা-কলা কৰি জগতক দেখুৱায় যে, প্ৰকৃত মানুহ হ'বলৈ হ'লে, খোদাৰ বাটৰ বাটৰুৱা হ'বলৈ হ'লে, বিপদ-আপদ মূৰত তুলি ল'ব লাগিব। গোলাপ ছিঙিবলৈ গ'লে, কাঁইটে ফুটিবই ফুটিব। পাষণ্ডবিলাকে আদিৰে পৰা যিবোৰ অত্যাচাৰ উপদ্ৰৱ উৎপীড়ন কৰি আহিছে, তাক সুঁৱৰিলে গাৰ নোম শিয়ৰি উঠে, হিয়া কঁপিবলৈ ধৰে। ৰছুল-কৰিম (দঃ) তায়েফত ইমান নিকাৰ ভুঞ্জিও কৰ্তব্য পালন কৰিবলৈ কেতিয়াও নেৰিলে। দহ দিনলৈকে নানা ৰকম লাঞ্ছনা ভুগি তায়েফৰ নগৰে-ভূঁয়ে আল্লাৰ বাণী প্ৰচাৰ কৰিলে। তাৰ পাচত তত্ নেপাই জায়েদক লৈ মক্কালৈ উভতিবলৈ মন কৰিলে। এনে সময়ত নৰাধমহঁতে শিলগুটিৰে তেখেত আৰু জায়েদ দুইকো এনেদৰে ঘুণীয়া কৰিলে যে, গোটেই গা তেজেৰে ৰঙা

হৈ পৰিল। তেখেত ঠৰ্-মৰ্ খাই পৰি গ'ল। জায়েদে তেখেতক কান্ধত লৈ খৰখেদাকৈ নগৰৰ বাহিৰলৈ নি এখন আঙুৰবাৰীত থৈ সেৱা-শুশ্রূষা কৰিবলৈ ধৰিলে। হুঁচ পাই তাতে তেখেতে নামাজ পঢ়িলে। ভৰিত তেজে গোট মাৰি ধৰাত, অজু কৰাত বৰ কষ্ট পাইছিল। নামাজৰ পাচত, উৎপীড়িত ৰছুল-কৰিমে (দঃ) তেজেৰে ৰঞ্জিত গাৰে আল্লাহ্-বেনিয়াজৰ আগত এই বুলি প্ৰাৰ্থনা কৰিলে—"হে মোৰ আল্লাহ্! মই নিৰুপায়, মই অধম, মই নিঃকিন। হে পৰম দায়ময়! তুমিয়েই পতিত পাৱন, দুৰ্বলৰ বল, তোমাত বাজে মোৰ আৰু কোনো নাই। প্ৰভু! তুমি মোক কাৰ হাতত গতাবা? তুমি এনে মানুহৰ হাতত এৰি দিব্লানে, যি মোৰ সাধনাক ব্যৰ্থ কৰি দিব? কিন্তু প্ৰভু! মোক তোমাৰ সন্তোষৰ বাজে একো নেলাগে, তাক পালেই সকলো আপদ-বিপদ আওকাণ কৰিম। তোমাৰ 'গজব' (অভিশাপ) যেন মোৰ ওপৰত নপৰে। মই তোমাৰ দৰবাৰত কান্দিছোঁ, যাতে মই তোমাৰ সন্তোষ লাভ কৰিব পাৰোঁ। প্ৰভু! তুমিয়েই মোৰ একমাত্ৰ বল, তুমিয়েই মোৰ একমাত্ৰ সম্বল।"

## তায়েফৰ পৰা মক্কালৈ উভতি অহা ঃ

অলপ জিৰাই ৰছুল-কৰিমে (দঃ) মক্কাৰ ফাললৈ খোজ ল'লে। জায়েদে ক'লে, "য়্যা ৰছুলুল্লাহ্! এই অত্যাচাৰীৰ ধ্বংসৰ কাৰণে আল্লাৰ আগত 'দোৱা মাগক' (প্ৰাৰ্থনা কৰক)।" তেখেতে উত্তৰ দিলে, "নহয়, নহয়, ইহঁতৰ পো-পোৱালীবিলাকৰ মাজত বহুত সৎ আৰু মহৎ মানুহৰ সৃষ্টি হ'ব, তেওঁলোকে সত্য গ্ৰহণ কৰিব পাৰে। হে মোৰ প্ৰভু! ইহঁতক সুমতি দিয়া, ইহঁত অবোধ।" —এই ভৱিষ্যদ্বাণী আখৰে আখৰে ফলিয়ালে।

৬০ মাইল বাট কুৰি বাই আহি ৰছুল-কৰিমে (দঃ) আলেঙে-আলেঙে মক্কাৰ মানুহবোৰৰ ভাব কেনে, ৰিপুৱা ধৰি তাৰ আঁটকাল ল'বৰ কাৰণ, 'নাখ্‌লা' নামেৰে ওচৰৰ গাঁও এখনত দিনচেৰেক জিৰালে। কাৰণ, মানুহবিলাকে তেখেতক খেদাইছিল আৰু প্ৰাণ বধ কৰিব খুজিছিল। জায়েদে বৰ ভয় খোৱা দেখি, তেখেতে তেওঁক চেচনি হাত ফুৰাই ক'লে, "বাছা! ভয় নেখাবা। বিপদৰ যি বা-মাৰলী দেখি ভয় খাইছা, সেইটো যাউতি-যুগীয়া নহয়। আল্লাই নিশ্চয় সত্যৰ সহায় কৰিব, ইছলামৰ নিশ্চয় জয় হ'ব।"

মোৎএম-বেন্-আদিয়ে ৰছুল-কৰিমৰ (দঃ) অৱস্থাৰ বিষয়ে জানি

তেখেতক নগৰত সোমাবলৈ ক'লে, আৰু নিজৰ যিমান মানুহ আছিল সকলোৱে অস্ত্ৰ-শস্ত্ৰ লৈ তেখেতৰ লগত গ'ল। মোৎএমে সকলোৰে আগত গৈ ওপৰলৈ হাত দাঙি ঘোষণা কৰি দিলে—"মোহম্মদক মই অভয় দান দিছোঁ, সাৱধান!" কোৰেচবিলাকে ভেবা লাগি চাই থাকিল। বদৰৰ ৰণৰ আগেয়ে 'মোশ্‌ৰিক' (অংশীবাদী) অৱস্থাতে মোৎএমৰ মৃত্যু হয়। মোৎএমৰ এই উপকাৰ ৰছুল-কৰিমে (দঃ) কেতিয়াও পাহৰা নাছিল। বদৰৰ ৰণৰ পাচত তেখেতে কৈছিল, "আজি মোৎএম যদি জীয়াই থাকিলহেঁতেন আৰু যদি সকলো বন্দীকে এৰি দিবলৈ মোক খাটিলেহেঁতেন, তেন্তে মই তেতিয়াই তেওঁৰ অনুৰোধ ৰক্ষা কৰিলোহেঁতেন।"

কেউফালে নিৰাশাৰ আন্ধাৰে আবৰি ধৰিছে, কেউফালে হৰেক ৰকমৰ বিপদে ভুমুকিয়াইছে, সফলতাৰ কোনো চিনকে দেখিবলৈ নাই; কিন্তু ৰছুল-কৰিম (দঃ) অটল আৰু ধীৰ। জগতৰ বুৰঞ্জীত এনে দৃঢ়তা, এনে আত্মনিৰ্ভৰতা, এনে বিশ্বাসৰ তুলনা নাই—এয়ে হৈছে আদৰ্শ মহাপুৰুষৰ চিন।

Sir William Muir-এ তেওঁৰ Life of Mohamet পুথিত লিখিছে—"তায়েফত ধৰ্ম প্ৰচাৰ কামত মোহম্মদৰ বিশেষ সাহসিকতা আৰু বৰ ওখ ভাব বিদ্যমান আছিল। আত্মীয়-স্বজন বিবৰ্জিত আৰু সমাজত ঘৃণিত মানুহৰ পক্ষে কেৱল খোদা-তাআলাৰ ওপৰত নিৰ্ভৰ কৰি, পৌত্তলিক নগৰক, সত্যধৰ্ম গ্ৰহণৰ কাৰণে আহ্বান কৰা কিমান দূৰ দুঃসাহসিকতাৰ কাম, তাক সকলোৱে সহজে টলকিব পাৰে। এইবোৰ কামত তেখেতৰ বিশ্বাসৰ গুৰিত যে স্বৰ্গীয় সত্য লুকাই আছিল, তাৰ বহুত প্ৰমাণ পোৱা গৈছে।"

কোৰেচবিলাকৰ অত্যাচাৰ, অতপালি দিনক দিনে দোপতদোপে যেতিয়া চৰিবলৈ ধৰিলে, খাব্বাৰ-বেন্-আতে (ৰাঃ) ৰছুল-কৰিমক (দঃ) ক'লে, "আপুনি ইহঁতক 'বদ্ দোৱা' কৰক (শাও দিয়ক)।" ৰেছালৎমাবে উত্তৰ দিলে, "তোমালোকৰ আগৰ অনেক সাধু মানুহৰ গোটেই গাটো লোৰ ফণিৰে ছিৰা-ছিৰ কৰি পেলাইছিল আৰু কৰতেৰে মূৰ দুফাল কৰি পেলাইছিল। কিন্তু তথাপি তেওঁলোকে কৰ্তব্য এৰা নাছিল। নিশ্চয় সেই শান্তিৰ দিন আহিছে,

---

** ছফ্‌আ আৰু হজ্‌ৰামৌত, এই দুখন নগৰ আৰবত আছে। আগেয়ে ইখনৰ পৰা সিখনলৈ অহা-যোৱা বৰ বিপজ্জনক আছিল।*

যেতিয়া অকলৈ এজন আৰোহীয়ে ছন্‌আৰ পৰা হজ্‌ৰামৌতলৈকে* ফুৰিব পাৰিব। এজন খোদাত বাজে তেওঁলোকে আৰু কাকো ভয় নকৰে।"

নবী-কৰিমৰ (দঃ) এই ভৱিষ্যদ্বাণীটোও আখৰে আখৰে ফলিয়ালে।

## বিবি আয়েশ্বা ছিদ্দিকাৰ লগত নিকাহ্

নবুৱতৰ ১০ম বছৰৰ শেষত, বিবি খদিজাৰ ওফাতৰ ২॥ মাহ মানৰ পাচত, ৰছুল-কৰিমৰ (দঃ) লগত বন্ধুতা ঘনিষ্ঠ কৰিবৰ কাৰণে হজৰত আবুবকৰে নিজৰ জীয়েক 'উম্মোল মো'মেনীন' (মোমিনসকলৰ মাক) বিবি আয়েশ্বাক তেখেতৰ লগত বিয়া দিবলৈ হেঁপাহ কৰে। বিবি আয়েশ্বাৰ তেতিয়া ৭ বছৰ বয়স হৈছিল। নবী-কৰিমে (দঃ) হজৰত আবুবকৰক সন্তুষ্ট কৰিবৰ কাৰণে, বিশেষকৈ মক্কা নগৰৰ মুখাল মুখাল মানুহক আত্মীয়তাৰ ডোলেৰে বান্ধিবৰ নিমিত্তে, এই প্ৰস্তাৱত সন্মত হ'ল আৰু অতি সোনকালে নিকাহ্ হৈ গ'ল। নবী-কৰিমৰ (দঃ) ওফাতৰ (মৃত্যুৰ) পাচত, তেওঁ বহুত দিন জীয়াই আছিল। ৫৮ হিজৰীত (৬৭৮ খৃঃ) ৬৭ বছৰ বয়সত তেওঁৰ 'ওফাত' (মৃত্যু) হয়। ৰছুল-কৰিমৰ (দঃ) বিবিৰ মাজত, এওঁহে মাথোন কুমাৰী আছিল। এই সম্বন্ধৰ পৰাই আব্দুল্লাহ্-বেন্-ওছ্‌মান ওৰফে আবু কোহাফাৰ নাম 'আবুবকৰ' (কুমাৰীৰ বাপেক) হ'ল।

## বিবি ছওদাৰ লগত নিকাহ্

ছওদা নামেৰে এগৰাকী বুঢ়ী বাঁৰী আছিল। তেওঁৰ স্বামী ছকৰাণে ইছলাম গ্ৰহণ কৰাত, তেওঁৰ আত্মীয় মানুহবিলাকে এনে অত্যাচাৰ কৰিবলৈ ধৰিলে যে, তেওঁ তত্ নেপাই আবিচিনিয়ালৈ পলাই যায়। তাৰ অলপ দিনৰ পাচত তেওঁৰ মৃত্যু হয়। ইছলাম গ্ৰহণ কৰাত, তেওঁলোক বিধৰ্মীবিলাকৰ চকুৰ কুটা হৈ পৰিছিল। পাচে স্বামী মৃত্যু হোৱাক, বাঁৰী একেবাৰে নিৰুপায় হৈ পৰিল—তেওঁৰ দুখ কুলাই-পাচিয়ে নধৰা হ'ল। ন-কৈ নিকাহ্ কৰাৰ

বয়সো উকলি গ'ল। অৱস্থাও বৰ শোচনীয়। বিবি খদিজাৰ মৃত্যুৰ কেইদিন মানৰ পাচত, এদিন নবীয়ে-আৰবীৰ (দঃ) খেদমতত হাজিৰ হৈ তেওঁ আৰজ কৰিলে, "য়্যা ৰছুলুল্লাহ্! নিকাহৰ হেঁপাহ মোৰ নাই, কিন্তু 'কিয়ামত'ৰ (মহা প্ৰলয়ৰ) দিনা আপোনাৰ বিবি হৈ উঠিবৰ মোৰ একান্ত ইচ্ছা।"

ৰছুল-কৰিমে (দঃ) তেতিয়া বুঢ়ী বাঁৰীক স্ত্ৰীৰূপে গ্ৰহণ কৰি, মক্কাৰ নৰ-পিশাচৰ হাতৰ পৰা ৰক্ষা কৰিলে। তেওঁ মাথোন নামতহে বিবি হৈ আছিল। তেওঁ কেৱল ৰছুল-কৰিমৰ (দঃ) সেৱা কৰি আৰু তেখেতেৰে সৈতে কথা-বতৰা পাতি তেখেতক ৰং লগাই ৰাখিছিল। এইদৰে তেখেতে বিশেষ কাৰণত আন কেবাগৰাকী বিবিক নিকাহ কৰিছিল।

## তীৰ্থ মেলাত ইছলাম প্ৰচাৰ

হজৰ সময়ত কেউফালৰ পৰা মানুহ আহি মক্কাত থুপ খায়। ৰছুল-কৰিমে (দঃ) ছেগ চাই সেই মানুহবিলাকৰ ওচৰলৈ গৈ কোৰ্আন পঢ়ি শুনাই, অদ্বিতীয় আল্লাৰ ফাললৈ আহ্বান কৰে আৰু তেওঁলোকৰ মাজত চলি থকা কুসংস্কাৰ আৰু অন্ধ-বিশ্বাসৰ পৰা কি অনিষ্ট হৈছে তাক ফঁহিয়াই বুজাই দিয়ে। এই দৰে আৰবৰ গাঁৱে-ভূঁয়ে সকলো ঠাইতে ৰছুল-কৰিমৰ (দঃ) উপদেশ বিয়পি পৰিল। কোৰেচবিলাকে ইয়াকে দেখি, সিহঁতৰ ওপৰত আকাশী চৰগ ভাগি পৰা যেন পালে। তেখেতৰ চেষ্টা বিফল কৰিবলৈ সিহঁতে য'তে-ত'তে ৰটিবলৈ ধৰিলে—"মোহম্মদ বৰ যাদুকৰ, তাৰ ওচৰলৈ যেয়ে যায় তাকে মুহি পেলায়, সি ভয়ানক মানুহ, তাৰ গুৰিলৈ কোনো নেযাবি।" বিশেষকৈ আবু লাহাব* সদায় ৰছুল-কৰিমলৈ (দঃ) শিল দলিয়াই দলিয়াই পাচে পাচে ফুৰে আৰু সত্য ধৰ্ম প্ৰচাৰ কৰাত হকা-বাধা দিয়ে। কোনোৱে ৰছুল-কৰিমৰ (দঃ) কথাবোৰ ভালকৈ কাণ পাতি শুনে, কোনোৱে তেনেই আওকাণ কৰে, কোনোৱেবা ইতিকিং কৰি গালি-শপনি পাৰি তেখেতক খেদাই দিয়ে। এই সময়ত বায়হাৰা নামেৰে এটা লাঠুৱা মানুহে তেখেতৰ ভাষাৰ তেজ আৰু মধুৰতা আৰু উপদেশৰ প্ৰভাৱ দেখি মুগ্ধ

---

** আবু লাহাবৰ অৰ্থ জুইৰ বাপেক। তেওঁ বৰ খণ্ডাল আছিল।*

হ'ল। সি ভাবিলে যে, এই মানুহজনক হাত কৰি ল'ব পাৰিলে গোটেই আৰবক বশ কৰিব পাৰিব। সি এদিন তেখেতৰ ওচৰলৈ গৈ ক'লে যে, সি তেখেতক সহায় কৰিব; কিন্তু তেখেত জয়ী হ'লে আৰবৰ ৰাজত্বটো তাক দিব লাগিব। তেখেতে উত্তৰ দিলে, "ৰাজ্য, ৰাজত্ব আদি দিয়া আৰু সাল-সলনি কৰা আল্লাৰ কাম।" তাৰ পাচত তেখেতে আন এফৈদৰ ওচৰলৈ গৈ সেই ফৈদৰ মাফ্‌ৰূক নামেৰে মুখিয়াল মানুহজনক ক'লে যে, আল্লাত বাজে আন কোনো উপাস্য নাই, তেওঁ এক আৰু অদ্বিতীয়, তেওঁৰ অংশী নাই। তাৰ পাচত্ব তেখেতে 'আন্‌আম' চুৰাৰ ১৬ ৰুকুৰ এটি 'আয়ত' পঢ়ি শুনালে। মাফ্‌ৰূকে মুগ্ধ হৈ ক'লে, "ই মানুহৰ ৰচনা নহয়। বাৰু আপুনি নো কি কি উপদেশ দিয়ে?" তেখেতে তেতিয়া 'নাহল' চুৰাৰ ৯ ৰুকুৰ 'আয়ত' এটি পঢ়িলে। শুনি মাফ্‌ৰূক আৰু তেওঁৰ লগৰীয়া দুয়োজনে ক'লে, "আপুনি যিবোৰ কথা কৈছে, আটাইবোৰেই সঁচা। কোৰেচবিলাকে অবাবতে আপোনাক দুখ দিছে। আপুনি নিজৰ কাম কৰি গৈ থাকক আমিও ভাবি-চিন্তি চাওঁ।"

এইদৰে জুমেপতি গৈ ৰছুল-কৰিমে (দঃ) হজীবিলাকক আল্লাৰ 'কালাম' (বাণী) আৰু তেওঁৰ মহিমা শুনাই গৈ আছে আৰু তেখেতৰ পাচে পাচে কোৰেচ মুখিয়াল মানুহবিলাকে নানা ৰকমে তেখেতক গালি-শপনি পাৰি শিলগুটি দলিয়াই গা ঘৃণীয়া কৰি ফুৰিছে। কিন্তু তেখেতে সেইবোৰ অত্যাচাৰ নীৰৱে সহি আপোন কাম কৰি গৈ আছে। তেখেতে কৈছে, "যদি মোৰ কথাবোৰ ভাল লাগে ল'বা; যদি ভাল নেলাগে, মই তাক মানিবলৈ নকওঁ। মই মাথোন ইয়াকে বিচাৰিছোঁ যে, আল্লাৰ বাণী যেতিয়ালৈকে মই তোমালোকক শুনাই নেটাওঁ, তেতিয়ালৈকে কোনেও যেন মোক বধ নকৰে। কাৰণ, তেতিয়াহ'লে, মোৰ কৰ্তব্য অসম্পূৰ্ণ হৈ থাকিব।"

তোফেল-বেন্‌-আমৰ (ৰাঃ) দাওছ ফৈদৰ চৰ্দাৰ। তেওঁ মক্কালৈ অহাত কোৰেচ জনচেৰেক ডাঙৰ মানুহ তেওঁৰ ওচৰলৈ গৈ ক'লে, "আপোনালোক আচহৰা ঠাইলৈ আহিছে—আলহী, সেই দেখি সাৱধান কৰি দিছোঁ—মোহম্মদ বৰ যাদুকৰ, তাৰ কথা শুনিলেই মানুহ অজ্ঞান হৈ পৰে। সি মানুহক 'গোম্‌ৰাহ' (পথভ্ৰষ্ট) কৰি দিয়ে।" এই কথা শুনি তোফেলৰ ভয় হ'ল, জানোচা তেখেতৰ কথা কেনেবাকৈ কাণত পৰে আৰু কাণত সোপা দি বৰ সাৱধানেৰে ফুৰিবলৈ ধৰিলে। এদিন তেওঁ কা'বালৈ গৈ দেখে যে, ৰছুল-কৰিমে (দঃ) থিয় হৈ

নামাজ পঢ়িছে। তেখেতে যি কোৰ্‌আনৰ 'আয়ত' (শ্লোক) পঢ়িছিল, সেইটি হঠাৎ তোফেলৰ কাণত পৰিল। তোফেল এজন নামজ্বলা কবি আছিল। তেওঁ শুনি বৰ মুগ্ধ হ'ল। নামাজ শেষ হ'লত, ৰছুল-কৰিম (দঃ) ঘৰলৈ গ'ল। তোফেল তেখেতৰ পাচে পাচে গ'ল। ঘৰত তোফেলে সোধাত, তেওঁক ইছলামৰ শিক্ষা আৰু কৰ্তব্য বুজাই দিলে আৰু কোৰ্‌আনৰ কেইটামান 'আয়ত' পঢ়ি শুনালে। তোফেল ইছলামৰ মহিমাত মজি তেতিয়াই ইছলামত দীক্ষিত হ'ল।

তোফেলে ঘৰলৈ গৈ পোনছাটেই নিজৰ বাপেক আৰু বিবিক ইছলামৰ মহিমা বুজাই দি মুছলমান কৰে। তাৰ পাচত নিজৰ ফৈদত ইছলাম প্ৰচাৰ কৰিবলৈ ধৰে। বিখ্যাত ছাহাবী আবু হোৰেৰাও (ৰাঃ)* এই দাওছ ফৈদৰ। তেওঁ এদিন ৰছুল-কৰিমক (দঃ) কৈছিল, "দাওছ ফৈদে ইছলামৰ শত্ৰুতা কৰিছে। আপুনি ইহঁতক 'বদ্ দোৱা' কৰক (শাও দিয়ক)।" তেখেতে দুই হাত তুলি 'দোৱা' (প্ৰাৰ্থনা) কৰিলে—"য়্যা গফুৰুৰ্ৰহিম! তুমি দাওছৰ মঙ্গল কৰা। তেওঁলোকক সুমতি দিয়া আৰু সঁচা বাট দেখুৱাই দিয়া।"

ৰছুল-কৰিম (দঃ) মদিনালৈ যোৱাৰ দিনচেৰেকৰ পাচত, তোফেলে নিজৰ খেলৰ ৬০টা মুছলমান পৰিয়াল লগত লৈ মদিনাত ওলায়গৈ। তেওঁ সদায় নবী-কৰিমৰ (দঃ) লগত আছিল আৰু খায়বৰৰ ৰণত বীৰত্বৰ বিশেষ পৰিচয় দিছিল।

এই সময়ত ৰছুল-কৰিমৰ (দঃ) আৰু ইছলামৰ চৰ্চা আৰবৰ ঘৰে ঘৰে হ'বলৈ ধৰিলে আৰু তেখেতৰ নাম-যশ দেশে-বিদেশে ফুটি-ফাটি গ'ল। কোৰেচবিলাকে বাধা দিয়াত এই চৰ্চা আৰু বেছিকৈ বিয়পিবলৈ ধৰিলে। হজৰত আবুজৰ গেফাৰীৰ নাম মুছলমান মাত্ৰেই জানিব লাগে। তেওঁ তেওঁৰ নিজা ভায়েক ওনায়ছক ৰছুল-কৰিমৰ (দঃ) প্ৰকৃত অৱস্থা কি, তাৰ উহ ল'বলৈ মক্কালৈ পঠাই দিয়ে। ওনায়ছ উভতি যোৱাত, তেওঁৰ মুখত ৰছুল-কৰিমৰ (দঃ) প্ৰশংসা শুনি, আবুজৰ নিজেই মক্কালৈ গ'ল। তালৈ গৈ ভয়ত কাকো কোনো কথা নুসুধি, তেওঁ ইফালে-সিফালে অকাই-পকাই ঘূৰি ফুৰিছে। এৰাতি হজৰত আলীয়ে তেওঁক জম্-জম্ নাদৰ ওচৰত পৰি থকা দেখি আলহী বুলি ঠাবৰ কৰি, নিজৰ ঘৰলৈ মাতি আনিলে। পুৱাই উঠি ৰছুল-

* *'আবু হোৰেৰা'ৰ অৰ্থ মেকুৰিৰ বাপেক। তেওঁ মেকুৰিক বৰ মৰম কৰিছিল।*

কৰিমক (দঃ) বিচাৰি, তেওঁ আগৰ দৰে ঘূৰি ফুৰিছে। হজৰত আলীয়ে তেওঁৰ অৱস্থা দেখি তৃতীয় দিনা তেওঁক সোধাত, তেওঁ কাকো নক'বলৈ বুলি শপত দি ক'লে, "শুনিছোঁ বোলে এই নগৰত এজন আল্লাৰ 'নবী' ওলাইছে, মই তাৰ সন্ধান ল'বলৈকে ইয়ালৈ আহিছোঁ।" যাতে কোৰেচবিলাকে আবুজৰক ধৰিব নোৱাৰে, বৰ সাৱধানেৰে হজৰত আলীয়ে তেওঁক ৰছুল-কৰিমৰ (দঃ) ওচৰলৈ নিলে। আবুজৰে ৰছুলে-আক্রমৰ (দঃ) মুখত ধৰ্মৰ সকলো কথা শুনি ইছলাম গ্রহণ কৰিলে। "মক্কাৰ ঘৰে ঘৰে আল্লাৰ নামৰ জয়ধ্বনি নুঠিলে আবুজৰ ক্ষান্ত নহয়"—এই বুলি আবুজৰে পোনছাটেই কা'বালৈ গৈ কোৰেচবিলাকৰ আগতে চিঞৰি চিঞৰি তাত্ 'তৌহিদ' ঘোষণা কৰিলে। তেতিয়াই কেউফালৰ পৰা মাৰ্-মাৰ্ ধৰ্-ধৰ্কৈ মানুহ আহি পাৰেমানে আবুজৰক দগৰিলে। আবুজৰ আধা মৰা হৈ মাটিত পৰি গ'ল। কিন্তু তেওঁৰ মুখত সেই 'কল্মা শ্বাহাদত'ৰ ধ্বনি দোপতদোপে বেছি জোৰেৰেহে ফুটিবলৈ ধৰিলে। এই সময়ত ৰছুল-কৰিমৰ (দঃ) দদায়েক হজৰত আব্বাছে এই ঘটনা দেখি ক'লে, "হায় হায়, তহঁতে কি কৰিছ? সৰ্বনাশ। ই যে গেফাৰ ফৈদৰ মানুহ। ইহঁতৰ গাঁৱেদিয়েই তহঁতে শ্বামলৈ বেহা-বেপাৰ কৰিবলৈ যাব, তহঁতে কি কৰিছ?"

এই কথা শুনি আবুজৰক সিহঁতে এৰি দিলে। আবুজৰে নিজৰ দেশলৈ গৈ অলপ দিনতে তেওঁৰ ফৈদৰ আধা মানুহক ইছলামৰ ফালে আনিলে।

আবিচিনায়ালৈ যোৱা মুছলমানবিলাকৰ মুখত ৰছুল-কৰিমৰ (দঃ) কথা শুনি, ২০জন খৃষ্টান মক্কালৈ আহে। এই খৃষ্টান কেইজনে ইছলামৰ সকলো কথা বুজি জানিব পাৰিলে যে, তেওঁলোকৰ ইঞ্জিল শাস্ত্ৰত যি ভাবী 'নবী'ৰ উল্লেখ আছে, তেৱেঁই এওঁ। তেতিয়া তেওঁলোক কেউজনে ইছলাম গ্রহণ কৰিলে। আবু জেহেলে এওঁলোকক ঘূৰাবলৈ অহো-পুৰুষাৰ্থে কৰাতো কোনো ফল নহ'ল।

জেমাদ-বেন্-ছালাৰ আজদ খেলৰ এজন বৰ নামী যাদু-মন্ত্ৰ জনা ওজা। তেওঁ মক্কালৈ আহি শুনিলে—মোহম্মদৰ গাত এটা বৰ ভয়ঙ্কৰ ভূত লম্ভিছে। কোৰেচবিলাকৰ পৰামৰ্শ মতে সেই ওজাই ভূত এৰুৱাবলৈ ৰছুল-কৰিমৰ (দঃ) তালৈ গৈ ক'লে, "মই তোমাৰ ভূত গুচাবলৈ আহিছোঁ। মই মন্ত্ৰ পঢ়োঁ, তুমি থিয় হৈ থাকা।"

ৰছুল-কৰিমে (দঃ) মিচিকিয়াই হাঁহি ক'লে, "ভাল কথা আগেয়ে মোৰ কথা অলপ কাণ পাতি শুনি লোৱা।" এই বুলি তেখেতে "আল্-হাম্‌দুলিল্লাহে নাহ্‌মাদহু ৱ নাস্তাইনুহু", এই আষাৰ 'হাম্‌দ্-নাআৎ' পঢ়িলে। ওজাৰ যাদু-মন্ত্ৰ ক'ৰবালৈ গ'ল। ওজাই তেখেতক দুনাই সেই ফাঁকি মাতিবলৈ অনুৰোধ কৰাত, তেখেতে উৰাই-ঘূৰাই তাক পঢ়িলে।

জেমাদে ব্যাকুল হৈ ক'লে, "আৰবৰ বৰ বৰ ডাঙৰ অনেক কবিৰ ৰচনা শুনিছোঁ, কিন্তু এনে কেতিয়াও শুনা নাই; মই মুছলমান।"

# মে'ৰাজ শ্বৰীফ*

তায়েফৰ পৰা উভতি অহাৰ পাচত, নবুৱতৰ ১২শ বছৰত (৬২১ খৃঃ), ২৭ ৰজব মাহৰ বুধবাৰে মাজনিশা আল্লাৰ হুকুম মতে, হজৰত জিব্ৰাইল (আঃ) (আল্লাৰ প্ৰধান বাৰ্তাবহ দূত—Gabriel) আহি ধৰ্মৰ সকলো সাৰ-তত্ত্ব জনাবৰ নিমিত্তে ৰছুল-কৰিমক (দঃ) বৈতুল-মোকাদ্দচৰ (Jerusalem) মছ্‌জিদুল-আক্‌ছাইদি 'বোৰাকত' (এবিধ স্বৰ্গীয় পাখী লগা জীৱত) তুলি নিয়ে আৰু আল্লাহ্-জিল্লেশ্বানহুৱে তেওঁৰ বন্ধুক জ্যোতিষ্মানৰূপে দেখা দি কথা-বতৰা হয়, ইয়াকে 'মে'ৰাজ' বোলে। মে'ৰাজৰ অৰ্থ ওপৰলৈ উঠা (Ascension) অৰ্থাৎ স্বৰ্গাৰোহণ। পাচদিনা পুৱাতে ৰছুল-কৰিমে (দঃ) এই ফুৰা-চকাৰ কথা মুছলমানবিলাকক ক'লে। পোন প্ৰথমে হজৰত আবুবকৰেই এই ঘটনা সঁচা বুলি মানি ল'লে। পাচত আন আন মুছলমানবিলাকেও পতিয়ালে, কিন্তু শত্ৰুবিলাকে উপলুঙা কৰি হাঁহি উৰাই দিলে। শত্ৰুবিলাকে প্ৰশ্ন কৰিলে—"বাৰু, কোৱাচোন, বৈতুল-মোক্কাদ্দচৰ 'আক্‌ছা' মছ্‌জিদটি নো কেনে?" ৰছুল-কৰিমে (দঃ) হাঁহি হাঁহি এই মছ্‌জিদৰ সকলো বিৱৰণ ক'লে। কোৰেচবিলাকে শুনি তভক মাৰি ৰ'ল। সিহঁতে আকৌ প্ৰশ্ন কৰিলে—"মক্কাৰ পৰা শ্বাম দেশলৈ কালি সাউদ এদল গৈছে, সিহঁতৰ বিষয়ে কিবা জানেনে?" তেখেতে উত্তৰ দিলে—"মই তেওঁলোকক 'ৰূহা' নামেৰে এডোখৰ

* *কোৰ্‌আন—১৭ নং চুৰা (মে'ৰাজ) চাওক। এই ৰাতিৰ পৰাই ৫ সময়ৰ নামাজ আৰু ৰমজানৰ ৰোজা মুছলমানবিলাকৰ নিমিত্তে 'ফৰজ' হয়।*

ঠাইত লগ পাইছিলো। তাতে তেওঁলোকক এবাটি পানী খুজি খালো। তেওঁলোকৰ এটা উট হেৰাইছিল, তাকো মই বিচৰা দেখিছিলো। আৰু আন এটা উটত দুজন মানুহ বহি গৈছিল, মোৰ বোৰাকটিক দেখি উটটোৱে ভয় খাই লৰ মাৰিছিল, তাৰে আৰোহী এজন মাটিত বাগৰি পৰিল। আৰু 'চইম' নামেৰে এটাইত যি দল সাউদক লগ পাইছিলো, সেই দলটো কাইলৈ মানে মক্কা পাবহি।"

কোৰেচবিলাকে তেখেতৰ কথা নপতিয়াই সাউদৰ দলটোলৈ বাট চাই ৰ'ল। পাচত সাউদৰ দলটো আহি পালত, তেখেতৰ সকলো কথা সঁচা বুলি জানি কোৰেচবিলাকে ক'লে—"মোহম্মদ বৰ যাদুকৰ, ই যাদু-মন্ত্ৰৰ বলতহে এনে অদ্ভুত কাম কৰিব পাৰিছে।"

# মদিনাত ইছলামৰ ভুমুকি

## নবুৱতৰ ১১শ বছৰৰ শেষ আৰু ১২শ বছৰৰ আৰম্ভ, ৬২১ খৃষ্টাব্দ ঃ

মদিনাৰ খাজ্ৰাজ্ খেল আৰু মক্কাৰ আওছ খেল, এই দুই খেলৰ ভিতৰত বৰ শত্ৰুতা চলি আহিছিল। দুয়ো দলৰে মাজত ভয়ানক ৰণ লাগিবৰ উপক্ৰম হৈছিল। এনেতে খাজ্ৰাজ্ খেলৰ আনাছ-বেন্-ৰাফে জনচেৰেক মানুহেৰে সৈতে আওছ খেলৰ লগত সন্ধি কৰিবলৈ আহিছিল। ৰছুলে-আৰবীয়ে (দঃ) এই কথা শুনি তেওঁলোকৰ ওচৰলৈ গৈ কোৰ্আনৰ কেইটামান 'আয়ত' মাতি তেওঁলোকক ইছলামৰ ফালে আহ্বান কৰিলে আৰু ক'লে, মানুহ মাত্ৰেই এজন ৰজাৰ প্ৰজা আৰু এজন বাপেকৰ পো-পোৱালী, সকলোৱে তেওঁকেই পূজা কৰক, তেনেহ'লেই আৰু ৰণ কৰিবৰ প্ৰয়োজন নাই। দুই দলে তেখেতৰ এই উপদেশ শুনি মোহিত হৈ তেতিয়াই ইছলাম গ্ৰহণ কৰিলে।

হজৰ সময়ত মক্কাৰ 'আকাবা' নামেৰে ঠাইখনত মদিনাৰ ছজন মানুহে কথা-বতৰা পাতি থকা দেখি, ৰছুল-কৰিমে (দঃ) তেওঁলোকৰ কাষ চাপি

কোৰ্‌আনৰ কেইটামান 'আয়ত' মাতি ইছ্‌লামৰ ফালে আহ্বান কৰিলে আৰু ইছ্‌লামৰ শিক্ষা আৰু সত্যতাৰ কথা বুজাই দিলে। তেওঁলোক যদিও 'মোশ্‌ৰিক' (অংশীবাদী) আছিল, মদিনাৰ ইহুদী পণ্ডিতসকলৰ পৰা 'তৌহিদ'ৰ কথা শুনি আহিছিল আৰু তেওঁলোকে শুনিছিল যে, বনি-ইছ্‌মাইলৰ মাজত হজৰত মুছাৰ নিচিনা এজন 'নবী' আবিৰ্ভূত হৈ পৌত্তলিকতাৰ সঁচ মচিব। ৰছুল-কৰিমৰ (দঃ) মুখত এইবোৰ কথা শুনি, তেখেতৰ প্ৰচাৰৰ মাহাত্ম্যত আকৃষ্ট হৈ তেওঁলোকে থিতাতে তেখেতক 'নবী' বুলি মানি ইছ্‌লাম গ্ৰহণ কৰিলে।

এই ছজন মানুহে মদিনালৈ উভতি গৈ, তাত ইছ্‌লাম প্ৰচাৰ কৰিবলৈ ধৰিলে। এবছৰৰ ভিতৰতে মদিনাত আৰু তাৰ দাঁতি কাষৰীয়া গাঁওবিলাকত ৰছুল-কৰিমৰ (দঃ) আৰু ইছ্‌লামৰ চৰ্চা হ'বলৈ ধৰিলে। কেইজনমান মানুহ ইছ্‌লামত দীক্ষিত হ'ল। তাৰ মাজত আছ্‌আদ্-বেন্-জোৰাৰো (ৰাঃ) আছিল। জিন্নতলবাকীত প্ৰথমতে এওঁকে 'দফন' (সমাধিস্থ) কৰা হয়।

## আকাবা-বায়আৎ

### ১ম বায়আৎ—নবুৱতৰ ১২শ বছৰ ঃ

পাঁচ বছৰত আৰু ১২জন মদিনাৰ মানুহ আকাবাত আহি ৰছুল-কৰিমৰ (দঃ) লগত মনে মনে দেখা কৰি উপযাচি ইছ্‌লামত দীক্ষিত হয়। এয়ে প্ৰথম আকাবাৰ বায়আৎ (প্ৰতিজ্ঞা)। দিনচেৰেক থাকি তেওঁলোক উভতি যোৱাত, তেওঁলোকক কোৰ্‌আন পঢ়াবলৈ তেওঁলোকৰ লগত মোছ্‌আব-বেন্-ওমায়ৰক পঠাই দিয়া হ'ল।

মোছ্‌আবৰ বাপেক ধন কুবেৰ আছিল বাবেই তেওঁ বৰ আটক ধুনীয়া হৈ পৰিছিল। বাহিৰলৈ গ'লে বহুত দামী সাজ-পাৰ পিন্ধি ৰমক্-জমক্‌কৈ আগে-পাচে আৰ্দালী লৈহে ফুৰিছিল। মুছলমান হোৱাৰ পাচত, তেওঁৰ গাত মাথোন এখন ফটা মঠঙা কম্বল। তেওঁৰ এই অৱস্থা দেখি ৰছুল-কৰিমে (দঃ) এবাৰ কান্দি পেলাইছিল। পাচত তেওঁ যেতিয়া ওহোদ ৰণত পৰে, তেতিয়া তেওঁৰ গাত এখনি মাথোন কাপোৰ আছিল। সেই কাপোৰখনেৰেই তেওঁৰ 'কফন' দিলে (তেওঁৰ শৱটি ঢাকিলে)। কাপোৰখন ইমান চুটি আছিল যে,

মূৰৰ ফালে টানি দিয়াত ভৰি ওলাই পৰিছিল। পাচে ভৰিত ঘাঁহ দি ঢাকি 'দফন' (সমাধিস্থ) কৰা হ'ল। মদিনাত তেওঁৰ নাম হৈছিল 'আল্‌মুকৰী' (অধ্যাপক)। উপদেশৰ লগে লগে আৰ্হিৰ দৰকাৰ। ধৰ্মৰ শিক্ষাবিলাক নিজৰ জীৱনৰ উদাহৰণেৰে সমাজৰ আগত আদৰ্শস্বৰূপে দেখুৱালেহে সফলতা লাভ কৰিব পাৰি। সেই দেখি, এজন এজন আদৰ্শ শিক্ষক বা গুৰুৰ প্ৰয়োজন। ৰছুল-কৰিম (দঃ) বিশ্ব জগতৰ নিমিত্তে ধৰ্মৰ পূৰ্ণতম আদৰ্শ আছিল বুলিয়েই অলপ দিনতে হেজাৰ হেজাৰ মৰা মানুহে অনন্ত জীৱন লভিছিল।

যেতিয়া মোছ্‌আবে আন মুছলমানবিলাকক শিক্ষা দিছিল, ঠিক সেই সময়ত ছাঁআদ আৰু ওছায়দ, এই দুইজনে মিলি ইছলামক উৰাই দিবলৈ অহো-পুৰুষাৰ্থ কৰিছিল। ওছায়েদে অগ্নিমূৰ্তি ধৰি মোছ্‌আবক কৈছিল, "তই এতিয়াই ইয়াৰ পৰা দূৰ হ। তই আমাৰ দেশৰ আজলা-চহা হজুৱাবিলাকক গোম্‌ৰাহ (পথভ্ৰষ্ট) কৰিবলৈ আহিছ।"

নৰিয়াৰ গালি-শপনিলৈ ভাল বেজে মন-কাণ নিদিয়ে, বৰং তেওঁৰ আবৰি-বাবৰিত মৰমৰহে উদ্ৰেক হয়। মোছ্‌আবে ক'লে, "চৈয়দী। অলপ থিৰ হৈ বহক। আমাৰ কথালৈচোন অলপ কাণ দিয়ক।"

এনে কোমল উত্তৰ পাই, ওছায়েদে মনে মনে অলপ লাজ পালে। মহাত্মা মোছ্‌আবে তেতিয়া ধীৰ-গম্ভীৰ ভাষাৰে ইছলাম কি আৰু তাৰ শিক্ষা কি, ওছায়দক খৰচীয়া মাৰি বুজাই দিলে। আৰু কোৰ্‌আনৰ কেইটামান আয়ত মাতি শুনালে। ওছায়েদে ভোল গৈ কৈ উঠিল—"আহা, কি সুন্দৰ!" তেতিয়াই তেওঁ গা-পা ধুই পাক-চাফ হৈ ইছলামত দীক্ষিত হ'ল।

ওছায়দে তাৰ পৰা পোনছাটেই ছায়াদৰ ওচৰলৈ গৈ তেওঁক ভুৰা দি মোছ্‌আবৰ তালৈ পঠাই দিলে। ছাআদে খঙত জ্বলি-পকি হাতত উদং তৰোৱাল লৈ গালি পাৰি পাৰি মোছ্‌আবৰ আগত ওলালগৈ। মোছ্‌আবে সোৱাদ কোমল মাতেৰে আৰু যুক্তিৰে ছাআদক কোমল কৰি পেলালে। কিছুমান পৰলৈ উপদেশ আৰু কোৰ্‌আন শুনি, তেওঁ অতি হেঁপাহেৰে ইছলাম গ্ৰহণ কৰিলে।

ইছলামৰ বিষয় লৈ মদিনাৰ মানুহবিলাকে ঘৰে ঘৰে কোবা-মেলা কৰিবলৈ আৰম্ভ কৰিলে। তাত এটা নতুন জাগৰণৰ ঢৌ উঠিল। মাহদিয়েকতে মদিনাৰ প্ৰায় প্ৰত্যেক খেলৰে মাজত ইছলামে এক ৰকমৰ

খোপনি পুতি ল'লে।

## ২য় বায়আৎ—নবুৱতৰ ১৩শ বছৰ, ৬২২ খৃষ্টাব্দ ঃ

নবুৱতৰ ১৩শ বছৰত, হজ্বৰ সময়ত মদিনাৰ পৰা প্ৰায় ৫০০ মানুহ হজ্ব আৰু বেহা-বেপাৰ কৰিবলৈ বুলি মক্কালৈ আহে। তেওঁলোকৰ লগত ৭০ জন প্ৰধান প্ৰধান মুছলমান মতা আৰু দুগৰাকী তিৰোতাও আহে। এই তিৰোতা দুগৰাকীৰ মাজত নোছোয়বা ওৰফে উম্মে-আমৰাও আছিল। ওহোদ ৰণত এওঁৱেই অতি সাহেৰে ৰছুল-কৰিমৰ (দঃ) গা ৰক্ষা কৰি জগতত অক্ষয় কীৰ্ত্তি ৰাখি গ'ল।

মুছলমানবিলাকে কোৰেচৰ উৎপীড়নৰ ভয়ত অতি সতৰ্কতাৰে হেৰেপা খাই থাকিবলৈ বাধ্য হৈছিল। ৰছুল-কৰিমৰ (দঃ) উপদেশ মতে জেলহাজ্জ মাহৰ ১২ তাৰিখে তেওঁলোক আকাবাত গোট খালেগৈ। তেখেতেও নিৰ্দিষ্ট সময়ত হজৰত আব্বাছেৰে সৈতে তেওঁলোকক লগ ধৰিলে। হজৰত আব্বাছ তেতিয়া মুছলমান হোৱা নাছিল, কিন্তু কোৰেচবিলাকে তাত গৈ ৰছুল-কৰিমক (দঃ) কিবা অত্যাচাৰ কৰে বুলিয়েই তেওঁ লগত গ'ল। মুছলমানবিলাকে মদিনালৈ যাবলৈ বুলি ৰছুল-কৰিমক (দঃ) অনুৰোধ কৰাত, হজৰত আব্বাছে ক'লে, "আপোনালোকে এওঁক মদিনালৈ নিব খুজিছে হয়, কিন্তু ই উজু কথা নহয়, গোটেই আৰব আপোনালোকৰ শত্ৰু হৈ পৰিব। তেতিয়া যদি আপোনালোকে বিপদ দেখি গা এৰা দিয়ে? হেন জানি, আগেয়েই এইবোৰ কথা আপোনালোকে দ'কৈ ভাবি-চিন্তি চাওক।" তেওঁলোকে ক'লে, "ৰছুল-কৰিমৰ (দঃ)বা মত কি, আমি জানিব খোজোঁ।" তেখেতে উত্তৰ দিলে, "মই যেতিয়া আপোনালোকৰেই হৈ যায়, আপোনালোকে নিজৰ আপোন মানুহৰ প্ৰতি যেনে ব্যৱহাৰ কৰে, মোৰ প্ৰতিও তেনে কৰিব। মোক আপোনালোকে নেৰিব, ময়ো নেৰোঁ। সদায় সত্যৰ সহায়তা কৰিব।" তেতিয়া সকলোৱে উৎসাহিত হৈ ক'লে, "আমি সাজু আছোঁ। আপুনি আমাৰ পৰা 'বায়আৎ' (প্ৰতিজ্ঞা) লওক। আমি কোৰেচলৈ ভয় কৰা মানুহ নহওঁ।" হজৰত আব্বাছে ৰছুল-কৰিমৰ (দঃ) হাতত ধৰি ক'বলৈ ধৰিলে, "সাৱধান, মনে মনে। জনা নাইনে, আমাৰ পাচত

মানুহ ফুৰিছে? যি কৰিব লগীয়া আছে, ততাতৈয়াকৈ কৰি লৈ দিহা-দিহি গুচি যোৱা।" তাৰ পাচত সকলোৱে অঙ্গীকাৰ কৰি ইছলামত দীক্ষিত হ'ল।

প্ৰথম বায়আতৰ চৰ্ত এই—

আমি (১) আল্লাৰ উপাসনা কৰিম। তেওঁত বাজে আৰু কোনো বস্তু বা মানুহক আল্লাৰ 'শ্বৰিক' (লগৰীয়া) নকৰোঁ;

(২) চুৰি-ডকাইতি বা আন কোনো ৰকমে আনৰ ধন-সম্পত্তি লুক্-চুক্ নকৰোঁ;

(৩) ব্যভিচাৰত লিপ্ত নহওঁ;

(৪) কেতিয়াও সন্তান হত্যা নকৰোঁ বা নৰ-বলি নিদিওঁ;

(৫) কাকো মিছা অপবাদ নিদিওঁ;

(৬) কাকো নঠগাওঁ আৰু অপবাদ নিদিওঁ;

(৭) প্ৰত্যেক সজ কামত ৰছুল-কৰিমৰ (দঃ) কথা মানি চলিম আৰু কোনো ন্যায্য কামত তেখেতৰ অবাধ্য নহওঁ।

ইয়াৰ দ্বাৰা জনা গৈছে যে, ৰছুল-কৰিমে (দঃ) কশাৰ নিচিনাকৈ তেখেতৰ পিচ ধৰিবলৈ মানা কৰিছে। পোনতে কথাটো সঙ্গতনে অসঙ্গত, তাক বিচাৰ কৰিবলৈ কৈছে। স্বাধীন চিন্তা ইছলামৰ এটা বিশেষ সৌন্দৰ্য।

দ্বিতীয় বায়আতত এই দুটি চৰ্ত বেছি কৰি দিয়া হ'ল :

আমি (১) মদিনাত ইছলাম প্ৰচাৰ কৰিবলৈ চেষ্টা কৰিম।

(২) বিদেশী ককাই-ভাই, বাই-ভনীসকলক আমাৰ সহোদৰৰ দৰে দেখিম আৰু কোনোৱে মদিনা আক্ৰমণ কৰিলে, সকলোৱে মিলি আগ ভেটা দিম।

ৰছুল-কৰিমে (দঃ) ক'লে, "আপোনালোকৰ লগত মোৰ জীৱন-মৰণৰ সম্বন্ধ। সুখত-দুখত, বিপদত-আপদত, সমৰত-শান্তিত, জয়ত-পৰাজয়ত সকলো অৱস্থাতেই আপোনালোকৰ লগত থাকিম।"

তেখেতৰ কথা শুনি, মদিনাৰ মানুহবিলাকে নথৈ ৰং পালে। তাৰ পাচত তেওঁলোকে নিজেই তেওঁলোকৰ মাজৰ পৰা ১২জন 'নকীব' (বাৰ্তাবহ) বা প্ৰচাৰক বাছি ল'লে। এই ১২জন 'নকীবে' মদিনাত আল্লাৰ নামৰ জয় ঘোষণা কৰিছিল; তাৰে জনদিয়েক 'শ্বহীদ' হ'ল।

ৰছুল-কৰিমৰ (দঃ) পাচত কেইজনমান চোৰাংচোৱা লাগিয়েই

আছিল। তাৰে মাজৰ এটাই তেখেতৰ ওচৰত ইমান মানুহ আলেঙে আলেঙে দেখি চিঞৰি উঠিল : "মক্কাবাসীসকল! তোমালোক শুই আছা, ইফালে এই দুৰ্কপলীয়াটোৱে তাৰ নাস্তিক দল লৈ তোমালোকৰ বিৰুদ্ধে ৰণ দিবলৈ পাং পাতিছে।"

মদিনাৰ মাথোন এজনৰ হাতত এখন তৰোৱাল আছিল, ইসকলৰ হাত উদং। এইজনে উত্তেজিত কৈ ক'লে, "য়্যা ৰছুলুল্লাহ্' হুকুম দিয়ক, কাইলৈকে মিনাত ইহঁতক এপোটক ভালকৈ দিওঁ।"

ৰছুল-কৰিমে (দঃ) ক'লে, "তোমালোকে এতিয়া নিজ নিজ ঠাইলৈ উভতি যোৱা, এনে কৰিবলৈ আল্লাই হুকুম দিয়া নাই।"

প্ৰায় শেষ নিশাত মদিনাৰ মানুহসকল তেওঁলোকৰ কাফিলা (যাত্ৰী দল) লৈ গ'ল, আৰু ৰছুল-কৰিমো (দঃ) নগৰলৈ উভতি আহিল।

চোৰাংচোৱাই ৰাতি তিনি টলকতে কোৰেচবিলাকক এই বিষয়ে জনালে। পাচ দিনা ৰাতিপুৱাই মদিনাৰ কাফিলা ৰাওনা হ'বলৈ ধৰিছে, এনে সময়ত কেইজনমান কোৰেচ তাত গৈ ক'বলৈ ধৰিলে—"ই কি কথা! শুনিছোঁ বোলে তোমালোকে আমাৰ সেই মানুহটোক মদিনালৈ নি আমাৰ লগত ৰণ দিব খুজিছা?" মুছলমানবিলাকে নিজ নিজ কামত ব্যস্ত থকাত, তেওঁলোকৰ কথালৈ কোনেও কাণ নিদিলে। কাফিলা ৰাওনা হোৱাৰ পাচত মুছলমানবিলাকক ধৰি আনিবৰ নিমিত্তে কোৰেচবিলাকে জনদিয়েক মানুহ ৰণৰ সাজেৰে লৰুৱাই পঠালে, কিন্তু কাফিলা বহুত আগ বাঢ়িল। মোনজেৰ আৰু ছাআদা নামেৰে দুজন কোনো কাৰণত পাচ পৰাত, তেওঁলোকক গ্ৰেপ্তাৰ কৰা হ'ল। মোনজেৰ বাটৰ পৰা কথমপি পলাই গ'ল। ছাআদক মক্কালৈ অনাত, কোৰেচবিলাকে তেওঁক হাত-ভৰি বান্ধি পাৰেমানে হাৰাশাস্তি কৰিছিল; পাচত তেওঁৰ পৰম বন্ধু জোবেৰ আৰু হাৰেছে এইবিলাক দেখি, তেওঁক সিহঁতৰ হাতৰ পৰা এৰুৱাই আনি মদিনালৈ পঠাই দিলে।

## বায়আতৰ প্ৰকৃত তথ্য :

'বায়আৎ' শব্দৰ অৰ্থ বেচা-কিনা। এই বেচা-কিনা কাৰ লগত? এফালে হৈছে—স্বয়ং আল্লাহ্, আৰু আন ফালে তেওঁৰ মুছলমান বান্দা (দাস)। আল্লাই মোমিনসকলৰ পৰা তেওঁলোকৰ (প্ৰাণ আৰু ধন) সকলোকে কিনি

ল'লে আৰু তাৰ সলনি বান্দাই স্বৰ্গ পাব। গুৰু সাধনা বা পীৰ-ফকীৰ পূজাই বায়আৎ নহয়। আমাৰ প্ৰচাৰৰ মূলত কোনো ৰাজনৈতিক, সামাজিক বা ব্যক্তিগত স্বাৰ্থৰ নাম-গোন্ধ একো থাকিব নালাগে।

থাকিব লাগে কি? থাকিব লাগে সত্য—সত্যৰ লগত যুক্তি আৰু যুক্তিৰ লগত নিঃস্বাৰ্থ আৰু সাত্বিক প্ৰেম।

## মদিনাত সফলতাৰ কাৰণ কি?

মক্কাত ইছলাম প্ৰচাৰ কৰোঁতে ইমান বাধা-বিঘিনি হৈছিল যে, দেখা-দেখিকৈ ইয়াৰ চৰ্চা কৰাটো দূৰৰ কথা, আনকি কোৰআন পঢ়াই অসম্ভৱ হৈ উঠিছিল। কিন্তু যদিওবা ৰছুল-কৰিমে (দঃ) নিজে মদিনালৈ যোৱা নাছিল, দুবছৰৰ ভিতৰতে তাত শ শ মতা-তিৰোতা ইছলামত দীক্ষিত হৈছিল। ইয়াৰ কাৰণ কি?

কোৰেচবিলাকৰ গোটেই সম্পদ সন্মান আৰু প্ৰধান্যৰ মূলেই হৈছিল দেব-দেবীবিলাক। আৰবৰ সকলোতকৈ ডাঙৰ দৌলৰ দ'লৈ বা পূজাৰী তেওঁলোকেই। তেওঁলোকৰ অভিশাপৰ ভয় আৰু আশীৰ্বাদৰ আকাংক্ষা সকলোৱে কৰিছিল। তেওঁলোকে দেখিলে যে, মক্কাত ইছলাম প্ৰচাৰ হ'বলৈ পালে, তেওঁলোকৰ সান্দহ-খোৱা বালি তল যাব—মান-সম্ভ্ৰম আৰু কৌলিণ্য একো নেথাকে। তেওঁলোকে সেই দেখি মৰিমজি ইছলামক বাধা দিছিল। কিন্তু মদিনাত এই শ্ৰেণীৰ পুৰোহিত বা পূজাৰী নাছিল, কোনো ডাঙৰ দৌল নাছিল আৰু কোনো তীৰ্থস্থানো নাছিল। আকৌ তাতে, মদিনাৰ পৌত্তলিকাবিলাকে আগৰে পৰা ইহুদীবিলাকৰ পৰা শুনি আহিছিল যে, এজন 'নবী'ৰ আবিৰ্ভাব হ'ব। গতিকে, কেইজনমান মুছলমানৰ চেষ্টাতেই ইছলামৰ শিক্ষা আৰু মাহাত্ম্যলৈ মদিনাৰ মানুহবিলাক দলে দলে আকৃষ্ট হ'ল।

* * *

# মদিনাকাণ্ড—সফলতা

## হিজৰত

"মক্কা! তুমি মোৰ মৰমৰ জন্মভূমি! মই তোমাক বৰ ভাল পাওঁ। কিন্তু আই! তোমাৰ সন্তানসকলে মোক তোমাৰ কোলাত থাকিবলৈ নিদিলে।"

*—হজৰত মোহম্মদ (দঃ)*

কোৰেচবিলাকে ইছলামক নির্মূল কৰিবৰ নিমিত্তে কত ৰকমৰ ষড়যন্ত্ৰ কত চক্রান্ত কৰিলে, কিন্তু একো কৰিব নোৱাৰিলে। মুছলমান ক্রমেই বেছি হৈ গৈ আছে। কোৰেচবিলাকে দেৱ-দেৱীৰ আগত কতনো উট, কতনো পাঠা বলি দিলে, কতনো পূজা-পাতল দিলে, তথাপি একোৱে একো নহ'ল। তেতিয়া সিহঁতে অত্যাচাৰ আৰু বল প্রয়োগ কৰিবলৈ আৰম্ভ কৰিলে। ৰেছালৎ-পানাহে দেখিলে যে, মক্কাত থাকিলে ধৰ্ম ৰক্ষা কৰা টান। তিতামুৰীয়া লাগি তেখেতে স্বদেশ এৰিবলৈ মনত পাঙিলে, কিন্তু ক'লৈনো যাব তাৰ একো ঠিক নাছিল। দাওছ বংশৰ প্রধান চৰ্দাৰ তোফেল-বেন্-ওমৰে, তেখেতক তেওঁলোকৰ গড়ৰ ভিতৰত গইনা ল'বলৈ বৰকৈ অনুৰোধ কৰিছিল; কিন্তু তেখেত তাত মান্তি নহ'ল; কাৰণ, তালৈ গ'লে মাথোন কোৰেচবিলাকৰ অত্যাচাৰৰ পৰা আত্মৰক্ষাত বাজে ধৰ্ম ৰক্ষা নহ'লহেঁতেন। যেতিয়া দেখিলে যে, মদিনাত ইছলামৰ ভেটি শকত হৈছে আৰু তেখেতৰ ওপৰত মদিনাৰ মুছলমানবিলাকৰ বৰ হেঁপাহ,

তেখেতে তেতিয়া মদিনালৈকে যাবৰ মন কৰিলে। তেখেতে আগেয়ে গ'লে আত্মৰক্ষা হ'ব হয়, কিন্তু মক্কাৰ মুছলমানবিলাকৰ বিলাই কুলাই-পাচিয়ে নথৰা হ'ব। ইয়াকে ভাবি, তেখেতে মক্কাৰ মুছলমানবিলাকক চল চাই মক্কা এৰিবলৈ ক'লে। মুছলিম মতা-তিৰোতাসকলে স্বদেশ-স্বজাতি, আত্মীয়-স্বজন, মাটি-ভেঁটি, ধন-দৌলত আদিৰ মায়া এৰি অতি সাৱধানে মনে মনে মদিনালৈ পলাবলৈ ধৰিলে। কিন্তু যি কেইজন কোৰেচবিলাকৰ হাতত ধৰা পৰিল, তেওঁলোকৰ ওপৰত ভয়ানক উৎপীড়ন হ'ল। তেওঁলোকৰ মাজত এই কেইজনৰ নাম উল্লেখ কৰিব লগীয়া ঃ

(১) ছোহেব-ৰুমী (২) আইয়াচ্ (৩) হেশ্বাম (৪) অলিদ (৫) ছাল্মা-বেন্-হেশ্বাম (৬) আবু-ছল্মা আৰু তেওঁৰ বিবি (৭)উম্মে-ছাল্মা।

ছোহেব-ৰুমী এজন বৰ ডাঙৰ ধনী সাউদ আছিল। তেওঁ মদিনালৈ পলাবলৈ যো-জা কৰিছে, এনেতে কোৰেচবিলাকে এই কথাৰ শুং পাই, তেওঁক বেঢ়ি ধৰিলেহি। সিহঁতে ক'লে, "আমাৰ দেশতে বেহা-বেপাৰ কৰি ডাঙৰ ধনী মানুহ হ'লা, এতিয়া এই ধন-সম্পত্তি লৈ তোমাক মদিনালৈ যাবলৈ কেতিয়াও নিদিওঁ।"

ৰুমীয়ে তেতিয়াই আল্লাৰ নামত নিজৰ যথা-সৰ্বস্ব এৰি নিজেই কঙাল, বাটৰ-ভিকহু হৈ মাথোন পিন্ধা কাপোৰ লৈ, বৰ ৰং মনেৰে মদিনালৈ গুচি গ'ল। ৰছুল-কৰিমৰ (দঃ) শিক্ষা আৰু চৰিত্ৰৰ প্ৰভাৱে আত্মোৎসৰ্গৰ কেনে মহান ভাব মুছলমান জীৱনত সুমাই দিছিল। কোৰেচবিলাকে এনে হ'ব বুলি কেতিয়াও নেভাবিছিল। সিহঁতে ভেবা লাগি চাই থাকিল।

হজৰত ওমৰ, আইয়াচ্ আৰু হেশ্বাম তিনিও এদিন ৰাতি মনে মনে মদিনালৈ পলাই যাবলৈ থিৰ কৰিলে। এই কথা কেনেবাকৈ কোৰেচবিলাকে ভু পাই হেশ্বামক আটক কৰিলে। হজৰত ওমৰ আৰু আইয়াচে কোনো মতে মদিনা পালেগৈ। আইয়াচ আবু জেহেলৰ এজন নিলগীয়া ভায়েক। সেই কাৰণে, আবু জেহেলে খঙত মতলীয়া হৈ উঠি, তাৰ ভায়েক হাৰ্ছক লগত লৈ মদিনালৈ গ'ল। তাত গৈ ফাঁকতি কৰি, আইয়াচক ক'লে, "মাৰে তোক নেদেখি ভাত-পানী এৰি বলীয়া হৈ ফুৰিছে; এবাৰ গৈ তেওঁক কোনো মতে সান্ত্বনা দি আহগৈ।" আইয়াচে তাতে সম্মত হৈ, সিহঁতৰ লগত মাকক চাবলৈ আৰু মক্কাত যি ধন-বিত এৰি আহিছিল তাকো আনিবলৈ বুলি

মক্কালৈ গ'ল। বাটতে আবু জেহেল আৰু হার্ছ, দুয়ো আইয়াচক হাত-ভৰি বান্ধি উটৰ পিঠিত তুলি মক্কালৈ লৈ গ'ল। তাত নি তেওঁক আৰু হেশ্বামক, ভৰিত লোৰ শিকলিৰে বান্ধি এটা কুন্ধচ ঘৰত বন্ধ কৰি থৈ নানা প্ৰকাৰ শাস্তি দিবলৈ ধৰিলে। পাচত ৰছুল-কৰিমে (দঃ) ইয়াৰ বাতৰি পাই, মহাত্মা অলিদক মক্কালৈ পঠাই দিলে। অলিদে এদিন ৰাতি ফাটেকটোৰ দেৱাল ডেই ভিতৰলৈ গৈ, নিজৰ তৰোৱালেৰে শিকলি কাটি, দুইজন বন্দীক মোকলাই মদিনালৈ আনে। এইদৰে, হজৰত অলিদ আৰু হজৰত ছাল্‌মা-বেন্‌-হেশ্বামেও কোৰেচবিলাকৰ হাতত বন্দী হৈ নথৈ যাতনা ভোগ কৰিছিল।

আবু ছাল্‌মা আৰু তেওঁৰ বিবি উম্মে ছাল্‌মাই, তেওঁলোকৰ এটা ফুকলীয়া ল'ৰাক লৈ মদিনালৈ পলাবলৈ ওলাইছে। এনেতে, খলুৱা কোৰেচবিলাকে ইয়াৰ গম পাই, সিহঁতক বাধা দিলেহি। উম্মে ছাল্‌মাৰ ফালৰ মানুহ আহি এই কেঁচুৱাক মাকৰ বুকুৰ পৰা কাঢ়ি নিছে। উম্মে ছাল্‌মাই এখন হাতেৰে স্বামীৰ কাপোৰ খামোচ মাৰি হিয়া ধুনা দিছে আৰু আনখন হাতেৰে ল'ৰাটিক বুকুলৈ চপাই হাঁয়ে-বিয়ৈ কৰিবলৈ ধৰিছে। আবু ছাল্‌মাই দুইকো ৰক্ষা কৰিবৰ নিমিত্তে মাজতে ধৰ্‌ফৰাইছে। নৰাধমহঁতে স্বামীৰ হাতৰ পৰা তেওঁৰ বিবিক আৰু মাকৰ বুকুৰ পৰা তেওঁৰ চকুৰ পুতলি পানী-কেঁচুৱাটিক কাঢ়ি নিছে। ইয়াতকৈ মৰ্মবিদাৰক দৃশ্য আৰু কিবা হ'ব পাৰেনে?

সতীৰ বিননি, পিয়াহ-খোৱা-কেঁচুৱাৰ হিয়া-ভেদী কান্দোনে এই কাঠ-বুকুৱাহঁতৰ মনত এধানমানো দয়াৰ সঞ্চাৰ কৰিব নোৱাৰিলে, বৰং সিহঁতে আনন্দত কিৰিলি মাৰি গুচি গ'ল। আবু ছাল্‌মাই এতিয়া কি কৰে? আগত কৰ্তব্যৰ আহ্বান! অগত্যা, তেও আল্লাৰ নামত আত্মসমৰ্পণ কৰি, আল্লাৰ নাম লৈ মদিনাৰ ফালে খোজ ল'লে।

বিবি উম্মে ছাল্‌মাই নিতৌ গধূলি যি ঠাইত স্বামী আৰু ল'ৰাৰ পৰা তেওঁৰ বিচ্ছেদ ঘটিছিল, তালৈ আহি এই ঘটনাৰ কথা সুঁৱৰি হাঁ-হুমুনিয়াহ কাঢ়ি বিলাপ কৰে। এবছৰলৈকে এইদৰে সতীয়ে কাল যাপন কৰিছিল। তাকে দেখি, তেওঁৰ এজন নিলগীয়া ভায়েকৰ পুতৌ লাগিল; পাচে তেওঁৰ চেষ্টাত ল'ৰাটিৰে সৈতে মদিনালৈ যাবলৈ তেওঁ মুক্তি পালে। বাটো চিনি নেপায়, সহায়-সাৰথিও নাই আৰু লগত কোনো বস্তু-বাহানিও নাই—তথাপি তেওঁ সেই ৰহ্‌মানিৰ্ৰহিমৰ নাম লৈ অকলে অকলে যাবলৈ

ধৰিলে। আল্লাৰ কি অপাৰ মহিমা! বাটত ওছমান-বেন্-তাল্‌হা নামেৰে এজন ডাঙৰ মানুহক লগ পালে। তেওঁ সকলো কথা শুনি বিবিক অপায়-অমঙ্গল নোহোৱাকৈ থৈ আহিলগৈ।

দ্বিতীয় আকাবাৰ বায়আতৰ পৰা চফৰ মাহৰ শেহলৈকে কোৰেচবিলাকৰ হাতত বন্দী হৈ থকা মুছলমানত বাজে, সকলো ছাহাবাই দুজন চাৰিজনকৈ বানে-বানে মদিনালৈ পলাল। ৰছুল-কৰিমৰ (দঃ) ওচৰত থাকিল মাথোন—মহাত্মা আবুবকৰ আৰু আলী মোৰ্তজা। এই অৱস্থা দেখি কোৰেচবিলাকৰ আনন্দৰ পাৰ নাইকিয়া হ'ল; সিহঁতে ভাবিলে যে, চিকাৰ সিহঁতৰ হাততে আছে। নবী কৰিমে (দঃ) যেতিয়া দেখিলে যে, তেখেতৰ বিশ্বাসী ভকতসকলে নিৰাপদ ঠাইত থান-থিত ল'লেগৈ, তেতিয়াহে তেখেতৰ মনলৈ শান্তি আহিল। তেখেতে আল্লাৰ হুকুমলৈ বাট চাই মক্কাতে দিনচেৰেক থাকিল।

## আন্‌ছাৰবিলাকৰ শিষ্টাচাৰ ঃ

যেতিয়া কোৰেচবিলাকে শুনিলে যে, মদিনাত ইছলামৰ প্ৰভাৱ আৰু আদৰ দিনক দিনে চৰিবলৈ ধৰিছে আৰু মোহাজ্বেৰীণ (মক্কাৰ ভগনীয়া মুছলমান)সকলে তালৈ গৈ অতি সুখে-স্বচ্ছন্দে কাল কটাইছে, সিহঁতৰ চকুত টোপনি নহা হ'ল আৰু বুকুৰে ধান বানিবলৈ ধৰিলে। তাতে আকৌ ৰছুল-কৰিমেও (দঃ) অলপতে মদিনালৈ যাব বুলি শুনি, সিহঁতৰ মনত বৰ উগুল-থুগুল লাগি পৰিল। অৱস্থা সঙ্কটপন্ন! উপায় কি? এই কথা আলচিবলৈ এদিন সিহঁতে বিচাৰ-চৰা 'দাৰ-উল্-নদ্বাত' এখন ডাঙৰ মেল চপালে। ৰছুল-কৰিমক (দঃ) কি কৰা হ'ব, মেলত এই বিষয়ে নানা মানুহে নানা প্ৰস্তাৱ কৰিলে। শেহত আবু জেহেলে প্ৰস্তাৱ কৰিলে—"মোহম্মদক অতি সোনকালে যেনে-তেনেকৈ সিফলীয়া কৰি পেলোৱা আৱশ্যক। কিন্তু অকল এজনে এই কাম কৰিলে, মোত্তালেব আৰু হাশ্বেমৰ (ৰছুল-কৰিমৰ) বংশৰ মানুহে আমাক শুদাই নেৰে। সেই দেখি, মোৰ মনেৰে আমাৰ ফৈদেপতি এজন এজন বৰ সাহিয়াল ডেকা বাছি দিয়ক। এই ডেকা কেইজনে ছেগ বুজি একেলগে একে সময়তে তৰোৱালেৰে তাক মাৰি পেলাওক। তেতিয়া হ'লে মোহম্মদৰ ফৈদৰ মানুহে আমাৰ লগত ৰণ দিয়া অসম্ভৱ হ'ব। আৰু যদি সিহঁতে 'খুনৰ সলনি খুন' বিচাৰে, তেতিয়া আমি সকলোৱে মিলি এটা দিহা কৰিব পাৰিম।" এই প্ৰস্তাৱেই সৰ্ব-সম্মতিক্ৰমে গৃহীত হ'ল।

আল্লাই তেওঁৰ প্ৰিয় বন্ধুক যথা সময়ত এই ষড়যন্ত্ৰৰ কথা জনোৱাই দিলে আৰু তেখেতে হজৰত আলীক মক্কাত থৈ হজৰত আবুবকৰক লগত লৈ মদিনালৈ যাবলৈ যো-জা কৰিলে।

যদিওবা ৰছুল-কৰিমক (দঃ) কোৰেচবিলাকে পৰম শত্ৰু বুলি ভাবিছিল, তথাপি সকলোৱে জানিছিল যে, তেখেতৰ নিচিনা বিশ্বাসী মানুহ মক্কাত আৰু পাবলৈ নাই। সেই দেখি, তেখেতৰ নাম হৈছিল আল্-আমীন (বিশ্বাসী)। সেই কালত আৰবত ধন-সম্পত্তি নিৰাপদ নোহোৱাত মক্কাৰ বিধৰ্মীবিলাকেও হাতত বহুমূলীয়া বস্তুবোৰ আমানত (গচ্ছিত) ৰাখিছিল। যিদিনাখন তেখেত ধৰ্ম ৰক্ষাৰ্থে ৰাতি মনে মনে মদিনালৈ যাবলৈ বাধ্য হৈছিল, সেই দিনাও তেখেতৰ হাতত বহুত মানুহৰ বস্তু 'আমানত' আছিল। এনে সঙ্কটৰ সময়তো নিজৰ প্ৰাণৰ মমতালৈ আওকাণ কৰি বিধৰ্মীবিলাকৰ এই আমানতৰ সম্পত্তিবোৰ কেনেকৈ গিৰিহঁতক ওভোতাই দিব, এই চিন্তাইহে তেখেতক আতিকৈ খাই মাৰিছিল। যোৱাৰ আগেয়ে এই বস্তুবোৰ ওভোতাই দিলে মানুহৰ মনত সন্দেহ হ'ব আৰু তেখেত যাব নোৱাৰিব। গতিকে, তেখেত যোৱাৰ পাচত গিৰিহঁতবিলাকক ওভোতাই দিবলৈ বুলি আমানতৰ সকলো বস্তু দি, হজৰত আলীক কৈ যাবলৈ বাধ্য হ'ল। ই ত্যাগ-ধৰ্মৰ জ্বলন্ত দৃষ্টান্ত নহয়নে?

হিজৰত কৰাৰ হুকুম পোৱা মাত্ৰকে, ৰেছালৎমাহেব হজৰত আবুবকৰৰ ওচৰলৈ গৈ বাতৰি দিলে। হজৰত আবুবকৰো লগত যাবলৈ ওলাল।

যি ৰাতি ৰছুল-কৰিমে (দঃ) হিজৰত কৰিব, সেই ৰাতিয়েই শত্ৰুবিলাকে আগৰ প্ৰস্তাৱ অনুসৰি মুকলি তৰোৱাল লৈ তেখেতৰ ঘৰৰ দুৱাৰ মুখত বহি টোপালি পাৰি আছে, কেতিয়াকৈ তেখেত বাজলৈ ওলায় আৰু কেতিয়াকৈ কাম শেষ কৰে!

ৰছুল-কৰিমে (দঃ) আগেয়ে শত্ৰুবিলাকৰ পৰামৰ্শ বিষয় হজৰত জিব্ৰাইলৰ (Gabriel) পৰা জানিব পাৰি, হজৰত আলীক তেখেতৰ শোৱা পাটাত মূৰৰ পৰা ভৰিলৈকে সেউজীয়া কাপোৰ এখনেৰে ঢাকি শুই থাকিবলৈ ক'লে আৰু তেখেত ঘৰৰ আন ফালেদি বেৰ সৰকি ওলাই গ'ল।

সন্মুখত দুৰ্দন্ত কাল-শত্ৰু, উদং তৰোৱাল—মৃত্যুৰ বিভীষিকালৈ আওকাণ কৰি, শেষে খোদাই আল্লাৰ ওপৰত নিৰ্ভৰ কৰি ৰছুল-কৰিমক

(দঃ) ৰক্ষা কৰিবৰ নিমিত্তে, নিশ্চিন্ত মনেৰে ওৰে ৰাতি, একো হোৱাই নাই যেন দেখুৱাই শুই থাকিল। ঘাতককেইটাই দুৱাৰৰ ফাটেদি জুমি চাই, এজনক শুই থকা দেখি ভাবিলে যে, ৰছুল-কৰিমেই (দঃ) শুই আছে। বহুত পৰ ৰাজত বৈ-বৈ আমনি লাগিলত বলেৰে সিহঁত ঘৰৰ ভিতৰলৈ গৈ নিজ নিজ তৰোৱালৰ মুঠি টানকৈ ধৰি মূৰলৈ টোৱাই দাণ্ডি মাৰিব খোজোঁতেই, হজৰত আলী শোৱা-পাটীৰ পৰা গিৰিস্ কৰে উঠি সিহঁতৰ আগত থিয় হ'ল। সিহঁত অবাক, কেইওটা জঁই পৰি গ'ল। অলপ পৰ বৈ সিহঁতে সুধিলে, "মোহম্মদ ক'লৈ গ'ল?"

"আল্লাইহে তেওঁৰ ৰছুলনো ক'লৈ গৈছে জানে," এই বুলি হজৰত আলীয়ে নগা মতা দিলে। ধন্য গুৰু ভক্তি! ধন্য হৃদয়ৰ বল! এনে আত্ম-ত্যাগৰ উদাহৰণ জগতৰ বুৰঞ্জীত পোৱা টান।

হজৰত আলীক নিজৰ শোৱা পাটীত শুৱলৈ কৈ, ৰছুল-কৰিম (দঃ) হজৰত আবুবকৰৰ ঘৰত ওলালগৈ। চিদ্দিক আক্‌বৰেও ব্যগ্ৰ হৈ তেখেতলৈ বাট চাই আছিল। তেওঁৰ জীয়েক বিবি আছ্‌মা আৰু বিবি আয়েশ্বা, দুয়ো ততাতৈয়াকৈ বাটত খাবৰ নিমিত্তে অলপ জা-জলপান তৈয়াৰ কৰি দিলে।

হজৰত আবুবকৰে চাৰি মাহৰ আগৰে পৰা 'হিজৰত'ৰ সময়ত কামত লাগিব বুলি ভাবি, দুটি বৰ চোকা খৰতকীয়া উট কিনি থৈছিল। তাৰে এটা ৰছুল-কৰিমক (দঃ) ল'বলৈ ক'লে। কিন্তু বিপদৰ সময়তো এনে পৰম বন্ধুৰ বস্তু, মাত্ৰ মদিনালৈ যাবলৈকো, এনেই লোৱাটো তেখেতে ভাল বিবেচনা নকৰিলে। কেনে স্বাৰ্থ ত্যাগৰ দৃষ্টান্ত! উচিত বেচ ৮০০ দেৰ্‌হাম দিহে 'কছৱা' নামেৰে উটটি ল'লে। 'হাদী' (বাট দেখুৱা) আৰু গুৰিয়াল হ'লে এনে নিঃস্বাৰ্থ আদৰ্শ হ'ব লাগে। এয়ে হৈছে ৰছুল-কৰিমৰ (দঃ) ডাঙৰ চুন্নত (ৰীতি-নীতি)।

ওৰে দিনটো হজৰত আবুবকৰৰ ঘৰতে থাকি গহীন ৰাতি দুয়ো মনে মনে ঘৰৰ পাছফালে খিৰিকিয়েদি ওলাই আগৰ কথা মতে, উটৰ ওপৰত উঠি, নিজৰ পো-পোৱালী সকলোকে নিঃসহায় অৱস্থাত শত্ৰুৰ হাতত পেলাই যথা সৰ্বস্ব এৰি, বিপদৰ বিভীষিকালৈ ভয় নকৰি, ৬২২ খৃঃ ছফৰ মাহৰ কৃষ্ণ পক্ষৰ শেহ ৰাতি দেওবাৰে মদিনামুৱা হৈ যাবলৈ ধৰিলে। আছ্‌মা গাভৰু আৰু আয়েশ্বা ল'ৰা—এওঁলোকেও মুখৰ আগতে বিপদ দেখি একেবাৰও

চঞ্চল নহে, ৰছুল-কৰিম (দঃ) আৰু বাপেকৰ জা-জলপান তৈয়াৰ কৰি দিলে। কোনেও কৰ্তব্য নেৰিলে।

**ছুত্তৰ পৰ্বতৰ গাঁত—ৰবিউল আউৱল, নবুৱতৰ ১৩শ বছৰ, জুলাই মাহ, ৬২২ খৃষ্টাব্দ ঃ**

আন্ধাৰ ৰাতি, তাতে বাট বৰ খলা-বমা, শিলেৰে ভৰা। ডেৰ ঘণ্টাত তিনি মাইল গৈ ছুত্তৰ পৰ্বত পালেগৈ। এই পৰ্বতৰ টিং প্ৰায় এমাইলমান ওখ। এই টিঙতে এটা গাঁত* আছিল, তাতে দুয়ো লুকাবলৈ বুলি সোমাল। গাঁতটোৰ মুখখন প্ৰায় ১৪ ইঞ্চি বহল। ভাগৰ লগাত ৰছুল-কৰিমে (দঃ) হজৰত আবুবকৰৰ কৰঙণকে শিতান কৰি গাঁতত শুলে। হজৰত আবুবকৰ বহি থাকিল আৰু সৰু সৰু কেইটামান গাঁত দেখি, তাত সাপ বিছা আদি আছে বুলি নিজৰ গাৰ কাপোৰ ফালি ফালি সেই গাঁতবোৰৰ মুখত সোপা দিলে। কাপোৰ নাটনি হোৱাত, এটা গাঁত বাকী থাকিল। "মোৰ এই ক্ষুদ্ৰ জীৱনৰ তুলনাত ৰছুল-কৰিমৰ (দঃ) জীৱনৰ মূল্য শত গুণে বেছি; যদি কিহবাই তেখেতক খোঁটে, তেন্তে মই মহা পাতকী হ'ম," এই ভাবি হজৰত আবুবকৰে নিজৰ ভৰিৰে গাঁতটোত সোপা দি ধৰিলে, কিন্তু বিধিৰ বিধান অখণ্ডনীয়। সেই গাঁতত এটা সাপ আছিল, সেই সাপে তেওঁৰ ভৰিতে খোঁট মাৰি দিলে। বিষত তেওঁ অথিৰ হ'ল, কিন্তু তথাপি নিজৰ ভৰি ন'লৰালে, লৰালেই জানোচা হজৰত ৰছুলৰ (দঃ) টোপনি ভাগে আৰু সাপটো ওলাই তেখেতক খোঁটে। ধন্য তেওঁৰ সহিষ্ণুতা। ধন্য তেওঁৰ স্বাৰ্থ ত্যাগ! সাপৰ অসহনীয় বিষৰ জ্বলনিত তেওঁৰ চকুলো এটোপা গালেদি বৈ ৰছুল-কৰিমৰ গাত পৰাত, ৰছুল-কৰিমে সাৰ পালে। কন্দাৰ কাৰণ সোধাত, হজৰত আবুবকৰে নিজৰ অৱস্থা জনালে। তেখেতে নিজৰ মুখৰ থু অলপ ঘা ডোখৰত লগাই, আল্লাৰ নাম লৈ ফুঁৱাই দিলত, বিষ উৰি গ'ল। জগৎবাসীয়ে এনে গুৰু ভক্তিৰ পৰা মহা শিক্ষা লাভ কৰিলে।

হজৰত আবুবকৰৰ পুতেক আব্দুল্লাই বাপেকৰ হুকুম অনুসৰি মক্কাৰ অৱস্থা আদি ভালকৈ টলকি, ৰাতি ছুত্তৰলৈ গৈ তেওঁক সকলো বাতৰি দি আহে। আমিৰ-বেন্-ফোহায়ৰা নামেৰে হজৰত আবুবকৰৰ 'আজাদী' (মুক্ত

---

** এই ছুত্তৰ গাঁত এতিয়ালৈকে আছে। হাজীসকলে দলে দলে গৈ ইয়াক দৰ্শন কৰে।*

হোৱা) গোলাম এজনে ছত্তৰৰ ওচৰত নিজৰ ছাগলী চৰাই ফুৰিছিল। তেওঁ ৰাতি পৰ্বতলৈ গৈ ছাগলীৰ গাখীৰ যিমান পাৰে দি আহে। এই গাখীৰেই তেওঁলোকৰ প্ৰধান খাদ্য আছিল। হজৰত আবুবকৰৰ জীয়েক আছ্‌মাইও ৰাতি লুকাই লুকাই তালৈ গৈ খোৱা বস্তু-বেহানি দি আহেগৈ। এইদৰে গাঁতত তেওঁলোকে তিনি ৰাতি কটালে।

কোৰেচবিলাকে যেতিয়া দেখিলে যে, ৰছুল-কৰিম (দঃ) পলাল, তেতিয়া সিহঁতে হজৰত আলীকে গ্ৰেপ্তাৰ কৰি কা'বালৈ লৈ গ'ল। তাত তেওঁৰ পৰা কথা উলিয়াবলৈ সিহঁতে তেওঁক বহুক উৎপীড়ন কৰিছিল। কিন্তু চেষ্টা বিফল হোৱাত, তেওঁক এৰি সিহঁত হজৰত আবুবকৰৰ ঘৰলৈ গ'ল। তাত মাথোন তেতিয়া আছ্‌মা আৰু আয়েশ্বা আছিল। আবু জেহেলে মুখ ভেঙুচালি কৰি আছ্‌মাক সুধিলে, "তোৰ বাপেৰ ক'ত?"

আছ্‌মাই গহীনকৈ 'ক'ব নোৱাৰো' বুলি নাইতে হাত দিলে। এই উত্তৰ শুনিয়েই নাৰকীয় আছ্‌মাৰ গালত এনে টানকৈ চৰ এটা মাৰিলে যে, ছোৱালীটিৰ কাণৰ 'বালি' ছিগি পৰি গ'ল।

ৰছুল-কৰিমো (দঃ) নাই আৰু হজৰত আবুবকৰো নাই। এই বাতৰি তিনি টলকতে মক্কাৰ ইফালৰ পৰা সিফাললৈকে বিয়পি পৰিল। কোৰেচবিলাকে তেওঁলোকক চাৰিওফালে তিন দিন তিন ৰাতি পিতা-পিতকৈ বিচাৰি চলাথ কৰিলে; কিন্তু যেতিয়া ক'তো তেওঁলোকৰ সন্তেদ নেপালে, তেতিয়া ঘোষণা কৰি দিলে ঃ

"এশ উট পুৰস্কাৰ। মোহম্মদ বা আবুবকৰৰ
জীয়া দেহ বা তেওঁলোকৰ মূৰ যি আনিব
পাৰিব, তাক এশ উট বঁটা দিয়া যাব।"

ৰছুল-কৰিমৰ (দঃ) ওপৰত আৰববিলাকৰ ভয়ঙ্কৰ খং, তাতে আকৌ এই বঁটা আৰু যশস্যা। গতিকে, অলেখ মানুহ কেউফালে পিয়াপি দি গ'ল— কোনোৱে ঘোঁৰাত, কোনোৱে উটত বা কোনোৱে ভৰিৰে খোজ কাঢ়ি বিচাৰি যাবলৈ ধৰিলে। এদলে গৈ মানুহৰ ভৰিৰ খোজ দেখি সেই গাঁতৰ ওচৰত থিয় হ'ল।

খপ্‌জপনি লাগি হজৰত আবুবকৰে ক'লে—"য়্যা ৰছুলুল্লাহ্! এতিয়া উপায় কি? আমি মাথোন দুজন, শত্ৰুৰ মানুহ বহুত।"

ৰছুল-কৰিমে (দঃ) ক'লে—"আমি দুজন নহওঁ, তিনিজন, আৰু এজন আমাৰ লগত আছে—তেওঁ মহা শক্তিশালী। আল্লাহ্ তাআলা। ভাবনা নাই, মনে মনে বহি থাকক।"

আল্লাৰ কি মহিমা! কোৰেচবিলাকে দেখিলে, সেই গাঁতৰ মুখত মকৰাৰ জাল আৰু তাৰ ওপৰত গছৰ পাত। প্ৰবাদ আছে যে, তাতে আকৌ এযোৰ কপৌৱে বাহ সাজি কণী পাৰি উমনি লৈ আছিল, মানুহ দেখি উৰি গ'ল। সকলোৱে ক'লে, "ইয়াৰ ভিতৰত সোমোৱা নাই ব'লা, ব'লা!"

সিহঁত আন ফালেদি গুচি গ'ল, ৰছুল-কৰিম (দঃ) নিৰাপদ হ'ল।

Rev. C. F Andrews এজন খৃষ্টান পাদুৰী (Missionary)। তেওঁ ল'ৰাবিলাকৰ আগত বক্তৃতা দিওঁতে, এই সম্পৰ্কে এনেদৰে কৈছিল— "When Abu Bakr's heart was failing for fear, he said : 'We are only two; enemies outside are a thousand.' His Prophet said : 'Abu Bakr, we are not two but three, God is with us, and if God be with us, we are more than thousands of the enemies.' That was a living faith in the Unity of God shown by the Prophet. That was not theory. His very life at that moment was at stake. That was no philosophy. The soul and spirit of the men had triumphed over all. The great miracle happened owing to that faith and that faith become triumphant in the end.*

আব্দুল্লাহ্-বেন্-ওৰায়কাৎ নামেৰে এজন পৌত্তলিকক টকাৰে বশীভূত কৰি বাট দেখুৱাবৰ কাৰণে নিযুক্ত কৰা হৈছিল। আগৰ বন্দবস্ত মতে তিনি ৰাতিৰ পাচত, তেওঁ সেই উট দুটা লৈ ছত্তৰ পৰ্বতত ওলালগৈ। চতুৰ্থ ৰাতি গাঁতৰ পৰা তেওঁলোক ওলাই আকৌ আওহতীয়া বাটেদি খোজ ল'লে।

৪ৰ্থ ৰাতি অৰ্থাৎ ৫ ৰবিউল আউৱল (৬২২ খৃঃ ১৬ জুলাই) তাৰিখে ৰছুল-কৰিম (দঃ), হজৰত আবুবকৰ, তেওঁৰ পুতেক আব্দুল্লাহ্ আৰু লগুৱা আমিৰ—এই চাৰিটি প্ৰাণী মদিনামুৱা হৈ আকৌ বাট কুৰি বাবলৈ ধৰিলে— হজৰত আবুবকৰৰ পৰা কিনি লোৱা, 'কছৱা' নামেৰে উটত ৰছুল-কৰিম (দঃ), ইটো উটত হজৰত আবুবকৰ আৰু আমিৰ, আৰু আব্দুল্লাহ্ তেওঁৰ নিজৰ উটত।

---

* *The Light of Nov 24, 1929.*

## ছোৰাকা কোৰেচীৰ আত্ম-সমৰ্পণ ঃ

বাটত যাওঁতে আৰব এজনে দূৰৈৰ পৰা এওঁলোকক দেখি ততাতৈয়াকৈ নিজৰ গাঁৱত ক'লেগৈ—"কেইজনমান মানুহ যাবলৈ ধৰিছে, মোৰ বিশ্বাস মোহম্মদ আৰু তেওঁৰ লগৰীয়া কেইজন গৈছে।" ছোৰাকা-বেন্-মালেক নামেৰে এজন কোৰেচে এই বাতৰি পাই ভাবিলে—"এশ উট বঁটা, মোহম্মদ হত্যাৰ অক্ষয় যশস্যা আৰু দেব-দেৱীৰ শত্ৰুক বিনাশ কৰা মহা পুণ্য! এইবোৰ আনে কেলেই পাব লাগিছে, মই অকলৈ ল'ম।" সেই দেখি গাঁৱৰ মানুহবিলাকক আভুৱা-ভাঁৰি ক'লে, "মই ভালকৈ জানো, মোহম্মদ বা তেওঁৰ লগৰীয়া কোনো নহয়।" এই কথা শুনি গাঁৱৰ কোনো মানুহ নাহিল। কিন্তু ছোৰাকাই ঘোঁৰাত উঠি হাতত উদং তৰোৱাল এখন লৈ যাত্ৰী দলক ধৰিবলৈ ঘোঁৰা চেঁকুৰাই দিলে। হজৰত আবুবকৰে তেওঁক দেখি ভয়ত সোত্-মোত্ খালে। ৰছুল-কৰিমে (দঃ) সান্ত্বনা দি তেওঁক ক'লে, "ভয় নকৰিব, আল্লাহ্ আমাৰ লগত আছে।" ৰছুল-কৰিমক (দঃ) ধৰে ধৰে, এনে সময়তে ছোৰাকাৰ ঘোঁৰাটো শিল এডোখৰত ওজট খাই পৰিল। তেওঁৰ মনত অলপ ভয় সোমাল যদিও, তেওঁ আকৌ ঘোঁৰা চলাবলৈ ধৰিলে। হজৰত আবুবকৰে তেতিয়া সাৱধান হৈ পাচ ফাললৈ চাই আহিছে; কিন্তু ৰছুল-কৰিমে (দঃ) ধীৰ আৰু গহীনভাৱে একাণপতীয়া হৈ মুখত কোৰ্‌আন তিলাৱাত (আবৃত্তি) কৰি গৈ আছে। অলপ দূৰ আগ বাঢ়ি যাওঁতেই ছোৰাকাৰ ঘোঁৰাৰ আগঠেং দুখন বালিত পোত খাই গ'ল। ভৰি উলিয়াব নোৱাৰি ঘোঁৰাটোৱে আটাহ্ পাৰিবলৈ ধৰিলে। এই বেলি ছোৰাকাৰ থৰ-যুগুতি হেৰাল, বুকু থৰ্‌থৰ্‌কৈ কঁপিবলৈ ধৰিলে। তেওঁ অণ্ঠ-কণ্ঠ শুকাই ৰছুল-কৰিমৰ (দঃ) ওচৰ চাপি হাতৰ তৰোৱাল আৰু খোৱা বস্তু সোপাকে দি আত্ম-সমৰ্পণ কৰিলে। ৰছুল-কৰিমে (দঃ) তেওঁৰ সকলো বস্তু ওভোতাই দি, তেওঁক ক্ষমা কৰি উভতি যাবলৈ হুকুম দিলে। তেওঁ উলটি যাওঁতে, বাটত ৰছুল-কৰিমক (দঃ) বিচাৰি অহা যিমান মানুহ পালে, সকলোকে সেই ফালে তেখেত নাই যোৱা বুলি ভুৱা দি ওভোতাই পঠালে। এই ছোৰাকাই মক্কা বিজয়ৰ পাচত ইছলাম গ্ৰহণ কৰে।

যাওঁতে বাটত উম্মে-মা'বদৰ ঘৰ পাই ৰছুল-কৰিমে (দঃ) তেওঁৰ ওচৰলৈ গৈ তাত কিবা খোৱা বস্তু আৰু পানী কিনিবলৈ পোৱা যায়নে সুধিলে। উম্মে-মা'বদে ক'লে যে, তাত একো পোৱা নেযায়। তাতে এজনী চেৰেলী

ছাগলী শুই আছিল। উম্মে-মা'বদে ক'লে, "যদি খীৰালে গাখীৰ ওলায়, তেন্তে এই ছাগলীজনী খীৰাই চাব পাৰা।" হজৰত ৰছুলে (দঃ) 'বিছ্‌মিল্লাহ্' বুলি খীৰালত, ভালেমান গাখীৰ পালে। তাৰে অলপ তেখেতে আৰু লগৰীয়া কেউজনে খালে আৰু বাকী গাখীৰ গিৰিহঁতক দি তেওঁলোক গুচি গ'ল।

উম্মে-মা'বদৰ স্বামী আবু-মা'বদ ঘৰলৈ আহি গাখীৰ দেখি, গাখীৰ ক'ৰ পৰা পালা বুলি ঘৈণীয়েকক সোধাত, ঘৈণীয়েকে সকলো কথা জনালে। তেতিয়া আবু-মা'বদে ক'লে, "তেওঁ কোৰেচ বংশৰ সেই মানুহজন, যাৰ বিষয়ে আমি হুৰেক ৰকমৰ কথা শুনিছোঁ। হায়, মোৰ কি দুৰ্কপাল। মই তেখেতৰ পদধূলি ল'ব নোৱাৰিলো।"

## বাৰিদা ডকাইতৰ চৰ্দাৰৰ ইছ্‌লাম গ্ৰহণ ঃ

বঁটা আৰু যশস্যাৰ লোভ আৰু পুণ্যৰ আশাত, আছ্‌লম্ ফৈদৰ বাৰিদা নামেৰে এজনে ৭০ জন ডকাইত লৈ ঢাল-তৰোৱালেৰে সজ্জিত হৈ ৰছুল-কৰিমক ধৰিবলৈ বাটত খাপ দি বৈ আছিল। মদিনাৰ পৰা অলপ দূৰৈত এই যাত্ৰীদলৰ লগত সিহঁতৰ মুখামুখি হয়। ৰছুল-কৰিমৰ (দঃ) হাতত কোনো অস্ত্ৰ নাই আৰু অস্ত্ৰ চলোৱাৰো তেখেতৰ অভ্যাসো নাই। তেখেতৰ লগত নিৰীহ হজৰত আবুবকৰ। বাকী দুজন অমুছলমান। এনে ঘোৰ বিপদৰ সময়তো হবিবে-খোদাৰ মুখত সেই সদানন্দ, সদাগহীন স্বৰ্গীয় ভাব। তেখেতে তেতিয়া একান্ত মনেৰে কোৰ্‌আন তিলাৱত (আবৃত্তি) কৰি গৈ আছে। বাৰিদাই ডকাইত দল লৈ তেখেতৰ ওচৰলৈ খেদি আহি, কোৰ্‌আনৰ মাত শুনি থমকা মাৰি ৰ'ল, তাৰ ভৰি দুখন অচল আৰু বাউসি দুটা অৱশ হৈ পৰিল।

ৰছুল-কৰিম (মিঠা মুখেৰে) ঃ "আপুনি কোন? কি লাগে?"

বাৰিদা ঃ "মই বাৰিদা, আছ্‌লম্ ফৈদৰ চৰ্দাৰ।"

ৰছুল-কৰিম ঃ "আছ্‌লম*—শান্তি! ভাল কথা।"

বাৰিদা ঃ "আপুনি নো কোন?"

ৰছুল-কৰিম ঃ "মই মক্কাৰ মানুহ, আব্দুলাৰ পুতেক—মোহম্মদ, সত্যৰ সেৱক—আল্লাৰ ৰছুল।"

তাৰ পাচত ৰছুল-কৰিমে (দঃ) বাৰিদাৰ মুখলৈ চালে। বাৰিদাই দেখি

---

** 'আছ্‌লম্' শব্দটি 'ছলম্' ধাতুৰ পৰা ওলাইছে, ইয়াৰ অৰ্থ শান্তি।*

ৰ লাগি ৰ'ল। পাচত তেখেতৰ পবিত্ৰ চৰণত পৰি কান্দিবলৈ ধৰিলে আৰু তেওঁৰ ৭০ জন লগৰীয়াইও তাকে কৰিলে। লগৰীয়াবিলাকক লৈ বাৰিদাই নিজৰ মূৰৰ পাগুৰী সোলোকাই, তাৰে এটা আগ এপাত কাঁড়ৰ আগত বান্ধি নিচান উৰুৱাই উৰুৱাই মহা উলাহৰে ৰছুল-কৰিমৰ (দঃ) আগে আগে যাবলৈ ধৰিলে। আফ্‌তাবে ৰেছালতৰ কি মোহনী শক্তি।

## কোবা-প্ৰৱেশ—১ম হিজৰী, ১২ ৰবিউল আউৱল, সোমবাৰ, দুপৰীয়া, ৬২২ খৃষ্টাব্দ ঃ

ৰছুল-কৰিমে (দঃ) মক্কা এৰিলে, এই বাতৰি পাই মদিনাৰ মুছলমানবিলাকৰ আনন্দৰ পাৰ নাইকিয়া হ'ল। তেওঁলোকে নিতৌ ৰাতিপুৱাই নগৰৰ বাহিৰলৈ আহি বাটলৈ চাই থাকি, দুপৰীয়া হ'লেহে ঘৰলৈ গুচি যায়। ৰবিউল আউৱল মাহৰ ১২ তাৰিখে সোমবাৰে ঠিক দুপৰীয়া সময়ত আফ্‌তাবে-ৰেছালৎ কোবা নামেৰে গাঁও এখনত ওলালগৈ। ই মদিনাৰ পৰা দুমাইলমান দূৰৰ এটা পৰ্বতৰ ওপৰত। ইয়াক ওপৰ মদিনা বা পুৰণি মদিনাও বোলে। পোনতে এজন ইহুদীয়ে তাৰ ঘৰৰ ওপৰৰ পৰা তেখেতক দেখি চিঞৰি উঠিল—"আহিল, আহিল!"

এই চিঞৰ শুনি, কেউফালৰ পৰা কোৰ্হাল লাগি গ'ল। আনন্দত সকলোৱে মতলীয়া হৈ উঠিল। চাৰিওফালৰ পৰা 'আল্লাহু আকবৰ' ধ্বনি উঠি গোটেই ঠাই কঁপাই দিলে। সকলোৰে মাজত এটা উদুমি-মুদুলি লাগি পৰিল। আগ বঢ়াই আনিবৰ নিমিত্তে ভকতসকল জুমে জুমে আহিবলৈ ধৰিলে। ৰছুল-কৰিম (দঃ) পোনতে এজোপা খাজুৰ গছৰ তলতে বহিল। তেখেতে মনে মনে বহি আছে আৰু হজৰত আবুবকৰে ওচৰতে থিয় দি আছে। দুইজনৰে সাজ-পাৰ একে, কোনো ধুন-পেঁচ নাই, কোনো পাৰ্থক্য নাই। যিসকলে আগেয়ে নবী-কৰিমক (দঃ) দেখা নাছিল, তাৰে অনেকে হজৰত আবুবকৰকে তেখেত বুলি ভাবি অভিবাদন কৰিবলৈ ধৰিলে। যেতিয়া হজৰত আবুবকৰে নিজৰ কাপোৰেৰে তেখেতৰ মূৰত ছাঁ দি থিয় হ'ল, তেতিয়াহে তেখেতৰ পৰিচয় পোৱা গ'ল। তাতে অলপ জিৰাই সকলোৰে লগত মিলি, পাচত তেখেত আৰু হজৰত আবুবকৰে ভকতসকলৰ লগত কোবা গাঁৱৰ বনি-আমৰ ফৈদৰ কুলছুম্-বেন্-হেদ্‌মৰ ঘৰত থাকিলহি।

## কোবা মছজিদ ঃ

ৰছুল-কৰিমে (দঃ) কোবাতে দিনচেৰেক থাকি এটি মছজিদ সজায়। ইছলামৰ বুৰঞ্জীত এয়ে হৈছে সৰ্বপ্ৰথম মছজিদ। আজিলৈকে এই মছজিদে* মুছলমানৰ পূৰ্বকীৰ্তি সোঁৱৰাই আছে।

হজৰত আলীয়ে 'আমানত'ৰ ধন-বস্তুবোৰ গিৰিহঁতক শোধাই দি, হিজৰতৰ তিনি দিন পাচত মক্কাৰ পৰা পলাই আহি, এই কোবাতে ৰছুল-কৰিমৰ (দঃ) লগ ধৰিলেহি। হজৰত আলীয়ে, শত্ৰুবিলাকে ধৰে বুলি, ভয়ত দিনত লুকাই থাকে আৰু ৰাতি হ'লে বাট বুলিবলৈ ধৰে। এই দৰে আহোঁতে তেওঁৰ ভৰিৰ বিষ ইমান দৰে হৈছিল যে, তেওঁ ঢৰাই-মৰাই পৰিলহি; কিছু পৰলৈ উঠিবই নোৱাৰিছিল।

কোবা মছজিদ সাজোঁতে নবী-কৰিমে (দঃ) আন আন মুছলমানবিলাকৰ লগত মিলি সমানে বনুৱাৰ কাম কৰিছিল। এইদৰে ইছলামৰ অতুলনীয় সাম্য আৰু বিশ্বজনীন ভ্ৰাতৃ ভাবৰ ভেঁটি তেখেতেই তুলি থৈ গৈছে।

যথাসাধ্য নিজৰ কৰ্তব্য পালন আৰু কৃতকাৰ্যতাৰ নিমিত্তে আল্লাৰ ওপৰত সম্পূৰ্ণ আত্মনিৰ্ভৰ—এয়ে হৈছে ৰছুল-কৰিমৰ (দঃ) শিক্ষা। আল্লাৰ ওপৰত ভৰসা কৰিব লাগে; তেওঁৰ ইচ্ছা হ'লে সকলোৱে 'হেদায়ত' (মুক্তি) পাব। 'হেদায়ত-দেনেৱালা' (মুক্তিদাতা) আৰু 'গোম্‌ৰাহ্ কৰনেৱালা' (বিপথগামী কৰোঁতা) এক মাত্ৰ তেৱেঁই—এনে 'তক্‌দিৰ'ৰ (ভাগ্যৰ) দোহাই দি ৰছুল-কৰিমে (দঃ) কাম কৰা নাছিল। এফালে দৃঢ় বিশ্বাস, কৰ্মফললৈ অনাসক্তি, এফালে লুকাই অকোৱা-পকোৱা বাটেদি মদিনালৈ যাত্ৰা আৰু কিমান সাৱধানতা; আকৌ আনফালেদি মুকলি তৰোৱালকো ভয় নকৰি আল্লাহ্ আমাৰ লগত আছে বুলি সকলো আলৈ-বিলৈলৈ আওকাণ কৰি বিশ্ৰাম।

ৰছুল-কৰিমৰ (দঃ) সাজ-পাৰত একো ফিতাহি বা বিশেষত্ব নাছিল যাক দেখিলে সাধাৰণ মানুহে তেখেতক চিনিব পাৰে; কিন্তু আমাৰ আজি-কালিৰ 'মৌলবী' চাহেবসকলৰ এনে বিনন্দ-বিলাস বেশ যে, তেওঁলোকৰ ধুন-পেঁচ দেখিলেই চঁক্ খাব লাগে।

---

** গ্ৰন্থকাৰে দেখি আহিছে—হাজীসকলে দলে দলে গৈ এই মছজিদৰ জিয়াৰত (দৰ্শন) কৰে।*

সমাজৰ নিমিত্তে কি কৰা কৰ্তব্য, ৰছুল-কৰিমে (দঃ) তাকে মুখেৰে কৈ মনে মনে নেথাকিছিল। তেখেতে নিজেই সকলোতকৈ আগেয়ে সেই কাম কৰি দেখুৱাইছিল। খলিফা চাৰিজনো একে সাঁচতে মৰা।

**মদিনা প্ৰৱেশ—১ম হিজৰী, শুকুৰবাৰ, নবুৱতৰ ১৪শ বছৰ, ২৭ জুলাই, ৬২২ খৃষ্টাব্দ ঃ**

**১ম জুম্মা ঃ**

কোবা মছজিদ হৈ যোৱাত, ৰছুল-কৰিম (দঃ) মদিনালৈ আহিবলৈ ওলাল। মদিনাৰ মুছলমানসকলোৱে বৰ উলাহেৰে বীৰৰ নিয়ম অনুসৰি তৰোৱাল ওলোমাই তেখেতক আগ বঢ়াই আনিবলৈ বাহিৰ হ'ল। ১৬ ৰবিউল আউৱল শুকুৰবাৰৰ দিনা তেখেতে মদিনালৈ যাত্ৰা কৰিলে। আগে-পাচে, সোঁৱে-বাঁৱে মুছলমানবিলাক ৰঙত উত্ৰাৱল হৈ 'আল্লাহু আকবৰ' ধ্বনি কৰি কৰি লগত গৈছে। অলপ দূৰ যাওঁতেই জুম্মা নামাজৰ সময় হ'ল আৰু ১০০ জন মানুহ লৈ ৰছুল-কৰিমে (দঃ) বনি-ছালেম চুবুৰিৰ ওচৰত বতনেৱাদি বোলা ঠাইতে জুম্মা নামাজ পঢ়িলে। এয়ে ইছলামৰ প্ৰথম জুম্মা।

তিনি মাহৰ আগেয়ে মক্কাৰ আকাবাত যে গুপ্ত পৰামৰ্শ হৈছিল, তাৰ পাচত আজি মদিনাৰ ভক্ত আন্‌ছাৰ আৰু বিদেশী মোহাজেৰবিলাকৰ এই আশাতীত সৌভাগ্য দেখি ৰছুল-কৰিম (দঃ) আনন্দত উধাও হৈ পৰিল। সত্যৰ কি অলৌকিক ক্ষমতা। কেইদিনমানৰ আগতে যিজনে মাতৃভূমিৰ পৰা খেদা খাই পলাই আহিছিল, আজি তেখেতে কেনে সন্মানেৰে দেখা-দেখিকৈ মদিনাৰ ৰাজ বাটেদি নগৰত সোমাইছেহি। কেনে অদ্ভুত দৃশ্য।

আজি বিশ্বমানৱৰ পৰম গুৰু, শ্ৰেষ্ঠতম সংস্কাৰক, ঘাই বন্ধু মোহম্মদ মোস্তফা (দঃ) মদিনাত উপস্থিত। গতিকে তাৰ মতা-তিৰোতা, ডেকা-বুঢ়া, ল'ৰা-ছোৱালী সকলোৱে আগ বঢ়াই আনিবলৈ উদ্বাউল হৈ পৰিল। নগৰৰ ঘৰৰ ছাদ আৰু বাৰাণ্ডাবিলাক মানুহেৰে ভৰপূৰ। বাটত সৰু সৰু ল'ৰা-ছোৱালীবিলাকে "য়্যা মোহম্মদ, য়্যা মোহম্মদ" বুলি চিঞৰি যাবলৈ ধৰিলে।

ৰছুল-কৰিম (দঃ) নগৰত সোমালত, প্ৰত্যেক ভক্তই তেখেতক নিজৰ ঘৰলৈ নিবলৈ অৰিয়া-অৰি কৰিছিল; কিন্তু তেখেতে উত্তৰ দিলে, "বানু-নাজ্জাৰ বংশ, মোৰ ককা আব্দুল মোত্তালিবৰ মোমায়েকৰ ফৈদৰ, মই

তেওঁলোকৰ তালৈকে যা।" বুৰঞ্জী মতে—তেখেতে উট এৰি দি ক'লে, "য'তে মোৰ উট থিয় হ'ব, মই তাতে নামিম।" য'ত এতিয়া মদিনাৰ মছজিদে নববী আছে, তাতে আহি তেখেতৰ উট বহি গ'ল। এয়ে হৈছে নাজ্জাৰ বংশৰ চুবুৰি। আবু আয়ুব আন্‌ছাৰীৰ ঘৰ ইয়াৰ কোষতে, তেওঁৰ ঘৰতে* ৰছুল-কৰিম (দঃ) নামিল।

মদিনা মক্কাৰ পৰা ২৫০ মাইল** উত্তৰত, প্ৰায় ১১ দিনৰ বাট। আগেয়ে ইয়াৰ নাম আছিল 'ইয়চ্‌ৰব্'। নবী-কৰিম (দঃ) ইয়ালৈ অহাৰ পাচৰ পৰা ইয়াৰ নাম হ'ল 'মদিনাতুন্নবী' (নবীৰ নগৰ)। পাচত চমুকৈ 'মদিনা' নামটোৱেই ৰৈ গ'ল। ৰছুল-কৰিমৰ (দঃ) এই মদিনালৈ যোৱাকে 'হিজৰত' বোলে। অনেকৰ ধাৰণা যে, হিজৰী চন এই তাৰিখৰ পৰাই আৰম্ভ হৈছে। কিন্তু প্ৰকৃত পক্ষে এই 'হিজৰত'ৰ ১৭ বছৰ পাচত, দ্বিতীয় খলিফা হজৰত ওমৰ-ফাৰুকৰ খিলাফত ১লা মোহৰ্ৰমৰ (৬২২ খৃঃ ১৬ জুলাইৰ) পৰাহে 'হিজৰী' চন আৰম্ভ হৈছে।

মদিনালৈ অহাৰ পাচত তাত এটি মছজিদ সাজিবলৈ ৰছুল-কৰিমৰ (দঃ) একান্ত ইচ্ছা হ'ল। যি আল্লাৰ নাম ঘোষণা কৰাত, যাৰ তৌহিদৰ জয়ধ্বনি কৰাত, তেখেতৰ ভক্তসকলে আজি ১৩ বছৰ কুলাই-পাচিয়ে নধৰা আলৈ-বিলৈ সহি আহিছে—মোছলিম বতাহত, মুকলি পথাৰত, প্ৰাণেৰে ডিঙি খুলি হেঁপাহ পলুৱাই সেই ৰহ্‌মানুৰ্ৰহিমৰ মহিমা-গান গাবলৈ ৰছুল-কৰিমৰ (দঃ) মন ব্যাকুল হৈ পৰিল।

## মছজিদে নববী নিৰ্মাণ—১ম হিজৰী, ৬২১ খৃষ্টাব্দ ঃ

যি ঠাইত নবী কৰিমৰ (দঃ) উট থিয় হ'লহি, সেই ঠাইতে তেখেতে মছজিদ এটি সাজিবলৈ মন কৰিলে। ই এডোখৰ অকামিলা পতিত মাটি, মানুহে তাৰ এফালে উট বান্ধিছিল, এফালে খাজুৰ শুকুৱাইছিল আৰু আন ফালে পুৰণি কবৰস্থান। এই মাটিডোখৰ 'ছোহেল' আৰু 'ছহল' নামেৰে দুই মাউৰা ল'ৰাৰ বাপতি-সাহোন। আছ্‌আদ্-বেন্-জোৰাৰা আন্‌ছাৰী সিহঁতৰ অভিভাৱক। আছ্‌আদ্ আৰু এই ল'ৰা দুটিয়ে এই মাটিডোখৰ এনেই দিব

** এই ঘৰ এতিয়ালৈকে আছে, গ্ৰন্থকাৰে দেখি আহিছে।*

*** কোনোৱে ২৬৭ মাইল বুলি কয়।*

খুজিছিল; কিন্তু ৰছুল-কৰিমে (দঃ) নেমানিলে। তেখেতে জোখাৰে বেচ—দহ মিক্‌চাল (সোণৰ মোহৰ) দি এই মাটিডোখৰ কিনি নিজেই আন আন মুছলমানবিলাকৰ সহায় লৈ মছজিদ সজাবলৈ ধৰিলে।

ফিতাহি মাৰি বহি মানুহক হুকুম নিদি, ৰছুল-কৰিমে (দঃ) সাধাৰণ বনুৱাৰ দৰে নিজ হাতেৰে কাম কৰিবলৈ গেৰো-গোঁথো নকৰিলে। মূৰত, মুখত আৰু ডাঢ়িত ধূলি-মাটি ভৰি গৈছে, তেও তেখেতে অতি হেঁপাহেৰে মাল-বস্তুবোৰ মূৰত তুলি সেই ঠাইলৈ আনিছে আৰু কৈছে—"হে প্ৰভু! এনে বোজা বোৱা অতি সোৱাদ আঙুৰৰ বোজা বোৱাতকৈ বেছি আনন্দদায়ক আৰু পুণ্য কাম।" নবী-কৰিমে (দঃ) নিজেই হজুৱাৰ কাম কৰাত, মানুহবিলাকৰ মাজত এটা উবা-জুবা লাগি গ'ল। কি সৰ্বনাশ! তেখেতে কাম কৰিছে আৰু আমি বহি আছোঁ। তেতিয়াই কেউফালৰ পৰা ডাঙৰ মানুহবিলাক আহি তেখেতৰ আৰ্হি লৈ মছজিদৰ কামত আশাশুধীয়াকৈ লাগি গ'ল। আহা! এই দৃশ্য কেনে চমৎকাৰ! এইদৰে সকলোৱে হাতে-পাতে কাম কৰাত কেইদিনমানতে মছজিদ তৈয়াৰ হৈ গ'ল। মছজিদত মেহ্‌ৰাব নাছিল, চঙ্গমৰ্মৰৰ (মাৰবলৰ) মিম্বৰ (বেদী) নাছিল, মিনাৰা (ওখ আজান দিয়া ঠাই) বা গুম্বুজ নাছিল। কেঁচা ইটাৰ বেৰ, খাজুৰ পাতৰ চাল আৰু খাজুৰ গছৰ খুঁটা। আড়ম্বৰ একো নাছিল; কিন্তু এই মছজিদৰ মহিমা ইমান চৰি গৈছিল যে, ৰোম আৰু ইৰাণ আদিৰ বিশ্ব-বিজয়ী বীৰ সেনাপতি আৰু ৰাজ কটকীসকলৰো, তাত সোমাওঁতে বুকু কঁপি উঠিছিল। দিনচেৰেকৰ পাচত (হিজৰতৰ ৮ম বছৰত) এটি মিম্বৰ (বেদী) সজোৱা হয়। তেতিয়া মছজিদটি ৭৫ বৰ্গ গজতে আছিল।

যিদিনাখন মছজিদৰ কাম অন্ত পৰিল, সেইদিনাই নামাজ পঢ়াৰ পাচত ৰছুল-কৰিমে (দঃ) উপস্থিত থকা মানুহবিলাকৰ আগত এই বক্তৃতাটি দিলে ঃ

"আল্লাৰ সৃষ্ট প্ৰাণীবিলাকৰ ওপৰত আৰু নিজৰ ল'ৰা-ছোৱালীৰ ওপৰত যি মৰম-চেনেহ নেদেখুৱায়, আল্লাই তেওঁক ভাল নেপায়। যি মুছলমানে নাঙঠক কাপোৰ দান কৰে, আল্লাই বিহিস্তত (স্বৰ্গত) তেওঁক সেউজীয়া কাপোৰ পিন্ধাব। দানৰ নিচিনা ভাল বস্তু পৃথিবীত আৰু একো নাই। আনকি, হাঁহি মুখেৰে কথা কোৱা সদুপদেশ দিয়া, পৰুৱাই-পোৱাক বাট দেখুৱাই দিয়া, কণাক সহায় কৰা, বাটৰ পৰা কাঁইট আৰু শিল আদি গুচাই দিয়া,

পিয়াহ লগাক পানী দিয়াও দানৰ মাজত গণ্য, ইত্যাদি।"

আল্লাহ্ তাআলালৈ একান্ত ভক্তি আৰু সকলো মানুহৰ প্ৰতি সদ্ব্যৱহাৰ কৰাই তেখেতৰ ঘাই উদ্দেশ্য আছিল।

## আজান—১ম হিজৰী, ৬২৩ খৃষ্টাব্দ ঃ

সেই কালত মদিনাৰ ভিন্ ভিন্ পূজা ঘৰত ঘণ্টা-শঙ্খ আদি বজাই মানুহক উপাসনালৈ মতা হয়। মদিনাৰ মছজিদ তৈয়াৰ হোৱাৰ পাচত, দিনচেৰেকলৈ উমানে উমানে নামাজৰ সময় ঠিক কৰি মুছলমানবিলাকে নামাজ পঢ়িছিল। ইয়াত বহুত আহুকাল হোৱাত, ৰছুল-কৰিমে (দঃ) এদিন ছাহাবাসকলক লৈ এই বিষয়ে আলচিবলৈ ধৰিলে। মানুহটোৱে পতি মনটো, ধানটোৱে পতি কণ্টো। নানা মুনিৰ নানা মত হ'ল। পাচত হজৰত ওমৰ ফাৰুকৰ প্ৰস্তাৱ মতে ৰছুল-কৰিমে (দঃ) হজৰত বিলালক (ৰাঃ) থিয় হৈ মানুহবিলাকক নামাজৰ নিমিত্তে মাতিবলৈ (আজান দিবলৈ) ক'লে আৰু কেনেকৈ মাতিব লাগে তাকো শিকাই দিলে। সেই দিনাই মদিনাৰ মছজিদৰ 'আজান' আৰম্ভ হ'ল। যেতিয়াই হজৰত বিলালৰ মুখৰ সুমধুৰ সু-গম্ভীৰ 'আল্লাহু আক্‌বৰ' (আল্লাহ্ মহান) ধ্বনি দূৰ-দূৰান্তৰত বিয়পি পৰিল, তেতিয়াই মুছলমানসকলে নিজ নিজ কাম-কাজ পেলাই এই মছজিদত থুপ খালেহি। তাৰ পাচত সৰু-বৰ, ধনী-নিৰ্ধনী, ক'লা-বগা, গোলাম-গিৰিহঁত সকলো মুছলমান একপ্ৰাণ হৈ একে শাৰীতে ইজনে সিজনৰ গাত গা ঘঁহাই অতি বিনয় আৰু ভক্তি ভাবেৰে ইমামৰ 'আল্লাহু আক্‌বৰ' ধ্বনিৰ লগে লগে সেই 'গফুৰুৰ্ৰহিম'ৰ উদ্দেশ্যত মূৰ মাটিত পেলাই মহত্বক বলি দি নামাজ পঢ়িল। তাকে দেখি কি ইহুদী কি খৃষ্টান কি পৌত্তলিক সকলোৱে চাই টক লাগিল আৰু তেওঁলোকৰ মনত এটা অপূৰ্ব নতুন ভাব উদয় হ'ল। তেতিয়াৰে পৰাই দিনত পাঁচবাৰ সেই 'ৰহ্মানুৰ্ৰহিম'ৰ নামাজ পঢ়িবলৈ আজান দিয়া হ'ল। এদিন 'ফজৰ'ৰ (পুৱাৰ) নামাজৰ সময়ত হজৰত বিলালে (ৰাঃ), ৰছুল-কৰিমৰ (দঃ) দুৱাৰ মুখত থিয় হৈ চিঞৰি ক'লে, 'আচ্ছালাতো খাইৰুম মিনান্ নাওম্' (নামাজ টোপনিতকৈ শ্ৰেষ্ঠ)। ৰছুল-কৰিমৰ (দঃ) কাণত এই কথা ফাঁকি বৰ ভাল লগাত, তেখেতে সেই ফাঁকি ফজৰ নামাজৰ আজনাত ভুক্ত কৰি দিলে।

আজানৰ অৰ্থ 'আহ্বান' নহয়, ইয়াৰ অৰ্থ ঘোষণা। নামাজলৈ আহ্বান কৰাই ইয়াৰ ঘাই উদ্দেশ্য হ'লেও, 'তৌহিদ'ৰ জয় ঘোষণা কৰাই হৈছে ইয়াৰ আচল লক্ষ্য।

এম. ভেন্‌কাটা ৰত্নম (M. Venkata Ratnam) নামেৰে মাদ্ৰাজৰ এজন বিখ্যাত হিন্দু পণ্ডিতে লিখিছে—

"What can be more delightful to hear than the Islamic call to prayer? No other religion can show such truly heart-touching earnestness and piety as this."*

## কিব্‌লা—২য় হিজৰী, ৬২৩ খৃষ্টাব্দ ঃ

আগেয়ে মুছলমানবিলাকে সম্মানাৰ্থে বায়তুল মোকদ্দচ—মছজিদ উল্-আক্‌ছাৰ (The Temple of Jerusalem) ফালে মুখকৈ নামাজ পঢ়িছিল, কিন্তু হিজৰতৰ ২য় বছৰৰ (৬২৩ খৃঃ) পৰা কা'বা শ্বৰিফৰ ফালে মুখকৈ নামাজ পঢ়িবলৈ হুকুম হ'ল—কাৰণ, বায়তুল মোকদ্দচৰ ফালে মুখ কৰিলে কা'বা শ্বৰীফলৈ পিঠি দিয়া হয়।**

## ৰছুল-কৰিমৰ (দঃ) আৰু হজৰত আবুবকৰৰ পৰিয়াল মদিনালৈ অহা ঃ

মছজিদ হৈ যোৱাৰ দিনচেৰেকৰ পাচতে হজৰত ৰছুল-কৰিমৰ (দঃ) পৰিয়াল থাকিবৰ নিমিত্তে মছজিদৰ গাতে কেইটামান এচলীয়া সৰু পঁজা তৈয়াৰ কৰা হ'ল, আৰু তেখেতৰ আৰু হজৰত আবুবকৰৰ পৰিয়ালক আনিবৰ নিমিত্তে আবু ৰাফে, জায়েদ্-বেন্-হাৰেছ্ আৰু আব্দুল্লাহ্-বেন্-আবুবকৰ, এই তিনিওকে পাঁচশ দেৰ্‌হাম আৰু দুটা উট দি মক্কালৈ পঠোৱা হ'ল। ৰছুল-কৰিমৰ (দঃ) জীয়েক কেইগৰাকীৰ মাজত, বিবি ফাতিমা তেতিয়াও অবিবাহিতা। তেওঁ, বিবি ছওদা, হজৰত আবুবকৰৰ জীয়েক আছ্‌মা আৰু আয়েশ্বা, জায়েদৰ বিবি উম্মে-আয়মন আদি আহিল। এই সময়ত নবী-কৰিমৰ (দঃ) বয়স ৫৩ বছৰ। হিজৰত কৰি ৰছুল-কৰিমে (দঃ) ছমাহ আবু আয়ুবৰ ঘৰত আছিল, সপ্তম মাহত নিজৰ পঁজালৈ যায়।

* *An Essay on Islam. P. 162.*

** *যি ঠাইত এই বিষয় 'অহী' আহিছিল, তাক কিব্লাটেইন বোলে। হজীসকলে জুমে জুমে ইয়াক দৰ্শন কৰিবলৈ যায়।*

মদিনা শরীফ



# আছ্‌হাবে ছুফ্‌ফা

মদিনাত আগৰে পৰা ভালেমান ঘৰ-বাৰী, ল'ৰা-তিৰোতা নোহোৱা সংসাৰ-ত্যাগী কেৱলীয়া ফকীৰ আছিল। এই মছজিদ হৈ যোৱাৰ পাচতে, ৰছুল-কৰিমে (দঃ) তেখেতে আৰু তেখেতৰ পৰিয়াল থাকিবলৈ ঘৰ-বাৰীৰ কোনো দিহা-পোহা নকৰি, এই ফকীৰবিলাকৰ আশ্ৰম তৈয়াৰ কৰাই দিলে। এই কেৱলীয়া ভকতবিলাকৰ নাম 'আছ্‌হাবে ছুফ্‌ফা' হ'ল। তেওঁলোকে দিনত মছজিদত ৰছুল-কৰিমৰ (দঃ) মুখৰ কথা শুনিবলৈ তেখেতক বেঢ়ি থাকে আৰু ৰাতি হ'লে নিজৰ এই আশ্ৰমত আল্লাৰ 'ইবাদত'ত (উপাসনাত) মগ্ন থাকে। তেওঁলোকৰে এজনে দিনত গৈ খৰি আনি বেচি যি পাই-পইচা পায়, তাৰে নিঠৰুৱা মুছলমান ভাই-ভনীহঁতৰ নিমিত্তে খোৱা বয়-বস্তু আনি দিয়ে; কিন্তু নিজে অনেক সময়ত লঘোণেই থাকে। বিবি ফাতিমাই এদিন হজৰত ৰছুলক (দঃ) ক'লে, "বাবাজান! আটা পিহোঁতে মোৰ হাতত পানীজোলা ফুটি গৈছে, আপুনি মোক এজনী বান্দী আনি দিয়ক।" তেখেতে ক'লে, "ফাতিমা! 'আছ্‌হাবে ছুফ্‌ফা, ভাইসকল খাবলৈ নেপাই কাপ্‌-কাপ্‌ কৰিব আৰু মই তোমাক বান্দী আনি দিম, ই ভাল কথানে?" নবী-কৰিম (দঃ) অকল বিবি ফাতিমাৰেই পিতা নাছিল, তেখেত গোটেই 'উম্মত'ৰে পিতা। প্ৰত্যেক দুখীয়া, নিঠৰুৱা আৰু কষ্টত পৰা মানুহৰে আলৈ-বিলৈ দূৰ কৰাটো তেখেতৰ স্বাভাৱিক ধৰ্ম। এই সন্ন্যাসীবিলাকে অতি কষ্ট ভোগ কৰিও ইছলাম প্ৰচাৰ কৰিছিল। 'মোনাফিক' (পেট-কপটীয়া মুছলমান)বিলাকৰ কথা পতিয়াই, ৰছুল-কৰিমে (দঃ) ইহঁতৰ ৭০জন সন্ন্যাসীক ইছলাম প্ৰচাৰ কৰিবলৈ নজ্‌দলৈ পঠাইছিল; কিন্তু বাটতে কেউজনকে কাফিৰবিলাকে বধ কৰে।

যি সময়ত ৰছুল-কৰিমক (দঃ) সহায় কৰা মানুহ আঙুলিৰ মূৰত লেখিব পৰা আছিল, তেতিয়া এই কেৱলীয়া সন্ন্যাসীবিলাকেই পঢ়াশালি-শিক্ষক, ধৰ্ম প্ৰচাৰক, কোৰ্‌আনৰ অধ্যাপক, উপায়হীন মানুহৰ শুশ্ৰূষাকাৰী, দুখীয়াৰ সহায়-সাৰথি আছিল। এওঁলোক এনে অমৰা ভক্ত আছিল যে, ৰেছালৎমাবৰ কথাত নিজৰ প্ৰাণ বলি দিবলৈ সাজু আছিল।

# আওছ্-খেজ্‌ৰাজ্ ইহুদী সম্প্ৰদায়ৰ ইছ্‌লাম গ্ৰহণ

মদিনাত আওছ্ আৰু খেজ্‌ৰাজ্ নামেৰে দুটি বৰ বাহুবলী ইহুদী ফৈদ আছিল। দুই ফৈদৰ মাজত থৈয়া-নথৈয়া খৰিয়াল। আব্দুল্লাহ্-বেন্-ছালাম খেজ্‌ৰাজ্ দলৰ এজন মূধা-ফুটা পণ্ডিত আৰু চৰ্দাৰ আছিল। আবু আয়ুব আন্‌ছাৰীৰ ঘৰলৈ আহি আব্দুল্লাই ধৰ্মৰ বিষয়ে গোটাচেৰেক আওপকীয়া প্ৰশ্ন কৰাত, ৰছুল-কৰিমে (দঃ) তাৰ সন্তোষজনক উত্তৰ দিলে। তাতে আকৌ তৌৰাতত (Torah) বৰ্ণনা কৰা ভাবী-নবীৰ লক্ষণাদি তেখেতৰ গাত পোৱাত, আব্দুল্লাই থিতাতে ইছ্‌লামত দীক্ষিত হ'ল। ইয়াকে দেখি খেজ্‌ৰাজ্ আৰু আওছ্, এই দুই দলেও ইছ্‌লাম গ্ৰহণ কৰি পৰস্পৰ মিল হ'ল। এনে ঘটনা হোৱাত, আন ইহুদীবিলাকৰ মাজত থৌকি-বাথৌকি লাগিল।

## আন্‌ছাৰ আৰু মোহাজ্জেৰীণ

ৰছুল-কৰিমে (দঃ) মদিনাৰ মুছ্‌লমানবিলাকক এটি গৌৰবান্বিত বাব দিলে। যিসকলে মক্কাৰ পৰা অহা মুছ্‌লমানসকলক বিপদৰ সময়ত সহায় কৰিছিল, তেওঁলোকৰ উপাধি হ'ল 'আনছাৰ', আৰু সকলে ধৰ্ম-ৰক্ষাৰ নিমিত্তে জননী জন্মভূমিৰ মায়া এৰি মদিনালৈ হিজৰত কৰিছিল, তেওঁলোকৰ উপাধি হ'ল 'মোহাজ্জেৰীণ'।

আন্‌ছাৰবিলাক মোহাজ্জেৰবিলাকক সকলো ৰকমে নিজৰ সহোদৰ ককাই-ভাইৰ দৰে চপাই ধৰিলে। ৰছুল-কৰিমে (দঃ) কোৰ্‌আনৰ আয়ত (শ্লোক) পঢ়ি ঘোষণা কৰি দিলে, "হে মোহাজ্জেৰ! হে আন্‌ছাৰ! তোমালোকে শুনা, আল্লাৰ হুকুম এই—"ইন্নামল্ মু'মেনুনা ইখ্‌ৱাতুন্" অৰ্থাৎ এজন মুছ্‌লমান আন এজনৰ ভাই।* আজিৰে পৰা মোহাজ্জেৰসকল আলহী নোহোৱা, আজিৰে পৰা তোমালোক আন্‌ছাৰৰ ভাই।" কোনজন মোহাজ্জেৰ কোনজন আন্‌ছাৰৰ ভাই হ'ব, এই বিষয় লৈ উপস্থিত থকা আন্‌ছাৰৰ মাজত এনে অৰিয়া-অৰি

---

** কোৰ্‌আন—চুৰা হোজৰাৎ, ১০ আয়ত।*

লাগিল যে, পাচত চিঠি খেলিহে সেইটো থিৰাং কৰা হ'ল। পাচত এদিন এজন মোহাজ্বেৰে ভোকত তত নেপাই ৰছুল-কৰিমৰ (দঃ) ওচৰলৈ আহিল। তেখেতৰ ঘৰত সেই দিনা পানীত বাজে একো নাছিল। তেতিয়া তেখেতে বাজলৈ আহি ক'লে, "আজি কোনে এই ভুকীয়াক খাবলৈ দিবা?" আবু তাল্হা ছাহাবীয়ে মাত লগালে, "মই।" আবু তাল্হা ঘৰলৈ গৈ জানিলে যে, তেওঁৰ ল'ৰা-ছোৱালীকেইটাৰ জোখাৰে মাথোন অলপ খোৱা-বস্তু আছে। আবু তাল্হা আৰু তেওঁৰ বিবিয়ে ল'ৰা-ছোৱালী কেউটিকে চুক্‌চুক্‌াই শুৱাই থ'লে। মতা-তিৰোতা দুয়ো লঘোনে থাকি, সেই ভুকীয়া আলহীক ঘৰত যি আছিল তাকে দি সন্তুষ্ট কৰিলে। এনে ত্যাগৰ আদৰ্শ জগতত অতি বিৰল!

# ৰাজ শক্তি

## সাধাৰণ-তন্ত্ৰ প্ৰণালী—২য় হিজৰী ঃ

মদিনাত ইহুদী, পৌত্তলিক আৰু মুছলমান, এই তিন ধৰ্মৰ মানুহেই প্ৰধান আছিল। এতিয়া দেশৰ স্বাৰ্থৰক্ষা আৰু মঙ্গল কেনেকৈ হ'ব, কেনেকৈ সকলোকে সভ্য কৰি সু-বাটলৈ আনিব, এই বিষয় লৈ ৰছুল-কৰিমে (দঃ) চিন্তা কৰিবলৈ ধৰিলে। গাইগুটীয়া লাং-লাং থাং-থাং হৈ থকা ভিন্ ভিন্ ফৈদৰ ভিন্ ভিন্ ধৰ্মৰ মানুহক একেটা ধৰ্ম-কেন্দ্ৰলৈ আনি একেডাল জৰীৰে বান্ধিব লাগিব, এনে ভাবে সেই হিজ্জাজৰ মৰুবাসী 'উম্মি'ৰ (নিৰক্ষৰৰ) মনত খুন্দিয়াবলৈ ধৰিলে। কেৱল ধৰ্মৰ কথা কৈ মুৰে বাট-বুলা আৰববিলাকক সঁচা বাটলৈ অনা অসম্ভৱ, লগে লগে ৰাজ-শক্তিৰো আৱশ্যক। পাচে তেখেতে সকলোকে লৈ এক সাধাৰণ-শাসন প্ৰণালী গঠন কৰিলে—এয়ে হৈছে সাধাৰণ-তন্ত্ৰ প্ৰণালী। তেখেতক প্ৰধান গুৰিয়ালৰূপে সকলোৱে বাছি ল'লে। কোৰ্‌আন শ্বৰিফ তেখেতৰ 'আইন'।

চিনাই পৰ্বতৰ সন্ন্যাসী আৰু জড়বাদী খৃষ্টানবিলাকক এই মৰ্মে ৰছুল-কৰিমে (দঃ) এখন চনদ লিখি দিলে ঃ পৰ্বতত, সাগৰৰ দাঁতিত, মৰুভূমিৰ গিৰ্জাত বা আন কোনো উপাসনা-ঘৰত সন্ন্যাসীবিলাক থাকিলে, তেখেতে তেখেতৰ শিষ্যসকলেৰে সৈতে তেওঁলোকৰ ধন-প্ৰাণ ৰক্ষা কৰিবলৈ পুৰুষাৰ্থ কৰিব। তেওঁলোকৰ পৰা কোনো কৰ দাবি নকৰিব আৰু কৰ দিবলৈ

তেওঁলোকক বাধ্য নকৰিব। বিচাৰক আৰু শাসনকর্তাসকলক খৃষ্টান বুলি কোনেও কামৰ পৰা খেদাব নোৱাৰিব। ফুৰা-চকা কৰোঁতে, তেওঁলোকক কোনেও আখটি কৰিব নোৱাৰিব। তেওঁলোকক কোনেও গির্জাৰ পৰা বাহিৰ কৰিব নোৱাৰিব। যিবিলাক খৃষ্টানে নিজৰ বেহা-বেপাৰৰ বয়-বস্তু ধন-বিত ৰক্ষাৰ্থে 'জিজিয়া' কৰ দিয়ে, তেওঁলোকৰ পৰা আন কোনো কৰ লোৱা নেযাব। কোনো খৃষ্টান তিৰোতাই মুছলমান মতাৰ লগত বিয়া হ'লে, মতাই তিৰোতাৰ ইচ্ছাৰ বিৰুদ্ধে আগৰ ধর্ম-কর্ম আৰু উপাসনাত হুকা-বধা কৰিব নোৱাৰিব। গির্জা মেৰামত কৰাত কোনেও বাধা দিব নোৱাৰিব। তেওঁলোকৰ ধর্ম-মন্দিৰ মেৰামত কৰোঁতে বা আন কোনো ধর্ম-কামত সহায়ৰ আৱশ্যকতা হ'লে, মুছলমানবিলাকে সহায় কৰিব। তেওঁলোকৰ বিপক্ষে কোনেও অস্ত্ৰ ধাৰণ কৰিব নোৱাৰিব। আনকি আৱশ্যক হ'লে, মুছলমানবিলাকে তেওঁলোকৰ ফলীয়া হৈ ৰণ দিব।*

ৰছুল-কৰিমে (দঃ) ৰাজ-পদ লাভ কৰিলে; কিন্তু ৰজাৰ দৰে তেখেতৰ সাজ-পাৰ, ঘৰ-দুৱাৰ, ধুম্-ধাম্ একো নাছিল। নিজৰ ফটা কাপোৰ নিজেই সি-পুটকি লয়। খাজুৰ পাতৰ পঁজা-ঘৰত থাকে, কঁথা বা মঠঙা কম্বল তেখেতৰ বিছনা। দুই-এদিন এৰি লঘোনে থাকিব লাগে। গোলামৰ ঘৰতো অতি ৰং মনেৰে আহাৰ গ্ৰহণ, সকলোৰে লগত সদ্ব্যৱহাৰ, দুখীয়াক দান— এইবোৰ তেখেতৰ স্বভাৱ।

## কোৰেচবিলাকৰ নতুন ষড়যন্ত্ৰ

### কোৰেচবিলাকৰ হিংসা ঃ

ৰছুল-কৰিম (দঃ) হাতৰ পৰা এৰাই গ'ল। মদিনাত শিষ্যসকলক লৈ অতি আনন্দেৰে, শান্তিৰে আৰু স্বাধীনভাৱে নিজৰ ধর্ম-কর্ম হেলাৰঙে চলাইছে। যি ধর্মক ধ্বংস কৰিবলৈ অহোপুৰুষাৰ্থ আৰু পৰিশ্ৰম কৰা হৈছিল, সেই ধর্ম এতিয়া দিনক দিনে বেছিকৈ জিলিকিবলৈ ধৰিছে। আকৌ তাতে,

* *Life of Hazrat Muhammad by Mirza Abul Fazl on 'Charter to the Christians'.*

ৰছুল-কৰিমে (দঃ) মদিনাৰ মুছলিম, ইহুদী আৰু পৌত্তলিক সকলোকে লগত লৈ এটা অন্তৰ্জাতিক সাধাৰণ-তন্ত্ৰ স্থাপন কৰিছে, যাতে দেশত কেতিয়াও কোনো ঘৰুৱা ৰণ লাগিব নোৱাৰে বা বাহিৰৰ পৰা আহি কোনো শত্ৰুৱে দেশ আক্ৰমণ কৰিব নোৱাৰে; আৰু তেখেতেই সেই সাধাৰণ-তন্ত্ৰৰ গুৰিয়াল। তাৰ উপৰি, খৃষ্টান সন্ন্যাসীবিলাকৰ লগতো মিল কৰিলে। এইবোৰৰ ফুট পাই, মদগৰ্বী কোৰেচবিলাকৰ গা পুৰিবলৈ ধৰিলে। সিহঁতে ভাবিলে, "এই মুছলমানবিলাকৰ বল-শক্তি যদি আৰু বাঢ়ে, আমাক এদিন হেঁচা মাৰি ধৰিবহি। তেতিয়া আমাৰ বিলাই কুলাই-পাচিয়ে নধৰা হ'ব। আমাৰ বেহা-বেপাৰ কৰিবলৈ ছিৰিয়ালৈ যোৱা বাটতে মদিনা পৰিছে, আমাৰ বেপাৰৰ মুদা মৰিব।" সাতে-পাঁচে গুণি-গাথি হিংসুক কোৰেচবিলাকে ঠিক কৰিলে যে, তপতে তপতে মদিনা আক্ৰমণ কৰি মুছলমানবিলাকৰ কণ-কঁঠীয়া মাৰিব লাগিব।

## মদিনাৰ ইহুদী আৰু মোশ্‌ৰিকৰ হিংসা ঃ

মদিনাৰ ইহুদীবিলাক পৌত্তলিকতকৈ বেছি চহকী আৰু শিক্ষিত আছিল। সুতৰ কাৰবাৰেই ইহঁতক ধনী কৰিছিল। ইহঁত ইমান কাঠ-চিতীয়া হৈ পৰিছিল যে, দুপদ-এপদ অলঙ্কাৰৰ নিমিত্তে ইহঁতে 'মাছুম' (নিষ্পাপ) ছোৱালীবিলাকক মাৰি পেলাইছিল, বহুতক গোলাম কৰি লৈছিল আৰু আজলা চহাবিলাকৰ ল'ৰা-ছোৱালী আৰু তিৰোতাবিলাকক বন্ধক লৈ নিজৰ পাশৱ বৃত্তি চৰিতাৰ্থ কৰিছিল। ইহঁতে দেখিলে যে, ইছলামে সুতৰ কাৰবাৰ সমূলি বন্ধ কৰি ধনৰ বাঢ়ি লোৱা আৰু দিয়া, দুইকো মহা পাতক বুলি ঘোষণা কৰি দিছে, দুখীয়া মানুহবিলাকক বয়তুল মালৰ (Public Treasury) পৰা ধন-বিত দি সহায় কৰাৰ দিহা-পোহা কৰিছে আৰু নৰ-হত্যা কৰাৰ বিৰুদ্ধে কঠোৰ হুকুম দিছে। যোৱা ৬০০ বছৰ জুৰি ইহঁতে যীশুক জহৰা আৰু তেওঁৰ মাক বিবি মৰিয়মক বেশ্যা বুলি বৰ্ণনা কৰি আহিছে আৰু সেই কাৰণেই খৃষ্টানবিলাকৰ লগত ইহঁতৰ কটা-কটি, মৰা-মৰি হৈ আছে। কিন্তু ইছলামে যীশুক 'নবী' আৰু মাকক 'সতী' বুলি ঘোষণা কৰিছে। ফটিকা পান আৰু ব্যভিচাৰ তেতিয়া ধনী-মানী ইহুদীবিলাকৰ অঙ্গৰ ভূষণ হৈ পৰিছিল, কিন্তু ৰছুল-কৰিম (দঃ) এইবোৰৰ ঘোৰ বিৰোধী। এই এই কাৰণত তেখেত এইবিলাক পাপত লিপ্ত

হোৱা মানুহবিলাকৰ চকুৰ শূল হৈ পৰিল। মুছলমানৰ সংখ্যা দেখি, এই ইহুদীবিলাকে দেখা-দেখিকৈ কিবা এটা কৰিবলৈ সাহ নকৰিলে, কিন্তু মুখত বন্ধুতা দেখুৱাই তলে তলে ছল-চঁচাত, বিশ্বাসঘাতকতাত আৰু আন নীচ বৃত্তিত ইহঁত বৰ পাকৈত আছিল।

## মোনাফিকৰ হিংসা ঃ

মদিনাতো অলেখ মূৰ্তি-পূজক আছিল। ইহঁত ইছলামৰ শত্ৰু হ'বই। তাতে এদল 'মোনাফিকো' (কপটীয়া মুছলমান) আছিল, সিহঁতৰ চৰ্দাৰ আছিল—আব্দুল্লাহ্-বেন্-উবাই। আব্দুল্লাৰ মান-মৰ্যাদা বৰ বেছি আছিল। কিন্তু ইছলামে শিক্ষা দিছে—মানুহ আল্লাৰহে তলতীয়া, আন কাৰো তলতীয়া নহয়; সকলো মানুহ সমান। গতিকে, আব্দুল্লাৰ মান-মৰ্যাদা একেবাৰে টুটি যোৱাত, সিও মনে মনে ইছলামৰ শত্ৰু হৈ পৰিল।

এই আটাইবিলাকে তলে তলে কোৰেচবিলাকৰ লগত যোগ দি ইছলামক আলুৰে-পোখাই উঘালিবৰ নিমিত্তে পাণ্ডিবলৈ ধৰিলে। এতিয়া শত্ৰু—ভিতৰেও বাজেও। ৰছুল-কৰিম (দঃ) ল'ৰাকালৰে পৰা অতি শান্তিপ্ৰিয় মানুহ আছিল। তেখেতে যুঁজ-বাগৰ আদি সমূলি ভাল নেপাইছিল। এতিয়া এই ক্ষুদ্ৰ মুছলমান দলটোক কেনেকৈ ৰক্ষা কৰিব, এই চিন্তাত তেখেত অধীৰ হৈ পৰিল। অনেক সময়ত তেখেতে সাৰে থাকি ৰাতি কটাবলৈ বাধ্য হৈছিল আৰু মুছলমানবিলাকে অস্ত্ৰ-শস্ত্ৰ লৈ শুব লগীয়া হৈছিল। এতিয়া ৰছুল-কৰিমে (দঃ) কি কৰিব, উপায় নাই! তেখেতে দুই হাত তুলি আল্লাক ক'বলৈ ধৰিলে—"হে ৰব্বিল আলেমীন! এই ক্ষুদ্ৰ মুছলিম দলটিক ৰক্ষা কৰা, এই দলটি বিনষ্ট হ'লে, তোমাৰ সাধনা-ভজনা কোনে কৰিব? দীননাথ! এই সঙ্কটত মোক বাট দেখুৱাই দিয়া।" তেতিয়া এই স্বৰ্গীয় বাণী অৱতীৰ্ণ হ'ল—"কুল্ লিল্লজিনা কাফৰু ইন্য়্যান্তহু য়্যুগ্ফৰ্ লহুম্ মা কদ্চলফ" অৰ্থাৎ কাফিৰবিলাকক কোৱা যদি সিহঁত (অত্যাচাৰৰ পৰা) ক্ষান্ত হয়, তেন্তে যি হৈ গৈছে, তাক সিহঁতৰ নিমিত্তে ক্ষমা কৰা যাব।* খোদাৰ এই আদেশ অনুসৰি তেখেতে এই শত্ৰুবিলাকক যুদ্ধ নকৰিবলৈ বহুত মিনতিৰে দোৱাই দোৱাই কৈ পঠালে, কিন্তু কোনেও তেখেতৰ কথালৈ কাণ নিদিলে।

---

** কোৰ্আন—চুৰা আন্ফাল্, ৩৮ আয়ত।*

# 'জেহাদ'ৰ সূচনা

এই সময়ত ছাআদ্-বেন্-মাআজ্ আন্ছাৰী ওমৰা-ব্ৰত কৰিবলৈ মক্কালৈ যায়। তাত গৈ তেওঁৰ পুৰণি বন্ধু উমাইয়া-বেন্-খাল্‌ফৰ ঘৰত গুপুততে আলহী হৈ আছিল। কোৰেচবিলাকে দেখে বুলি ছাআদে উমাইয়াৰ পৰামৰ্শ মতে ভৰ দুপৰীয়া কা'বাৰ 'তোৱাফ' (প্ৰদক্ষিণ) কৰিবলৈ যায়, কাৰণ সেই সময়ত মক্কাৰ মানুহবিলাক ৰ'দৰ তাপত ঘৰৰ পৰা নোলায়। তথাপি কেনেবাকৈ আবু জেহেলে ছাআদক দেখি খণ্ডত গাজি-গুমৰি আহি ক'লে, "আজি তই ভাল সাৰিলি। উমাইয়া লগত আছে বুলিহে এৰিলো, নহ'লে তই তোৰ ল'ৰা-ছোৱালীক মুখ দুনাই দেখুৱাবলৈ নেপালিহেঁতেন।"

ছাআদ এজন মদিনাৰ ডাঙৰ মানুহ। তেওঁ এনে গশুপ সহিব নোৱাৰি উত্তৰ দিলে, "তই যদি মোক কা'বাৰ তোৱাফ কৰিবলৈ নিদিয়, বাৰু ময়ো তোৰ ছিৰিয়ালৈ যোৱা বাটৰ মুদা মাৰিম।"

তাৰ পাচত বহুত মুখ-চুপতি কৰি দুয়ো দিহা-দিহি গুচি গ'ল।

কোৰেচবিলাকে ভাবিলে, মদিনাৰ ইহুদী আৰু পৌত্তলিকবিলাকে মদিনাত হাই-উৰুমি লগাই দিব, আচ্-পাচৰ মানুহবিলাকে বিদ্ৰোহত যোগ দিব, এনে চলতে সিহঁতে মদিনা আক্ৰমণ কৰিবহি।

এই দূৰদৰ্শী ৰাজনীতিজ্ঞ গুৰু ৰছুল-কৰিমে (দঃ) এই ষড়যন্ত্ৰৰ সঁহাৰি নোপোৱা নাছিল। তেখেতে দেশৰ শান্তি ৰক্ষা কৰিবলৈ আৰু কোৰেচবিলাকৰ আও-ভাও বুজিবলৈ কেউফালে চোৰাংচোৱা পঠালে আৰু কেইবা ফৈদৰ লগত সন্ধি স্থাপন কৰিলে।

হিজৰতৰ এবছৰৰ পাচত বনি-জোম্‌ৰা ফৈদৰ ইহুদীবিলাকৰ লগত আব্দান নামেৰে এঠাইত সন্ধি হয় আৰু ইয়াৰ পাচত য়্যাম্বুৰ ওচৰত জুল্-ওচ্‌য়েৰা নামেৰে এঠাইত বনি-মুদ্‌লেজ্ ফৈদৰ ইহুদীবিলাকৰ লগত সন্ধি কৰি, ১৫ দিনৰ পাচত ৰছুল-কৰিম (দঃ) মদিনালৈ উভতি আহে। এই দুই ঠাইত ৰণ হ'বলৈ নেপালে। খলুৱা কোৰেচবিলাক পলাই গুচি গ'ল।

কুৰ্জ-বেন্-জাবেৰ নামেৰে মক্কাৰ এজন মুখিয়াল মানুহ বহুত চিপাহীৰে

আহি মদিনাৰ দাঁতি কাষৰীয়া খেতৰ পৰা ভালেমান জন্তু ধৰি লৈ যায়। এই বাতৰি পাই ৰছুল-কৰিম (দঃ) জনচেৰেক ছাহাবাক লৈ সিহঁতক খেদি গ'ল, কিন্তু লগ ধৰিব নোৱাৰিলে।

আকৌ কোৰেচবিলাকে মদিনা আক্ৰমণ কৰিবলৈ যো-জা কৰিছে, ইয়াৰ ফুট পাই ৰছুল-কৰিমে (দঃ) আব্দুল্লাহ্-বেন্-জ্বাহশ্ নামেৰে মোহাজেৰ এজনক চাৰিটা উট আৰু বাৰজন মুছলমান লগত দি চোৰাংকৈ চাবলৈ মক্কাৰ বাটলৈ পঠাই দিলে আৰু এখন চিঠি দি ক'লে, "দুদিনৰ বাট গৈ এই চিঠিখন মেলি চাই তাৰ মৰ্ম অনুসাৰে কাম কৰিবা আৰু অনিচ্ছা হ'লে, সেইদৰে কাম কৰিবলৈ কাকো বাধ্য নকৰিবা।" আব্দুল্লাই দুদিনৰ পাচত চিঠিখন মেলি চালে। তাত লিখা আছে—"চিঠি পাই মক্কাৰ ওচৰৰ নাখ্‌লা নামেৰে যিখন ঠাই আছে, তাত গৈ মনে মনে কোৰেচবিলাকৰ গতি-মতিৰ ওপৰত চকু ৰাখিবা আৰু আমাক সিহঁতৰ বাতৰি দি থাকিবা।"

নাখ্‌লা মক্কাৰ নিচেই ওচৰ, তালৈ সিহঁতৰ যোৱা উলা-মুলা কথা নহয়। চিঠি শুনি, আব্দুল্লাৰ লগৰীয়া কেউজনে অতি আনন্দেৰে তেওঁৰ লগত যাত্ৰা কৰিলে। বাটত ছাআজ-বেন্-আবি আক্কাছ আৰু ওৎবাৰ উট হেৰাই যোৱাত, উট বিচাৰোঁতে এওঁলোক পাচ পৰিল। আব্দুল্লাই বাকী দহজন মানুহ লৈ নাখ্‌লালৈ গ'ল।

নাখ্‌লাত হঠাৎ কেইজনমান কোৰেচ সাউদৰ লগ পাই, মুছলমান কেইজনে এজনৰ প্ৰাণ-বধ কৰে আৰু দুজনক বন্দী কৰে, 'কাফিলা'ৰ (যাত্ৰী দলৰ) সকলো বেপাৰৰ বস্তুৰে সৈতে মদিনালৈ আনে। এই ঘটনাত ৰছুল-কৰিমে (দঃ) বৰ বেজাৰ পালে আৰু আব্দুল্লাক নথৈ দকচি ক'লে, "মই তোমালোকক ৰণ কৰিবলৈ আৰু লুটিবলৈ পঠোৱা নাছিলো।"

বন্দী দুজনক থিতাতে এৰি দিয়া হ'ল। এজন মক্কালৈ উভতি গ'ল আৰু ইজন ইছলামত দীক্ষিত হৈ তাতে থাকিল।

কোৰেচ সাউদ এজনক যে নাখ্‌লাত মাৰি পেলালে, এইটো চেলু লৈয়েই কোৰেচবিলাকৰ ঘাই চৰ্দাৰ আবু ছুফিয়ানে আৰু আবু জেহেলে মক্কাৰ জনসাধাৰণক উচটাই দিলে আৰু মদিনা আক্ৰমণ কৰিবলৈ থিৰাং কৰিলে।

# প্ৰথম জেহাদ—বদৰৰ ৰণ

কোৰেচবিলাকে মদিনা আক্ৰমণ কৰি মুছলমানবিলাকক একেবাৰে কণ-কঠীয়া মাৰিবলৈ বিৰাট আয়োজন কৰিবলৈ ধৰিলে। আবু ছুফিয়ানে বেহা-বেপাৰ কৰাৰ ভাও জুৰি এটা দল লৈ ছিৰিয়ালৈ যাত্ৰা কৰিলে। লগত এহেজাৰ উট আৰু ৫০ হেজাৰ সোণৰ মোহৰ লৈ গৈছিল। কোৰেচ মতা-তিৰোতাৰ হাতে-কাণে যিমান সোণ-ৰূপ আছিল, এই দলৰ লগতে গ'ল। ইয়াৰ উদ্দেশ্য—এই টকাৰে ছিৰিয়াত ৰণৰ লাগতিয়াল আহিলা-পাতি কিনি আৰু বেতনভোগী চিপাহী গোটাই সিফালৰ পৰা মদিনা আক্ৰমণ কৰিবহি। ইফালে আবু জেহেলৰ তলতো আন এদল অস্ত্ৰ-শস্ত্ৰ লৈ বুকু ফিন্দাই গঙ্গাটোপৰ দৰে উফন্দি মদিনা আক্ৰমণ কৰিবলৈ ২য় হিজৰীৰ ৰমজান মাহৰ ৮ তাৰিখে (৪ জানুৱাৰী, ৬২৩ খৃঃ) যাত্ৰা কৰিলে। এই বাতৰি পাই ৰছুল-কৰিম (দঃ) বৰ চিন্তিত হ'ল। তেখেতে আল্লাহ্ বেনিয়াজক হাত তুলি ক'বলৈ ধৰিলে—"হে ৰহ্‌মানুৰ্ৰহিম। এতিয়া উপায় কি?" তেতিয়া এই অহী অৱতীৰ্ণ হ'ল—"ৱ কাতেলু হুম্ হট্টা লা তকুনা ফিৎনাতুন্" অৰ্থাৎ সিহঁতৰ (অত্যাচাৰীবিলাকৰ) লগত যুদ্ধ কৰা, যেতিয়ালৈকে উৎপীড়ন থাকে।[1] "ৱ কাতেলু ফি চবিলিল্লাহিল্লজিনা য়ুকাতেলুনকুম্ ৱলাৰ তা'তাদু ইন্নল্লাহা লায়ুহিব্বুল্ মু'তদিন" অৰ্থাৎ যিসকলে তোমালোকৰ লগত যুঁজ কৰে, সেইসকলৰ লগত আল্লাৰ (সৎ) পথত থাকি তোমালোকে যুঁজ কৰা, কিন্তু সীমা পাৰ নহ'বা; নিশ্চয় আল্লাই সীমা পাৰ হোৱাবিলাকক মৰম নকৰে।[2] ৰণ দিবলৈ কোৰেচবিলাকে বহুত দিনৰ আগৰে পৰা কঁকালত টঙালি বান্ধি আছিল। এই খোদাৰ আদেশ অনুসৰি উৎপীড়িত মুছলমানবিলাকে আত্মৰক্ষা কৰিবৰ কাৰণে এই অন্যায় আক্ৰমণক আগ ভেটা দিবলৈ বাধ্য হ'ল। এনে ধৰ্ম-ৰণকে 'জেহাদ' বোলে। কোৰ্‌আন পাকত এই জেদাহৰ উদ্দেশ্য আৰু প্ৰয়োজনীয়তা দেখুৱাই ঠায়ে ঠায়ে 'আয়ত' (শ্লোক) 'নাজিল' হৈছে।[3]

---

*১. কোৰ্‌আন—চুৰা আন্‌ফাল্, ৩৯ আয়ত।*

*২. কোৰ্‌আন—চুৰা বকৰ, ১৯০ আয়ত।*

*৩. কোৰ্‌আন—চুৰা হজ, ৩৯ আয়ত।*

এই আক্ৰমণক আগ ভেটা দিবৰ নিমিত্তে ৰছুল-কৰিমে (দঃ) মাথোন ৩১৩ জন মোহাজ্বেৰীণ আৰু আনছাৰ, ৭০টি উট, ৩টি ঘোঁৰা আৰু ৬টি জাখৰ লৈ আল্লাৰ ওপৰত নিৰ্ভৰ কৰি সেনাপতিৰূপে বদৰৰ ফালে খোজ ল'লে। বদৰ মদিনাৰ পৰা ৩০ মাইল আঁতৰ। কিন্তু আবু ছুফিয়ানৰ দল ইয়াৰ বহুত আগেয়ে বদৰ এৰি আন বাটেদি ওলাই গ'ল। আবু জেহেলৰ দলটোৱে ন দিন বাট কুৰি বাই ১৭ ৰমজানত (১৩ জানুৱাৰী, ৬২৩ খৃঃ) মুছলমানবিলাকৰ আগেয়ে বদৰ পালেহি। এই দলত ১০০০ জাখৰ পিন্ধা বীৰ, ৭০০ উট আৰু ১০০ ঘোঁৰা আছিল।

## ছাহাবাসকলৰ ভীষণ পৰীক্ষা—২৮ হিজৰী, ৰমজান, ৬২৩ খৃষ্টাব্দ ঃ

২য় হিজৰীৰ ১৭ ৰমজানত ছাহাবাসকলে হেলাই-হেপাই আহি বদৰত চৰাই-মৰাই পৰি, ৰাতিটো কোনোপধ্যে কটালে। আনেকাদিনা শুকুৰবাৰে, ৰাতিপুৱা আজানৰ ধ্বনি শুনা মাত্ৰকে, মুছলমানবিলাকে 'আল্লাহু আকবৰ' বুলি শোৱা-পাটীৰ পৰা একেচাবে উঠি সকলোৱে জামাতেৰে (দলেৰে) ফজৰৰ নামাজ পঢ়িলে। বেলিয়ে ভুমুক দিয়াৰ লগে লগে এহেজাৰ কোৰেচ ৰণুৱা হৰেক ৰকম অস্ত্ৰ-শস্ত্ৰেৰে সুসজ্জিত হৈ ৰণ-ক্ষেত্ৰ তল-ওপৰ কৰি, কোৰ্হাল লগাই, বেহু ৰচনা কৰিলেহি। মক্কাৰ কবি আৰু চৰ্দাৰবিলাকে ৰণুৱাবিলাকৰ মাজত সোমাই সিহঁতক ইছলামৰ বিৰুদ্ধে উদগোৱাইছেহি। তাকে দেখি, আনফালে মাথোন ৩১৩ জন মুছলমান, ডোখৰচেৰেক পুৰণি ভগা-ছিগা অস্ত্ৰ-শস্ত্ৰ লৈ মুকলি পথাৰত আল্লাৰ নাম লৈ থিয়। ইয়াৰ মাজত এজন মাথোন ঘোঁৰা ছাৱাৰ। ৰছুল-কৰিমে (দঃ) সকলোকে শাৰী পাতি থিয় হ'বলৈ ক'লে। তাৰ পাচত, তেখেতে এই ৩১৩ জন মুছলমান ভক্তৰ সৰু সৰু বেহু আৰু শাৰীত ভাগ কৰি দি ক'লে, "সকলো সাৱধান। তোমালোকে যেন আগেয়ে অস্ত্ৰেৰে কাকো আক্ৰমণ নকৰা। বিপক্ষই আক্ৰমণ কৰিলে, ধেনু-কাঁড়েৰে সিহঁতক বাধা দিবা। কিন্তু যেতিয়ালৈকে মই হুকুম নিদিওঁ, তেতিয়ালৈকে তৰোৱাল কেতিয়াও নচলাবা।" এয়ে হৈছে সেনাপতি ৰছুল-কৰিমৰ (দঃ) শিক্ষা।

ছাহাবাসকলে ততাতৈয়াকৈ ৰছুল-কৰিমৰ (দঃ) নিমিত্তে কাপোৰেৰে

আঁৰ-বেৰ দি এটা ঘৰ তৰি দিলে। এফালে এহেজাৰ কোৰেচ, কোৰ্হালত খলকনি লগাই, গোটেই পথাৰ তল-ওপৰ কৰিছে, মুছলমানবিলাকক খাওঁ-খাওঁ মূৰ্ত্তি হৈ আছে; আনফালে মাথোন এমুঠি ভক্তই আল্লাৰ নাম লৈ ধীৰ আৰু থিৰ হৈ ৰছুল-কৰিমৰ (দঃ) হুকুমলৈ বাট চাই আছে। ৰছুল-কৰিমে (দঃ) আটাইবোৰ পাহৰি সেই ঘৰটিত সোমাই তন্ময় হৈ, সেই 'ৰহ্মানুৰ্ৰহিম'ৰ শৰণ লৈছে। তেখেতৰ লগত মাথোন অকল হজৰত আবুবকৰ আছে। এই সময়ত শত্ৰু পক্ষই কাঁড় মাৰিবলৈ ধৰিলে। চাওঁতে চাওঁতে এপাট কাঁড় মেহ্জা নামেৰে এজন ছাহাবীৰ বুকুয়েদি সৰকি গ'ল। এৱেঁই বদৰৰ ৰণত প্ৰথম শ্বহীদ।* তিনিশ মুছলমান বীৰৰ চকুৰ আগতে এনে ঘটনা, কিন্তু প্ৰভুৰ আদেশ—"মই হুকুম নিদিয়ালৈকে কোনোৱে বিপক্ষক অস্ত্ৰেৰে আক্ৰমণ নকৰিবা।" তাৰ পাচত, হাৰেছা-বেন্-চোৰাকা নামেৰে এজন ভক্তই পানী খাবলৈ ধৰোঁতেই, শত্ৰু পক্ষৰ এপাট কাঁড় আহি তেওঁৰ টেঁটুৱেদি সৰকি গ'ল। এই ঘটনাও নীৰবে মুছলমান বীৰসকলে চাই আছে। ৰছুল-কৰিমে (দঃ) 'চিজ্দাৰ' (মাটিত মূৰ দি সেৱা কৰাৰ) পৰা মূৰ দাঙি হজৰত আবুবকৰক ক'লে—"শুভ বাতৰি।" তাৰ পাচত, তেখেত বাজলৈ ওলাই আহিল।

সিফালে মদ্গৰ্বী কোৰেচৰ নামজ্বলা বীৰ ওৎবা, তেওঁৰ ভায়েক শ্বায়বা আৰু তেওঁৰ পুতেক অলিদে গৰ্জ্জি মুছলমান সৈন্যক যুদ্ধলৈ আহ্বান কৰিবলৈ ধৰিছে। তেতিয়া জনদিয়েক আন্ছাৰ বীৰে তৰোৱাল লৈ, ইফালৰ পৰা আগ বাঢ়িল। এওঁলোকক দেখি ওৎবাই চিঞৰি ক'লে—"মোহম্মদ। আমি চিকা মাৰি হাত গোন্ধোৱামনে? মদিনাৰ এই চহা হজুৱাবিলাকৰ লগত যুঁজা আমাৰ অপমানৰ বিষয়।" তেতিয়া হজৰত আমিৰ হাম্জা, ওবায়দা আৰু হজৰত আলী, এই তিনিওজনে এনে গঞ্জপ সহিব নোৱাৰি আৰজ কৰিলে, "য়্যা ৰছুলুল্লাহ্। আমাক হুকুম দিয়ক।" ৰছুল-কৰিমৰ (দঃ) হুকুম পাই, তেওঁলোক আগ বাঢ়িল। হজৰত আলী বয়স তেতিয়া ২৩ কি ২৪ বছৰ হৈছিল। অলিদৰ লগত আলীৰ, শ্বায়বাৰ লগত হাম্জাৰ আৰু ওৎবাৰ লগত ওবায়দাৰ যুঁজ

---

** "লা তাকৃতুলু লিমন্ য়্যাকৃতালু ফি চবীলিল্লাহে আম্বাত্—বল্ আহয়্যাউন্ বলাকিল্লা তাশ্ উৰূণ" অৰ্থাৎ যিসকলে আল্লাৰ বাটত মৰিছে, তেওঁলোকক মৰা নুবুলিবা, বৰং তেওঁলোক চিৰজীবী; কিন্তু তোমালোকে বুজা নাই। কোৰ্আন—চুৰা বকৰ, ১৫৪ আয়ত। "ধৰ্ম-যুদ্ধে মৃত বাপি তেন লোকত্ৰয়ং প্ৰিয়ঃ।"—গীতা।*

হ'ল। খন্তেকতে তিনিওজন কাফিৰ ৰণত পৰিল। ওবায়দাৰ গাত বহুত জখম হোৱাত, তেৱোঁ পাচত 'শ্বহীদ' হয়। শত্রু পক্ষৰ তিনিওজন বীৰৰ এনে গতি হোৱাত, কোৰেচৰ গোটেই সৈন্যই একবাৰে মুছলিম সৈন্যৰ ওপৰত উবুৰি খাই পৰিল। দুই দলৰ দুৰ্ঘোৰ ৰণ লাগিল। ই এটা কি ভয়ানক দৃশ্য। এহেজাৰ নানা ৰকম অস্ত্ৰ-শস্ত্ৰেৰে সুসজ্জিত সৈন্য ক'ত আৰু তিনিশ পুৰণি ভঙা-ছিগা অস্ত্ৰ-শস্ত্ৰেৰে সজ্জিত ভক্ত ক'ত! নিজৰ চকুৰ পুতলা আব্দুৰ্ৰহ্মানক আগ বঢ়া দেখি, তেওঁৰ বাপেক হজৰত আবুবকৰে উদং তৰোৱাল হাতত লৈ তেওঁৰ প্ৰাণ-বধ্ কৰিবলৈ আগ বাঢ়িছে! ওৎবাক আগ বঢ়া দেখি, তেওঁৰ পুতেক হোজায়ফাই বাপেকৰ লগত যুঁজিবলৈ উত্ৰাৱল হৈছে! হজৰত ওমৰৰ তৰোৱালে তেওঁৰ মোমায়েকক দুডোখৰ কৰিছে! আল্লাৰ নামত আৰু সত্যৰ সেৱাত এনেকৈ সকলো মায়াৰ বান্ধনি কাটি পেলোৱা, জগতৰ বুৰঞ্জীত বিচাৰি পোৱা নেযায়।

যেতিয়া দুই দলৰ মাজত নাই-তই, নাই-মই বুলি ঘোৰ যুঁজ লাগি আছে, তৰোৱালৰ জন্-জন্নিয়ে আৰু ৰণৰ কোৰ্হালে যুদ্ধক্ষেত্ৰ কঁপাই তুলিছে, তেতিয়া ৰছুল-কৰিমে (দঃ) আকৌ আহি সেই কাপোৰেৰে আঁৰ-বেৰ দিয়া ঘৰটিত সোমাই মাটিত মূৰ থৈ তন্ময় হৈ আল্লাৰ দৰ্গাহত দোৱা মাগিছে' (প্ৰাৰ্থনা কৰিছে)। আশ্বকে-ৰছুল ছাআদ-বেন্-মাআজে এনে অৱস্থা দেখি, জনচেৰেক আন্ছাৰ বীৰ লগত লৈ, সেই ঘৰটিৰ দুৱাৰ মুখত পহৰা দিবলৈ ধৰিলে। হজৰত আলীয়ে কৈছে, "মই ৰণ কৰি ৰছুল কৰিমৰ (দঃ) ভু ল'বলৈ তিনি বেলি ঘৰটিত জুমি চালো। তিনিও বাৰ দেখিলো, তেখেত 'ছিজদা'ত (মাটিত মূৰ দি সেৱা কৰাত) একেবাৰে নিজক পাহৰি প্ৰাৰ্থনাত মগ্ন হৈ আছে।" হজৰত ওমৰ ফাৰুকে কৈছে যে, ৰণ আৰম্ভ হোৱাৰ সময়ত ৰছুল-কৰিমে (দঃ) হাত দাঙি এই বুলি দোৱা মাগিবলৈ (প্ৰাৰ্থনা কৰিবলৈ) ধৰিলে— "প্ৰভু! তোমাৰ প্ৰতিজ্ঞা সফল কৰা। হে ৰহ্মানুৰ্ৰহিম! যদি মোৰ এই সৰু মুছলিম দলটি আজি ধ্বংস হয়, তেনেহ'লে সংসাৰত আৰু তোমাৰ পূজা কৰিবলৈ কোনো নেথাকে।"

ৰছুল-কৰিমৰ (দঃ) মাত ক্ৰমে বেছি ডাঙৰ আৰু গম্ভীৰ হ'বলৈ ধৰিলে। সেই সময়ত চুৰা আন্ফালৰ ভিন ভিন আয়ত নাজিল (অৱতীৰ্ণ) হয়।

### আবু জেহেলৰ মৃত্যু ঃ

ৰছুল-কৰিমে (দঃ) বাজলৈ আহি সকলোকে এই অহীৰ (স্বৰ্গীয় বাণীৰ) মৰ্ম বুজাই দি সাহস দিলে। দুৰ্ঘোৰ ৰণ চলি আছে। কোৰেচ চৰ্দাৰ ওৎবা আগেয়েই ৰণত পৰিল। তাৰ পাচত উমাইয়া-বেন্-খালেফ আন্ছাৰ বীৰসকলৰ হাতত প্ৰাণ হেৰুৱায়। আবু ছুফিয়ান আবু লাহাব* যুদ্ধক্ষেত্ৰত উপস্থিত নাছিল। গতিকে, আবু জেহেলেই কোৰেচ সৈন্যবিলাকৰ একমাত্ৰ বল-বুদ্ধি। আবু জেহেলে বেহুৰ মাজত সোমাই ৰণ চলাই আছে, জনচেৰেক নামজ্বলা বীৰে তেওঁৰ দেহ ৰক্ষা কৰিছে। এনে সময়ত, মাআজ আৰু মোআউজ নামেৰে দুটি ককাই-ভাই আব্দুৰ্ৰহ্মান-বেন্-আওফক সুধিলে—"আবু জেহেল কোনটো, সি ক'ত আছে? তাক পালেই আজি হেঁপাহ পলুৱাম।" আব্দুৰ্ৰহ্মান আনন্দেৰে আবু জেহেলক দেখুৱাই দিলে। তেতিয়া এই দুই ককাই-ভাই উদং তৰোৱাল লৈ আবু জেহেলৰ বেহুৰ ওপৰত পৰিল। তাকে আবু জেহেলৰ পুতেক আক্ৰমাই দেখি, মাআজৰ বাঁও বাউসিত তৰোৱালেৰে কোব মাৰি দিলে। বাউসিটি কাটি গ'ল, কিন্তু ছিগি নপৰিল। মাআজে দেখিলে যে, তেওঁৰ সেই বাউসিটিয়ে কামত বাধা দিছে; তেতিয়া থিতাতে তেওঁ ওলমি থকা বাউসিটি ভৰিৰে গচকি ধৰি, আজোৰ মাৰি ছিঙি পেলাই, সিংহ বিক্ৰমেৰে তৰোৱাল চলাবলৈ ধৰিলে। চাওঁতে চাওঁতে আবু জেহেল তেজেৰে ৰঙা হৈ মাটিত পৰি ধৰ্ফৰাবলৈ ধৰিলে।

অলপ সময়তে প্ৰায় ৭০ জন কোৰেচ বীৰ ৰণত পৰিল—১৪ জন ঘাই চৰ্দাৰৰ ভিতৰৰ ১১ জন সিফলীয়া হ'ল। কোৰেচ সৈন্য ভয়ত ফৰিং-ছিটিকাদি ছিটিকি পৰিল। তেতিয়া মুছলমানবিলাকে অস্ত্ৰ চালনা বন্ধ কৰি দিলে। ছাআদে ৰছুল-কৰিম (দঃ) থকা কাপোৰেৰে আঁৰ-বেৰ দিয়া ঘৰটিৰ দুৱাৰ মুখত পহৰা দি আছিল। এই সময়ত তেওঁ অস্ত্ৰ চলাবলৈ অনুমতি খোজাতো, ৰছুল-কৰিমে (দঃ) অনুমতি নিদিলে।

তৰোৱাল কেতিয়া আৰু কেনেকৈ ব্যৱহাৰ কৰিব লাগে, এই বিষয়ে ৰছুল-কৰিমৰ (দঃ) জ্ঞানৰ এয়ে পৰিচয়।

এই ৰণত কোৰেচৰ ৭০ জন সৈন্য বন্দী হয়। তাৰ মাজত আবাছ-বেন্-আব্দুল মোত্তালিব, ওকায়েল-বেন্-আব্দুল, ওজায়েৰ-বেন্-ওমৰ, অলিদ-বেন্-

---

** বদৰ ৰণত মুছমানবিলাকৰ বিজয় বাতৰি শুনাৰ দিনচেৰেকৰ পাত আবু লাহাবৰ মৃত্যু হয়।*

মখ্বিৰা আদি ৩০ জন বৰ নামজ্বলা বীৰ আছিল। দয়াৰ সাগৰ ৰছুল-কৰিমে (দঃ) এই কোৰেচবিলাকৰ পূৰ্বৰ অত্যাচাৰ অতপালি পাহৰি, সিহঁতক আলহীৰ দৰে শিবিৰত ৰাখি আৰু ভৱিষ্যতৰ আশংকালৈ এফেৰাও মন নকৰি আদেশ দিলে—"বন্দীহঁতৰ লগত যিমান পাৰা সদ্ব্যৱহাৰ কৰিবা।"

এই আদেশ মুছলমানবিলাকে আখৰে আখৰে পালন কৰিছিল।

Sir William Muir-এ লিখিছে—"In pursuance of Mahomet's commands, the citizens of Medina and such of the refugees as possessed houses, received the prisoners and treated them with much consideration. 'Blessings be on the men of Medina!' said these prisoners in later days. They made us ride, while they themselves walked, they gave us wheatened bread to eat, when there was a little of it, contenting themselves with dates &c." অৰ্থাৎ "মোহম্মদৰ হুকুম অনুসৰি মদিনাবাসী আৰু ঘৰ থকা মোহাজ্বেৰসকলে বন্দীবিলাকক অভ্যৰ্থনা কৰি বৰ সদ্ব্যৱহাৰ কৰিছিল। এই বন্দীবিলাকে, মুক্ত হোৱাৰ পাচত কৈছিল যে, মদিনাবাসীবিলাকে আমাক ঘোঁৰাত তুলি নিজে খোজা কাঢ়ি গৈছিল আৰু আমাক যৱৰ ৰুটি খাবলৈ দি তেওঁলোকে নিজে খাজুৰ খাই পেটৰ ভোক মাৰ নিয়াইছিল। তেওঁলোকৰ ওপৰত ৰহম (কৰুণা) বৰষক।"*

এই ৰণত ৬ জন মোহাজ্বেৰ আৰু ৮ জন আনছাৰ, মুঠতে ১৪ জনে শ্বাহাদৎ পাইছিল (মৃত্যু হৈছিল)। তেওঁলোকক নিয়ম মতে দফন (সমাধিস্থ) কৰাৰ পাচত, ৰছুল-কৰিমে (দঃ) মৰা শত্ৰু সৈন্যবিলাকৰ গেলি-পচি যোৱা শ'বোৰ ছাহাবাসকলৰ দ্বাৰা একেঠাই কৰাই ভালকৈ 'দফন' (সমাধিস্থ) কৰালে। ৰণ শেষ হোৱাৰ পাচত, দুদিন কি তিনিদিন বদৰত থাকি তেখেত মদিনালৈ আহে।

মদিনাৰ পৌত্তলিক, ইহুদী আৰু মোনাফিক (পেট-কপটীয়া মুছলমান) বিলাকে ভাবিছিল যে, মুছলমানবিলাক এই ৰণত হাৰি যাব আৰু তেনেহ'লেই সিহঁতে সকলোৱে গোট বান্ধি দেখা-দেখিকৈ বিদ্রোহ ঘোষণা কৰিব।

ৰছুল-কৰিমে (দঃ) পলম নকৰি আব্দুল্লাহ্ আৰু জায়েদ, এই দুইজন

---

* *The Life of Mohomet Vol. III. P. 122.*

ছাহাবাক এই সু-বাতৰি দিবলৈ মদিনালৈ আৰু কা'বালৈ পঠাই দিলে। জায়েদে তিনি টলকতে মদিনালৈ গৈ ৰিঙিয়াই ঘোষণা কৰি দিলে—"মুছলিম সমাজ! আনন্দত উধাও হোৱা। সত্যৰ শত্রুবিলাকক আল্লাই সমূলি ধ্বংস কৰিলে। কোৰেচ চর্দাৰৰ বেছি ভাগেই মৰা পৰিল। সিহঁতৰ বহুত সৈন্য ঘুণীয়া হৈছে। সিহঁতৰ বহুত ৰণৰ সঁজুলি আৰু আন আন বয়-বস্তু আমাৰ হাতত পৰিছে। বহুত কোৰেচক বন্দী কৰি মদিনালৈ পঠোৱা হৈছে।" এনে কথা শুনি মদিনাৰ পৌত্তলিক আদিৰ ওপৰত যেন আকাশী চৰগ ভাগি পৰিল।

মুছলমানবিলাকৰ মাজত মদিনাত এটা আনন্দৰ ঢৌ উঠিল। ডেকাবিলাকে 'আল্লাহু আকবৰ' ধ্বনিৰে নগৰখন কঁপাই দিলে। মদিনা পায়েই ৰছুল-কৰিমে (দঃ) বন্দীবিলাকৰ খোৱা-বোৱা আৰু থকা-মেলাৰ ভাল দিহা-পোহা কৰি দিলে। যত্নৰ এফেৰিও ত্রুটি হোৱা নাছিল। যুদ্ধত যিবোৰ সম্পত্তি পাইছিল, বাটতে ৰছুল-কৰিমে (দঃ) সেইবোৰ মুছলমানবিলাকৰ মাজত সমানে ভগাই দিলে। জুলফোক্কাৰ নামেৰে যিখনি তৰোৱাল পোৱা হৈছিল, সেইখনি মাথোন ৰছুল-কৰিমে (দঃ) নিজৰ হাতত ৰাখিলে।

মদিনাত মেল বহিল। সেই কালৰ ৰণৰ ৰীতি-নীতি অনুসৰি মেলত কোনোৱে এই বন্দীবিলাকক বধ কৰি পেলাবলৈ আৰু কোনোৱে গোলাম কৰি ৰাখিবলৈ মত দিলে। কিন্তু দয়াৰ সাগৰ ৰছুল-কৰিমে (দঃ) সিদ্ধান্ত মতে, চহকী বন্দীবিলাকৰ পৰা অলপ-অচৰপ টকা লৈ সিহঁতক এৰি দিয়া হ'ল। যিবিলাকে লিখা-পঢ়া জানিছিল, সিহঁতে গাইপতি দহোটিকৈ ল'ৰাক লিখা-পঢ়া শিকাই দিলে মুক্তি পাব বুলি সিহঁতক কৈ দিয়া হ'ল। যিবিলাক দুখীয়া, সিহঁতক এনেই এৰি দিয়া হ'ল। কাৰো প্ৰাণ বধ কৰা নহ'ল। জগতৰ বুৰঞ্জীত ইয়াৰ তুলনা নাই।

## কোৰেচবিলাকৰ দুনাই ষড়যন্ত্র
### (২য় হিজৰী)

ৰছুল-কৰিমে (দঃ) যে এই বন্দীবিলাকক এনে সদয় ব্যৱহাৰ কৰিছিল, মক্কাৰ এই হিংসুক নৰাধমহঁতে তাক এফেৰিও নেভাবিলে। তেখেতক হত্যা

কৰি বদৰ-ৰণৰ অপমানৰ হোৰ তুলিবলৈ সিহঁত মক্কাত ন-কৈ পাং পাতিবলৈ ধৰিলে। তেখেতক লুকাই হত্যা কৰিবৰ নিনিত্তে, কোৰেচবিলাকে ওমেৰ-বেন-ওহাব নামেৰে এটা দুৰ্দান্ত মানুহক মদিনালৈ পঠায়। ওমেৰে তৰোৱাল এখনত বিহ সানি কোনো এজন বন্দীক মুক্ত কৰিবলৈ আহিছোঁ বুলি ভাও জুৰি মছজিদৰ দুৱাৰ মুখত ওলালগৈ। বন্দবস্ত আছিল—ওমেৰক যদি শত্রুৱে মাৰে, ওমাইয়াৰ পুতেক ছফ্ৱানে তাৰ তেনেই ধাৰ শুজিব আৰু তাৰ গোটেই পৰিয়ালক পোহ-পাল দিব। ওমেৰ যে এটা ভয়ঙ্কৰ অজামিল, সেইটো সকলোৱে জানে। ৰছুল-কৰিমে (দঃ) তেওঁক দেখি অলপ মিচিকিয়া হাঁহি মাৰি ক'লে, "ভাল, তেওঁক মোৰ ওচৰলৈ আনা।" হজৰত ওমৰ ফাৰুকে তেওঁৰ তৰোৱালত ধৰি টানি টানি মছজিদৰ ভিতৰলৈ নিলে। ৰছুল-কৰিমে (দঃ) তেওঁক এৰি দিবলৈ কৈ সুধিলে, "ওমেৰ! কি ভাবি আহিছা?" ওমেৰ—"হজৰত! এই বন্দীৰ প্ৰতি, আপুনি দয়া কৰক।" ৰছুল-কৰিমে (দঃ) ক'লে—"বৰ ভাল কথা, কিন্তু এই তৰোৱালখন কেলেই আনিছা?"

ওমেৰে ফাঁকি-ফুকাদি পানীৰ-ঔটেঙা সাজি বাবে-পচছ বেবেৰিবাং কথা ক'বলৈ ধৰিলে। তেতিয়া ৰছুল-কৰিমে (দঃ) হাঁহি হাঁহি মক্কাৰ গুপ্ত ষড়যন্ত্ৰ আৰু চফ্ৱানৰ লগত যি বন্দবস্ত হৈছিল সকলো কথা ক'বলৈ ধৰিলে। ওমেৰে শুনি তধা লাগি, তেখেতৰ ভৰিত পৰিল আৰু তেতিয়াই উপযাচি ইছলামত দীক্ষিত হ'ল। দিনচেৰেকৰ পাচত ওমেৰে মক্কালৈ উভতি গৈ ভালেমান মানুহক ইছলামত ফালে আনিলে।

# বিবি ফাতিমা জোহৰাৰ বিয়া

## (২য় হিজৰী, ৰজব মাহ)*

### চৈয়দ বংশৰ উৎপত্তি ঃ

বিবি ফাতিমাৰ পাঁচ বছৰ বয়সত তেওঁৰ মাক বিবি খদিজাৰ ওফাত

** হিজৰতৰ দ্বিতীয় বছৰ চাবান মাহত ৰমজানৰ 'ছিয়াম' (ৰোজা) ফৰজ আৰু চদ্কায়ে ফিৎৰা ওৱাজিব্ হয়। 'ছিয়াম'ৰ অৰ্থ আত্ম-সংবৰণ বা আত্ম-সংযম। এই বছৰৰ পৰাই ঈদুজ্জোহাৰ নামাজ পঢ়া আৰম্ভ হয়।*

(মৃত্যু) হয়। বদৰ-ৰণৰ পাচত হজৰত আলীয়ে বিয়াৰ প্ৰস্তাৱ কৰে। ৰছুল-কৰিমে (দঃ) তেখেতৰ চকুৰ মণি, প্ৰাণৰ পুতলা এই নুমলীয়া জীয়েকৰ আগত এই প্ৰস্তাৱ উত্থাপন কৰে। বিবি ফাতিমাই মনে মনে থকাত, 'মৌনং সম্মত্তি লক্ষণম্' বুলি ভাবি হজৰত আলী মোৰ্ত্তজাৰ লগত বিয়া দিবলৈ থিৰ কৰিলে। 'মোহৰ' নহ'লে নিকাহ সিদ্ধ নহয়। হজৰত আলীৰ এটি ঘোঁৰা, এখনি তৰোৱাল আৰু এটি 'জেৰাপোছ'ত (জাখৰত) বাজে একো সম্পত্তি নাছিল। এই জাখৰটি বদৰ-ৰণত পোৱা বস্তু বাঁটি দিওঁতে তেওঁৰ ভাগত পৰিছিল। ৰছুল-কৰিমৰ (দঃ) পৰামৰ্শ মতে 'মোহৰ'ৰ নিমিত্তে এই জাখৰটিকে বেচি অলপ আতৰ আনিলে আৰু বাকী টকা—চাৰিশ মিচ্‌কাল (১১২৷৷০ অনা)—'মোহৰ' নিৰ্ধাৰিত হ'ল। তেতিয়া ৰছুল-কৰিমে (দঃ) হজৰত আনচক পঠাই হজৰত আবুবকৰ, হজৰত ওমৰ, হজৰত তাল্‌হা, হজৰত জোবেৰ আৰু আন্‌ছাৰসকলক নিমন্ত্ৰণ দি অনালে। 'ইজাব কবুল' (দৰা-কন্যাৰ সম্মতি) হৈ যোৱাৰ পাচত, ৰছুল-কৰিমে (দঃ) নিজে 'খোৎবা' পঢ়ি দৰা-কন্যাক নিকাহ দিলে। তেতিয়া দৰাৰ বয়স ২১ বছৰ আৰু কন্যাৰ বয়স ১৬ বছৰ। এই নিকাহৰ পৰাই চৈয়দ* বংশৰ উৎপত্তি। নিকাহ হৈ যোৱাৰ পাচত, তেখেতে একলহ খাজুৰ বিয়াত উপস্থিত থকা মানুহক বাঁটি দিলে। শেষত সকলোৱে দৰা-কন্যাক দোৱা (আশীৰ্বাদ) কৰি মেলানি ল'লে।

সদৌ ইছলাম জগতৰ ধৰ্ম-গুৰু, ৰাজাধিৰাজ, মানৱ কুলৰ গৌৰৱ-ৰত্ন আল্লাৰ 'হবিব'ৰ (বন্ধুৰ) অতি আলসুৱা মৰমৰ আতোল-তোল জীয়েকৰ বিয়া, শ্বেৰে-খোদা হজৰত আলী মোৰ্ত্তজাৰে সৈতে—এনে এটা ডাঙৰ কামত ধুম-ধাম, সাজ-পাৰ, জাক-জমক, গান-বাজনা, পোলাও-কোৰ্মা, পান-তামোল, হালোৱা-মিঠাই, আতশ-বাজি, বন্দুকৰ বা ফটকাৰ আওৱাজ,** হাই-উৰুমি একো নাই। আনকি দোলা-পাল্কী এখনো নাই ইচলাম মতে এইবোৰ বিয়াৰ অঙ্গ নহয়। ইছলামৰ বিয়া-প্ৰণালী এনে আড়ম্বৰশূন্য, এনে সাত্ত্বিক-ভাৱপূৰ্ণ।

আজি-কালি মুছলমান সমাজে ৰছুল-কৰিমৰ (দঃ) আদৰ্শ পাহৰি, খাবলৈ

---

* *'চৈয়দ' শব্দৰ অৰ্থ শ্ৰেষ্ঠ।*

** *বিয়াত বন্দুক-ফট্‌কা মৰা, হাবৈ উৰুৱা, লাঠি খেলা, বং ছুটিউৱা ইত্যাদি বং-তামাচা হাৰাম।*

নহ'লেও খুজি-মাগি, মাটি-ভেটি বেচি বা বন্ধক দি বা বাঢ়ি দি ধন ধাৰে আনি, বিয়াত অতিপাত খৰচ কৰি ধুম-ধাম কৰিবই লাগে। পাচত টেটুলৈকে ধাৰ লাগি কক্‌বকাবলৈ ধৰে। অৱশ্যে অৱস্থা অনুসৰি তাত নিৰ্দোষ সাজ-পাৰ, ৰং-ধেমালি আৰু লাগতিয়াল খৰচ কৰাত একো হানি নাই।

ৰছুল-কৰিম (দঃ) সকলো মানুহৰ আদৰ্শ-নবী। তেখেতৰ নিঠৰুৱা কঙাল উপায়হীন উম্মতে যাতে বিয়াত ধুম-ধাম কৰিবলৈ অসমৰ্থ হোৱাত মনত কষ্ট নেপায়, বৰং তেখেতৰ চুন্নত (ৰীতি-নীতি) বুলি গ্ৰহণ কৰে, এই অভিপ্ৰায়েৰেহে তেখেতে নিজৰ এনে চেনেহৰ জীয়েকৰ বিয়াও নিচেই সাধাৰণভাৱে সমাধা কৰিছিল।

যৌতুক—এখনি চাদৰ, এখনি খাজুৰ পাতৰ তুলী, এখনি আঁঠুৱা, এটি গৰু, দুটি পানীৰ মোশ্বক (পানী থোৱা চামৰাৰ পাত্ৰ) আৰু এখনি ঘেঁহু-পিহা যাঁতঃ§ দি দৰা-কন্যাক বিদায় দিয়া হ'ল।

## সম্প্ৰদান ঃ

বিদায় দিবৰ সময়ত ৰছুল-কৰিমে (দঃ) এখন হাতেৰে জোঁৱায়েকৰ হাত, আনখনেৰে জীয়েকৰ হাত ধৰি, দুইকো দুইৰ হাতত গতাই দি, এইদৰে জীয়েকক উপদেশ দিলে—

"আলীৰ ঘৰত সোমাবৰ সময়ত 'বিছ্‌মিল্লাহ্ হিৰ্ৰহ্‌মানিৰ-ৰাহিম' বুলিবা। ধোৱা নিকা কাপোৰ পিন্ধি যাবা আৰু চাফ-চিকুণ হৈ থাকিবা। চকুত 'চোৰমা' ব্যৱহাৰ কৰিবা। আলীৰ লগত হাঁহি মুখেৰে সৰল ভাৱেৰে কথা পাতিবা। যেতিয়া তেওঁ তোমাৰ ফাললৈ চাব, তেতিয়া তুমি নম্ৰ হৈ তলমূৰ কৰিবা। কিনা-বান্দীৰ দৰে স্বামীক সেৱা কৰিবা আৰু প্ৰাণেৰে সৈতে তেওঁক চেনেহ আৰু মান কৰিবা। তিতা আৰু টেঙা বস্তু বেছিকৈ নেখাবা। ঘৰত সুগন্ধি বস্তু ব্যৱহাৰ কৰিবা। শাহুয়েৰাক তোমাৰ মাৰাৰ দৰে ভক্তি কৰিবা আৰু তেওঁৰ বাধ্য হৈ চলিবা। যি অৱস্থাতে থাকা, ধৈৰ্য ধাৰণ কৰি সাংসাৰিক কাজ-কাম নিয়াৰিকৈ কৰিবা।"

---

*§ এই যাঁতখন ইব্‌নে চাউদে মদিনা অধিকাৰ কৰা সময়লৈকে মৌলুদন্নবীত হাজীসকলে জিয়াৰত কৰিবৰ নিমিত্তে ৰখা হৈছিল। গ্ৰন্থকাৰে দেখি আহিছে। এতিয়া এই যাঁতখন ক'ত আছে ক'ব নোৱাৰি।*

# ছাবিক অভিযান

### ৩য় হিজৰী, ৫ জিল্‌হজ্জ ঃ

মক্কাৰ ঘাই চৰ্দাৰ আবু ছুফিয়ানে বদৰ-ৰণত হাৰি লাজত মুখ উলিয়াব নোৱৰা হৈ শপত খালে যে, এই অপমানৰ শোধ নলয় মানে তেওঁ কোনো সুগন্ধি বস্তু ব্যৱহাৰ নকৰে আৰু তিৰোতাৰ মুখো নেচায়। জিল্‌হজ্জ মাহৰ আগছোৱাত ২০০ ঘোঁৰা ছাবাৰ লগত লৈ, তেওঁ মনে মনে মদিনালৈ গ'ল আৰু ইহঁতক এঠাইত লুকুৱাই ৰাখিলে। তেওঁ আগৰ কথা মতে, ৰাতি মনে মনে মদিনাৰ ডাঙৰ ধন-কুবেৰ ইহুদী ছাল্লাম-বেন্-মেশ্‌কামৰ ঘৰলৈ গৈ দুয়ো মুছলমানবিলাকক কেনেকৈ বিনাশ কৰিব তাৰ আলচ কৰি, সেই ৰাতিয়েই মক্কালৈ উভতিল। মদিনাৰ দুজন খেতিয়কে নগৰৰ পৰা আঁতৰত খেতি কৰিছিল। কোৰেচবিলাকে উভতি আহোঁতে সিহঁতক বাটত পাই, দুই জনৰে প্ৰাণ বধ কৰি খেতিত জুই দি শস্যবোৰ পুৰি পেলালে। মদিনাত এইটো বাতৰি পোৱা মাত্ৰকে ৰছুল-কৰিমে (দঃ) জনচেৰেক মনুহ লৈ খেদা দিলে; কিন্তু কোৰেচবিলাকে ভয়ত পলাই পিয়াপি দিলে। আবু ছুফিয়ানে নিজৰ সৈন্যবিলাকৰ নিমিত্তে বহুত 'ছাবিক' (ছাতু) লগত আনিছিল। প্ৰাণ ৰক্ষাৰ নিমিত্তে এই ছাতুৰ বস্তাবোৰ পেলাই গুচি গ'ল। মুছলমানবিলাকে এই বস্তাবোৰ পাই মদিনালৈ আনে। সেই দেখি, এই অভিযানটোকে 'ছাবিক অভিযান' বোলে।

# দাৰ্চুৰৰ ইছলাম গ্ৰহণ

### ৩য় হিজৰী, ৬২৪ খৃষ্টাব্দ ঃ*

বদৰ ৰণৰ অলপ দিনৰ পাচত, 'যি-আমৰ' নামেৰে এঠাইত এদিন

* *তৃতীয় হিজৰীৰ ৰমজান মাহত ৰছুল-কৰিমে (দঃ) জয়নব-বিন্তে-খাজিমাক নিকাহ কৰে। এই বিবি বৰ দুখীয়া আছিল বুলি মানুহে তেওঁক 'উম্মুল-মছাকীণ' অৰ্থাৎ 'দৰিদ্ৰতাৰ মাক' বুলি মাতিছিল। নিকাহৰ পাচত তেওঁ মাথোন ১৮ দিনহে বাচি আছিল।*

দুপৰীয়া ৰছুল-কৰিমে (দঃ) নিৰস্ত্ৰ অৱস্থাত এজোপা গছৰ তলত জিৰাইছিল। হঠাৎ চকু মেলি দেখিলে, অলেখ শত্ৰু তেখেতৰ ফাললৈ আহিছে আৰু দাৰ্চুৰ নামেৰে তেখেতৰ এটা প্ৰাণৰ শত্ৰুৱে খাওঁ-খাওঁ মূৰ্তিৰে উদং তৰোৱাল এখন তেখেতৰ মূৰৰ ওপৰত দাঙি জোঁকাৰি গৰ্জন কৰি কৈছে—"মোহম্মদ! মোৰ এই তৰোৱালৰ অব্যৰ্থ কোবৰ পৰা এতিয়া তোক কোনে ৰক্ষা কৰিব?" ৰছুল-কৰিমে (দঃ) অটল, ধীৰ আৰু গহীনভাৱে উত্তৰ দিলে—"যিজন পৰম দয়ালু গফুৰ্ৰহিম, বিপদ-বাৰণ, পতিত-পাৱন সৃষ্টিকৰ্তাই তোমাক ইমান দিন জীয়াই ৰাখিছে, সেইজনা করুণাময় খোদা তাআলাই মোক ৰক্ষা কৰিব।"

তেখেতৰ এই আন্তৰিক বল আৰু গাম্ভীৰ্য দেখি, দাৰ্চুৰে বিচুৰ্তি খাই, তেখেতৰ ফালে তবধ লাগি চাই থাকিল আৰু থক্-থক্‌কৈ কঁপিবলৈ ধৰিলে আৰু তেওঁৰ তৰোৱালখন হাতৰ পৰা থপৰ কৰে সৰি পৰিল। তেখেতে থিতাতে সেই তৰোৱালখন তুলি লৈ সুধিলে—"কেনে, এতিয়া তোমাক কোনে ৰক্ষা কৰিব, দাৰ্চুৰ?"

দাৰ্চুৰে ভয়ত অণ্ঠে-কণ্ঠে শুকাই কঁপি কঁপি উত্তৰ দিলে—"হায়, আপোনাত বাজে কোনো নাই।" তেতিয়া তেখেতে ক'লে, "ভাই দাৰ্চুৰ! তুমি ভুল বুজিছা, মোক যিজনে ৰক্ষা কৰিলে, তেৱেঁই তোমাক ৰক্ষা কৰিব। হোৱা, তোমাৰ তৰোৱাল লৈ গুচি যোৱা।"

ৰছুল-কৰিমৰ (দঃ) এই মহত্ত্বত আকৃষ্ট হৈ দাৰ্চুৰে তৎক্ষণাৎ কল্‌মা পঢ়ি মুছলমান হ'ল আৰু লগে লগে তেওঁৰ গোটেই সৈন্য দলো ইছলামত দীক্ষিত হ'ল।

## ইহুদীবিলাকৰ বিশ্বাসঘাতকতা

ইহুদীবিলাকে দেখিলে যে, ইছলাম থাকিলে সিহঁতৰ সান্দহ-খোৱা বালি তল যাব, ভৱিষ্যৎ আন্ধাৰ। ইছলামৰ শিক্ষা আৰু ৰছুল-কৰিমৰ (দঃ) চৰিত্ৰৰ প্ৰভাৱত, সিহঁতৰ ভেম-ফিতাহি আৰু সুবিধা কমি আহিবলৈ ধৰিছে আৰু ব্যৱসায়ত বিঘিনি হৈছে। কা'ব-বেন্-আশ্‌ৰফ এজন ঘাই ইহুদী চৰ্দাৰ আছিল। তেওঁ ভৱিষ্যৎ ভাবি সকলো ইহুদী যাজক আৰু ব্যৱস্থাপক পণ্ডিতসকলক হাতৰ মুঠিত ৰাখিবলৈ বুলি, তেওঁলোকৰ মাহিলী বৃত্তিৰ ব্যৱস্থা কৰি দিলে।

বদৰ-ৰণত মুছলমানবিলাকৰ জয় হোৱাত, তেওঁ মৰ্মান্তিক বেজাৰ পালে আৰু ৪০ জন ইহুদী লগত লৈ মক্কালৈ গৈ গাঁৱে গাঁৱে ফুৰি বদৰৰ অপমানৰ শোধ ল'বলৈ কোৰেচবিলাকক উচটাই দিবলৈ ধৰিলে। সাধাৰণ-তন্ত্ৰ প্ৰণালী স্থাপন কৰোঁতে যি প্ৰতিজ্ঞা কৰিছিল, কা'বে তালৈ আওকাণ কৰি, মুছলমানবিলাকক ধ্বংস কৰিবৰ নিমিত্তে, কোৰেচবিলাকৰ লগত ষড় চঁচাত লিপ্ত হ'ল আৰু সকলো কথা ঠিক কৰি মদিনালৈ উভতি আহিল।

মদিনালৈ আহি কা'বে ৰছুল-কৰিমক (দঃ) নিজৰ ঘৰলৈ আনি হঠাৎ হত্যা কৰিবৰ মনেৰে ফাঁকি কৰি এদিন ৰাতি তেখেতক নিমন্ত্ৰণ কৰিলে। তেখেতে দৈৱ-বলৰে এই ষড়যন্ত্ৰৰ সঁহাৰি পাই মনে মনে বাটৰ পৰা গুচি আহিল। কা'বৰ চেষ্টা বিফল হোৱাত, ৰছুল-কৰিমৰ (দঃ) বিষয়ে নানা ৰকমৰ গ্লানিজনক কবিতা ৰচনা কৰি মদিনাত প্ৰচাৰ কৰিবলৈ ধৰিলে। ইহুদীবিলাকে তেখেতক বাটত লগ পালে 'আচ্ছালামু আলায়কুম'ৰ (তোমালোকৰ কল্যাণ হওক) ঠাইত 'আচ্ছামু আলায়কা' (তুমি ধ্বংস হৈ যোৱা) ব্যৱহাৰ কৰি সম্বোধন কৰিবলৈ ধৰিলে। ৰাতি তেখেত বা ছাহাবাসকল বাজলৈ ওলোৱা বিপজ্জনক হৈ পৰিল। খলুৱা ইহুদীবিলাকে আনছাৰবিলাকৰ ভিতৰত ইটো-সিটোৰে খকা-খন্দা লগাই দিবলৈ চেষ্টা কৰিলে। মুছলমানবিলাকে ধৈৰ্য ধৰি নীৰৱে সকলো সহি থাকিল। একো কৰিব নোৱাৰি, পাচত, ইছলামৰ প্ৰতিপত্তি টুটাবৰ মনেৰে, পেট-কুলী ইহুদীবিলাকে এটা নতুন ফন্দী উলিয়ালে। সিহঁতে ফাকটি কৰি মুছলমান হ'বলৈ ধৰিলে; কিন্তু দিনচেৰেকৰ পাচতে ইছলাম এৰি ৰটিবলৈ ধৰিলে যে, ইছলাম ধৰ্মৰ ভিতৰত সাৰ পদাৰ্থ একো নাই, ই তেনেই ফচহু।

মুছলমানবিলাকে বদৰ-ৰণত ব্যস্ত আছে, এই ছেগতে বনিকই-নোকাৰ ইহুদীবিলাকে মদিনাত বিদ্ৰোহ কৰিবলৈ পুৰুষাৰ্থ কৰিলে। এই ইহুদীবিলাকে বহুত দিনৰ পৰাই ভালেমান ৰণৰ আহিলা-পাতি গোটাই সিহঁতৰ কোঁঠৰ ভিতৰত থৈ দিছিল। এদিন ইহুদীবিলাকে মুছলমান তিৰোতা এগৰাকীক অকলৈ পাই নানা ৰকমে অপমান কৰিলে। তাকে এজন মুছলমানে দেখি তৰোৱাল এখন লৈ খেদা মৰাত, সেই তিৰোতাগৰাকী ৰক্ষা পৰিল। পাচে দুই দলৰ মাজত যুঁজ আৰম্ভ হ'ল। যুঁজত মুছলমানজন আৰু এজন ইহুদী মৰে। মুছলমানবিলাকে এই অত্যাচাৰ

নীৰৱে সহি ৰছুল-কৰিমলৈ (দঃ) বাট চাই থাকিল।

ৰছুল-কৰিমে (দঃ) মদিনালৈ উভতি অহাৰ পাচত, এই ঘটনাৰ বিষয়ে মীমাংসা কৰিবলৈ এখন মেল চপালে। কিন্তু ইহুদীবিলাকে তেখেতৰ কথা নেমানিলে। ইহুদীবিলাকে ষড়যন্ত্ৰ কৰাত পৈণত হ'লেও, সিহঁতৰ সাহ-পিত আৰু ধৰ্মবল সমূলি নাছিল। এতিয়া মুছলমানবিলাকে সিহঁতক এনেই নেৰে, এনে ভাবি সিহঁতে তত্ নেপাই সিহঁতৰ কোঁঠৰ ভিতৰত সোমাই গইনা ল'লৈগে। মুছলমানবিলাকে সেই কোঁঠ ঘেৰি পেলালে। ইহুদীবিলাকে ভাবিছিল যে, সিহঁতৰ আগৰ বন্দবস্ত মতে কোৰেচবিলাকে অতি সোনকালে আহি মদিনা আক্ৰমণ কৰিলেই, সিহঁতে কোঁঠৰ পৰা ওলাই মুছলমানবিলাকক তিনি ভুবন দেখুৱাব। কিন্তু যেতিয়া দেখিলে যে, ১৫ দিনৰ ভিতৰতো কোৰেচবিলাকে আহি নেপালেহি, তেতিয়া সিহঁতে কোঠৰ পৰা বাজলৈ আহি নিজেই ৰছুল-কৰিমক (দঃ) ধৰা দিলে। তেতিয়াৰ নিয়ম মতে এই বিদ্ৰোহী বন্দীবিলাকক হত্যা আৰু সিহঁতৰ ল'ৰা আৰু তিৰোতাবিলাকক গোলাম কৰিব লাগিছিল; কিন্তু করুণা-সাগৰ ৰছুল-কৰিমে (দঃ) কাকো একো শাস্তি নিদি ক্ষমা কৰি, ইহুদীবিলাকৰ প্ৰস্তাৱতে হৰিভৰ দি, সিহঁতক মদিনাৰ পৰা বাহিৰ হৈ যাবলৈ অনুমতি দিলে আৰু সিহঁতৰ যাত্ৰাৰ ভাল দিহা কৰি দিবৰ নিমিত্তে ওবাদা-বেন্-ছামেৎ নামেৰে এজন নামী ছাহাবীক নিযুক্ত কৰিলে। সাতশ ইহুদীয়ে নিজৰ অস্ত্ৰ-শস্ত্ৰ এৰি ছিৰিয়ালৈ গুচি গ'ল।

## কা'ব-বেন্-আশ্ৰফৰ প্ৰাণদণ্ড ঃ

হিজৰতৰ পৰা দুবছৰলৈকে ইহুদীবিলাকে অতি জঘন্য আচৰণ কৰি আছিল। বদৰ-ৰণৰ আগৰে পৰাই সিহঁতৰ চৰ্দাৰ কা'ব-বেন্-আশ্ৰফে কোৰেচবিলাকৰ লগত মিলি ষড়যন্ত্ৰ কৰিছিল। বদৰ-ৰণত কোৰেচবিলাক হাৰি যোৱাত, সি খণ্ডত জ্বলি অতি আপচু ভাষাৰে ৰছুল-কৰিমৰ (দঃ) আৰু মুছলমানবিলাকৰ গ্লানি ৰটিছিল। বদৰ-ৰণৰ পাচত বিদ্ৰোহ ঘোষণা কৰি, মক্কালৈ গৈ, নিজৰ দেশ মদিনা আক্ৰমণ কৰি, কোৰেচবিলাকক অপমানৰ শোধ ল'বলৈ উচটাই দিয়ে আৰু ঘোষণা কৰেগৈ যে, পৌত্তলিকৰ ধৰ্ম আন ধৰ্মতকৈ বহুত ভাল।

মদিনাৰ ইহুদী আৰু পুৰোহিতবিলাকক লগত লৈ সি কোৰেচবিলাকৰ

লগত মিলি ইছলাম নির্মূল কৰিবলৈ প্ৰতিজ্ঞা কৰে। তাৰ পাচত, সেই মন্ত্ৰণা মতে আবু ছুফিয়ানে মনে মনে লুকাই মদিনালৈ গৈ তাৰ লগত পৰামৰ্শ কৰে। সি ৰছুল-কৰিমৰ (দঃ) আৰু মুছলমান মতা-তিৰোতাসকলৰো নানা ৰকমৰ গ্লানিজনক কবিতা ৰচনা কৰি, গাঁৱে গাঁৱে গাই ফুৰিছিল। ৰছুল-কৰিমক (দঃ) হত্যা কৰিবৰ নিমিত্তে সি ফাঁকি কৰি তেখেতক নিমন্ত্ৰণ কৰিছিল। স্বাৰ্থ সিদ্ধিৰ নিমিত্তে স্বাধীনতা ফুলৰ মালা ডিঙিৰ পৰা দলিয়াই পেলাই জননী জন্মভূমিক পৰাধীনতাৰ শিকলি ভৰিত পিন্ধাই দিবলৈ পুৰুষাৰ্থ কৰিছিল। এইবোৰ নৈতিক, সামাজিক আৰু ৰাজনৈতিক অপৰাধৰ বাবে প্ৰচলিত আইন মতে ৩য় হিজৰীৰ ৰবিউল আউৱল মাহত কা'বৰ প্ৰাণদণ্ড হয়।

## ওহোদ-ৰণ

### ৩য় হিজৰী, ৬২৫ খৃষ্টাব্দ ঃ

ইহুদীবিলাকে মদিনাৰ পৰা বিদায় লৈ যোৱাত, মুছলমানবিলাকে শত্ৰুৰ হাতৰ পৰা ৰক্ষা পালে হয়, কিন্তু বেছি দিন শান্তি ভোগ কৰিবলৈ নেপালে। আকৌ কোৰেচবিলাকে মূৰ দাঙিলে। বদৰ-ৰণৰ আগেয়ে কোৰেচবিলাকে নিজৰ যিমান সোণ-ৰূপ আছিল, হাতৰ কাণৰ সকলোবোৰ আবু ছুফিয়ানৰ হাতত দিছিল। এইদৰে আবু ছুফিয়ানৰ তহ্‌বিলত ৫০ হেজাৰ সোণৰ মোহৰ জমা হৈছিল। সেই টকা বদৰ-ৰণত খৰচ নোহোৱাত বেহা-বেপাৰত লগোৱা হয়। পাচে তেনে কৰাত ৫০০০ সোণৰ মোহৰ লাভ হয়। এহেজাৰ উট এই লাভৰ টকাৰে লয়। অস্ত্ৰ-শস্ত্ৰ, ৰচদ-পাতি, ৰণৰ নিমিত্তে যি যি আৱশ্যক একোৰে অভাৱ নাছিল। কোৰেচবিলাকে মদিনা আক্ৰমণ কৰিলেই ইহুদীবিলাকে বিদ্ৰোহ ঘোষণা কৰিব। কোৰেচবিলাকে আবুল-আজ্জা আৰু মোছাফ নামেৰে দুজন কবিক, আৰববিলাকক উচটাই দিবৰ নিমিত্তে আৰু সৈন্য গোটাবৰ নিমিত্তে গাঁৱে গাঁৱে পঠালে। এই চয়তান আবুল-আজ্জা বদৰ-ৰণত বন্দী হৈছিল। কিন্তু সি কেতিয়াও মুছলমানবিলাকৰ লগত আগলৈ শত্ৰুতা নকৰে বুলি প্ৰতিজ্ঞা কৰাত ৰছুল-কৰিমে (দঃ) তাক এনেই মুক্ত কৰি দিছিল। চাওঁতে চাওঁতে

তিনি হেজাৰ সৈন্য মদিনা আক্রমণ কৰিবলৈ থূপ খালে।

এই সৈন্যৰ আগত কোৰেচবিলাকৰ জয় নিচান। সেই নিচানৰ পাচত, ওখ চতুৰ্দোলৰ ওপৰত হোব্বল* ঠাকুৰ। তাৰ পাচত আবু ছুফিয়ানৰ তিৰোতা হিন্দাই (যাৰ বাপেক ওৎবা বদৰ-ৰণত হজৰত হাম্‌জাৰ হাতত মৰে) ১৫ জনী তিৰোতাৰে সৈতে উটৰ ওপৰত উঠি ৰণ গীত গাই, সৈন্যবিলাকক উত্তেজিত কৰি তুলিছে। আৰবৰ বিখ্যাত বীৰ খালিদ-বেন্-অলিদে ২০০ ঘোঁৰা ছাৱাৰ লৈ তাৰ পাচত থিয়। তাৰ পাচত ৭০০ লোৰ জাখৰ-পিন্ধা উট ছাৱাৰ বীৰ। তাৰ পাচত ২০০০ উট আৰু ১৫টি হাওদা। ধন-বলত আৰু জন-বলত গঙ্গাটোপৰ দৰে ওফন্দি এই বিৰাট সৈন্য দল লৈ কোৰেচবিলাকে মদিনালৈ যাত্ৰা কৰিলে। ৰছুল-কৰিমে (দঃ) যথাসময়ত হজৰত আব্বাছৰ পৰা তলে তলে এই ধুমুহাৰ বাতৰি পাই এফেৰাও বিচলিত নহ'ল।

১০ম চাওৱাল ৩য় হিজৰী শুকুৰবাৰে ৰাতিপুৱাই ৰছুল-কৰিমে (দঃ) চৰাত মেল চপাই ছাহাবাসকলৰ মত ল'লে। সকলোৱে মত দিলে যে, শত্ৰুক বাটতে আগ ভেটা দিব লাগে। স্বীয় মতৰ বিৰুদ্ধে এই জন-মতৰ প্ৰাধান্য ৰক্ষা কৰি ৰছুল-কৰিমে (দঃ) তেতিয়াই হুকুম দিলে যে, সকলোৱে আজিয়েই যাত্ৰা কৰিব লাগে। হুকুম পোৱা মাত্ৰকে সকলো ঘৰা-ঘৰি গৈ যাৰ যি আছিল তাকে লৈ তিনি টলকতে উভতি আহিল। তেওঁলোকৰ মাজত মুঠেই দুজন ঘোঁৰা ছাৱাৰ, ৭০ জন কাঁড়ী। বাকী সকলো পদাতিক, কোনোৰ হাতত তৰোৱাল, কোনোৰ হাতত যাঠি। এনে সাজ-সৰঞ্জাম লৈ এহেজাৰ মুছলমানেৰে সৈতে ৰছুল-কৰিমে (দঃ) জুল্‌ফোক্কাৰ** বাঁওফালে ওলোমাই সেনাপতি সাজি আচৰৰ নামাজ পঢ়ি যাত্ৰা কৰিলে।

আজি প্ৰায় চাৰে তেৰশ বছৰৰ আগেয়ে মৰুভূমিৰ এজন উম্মিয়ে, জগতত গণতন্ত্ৰৰ শিক্ষা দি আৰু জনমতৰ মৰ্যাদা ৰক্ষা কৰি, যি আদৰ্শ দেখুৱাই গৈছে, তাৰ তুলনা নাই—এয়ে হৈছে কৰ্ম-যোগৰ পূৰ্ণ আদৰ্শ।

বাটৰ পৰা মদিনাৰ ঘাই মোনাফিক (কপটীয়া মুছলমান) আব্দুল্লা-বেন্-ওবাই নিজৰ দলৰ ৩০০ সৈন্যক চুক্‌চুকাই লৈ উভতি আহিল। ৰছুল-কৰিমে

---

** কা'বাত ৩৬০ মূৰ্তি আছিল, তাৰ মাজত ৪টা মূৰ্তি প্ৰধান। 'হোব্বল' এই ৪টাৰ ভিতৰত এটা।*

*** ই এখন তৰোৱালৰ নাম, বদৰৰ ৰণত ৰছুল-কৰিমৰ (দঃ) ভাগত পৰিছিল।*

(দঃ) সেইফালে আওকাণ কৰি, বাকী ৭০০ সৈন্য লৈ গধূলি ওহোদ পৰ্বতৰ ওচৰ পালেগৈ। কোৰেচ সৈন্য আগেয়ে আহি তাতে আছে। ওহোদ মদিনাৰ উত্তৰ ফালে, প্ৰায় ৩ মাইল দূৰ। ৭ম চাওৱাল, শনিবাৰে ৰাতিপুৱাই নামাজ পঢ়ি ৰছুল-কৰিমে (দঃ) সেনাপতি সাজি যুদ্ধক্ষেত্ৰত নিজৰ সৈন্যক দলে দলে ভাগ কৰি, য'ত যাক থ'ব লাগে, সেইদৰে ওহোদ পৰ্বতক পাচ ফালে ৰাখি মদিনামুৱাকৈ শত্ৰুৰ আগত থিয় কৰিলে। পৰ্বতৰ মাজেদি এটা ঠেক বাট (pass) আছিল। যাতে সেই বাটেদি শত্ৰু সেনা আহি, পাচফালৰ পৰা মুছলমানবিলাকক আক্ৰমণ কৰিব নোৱাৰে, তাৰ কাৰণে ৫০ জন কাঁড়ী সেই বাট ৰক্ষা কৰিবৰ নিমিত্তে নিযুক্ত কৰা হ'ল। আব্দুল্লাহ্-বেন্-জোবেৰ সেই দলৰ চৰ্দাৰ হ'ল। ৰছুল-কৰিমে (দঃ) দঢ়াই দঢ়াই তেওঁলোকক কৈ দিলে— "জিকোঁ বা হাৰোঁ, তোমালোকে মোৰ হুকুম নোপোৱালৈকে কেতিয়াও নিজৰ ঠাই এৰি নেযাবা। যদি শত্ৰু সৈন্য সেই বাটেদি আহে, তোমালোকে সিহঁতক কাঁড় মাৰি আগচিবা; সাৱধান!"

মদিনাৰ জনচেৰেক চেঙেৰা ল'ৰাও মুছলমান সৈন্যৰ লগত আহিছিল। ৰছুল-কৰিমে (দঃ) সিহঁতক ক'লে—"তোমালোক ল'ৰা মানুহ, মদিনালৈ উভতি যোৱা, এতিয়াও যুঁজ কৰিবৰ সময় হোৱা নাই।"

এই কথা শুনি, ৰা'ফে নামেৰে এটি ল'ৰাই, নিজৰ ভৰিৰ বুঢ়া আঙুলিৰ ওপৰত থিয় দি ওখ হৈ দেখুৱাই ক'লে—"মই ইমান ডাঙৰ, মোক আপুনি কেলেই এনে হুকুম দিছে?"

ল'ৰাটিয়ে ভালকৈ ধেনু মাৰিব জানিছিল। সকলোৱে ধৰাত, তেওঁক থাকিবলৈ কোৱা হ'ল।

ছাম্ৰা-বেন্-জোন্দব্ নামেৰে আন এজন ল'ৰায়ো উভতি যাবলৈ আপত্তি কৰি ক'লে—"মই ৰা'ফক কুস্তীত পেলাওঁ, সি থাকিবলৈ হুকুম পাইছে আৰু মই যাবলৈ হুকুম পাইছোঁ, ই কেনে বিচাৰ!"

তেতিয়া ৰছুল-কৰিমে (দঃ) সিহঁতৰ সাহ দেখি সন্তুষ্ট হৈ ছাম্ৰাক কুস্তী দেখুৱাবলৈ ক'লে। ততালিকে ছাম্ৰাই তাল ঠুকি ৰা'ফক ধৰিলে। ছাম্ৰা জিকিলত, তেৰোঁ থাকিবলৈ অনুমতি পালে। এই ল'ৰাবিলাকেই দুদিনৰ পাচত আধা পৃথিবীৰ ওপৰত ইছলামৰ বিজয়-নিচান উৰাইছিল।

মদিনাৰ ৰাহেব ওৰফে আবু আমেৰ নামেৰে আওছ্ ফৈদৰ এজন

বিশ্বাসঘাতক পুৰোহিতে ইয়াৰ আগেয়ে জনচেৰেক মানুহক লগত নি, মক্কাত কোৰেচবিলাকৰ লগত যোগ দিয়েগৈ। সি সকলোতকৈ আগেয়ে ময়দানলৈ আহি ৰিঙিয়াবলৈ ধৰিলে—"হে মদিনাবাসীসকল! মই তোমালোকৰ পুৰোহিত আবু আমেৰ, তোমালোকে মোহম্মদক এৰি মোৰ ফাললৈ আহাঁ, তোমালোকৰ মঙ্গল হ'ব।"

আবু আমেৰে কোৰেচবিলাকক আশা দিছিল যে, সি এবেলি মাথোন ৰণ ক্ষেত্ৰত মাত লগালেই মদিনাৰ মানুহ তাৰ দলত লগ লাগিবহি। যেতিয়া সি দেখিলে যে, তাৰ চেষ্টা বিফল হ'ল, তেতিয়া সি ক'বলৈ ধৰিলে, "কটা! মই দুদিন নেথাকোঁতেই দেখোন মানুহবোৰ ব-ছেৰা হ'ল!"

সি লাজ পাই তাৰ মানুহকেইটাৰে সৈতে পোন প্ৰথমেই শিল দলিয়াবলৈ আৰু কাঁড় মাৰিবলৈ ধৰিলে। তাৰ পাচত আবু ছুফিয়ানে নিজেই ৰিঙিয়াই ক'বলৈ ধৰিলে, "হে আওছ্, হে খাজ্ৰাজ্! তোমালোকে আমাৰ বংশৰ মানুহবিলাকক এৰি আঁতৰ হৈ থাকা, আমি তোমালোকক একো নকৰোঁ, তোমালোকৰ নগৰো আক্ৰমণ নকৰোঁ, ইয়াৰ পৰাই উভতি যাম।"

পাচে কেউফালে ৰণ-ভেৰীৰ শব্দ উঠিল, ৰণ লাগি গ'ল। হজৰত জোবেৰ খালিদ-বেন্-অলিদৰ দলৰ ওপৰত পৰিল। শত্ৰু সৈন্য ছেৰেলি-বেৰেলি হৈ পাচ হুঁহকিল।

ইয়াৰ পাচত মক্কাৰ নামজ্বলা বীৰ আল্‌ম বৰ্দাৰ (নিচানধাৰী) তল্‌হা-বেন্-আবিতল্‌হাই ৰণক্ষেত্ৰত গৰ্জি ৰছুল-কৰিমক (দঃ) মাতিবলৈ ধৰিলে। হজৰত আলীয়ে শুনি সিংহ বিক্ৰমেৰে তল্‌হাৰ ওপৰত পৰিল আৰু চাওঁতে চাওঁতে তাৰ মূৰ মাটিত বাগৰি পৰিল। বাপেকৰ এনে গতি দেখি তাৰ পুতেক ওছ্‌মান টোপা কাঁড়ীটো অহা দৰে ময়দানলৈ আহিল। হজৰত আমিৰ হাম্‌জাই জাঁপ মাৰি তাৰ ওপৰত পৰি তাক থিতাতে দুডোখৰ কৰিলে। দুজন প্ৰধান বীৰৰ এনে বিলাই দেখি, কোৰেচবিলাক ভয়ত কোঁচ-মোচ খালে। তেতিয়া তিনি হেজাৰ আৰবে হোবল ঠাকুৰৰ জয়-ধ্বনি কৰি, ৭০০ মুছলমানক তিনিফালৰ পৰা একেলগে চেপি ধৰিলে। এফালে জাখৰ-পিন্ধা ১৬০০ উট ছাৱাৰ, এফালে ২০০ যাঠি লৈ ঘোঁৰা ছাৱাৰ আৰু আন ফালে ১২০০ পদাতিক ৰণুৱাই বেৰি ধৰিলে। কিন্তু মুছলমানবিলাক এফেৰাও বিচলিত নহ'ল। কোৰেচবিলাকে কৰতাল বজাই ৰণ গীত গাই, সৈন্যবিলাকক উত্তেজিত

কৰিবলৈ ধৰিলে। আবু ছুফিয়ানৰ তিৰোতা হিন্দা আৰু তেওঁৰ লগৰীয়াবিলাকে কোৰেচবিলাকৰ নিচান বেৰি লৈ সমস্বৰে এই মৰ্মে গান গাবলৈ ধৰিলে ঃ

"আগ বঢ়া, আগ বঢ়া, বীৰসকল। চোকা তৰোৱাল হাতত লৈ শত্ৰুক এফালৰ পৰা মোহাৰি যোৱা, তেতিয়াহে আমাৰ আদৰ আলিঙ্গন পাবা। পাচ হুঁহকিলে আমাৰ লগত চিৰ-বিচ্ছেদ... ...।"

এতিয়া দুই দল সৈন্য—মুছলিম আৰু কোৰেচ মুখামুখি হ'ল। আলী, হাম্‌জা, আবু দোজ্বালা আৰু তাল্‌হা আদি বীৰসকলে যিদৰে অতুলনীয় বীৰত্ব আৰু সিংহ বিক্ৰম দেখুৱাইছিল, মুছলমানৰ জাতীয় বুৰঞ্জীৰ পাতত সেইটো যাউতিযুগীয়া হৈ ফট্‌ফটীয়াকৈ জিলিকি থাকিব।

শনিবাৰে ৰাতিপুৱাই ৰণ আৰম্ভ হ'ল। খৃষ্ট ধৰ্মাৱলম্বী আবু আমেৰে ৫০ জন বীৰ লৈ আগেয়ে মুছলমান সৈন্যৰ ওপৰত পৰে। দোৰ্ঘোৰ ৰণ চলিবলৈ ধৰিলে। মুছলমান সৈন্যই জয়জয়তে কোৰেচ সৈন্যৰ নিচান থকা কেন্দ্ৰ আক্ৰমণ কৰিলে। চকুৰ পচাৰতে কোৰেছৰ জয়-নিচান বাৰ বেলি মাটিত পৰিল আৰু বাৰজন নিচানধাৰী কোৰেচৰ শ মাটিত বাগৰিল। অকল হজৰত আলীয়েই ৮ জনক যম-ঘৰ দেখুৱায়। আৰবৰ বিখ্যাত বীৰ খালিদ-বেন্‌-অলিদে ঘোঁৰা ছাৱাৰবিলাকক লৈ তিনিবাৰ পৰ্বতৰ মাজৰ বাটটিয়েদি গৈ মুছলমান ফৌজক পাচ ফালৰ পৰা আক্ৰমণ কৰিবলৈ চেষ্টা কৰিছিল, কিন্তু কাঁড়ীবিলাকৰ কাঁড়ৰ কোবত সেই চেষ্টা বিফল হ'ল।

## হজৰত আমিৰ হাম্‌জাৰ শ্বাহাদৎ ঃ

হজৰত আমিৰ হাম্‌জাই শত্ৰু বেহুৰ মাজত সোমাই একাণপতীয়া হৈ দুই হাতে দুখন তৰোৱাল চলাই গৈ আছে। শত্ৰু ফৌজে কেউফালৰ পৰা তেওঁক আগচিছেহি; তালৈ মন-কাণ নাই, গৈ আছে। খন্তেকৰ ভিতৰতে ৩১ জন কোৰেচ বীৰ ধৰাশায়ী হ'ল। তেওঁৰ নাইৰ তলৰ কাপোৰ সুলকি যাব খোজাত, কাপোৰ সামৰিবলৈ তেওঁ খন্তেক থমক্‌ খাই ৰ'ল। এই চলতে, ৱাহশী নামেৰে মক্কাৰ এটা হাবৃচী গোলামে (Negro slave) হঠাৎ তেওঁৰ তল পেটতে যাঠিৰ খোঁচ দিলে। বীৰ কেশৰী হাম্‌জাই গৰ্জি তৰোৱাল লৈ খেদা মাৰিব খুজিছিল, কিন্তু যাব নোৱাৰিলে, আল্লাৰ নাম লৈ ঢলি পৰিল আৰু তেতিয়াই শ্বাহাদৎ পালে (প্ৰাণ ত্যাগ কৰিলে)—'ৰাজি আল্লাহু আন্‌হু'

(আল্লাহ্ তাআলা তেওঁৰ ওপৰত প্ৰসন্ন থাকক)।*

শেষৰে খোদা হজৰত আলীও বীৰ বিক্ৰমেৰে কোৰেচ সৈন্যৰ ওপৰত পৰিল। এই সময়ত ৰছুল-কৰিমে (দঃ) এখন তৰোৱাল হাতত লৈ ক'লে, "হে মুছলিম বীৰসকল। তোমালোকৰ ভিতৰত কোনে ইয়াৰ সন্মান ৰক্ষা কৰিব?" সেই তৰোৱালৰ এফালে লিখা আছিল "কাপুৰুষতাত কলঙ্ক, আগ বঢ়াতহে সন্মান।" এই তৰোৱালখন ল'বলৈ বীৰসকলে কেউফালৰ পৰা হাত দাঙিলে, কিন্তু ৰছুল-কৰিমে (দঃ) সেইখন আবু দোজ্জালা আন্‌ছাৰীৰ হাতত দিলে। আবু দোজ্জালা ভেমত ওফন্দি পৰিল। তেওঁ মূৰত পাগুৰি বান্ধি হালি-জালি নাচি নাচি পশুৰ ওপৰত বাঘ পৰাদি শত্ৰুৰ সৈন্যক মাৰি-কাটি নিপাত কৰিলে। মাৰে কোব, দেখিলে এজনী অবলা তেওঁৰ তৰোৱালৰ তলত। "আহা, কি সৰ্বনাশ, এইজনী যে তিৰোতা। মোৰ হাতত ৰছুল-কৰিমৰ (দঃ) তৰোৱাল। এই তৰোৱাল অবলাৰ তেজেৰে কলঙ্কিত কৰিমনে?"

তেওঁৰ বাহু লেউ-সেউ হৈ পৰিল। তেওঁৰ হাত কোঁচ খুৱাই নি তেওঁক এৰি আন ফালে যাবলৈ ধৰিলে। আহা, কি ৰছুল-কৰিমৰ (দঃ) শিক্ষা।

পাঠক, এই তিৰোতাজনী কোন চিনিব পাৰিছেনে? এওঁ আবু ছুফিয়ানৰ তিৰোতা—ৰাক্ষসী 'হিন্দা', যাৰ বিষয়ে আগেয়ে উনুকিওৱা হৈছে আৰু পাচলৈ বিশেষকৈ জানিবলৈ পাব।

## ৰণ ক্ষেত্ৰৰ পট পৰিবৰ্তন ঃ

কোৰেচ সৈন্য মুছলমানবিলাকৰ আক্ৰমণত পেঁপুৱা লাগিল। মুছলমানবিলাকে শত্ৰুপক্ষৰ কেন্দ্ৰস্থল অধিকাৰ কৰি লোৱাত, শত্ৰু সৈন্য থান্‌বান্ হৈ অস্ত্ৰ-শস্ত্ৰ পেলাই পলাই পত্ৰং দিলে। এনে অৱস্থা দেখি, মুছলমানবিলাকে সিহঁতে এৰি যোৱা বস্তুবিলাক বুটলি ল'বলৈ ধৰিলে। তাকে দেখি, অধিকাংশ কাঁড়ীয়েও উলাহত নিজকে পাহৰি, ৰছুল-কৰিমৰ (দঃ) কঠোৰ হুকুম সত্বেও, সেই বস্তুৰ লোভত নিজৰ ঠাই এৰি ৰণ ক্ষেত্ৰলৈ চেঁকুৰ মেলিলে।

এতিয়া পৰ্বতৰ বাট মুকলি হ'ল। তাকে দেখি তীক্ষ্ণ-দৃষ্টি সেনাপতি

---

** হজৰত আমিৰ হামজাৰ কবৰ ওহোদত আজিলৈকে আছে। এই ওহোদ পৰ্বতৰ টিং এটাৰ ওপৰতে হজৰত হাৰুণ নবীৰ কবৰ আছে। গ্ৰন্থকাৰে এই দুই কবৰ দেখি আহিছে।*

খালিদে চাঁট কৰে সেই বাটেদি ঘোঁৰা ছাবাৰবিলাকক লৈ পাচ ফালেদি মুছলিম ফৌজৰ ওচৰ চাপিলহি আৰু আগ ফালেদি ধৰিবলৈ আবু ছুফিয়ানলৈ চিঞৰি দিলে। আব্দুল্লাই তেওঁৰ লগত থকা কাঁড়ী জনচেৰেকেৰে সৈতে প্ৰাণ-বায়ু থকালৈকে কোৰেচ সৈন্যৰ লগত যুঁজিলে। পলোৱা শত্ৰু সৈন্যবিলাকে হঠাৎ মুছলমান ফৌজক চেপি ধৰিলেহি। তেতিয়ালৈকে মুছলমান ফৌজ মাল বোটলাতে লিপ্ত। আনন্দত মতলীয়া হৈ থকা মুছলমান সৈন্যই, হঠাৎ এনেকৈ দুই ফালৰ পৰা আক্ৰান্ত হৈ, আত্মৰক্ষা কৰিবলৈ শত্ৰু-মিত্ৰ নেচাই ভয়ানক ৰণ কৰিবলৈ ধৰিলে। ভলেমান মুছলমান হানি হ'ল, তাৰে কেইজনমান নিজৰ মানুহৰ হাততে মৰা পৰে। কোৰেচ জাতীয় নিচান তেতিয়ালৈকে মাটিত বাগৰি পৰি আছিল। খালিদৰ এই আকস্মিক আক্ৰমণ আৰু মুছলমানবিলাকৰ বৰ্তমান বিলাই দেখি, আম্‌ৰা নামেৰে এগৰাকী কোৰেচ তিৰোতাই আকৌ সেই নিচান তুলি ধৰিলে। তাকে দেখি পলোৱা বাকী কোৰেচ সৈন্যই সেই নিচানৰ ফালে উভতি আহি মুছলমানবিলাকৰ ওপৰত পৰিল। হঠাৎ চাৰিওফালৰ পৰা এনে অথন্তৰত পৰি মুছলমানবিলাক বিবুদ্ধি হৈ একেবাৰে থানবান হ'ল আৰু যেনিয়ে-তেনিয়ে ফৰিং ছিটিকা দিলে। অলপ পাচতে সকলোৱে আচল কথাটো টলকিব পাৰি, যেয়ে য'ত আছিল তাতে যুঁজ কৰিবলৈ ধৰিলে। এই সময়ত ছাহাবাসকলে, বিশেষকৈ আন্‌ছাৰ বীৰসকলে আৰু মুছলমান তিৰোতাসকলে এনে ভক্তি, বিশ্বাস, ধৈৰ্য আৰু বীৰত্বৰ পৰিচয় দিছিল যে, তাৰ তুলনা পৃথিৱীত বিচাৰি পোৱা নেযায়। ওহোদ ৰণত মুছলিম জাতীয় নিচান মদিনাৰ ওস্তাদ (অধ্যাপক) মোছ্‌আবৰ (ৰাঃ) হাতত আছিল। এই নিচানৰ মৰ্যাদা ৰক্ষা কৰিবলৈ গৈ কাঁড় আৰু তৰোৱালৰ কোবত তেওঁৰ মূৰৰ পৰা ভৰিলৈকে থকা-সৰকা হৈছিল। ওমৰ-এব্‌নে-কামিআই তৰোৱালেৰে মোছ্‌আবৰ সোঁ বাউসিটি কাটি পেলোৱাত, তেওঁ বাঁও হাতেৰে নিচান ধৰিলে। পাচত বাঁও বাউসিটিও কটা গ'ল আৰু এপাট কাঁড় আহি তেওঁৰ বুকুৰেদি সোমাই সৰকি যোৱাত, তেওঁ মূৰ্চ্ছা খাই পৰি গ'ল। তেওঁ শ্বহীদ হোৱাৰ পাচত, হজৰত আলীৰ ওপৰত সেই নিচান ৰক্ষাৰ ভাৰ পৰিল। মোছ্‌আব (ৰাঃ) যেতিয়া মাটিত পৰি গ'ল, নাৰকী ওমৰ-এব্‌নে-কামিআই, তেওঁকে ৰছুল-কৰিম (দঃ) বুলি ঠাৱৰ কৰি উলাহত আটাহ্

পাৰি উঠিল—"মোহম্মদ মৰা পৰিছে, মোহম্মদ মৰা পৰিছে।" এই কথা শুনি কোনো কোনো মুছলমানে অস্ত্ৰ-শস্ত্ৰ পেলাই পলাবলৈ ধৰিলে, কোনোৱে শেহলৈকে যুঁজি শ্বহীদ হ'ল।

এই ফালে ৰছুল-কৰিমৰ (দঃ) আগত থকা শত্ৰু সৈন্য দলে উৎসাহিত হৈ তেখেতৰ ফালে আগ বাঢ়ি আহিবলৈ ধৰিলে। তেতিয়া এদল আন্‌ছাৰে তেখেতক বেৰি ৰক্ষা কৰি আছে। কাফিৰবিলাকে কাঁড়, যাঠি, তৰোৱাল, শিলগুটি চলাই আছে আৰু ভক্তসকলে নিজৰ নিজৰ গাকে ঢাল সাজি, তাৰে ৰছুল-কৰিমক (দঃ) ৰক্ষা কৰিবলৈ চেষ্টা কৰিব লাগিছে। এই সময়ত বহুত আন্‌ছাৰে ৰছুল-কৰিমৰ (দঃ) নিমিত্তে প্ৰাণ উছৰ্গা কৰিলে। আনকি, এসময়ত ৰছুল-কৰিমৰ (দঃ) ওচৰত তাল্‌হা (ৰাঃ) আৰু ছা'আদ (ৰাঃ) মাথোন জীৱিত আছিল।

কোৰেচৰ এদলে যেতিয়া দেখিলে যে, ৰছুল-কৰিম (দঃ) সিহঁতৰ আগতে নিৰাপদে থিয় হৈ আছে, তেতিয়া সিহঁতে সকলোকে এৰি একেলগে তেখেতক ওপৰা-উপৰিকৈ আক্ৰমণ কৰিবলৈ ধৰিলে। কিন্তু ৩০ জন ছাহাবাই প্ৰাণপণে যুঁজি সিহঁতৰ চেষ্ট বিফল কৰি দিলে। ছা'আদ এজন ভাল কাঁড়ী আছিল। তেওঁ ৰছুল-কৰিমৰ (দঃ) আগত আঁঠুলৈ বহি শত্ৰুবিলাকৰ ওপৰত কাঁড় মাৰিবলৈ ধৰিলে। মদিনাৰ নামজ্বলা কাঁড়ী আবু তাল্‌হাই ঢাল হৈ তেখেতৰ গা ৰক্ষা কৰিবলৈ আৰু শত্ৰু পক্ষৰ কাঁড়বোৰ নিজৰ বুকু পতি ল'বলৈ ধৰিলে। আবু দোজ্বালাই ৰছুল-কৰিমৰ (দঃ) গা ৰক্ষা কৰিবলৈ যাওঁতে শত্ৰু পক্ষৰ কাঁড় আৰু যাঠীৰ খোঁচত তেওঁৰ পিঠি একেবাৰে থকা-সৰকা লৈ পৰিল।

যেতিয়া শত্ৰু সৈন্যই ৰছুল-কৰিমৰ (দঃ) চাৰিও ফালৰ পৰা চেপি ধৰিছে আৰু এমুঠি ভক্তই প্ৰাণ ঢাকি তেখেতক ৰক্ষা কৰিবলৈ পুৰুষাৰ্থ কৰিছে, তেতিয়া জিয়াদ আন্‌ছাৰীয়ে পাঁচ-ছজনমান আন্‌ছাৰক লৈ আগি বাঢ়ি অহা শত্ৰু সৈন্য দলৰ ওপৰত জাঁপ দি পৰি পাচত শ্বহীদ হ'ল।

বিবি উম্মে-আমাৰা ওৰফে নোছায়বা-বেন্তে-কা'ব, বিবি আয়েশ্বা আদি মুছলমান মহিলাসকলে ৰণ-ক্ষেত্ৰত গৈ ঘাইল সৈন্যবিলাকৰ সোৱা-শুশ্ৰূষা কৰিছে, এনে সময়ত উম্মে-আমাৰাই শুনিবলৈ পালে যে, মুছলমানবিলাক হাৰিছে আৰু কোৰেচ সৈন্যই ৰছুল-কৰিমক (দঃ) আক্ৰমণ কৰিবলৈ ধৰিছে।

চাটকৰে উম্মে-আমাৰাই কান্ধৰ পৰা পানীৰ 'মোশ্বক' (এবিধ চামৰাৰ পাত্ৰ) আৰু হাতৰ পৰা গিলাচ পেলাই ধেনু-কাঁড় আৰু তৰোৱাল লৈ ৰছুল-কৰিমৰ (দঃ) ওচৰলৈ লৰ মাৰিলে। তেতিয়া এমুঠি ভক্তই প্ৰাণ-পণে তেখেতৰ গা ৰক্ষা কৰি আছে। উম্মে-আমাৰা বাঘিনীৰ নিচিনাকৈ গৰ্জি কোৰেচবিলাকৰ ওপৰত পৰিল। যেতিয়া কাঁড় ওৰ পৰিল, তেতিয়া ধেনু পেলাই দি উদং তৰোৱাল হাতত লৈ আগ বাঢ়ি অহা কোৰেচবিলাকৰ ওপৰত পৰিল। চাৰিও ফালৰ পৰা কাঁড়ে তেওঁৰ গা থকা-সৰকা কৰিলে, কিন্তু তেওঁ পাচ নুহঁহকিল। ৰছুল-কৰিমে (দঃ) নিজে কৈছিল, "সেই বিপদৰ সময়ত মই সোঁৱে-বাঁৱে যেইফালে চাওঁ, সেই ফালেই দেখোঁ, উম্মে-আমাৰাই মোক ৰক্ষা কৰিবৰ নিমিত্তে ৰণ কৰিছে।" ধন্য তেওঁৰ গুৰুভক্তি।

ৰছুল-কৰিমে (দঃ) এই ঘোৰ সংকটৰ সময়ত অচল-অটল পৰ্বতৰ দৰে নিজৰ ঠাইত থিয় হৈ আছে। তেখেতে আল্লাৰ ওপৰত একান্ত নিৰ্ভৰ কৰি বীৰ-সেনাপতিৰ দৰে কাফিৰবিলাকৰ আক্ৰমণক বাধা দিবলৈ নিজৰ এমুঠি ভক্তক উপদেশ দিছে। এই সময়ত এব্‌নে-কামিআ, ওৎবা-বেন্-আবিওক্কাছ আদি জনদিয়েক চয়তানে ৰছুল-কৰিমৰ (দঃ) মুখলৈ টৌৱাই শিলগুটি দলিয়ায়, তাতে তেখেতৰ দুটি* দাঁত ভাগে। এবাৰ নৰাধম এব্‌নে-কামিআই ৰছুল-কৰিমৰ (দঃ) মূৰৰ ওপৰত তৰোৱালেৰে কোব মাৰে। এই কোবত তেখেতৰ মূৰৰ আভৰণ কটা যায় আৰু তাৰে দুডোখৰ লো তেখেতৰ কপালত সোমায়। মূৰৰ আৰু কপালৰ পৰা ফিৰ্‌ফিৰ্ কৰে তেজ ব'বলৈ ধৰিলে। তেখেতে তেতিয়া কৈছিল, "নিজৰ মুক্তি আৰু মঙ্গলাকাংক্ষী ৰছুলক তেজেৰে ৰঙা কৰি সমাজ কেনেকৈ সফল হ'ব পাৰে?" সেই অৱস্থাত তেখেতে বৰ দুখেৰে ৰক্তাক্ত হাত তুলি আল্লাৰ দৰ্গাহত এইদৰে দোৱা মাগিছিল (প্ৰাৰ্থনা কৰিছিল)—"হে মোৰ আল্লাহ্ পাক! মোৰ সমাজক ক্ষমা কৰা, কিয়নো সিহঁত নিৰ্বোধ।" আহা! এনে ত্যাগৰ চানেকি জগতত পোৱা যাবনে? তেতিয়া ধাৰেৰে তেজ ওলোৱাত তেখেত হীনবল আৰু নিস্তেজ হৈ ওচৰৰ গাঁত এটাত পৰি গ'ল। হজৰত তলহা আৰু হজৰত আলীয়ে তেখেতক সেই গাঁতৰ পৰা তুলি নি এখন

*কোনোৱে কয় চাইটি দাঁত। যি ঠাইত এই ঘটনা ঘটিছিল, পাচত তাতে এটা কোব্বা তৈয়াৰ কৰা হয়। এই কোব্বাকে 'কুব্বাতুল চনায়্যা' বোলে।

নিৰাপদ ঠাইত শুশ্ৰূষা কৰে। এনে সংকটৰ সময়তো তেখেতৰ হাতৰ তৰোৱাল হাততে আছিল, দণ্ডা নাছিল। কোন অবুজন মানুহে কয় যে, ইছলাম তৰোৱালৰ বলত প্ৰচাৰিত হৈছিল?

কোৰেচবিলাকৰ আক্ৰমণৰ বেগ টিমাবলৈ ধৰাত, ৰছুল-কৰিমে (দঃ) ওচৰত থকা ছাহাবাকেইজনক লৈ পৰ্বতৰ ওপৰত উঠিল। শত্ৰুবিলাকে তাতো আক্ৰমণ কৰিব খুজিছিল, কিন্তু মুছলমানবিলাকে শিল দলিয়াবলৈ ধৰাত সিহঁত পলাল। এই অৱস্থাতে জামাতেৰে (দল বান্ধি) তেওঁলোকে নামাজ পঢ়িলে। থিয় হৈ নামাজ পঢ়াৰ শক্তি কাৰো নাছিল। ৰছুল-কৰিমে (দঃ) বহিয়েই ইমামতি (আচাৰ্যৰ কাম) কৰিলে। তাৰ পাচত বিবি ফাতিমাই আৰু আন আন তিৰোতাই জখমীবিলাকৰ নথৈ সেৱা-শুশ্ৰূষা কৰিবলৈ ধৰিলে।

'হজৰত ৰছুল-কৰিম (দঃ) মৰিল'—মদিনাত এই বাতৰিটো প্ৰচাৰ হোৱাৰ লগে লগে ভালেমান মুছলমান তিৰোতা শোকত উদ্বাউল হৈ ওহোদৰ ফাললৈ চেঁকুৰ মেলিলে। উম্মে-আয়মনে এজন মুছলমানক মদিনাৰ ফাললৈ উভতি অহা দেখি ক'বলৈ ধৰিলে—"কাপুৰুষ! ক'লৈ গৈছ? মদিনাৰ অবলাবিলাকে ইছলামৰ সন্মান ৰক্ষা কৰিবলৈ ৰণ ক্ষেত্ৰলৈ ওলাইছে আৰু তহঁত পলাইছ! তহঁতৰ লাজ নাই। এই ল—মোৰ কপোৰ তোক দিছোঁ, তোৰ অস্ত্ৰ মোক দে।"

বনি-দিনাৰ ফৈদৰ এগৰাকী তিৰোতা উধাতু খাই আহিবলৈ ধৰিছে, এনেতে কেইজনমান মুছলমানক দেখা পাই ব্যাকুল হৈ সুধিলে—"বাতৰি কি?"

"বাতৰি আৰু কি ক'ম—তোমাৰ ককায়েৰা মৰিল!"

"ইন্না লিল্লাহে... ..., আল্লাই তেওঁৰ ৰুহৰ (আত্মাৰ) সদ্‌গতি কৰক, আৰু কি বাতৰি?"

"তোমাৰ গিৰিহঁত মৰিল।"

"উহঃ, ইন্না লিল্লাহে... ..., আল্লাই তেওঁৰ ৰুহৰ সদ্‌গতি কৰক।"

"তোমাৰ পিতাৰা... ....

"হায়, মোৰ কলিজাৰ বাবাজান! ইন্না লিল্লাহে... ..., তেওঁৰো ৰুহৰ সদ্‌গতি হওক।"

"ৰছুলুল্লাৰ বাতৰি কি?"

"ভাল বাতৰি, তেখেত জীয়াই আছে। সৌৰা আগলৈ চোৱাঁ, তেখেত বহি আছে।"

"আহা! মই তেখেতক চকুৰে চাম, মোক দেখুৱাই দিয়া, তেহে মোৰ বুকু চেঁচা হ'ব।"

যেতিয়া তেওঁক ৰছুল-কৰিমৰ (দঃ) আগলৈ নিয়া হ'ল, তেতিয়াহে তেওঁ শাঁত হ'ল। আহা! কেনে অনুপম ত্যাগ, প্ৰেম আৰু ভক্তিৰ চানেকি! বিবি ফাতিমায়ো এই বাতৰি পাই ৰণ ক্ষেত্ৰত হাজিৰ হৈছিল। ৰছুল-কৰিমৰ (দঃ) ঘাবোৰৰ পৰা তেতিয়াও তেজ বৈ আছিল। তেখেতৰ কপালত দুডোখৰ লো সোমাইছিল। আবু ওবায়দাই (ৰাঃ) নিজৰ দাঁতেৰে তাক টানি অনাত, তেওঁৰো কেইটামান দাঁত ভাগি যায়। হজৰত আলীয়ে ঢালেৰে পানী আনি দিয়াত, বিবি ফাতিমাই তাৰে ৰছুল-কৰিমৰ (দঃ) ঘাবোৰ ধুবলৈ ধৰিলে। ঢাৰি এডোখৰ পুৰি তাৰ ছাই ঘাবোৰত দিয়াত তেজ ৰ'ল।

এফালে বিবি আয়েশ্বা আদি মুছলমান তিৰোতাসকলে জখমী আৰু কাপ্-কাপ্‌কৈ থকা সৈন্যবিলাকৰ শুশ্ৰূষা কৰিছে, তেওঁলোকৰ কৰ্কৰীয়া মুখত পানী দিছে; আনফালে কোৰেচ পিশাচিনীহঁতে ময়দানত নাচি নাচি ফুৰি য'তে দেখিছে কোনো এজন মুছলমান সেনাই মৰিবৰ সময়ত ৰণ ক্ষেত্ৰত পৰি এটোপা পানীৰ নিমিত্তে ছট্‌ফট্ কৰিছে, সেইজনকে থিতাতে অস্ত্ৰেৰে খুচি খুচি তেওঁৰ যন্ত্ৰণা চিৰকাললৈ নুমুৱাইছে। কি ভীষণ কাণ্ড! কিন্তু হিন্দাৰ নিচিনা ৰাক্ষসীও মহাত্মা আবু দোজ্জালাৰ তৰোৱালৰ তলত পৰাত, অবলা বুলি জানিব পাৰি, তেওঁ নিজৰ তৰোৱাল সামৰি ল'লে। ৰণ ভাগিলতো, ৰাক্ষসীবিলাকে ময়দানত বিচাৰি বিচাৰি ঘাইল আৰু মৰা মুছলমানবিলাকৰ নাক-কাণ কাটি মালা গাঁথি, ডিঙিত পিন্ধি, চিঞৰি চিঞৰি নাচিবলৈ ধৰিলে। হজৰত হাম্‌জাৰ শটি আগত দেখি, হিন্দাই হাত-ভৰি ছিঙি, বুকুত বহি বুকু ফালি, কলিজাখন টানি উলিয়াই, কুকুৰ-শিয়ালৰ দৰে চোবাবলৈ ধৰিলে। উঃ! কি নৰাধম ৰাক্ষসী!

'ৰছুলুল্লাহ্ মৰিল'—এই কথা শুনি কোনো কোনো মুছলমান বীৰে ক'বলৈ ধৰিলে, ৰছুল-কৰিম (দঃ) যদি মৰা পৰিছে, কৰ্তব্য মৰা নাই, তেখেতে প্ৰচাৰ কৰা সত্য মৰা নাই। আনছ্-বেন্-নাজৰে (ৰাঃ) যুঁজ কৰি কৰি গৈ আছে, এনেতে তেওঁ দেখিলে যে, জনদিয়েক মুছলমান ৰণুৱাই ময়দানৰ

এচুকে জুলুকা লাগি মৰামুৰা হৈ তললৈ মূৰ কৰি আমন-জিমনকৈ বহি আছে। হজৰত আনছে সিহঁতক দেখি খংমুৰাকৈ ক'লে, "এনে সময়ত তোমালোকে বহি কি কৰিছা?"

তেওঁলোকে উত্তৰ দিলে, "আৰু কি কৰিম, ৰছুলুল্লাহ্ আৰু নাই।"

এনে উত্তৰ শুনি, আনছে সিংহৰ দৰে গৰ্জি উঠি ক'লে, "তেনেহ'লে এই প্ৰাণ ৰক্ষাৰ কি প্ৰয়োজন? যোৱা, যি কৰ্তব্য পালন কৰোঁতে ৰছুল-কৰিমে (দঃ) নিজৰ প্ৰাণ দিলে, তোমালোকেও তাৰ কাৰণে নিজক বলি দিয়া।"

এই কঁথা কৈয়েই আনছে (ৰাঃ) শত্ৰু সৈন্যৰ মাজত জাঁপ দি পৰিল। ৰণৰ শেহত আনছৰ শটি কোনেও চিনিব নোৱাৰিলে। ভৰিৰ পৰা মূৰলৈকে তেওঁৰ গোটেই গাটো জখমেৰে এনেদৰে থকা-সৰকা হৈছিল যে, চিনিবৰ কোনো উপায় নাছিল। শেহত এগৰাকী তিৰোতাই আঙুলিৰ বিশেষ চিনৰ পৰা তেওঁক চিনি ক'লে, "আহা, মোৰ ভাই আনছ!"

দুৰ্ঘোৰ ৰণ চলি আছে, এনে সময়ত কা'ব-বেন্-মালেকে পোন প্ৰথমেই ৰছুল কৰিমক (দঃ) দেখি চিনিব পাৰি চিঞৰি উঠিল—"ভাইহঁত। এই যে ৰছুলুল্লাহ্।" এই চিঞৰ শুনা মাত্ৰকে মুছলমান বীৰসকলে পূৰ্ণ উদ্যমেৰে শত্ৰু-সেনাক জুয়ে ধৰা দি ধৰিলে। কিছুমান মানুহে ৰণ শেষ নোহোৱালৈকে ৰছুল-কৰিমৰ (দঃ) পুনৰ্জীৱন-ৰহস্যৰ শুভ বাতৰি নেপাইছিল।

প্ৰধান সেনাপতি আবু ছুফিয়ানে মুছলমানবিলাকৰ ওচৰলৈ এবাৰ আহি ৰিঙিয়াই সুধিলে, "মোহম্মদ, আবুবকৰ, ওমৰ, তোমালোকৰ মাজত আছেনে?" উত্তৰ নেপাই ক'লে, "কেনে! কেউটা মৰা পৰিছে!"

হজৰত ওমৰে এনে গওপ সহিব নোৱাৰি মাত লগালে, "ঐ আল্লাৰ শত্ৰু! তোৰ দৰ্পচূৰ্ণ কৰিবলৈকে আল্লাহ্ তাআলাই তেওঁলোক সকলোকে জীয়াই ৰাখিছে।"

তেতিয়া আবু ছুফিয়ানে কৈ গ'ল, "বাৰু, অহা বছৰ বদৰৰ ওচৰত আকৌ তহঁতৰ লগত দেখা কৰিম।"

আবু ছুফিয়ানে ভাবিলে—"সাতশ নিঃসম্বল মুছলমানে, সকলো প্ৰকাৰে সজ্জিত তিনি হেজাৰ কোৰেচ সৈন্যৰ এনে বিলাই কৰিলে। মুছলমান

কাঁড়ীবিলাকৰ ভুলৰ বাবে, মুছলমান বীৰসকলে এনে চাকনৈয়াত পৰিও আল্লাৰ নাম লৈ সাহ আৰু বীৰত্ব দেখুৱালে আৰু উলাহেৰে নিজৰ প্ৰাণ বিসৰ্জ্জন কৰিলে। হানিৰ ফালে মন কৰি চালে, দৰাচলতে আমিহে ঘাটিলোঁ। আকৌ দেখোন, থান্-বান্ হৈ যোৱা মুছলমানবিলাকে একেলগে গোট খাই দুনাই আক্ৰমণ কৰিছে—সৰ্বনাশ!" পাচে শত্ৰু সৈন্যই এই আক্ৰমণৰ কোব সহ্য কৰিব নোৱাৰি পলাবলৈ ধৰিলে।

কোৰেচবিলাকে এজন মুছলমানকো বন্দী কৰিব নোৱাৰিলে। প্ৰায় ৭০ জন মুছলমান বীৰ শ্বহীদ হয়, ইয়াৰ ভিতৰত হজৰত আমিৰ হামজা, আব্দুল্লাহ্-বেন্-জেইচ, হজৰত শ্বমস্-বেন্-ওছমান, হজৰত মোছ্আব আদি আছিল। ৰণ শেহ হোৱাৰ পাচত, ৰছুল কৰিমৰ (দঃ) হুকুম মতে শ্বহীদসকলৰ শবোৰ গোটাই, তেজেৰে ৰঙা হৈ থকা কাপোৰেৰেই কফন দি (ঢাকি) দুজন তিনিজনকৈ এটি এটি কবৰত দফন (সমাধিস্থ) কৰা হ'ল।* এইবোৰ কাম শেহ কৰি, ৰছুল-কৰিম (দঃ) মগৰিবৰ আগেয়ে মদিনাত উপস্থিত হ'ল।

কোৰেচবিলাকে কেই মাইলমান গৈয়ে এতিয়া কি কৰা যুগুত, সেই বিষয় আলচ কৰিবলৈ লাগিলে। তেওঁলোকে ক'বলৈ ধৰিলে, "মোহম্মদ আৰু বেছি ভাগ মুছলমানেই আঘাতত জুৰুলা হৈছে। এই সোণালী সুযোগ এৰা অন্যায়। মুছলমানবিলাকক নিৰ্মূল কৰিবৰ নিমিত্তে আমি ইমান আয়োজন কৰিলো, নিজৰ যি আছিল মানে সকলো খৰচ কৰি পেলালো। এনে অৱস্থাত মদিনা আক্ৰমণ নকৰি উভতি যোৱা কোনো মতেই যুক্তিসঙ্গত নহয়। দিন পালেই সিহঁতে ক্ষণ পাব, আকৌ সঁজাল ধৰি কঁকলাত টঙালি বান্ধিব। তেতিয়া আমাৰ চেষ্টাই একো কাম নিদিব।"

তাতে ভিন ভিন ফৈদৰ মানুহবিলাকে ক'বলৈ ধৰিলে—"হায় হায়, কি কৰিবলৈ আহিছিলো আৰু এতিয়া কি কৰি যাবলৈ ধৰিছোঁ!"

মদিনা আক্ৰমণ কৰিবই লাগিব, শেহত এয়ে সিদ্ধান্ত হ'ল।

---

** ওহোদ ৰণ ক্ষেত্ৰত সৰু সৰু উইৰ হাঁফলুৰ দৰে কেতবোৰ ওখ ভেটি দেখা যায়। সেইবোৰেই কিছুমান শ্বহীদৰ কবৰ। বাকী শ্বহীদসকলৰ শ আনি একেলগে জিন্নতল বাকীত দফন কৰা হয়। হজৰত হামজা, হজৰত আব্দুল্লাহ্-বেন্-জেইচ, হজৰত শ্বমস্-বেন্-ওছমানৰ কবৰ ওহোদতে আছে। হজৰত হামজাৰ কবৰত যি মছজিদ আছে, তাকে 'মছজিদে শ্বাহাদৎ' বোলে।*

বনি-খোজাআ ফৈদৰ ঘাই চৰ্দাৰ মা'বাদে মুছলমানৰ বিপদৰ বাতৰি পাই, সমবেদনা দেখুৱাবই মদিনালৈ যাওঁতে, বাটতে কোৰেচবিলাকৰ সঙ্কল্পৰ কথা শুনি ৰছুল-কৰিমক (দঃ) ক'লেগৈ। তেখেতে তেতিয়াই হজৰত আবুবকৰ আৰু হজৰত ওমৰক মাতি আনি পৰামৰ্শ কৰি থিৰ কৰিলে যে, কাইলৈ ফেঁহুজালি দিয়াতে কোৰেচবিলাকক আগ-ভেটা দিব লাগিব। বেছি ভাগ ছাহাবাৰে গাত ভয়ানক ঘা হৈছিল। তেওঁলোকৰ ঘাবোৰৰ পৰা তেতিয়াও তেজ বৈ আছিল। ফজৰৰ আজানৰ লগে লগে হজৰত বিলালে ঘোষণা কৰি দিলে—"মুছলমান বীৰসকল! সাজু হোৱা, এতিয়াই ৰণ যাত্ৰা কৰিব লাগিব। কোৰেচবিলাকক দেখুৱাব লাগিব যে, মুছলমান এতিয়াও মৰা নাই, কেতিয়াও নমৰে।" তাৰ লগতে ইয়াকো ঘোষণা কৰি দিলে যে, যোৱা কালিৰ ৰণত যিবিলাক হাজিৰ আছিল, আজি অকল তেওঁলোকেইহে যাত্ৰা কৰিব পাৰিব।

এই ঘোষণাৰ লগে লগে মুছলমান বীৰসকলে 'আল্লাহু আকবৰ' বুলি ঢাৰি-পাটীৰ পৰা গিৰিস্‌কৈ উঠি, শোক-দুখ, জ্বালা-যন্ত্ৰণা সকলো পাহৰি, আগদিনা তেজেৰে ৰঙা হৈ থকা অস্ত্ৰ-শস্ত্ৰবোৰ লৈ ৰছুল-কৰিমৰ (দঃ) ওচৰত হাজিৰ হ'লহি। আগৰ দৰে তেখেতে ৰণৰ সাজ পিন্ধি ঘোঁৰাত উঠি সকলোকে লৈ যাত্ৰা কৰিলে। কেনে অটল ধৰ্ম-বিশ্বাস।

মা'বাদ এওঁলোকতকৈ আগেয়ে মদিনা এৰি গ'ল। বাটত আবু ছুফিয়ানক ৰুহা বোলা ঠাই এখনত পাই ক'লে, "মোহম্মদে অলেখ সৈন্য লৈ আহিছে। এই বেলি ভয়ানক বিৰাট আয়োজন। প্ৰত্যেক মুছলমানেই যোগ দিছে। এই পালেহি, পালেহি আৰু বেছি পৰ নাই—পলোৱা, পলোৱা।"

ভয়তে আবু ছুফিয়ানৰ হাত-ভৰি পেটতে লুকাল। থৰ-যুগুতি হেৰাই তেওঁ তেতিয়াই তৰা-নৰা ছিঙি মক্কাৰ ফালে পলাবলৈ ধৰিলে।

ৰছুল-কৰিমে (দঃ) কোৰেচবিলাকৰ পলোৱা বাতৰি পাই, মদিনাৰ পৰা ৮ মাইল দূৰত হাম্‌ৰা-উল-আছাদ নামেৰে ঠাইখনত দিনচেৰেক জিৰাই মদিনালৈ উভতি আহে।

## আবুল-ওজ্জা আৰু মাবিয়াৰ প্ৰাণদণ্ড ঃ

আবুল-ওজ্জা মক্কাৰ এজন বিখ্যাত কবি। বদৰ-ৰণত মুছলমানবিলাকে

তাক বন্দী কৰে; কিন্তু সি বহুত কাও-বাও কৰাত ৰছুল-কৰিমে (দঃ) তাক এনেই বিনা পণত মুক্ত কৰি দিলে। এই বিশ্বাসঘাতকে মক্কালৈ গৈ ওহোদ ৰণৰ আগেয়ে আৰববিলাকক মুছলমানবিলাকৰ বিৰুদ্ধে আকৌ উত্তেজিত কৰিছিল। ওহোদ ৰণৰ পাচত সি পুনৰ মুছলমানবিলাকৰ হাতত বন্দী হয়।

কোৰেচবিলাকে যে মদিনা দুনাই আক্ৰমণ কৰিব, এইটো থিৰাং যোৱাত, মাবিয়াই চোৰাংচোৱা হৈ মদিনালৈ আহে। সি মদিনাৰ সকলো বাতৰি লৈ কোৰেচবিলাকলৈ তলে তলে পঠাই আছিল। পাচত সি ধৰা পৰাত, ৰছুল-কৰিমক (দঃ) বহুত কাও-বাও কৰাত, তেখেতে তিন দিন সময় দি তাক এৰি দিলে। তিনি দিনৰ ভিতৰত মদিনা নেৰিলে তাৰ প্ৰাণদণ্ড হ'ব, এনে কঠোৰ হুকুম পোৱাতো মদিনাত লুকাই কোৰেচবিলাকক তলে তলে ইয়াৰ বাতৰি দি আছিল। হাম্‌ৰা-উল-আছাদৰ পৰা উভতি আহোঁতে ছাহাবাসকলে মদিনাৰ গাঁও এখনত তাক ধৰিলে। সামৰিক আদালতৰ বিচাৰত আবুল-ওজ্জা আৰু মাবিয়া দুইৰে প্ৰাণদণ্ড হ'ল।

## হজৰত জায়েদ আৰু হজৰত খোবায়েব বধ

**ছফৰ মাহ, ৪ৰ্থ হিজৰী, ৬২৬ খৃষ্টাব্দ ঃ**

৪ৰ্থ হিজৰীৰ চফৰ মাহত আছেম-বেন্‌-ছাবেত নামেৰে ছাহাবী এজনৰ লগত নজন মুছলমানক চোৰাংচোৱাৰূপে মক্কাৰ বাটলৈ পঠোৱা হয়। ৰাজী নামেৰে এঠাইত হোজেল ফৈদৰ ২০০ মানুহে কোৰেচবিলাকৰ বঁটাৰ আশা কৰি ইহঁতক বন্দী কৰিবলৈ বেৰি ল'লে আৰু নিজেই ধৰা দিবলৈ ক'লে। আছেমে সিহঁতৰ অভিপ্ৰায় বুজিব পাৰি এই প্ৰস্তাৱ শান্তি নহ'ল। পাচে সিহঁত আটাইবোৰে কাঁড় মাৰিবলৈ ধৰাত, আছেমেও তৰোৱাল চলাবলৈ হুকুম দিলে। দহজন মুছলমানৰ ভিতৰত আঠজন শ্বহীদ হ'ল আৰু হজৰত জায়েদ আৰু হজৰত খোবায়েৰ নামেৰে বাকী দুজনক সিহঁতে ধৰি নি কোৰেচবিলাকক বেচি দিলে। কোৰেচবিলাকে তেওঁলোক দুইকে নগুৰ-শাস্তি কৰি বধ কৰিলে।

প্ৰাণ-বধ কৰাৰ আগেয়ে, আবু ছুফিয়ানে হজৰত জায়েদক সুধিলে—"জায়েদ! সঁচাকৈ কচোন, এতিয়া যদি মোহম্মদক তোৰ সলনি মাৰিবলৈ বান্ধো আৰু তোক এৰি দিওঁ, তই ভাল পাবিনে?"

হজৰত জায়েদে ভেকাহি মাৰি উত্তৰ দিলে, "আবু ছুফিয়ান! তই কি কৈছ! মই এশবাৰ মোৰ প্ৰাণ দিব পাৰোঁ; কিন্তু ৰছুল-কৰিমৰ (দঃ) পবিত্ৰ চৰণত এটা কাঁইটে ফুটিলে তাক সহ্য কৰিব নোৱাৰোঁ।"

কোৰেচবিলাকে হজৰত খোবায়েবক ক'লে, "হে খোবায়েব! যদি তোৰ প্ৰাণলৈ মৰম আছে, তেনেহ'লে ইছলাম এৰ; নাইবা শূলৰ লগত তোৰ সম্বন্ধ হ'ব।"

তেওঁ উত্তৰ দিলে, "হে ভাইসকল! মোৰ এই এটা প্ৰাণ কেলেই, হেজাৰ হেজাৰ প্ৰাণ থাকিলেও মই তাক খোদাৰ বাটত বলি দিবলৈ সদায় সাজু আছোঁ।"

যিজনে বুজিছে প্ৰভু! মহিমা তোমাৰ,
তুচ্ছ তাৰ দেহ মন, তুচ্ছ ধন-পৰিজন,
তুচ্ছ তাৰ সকলো সংসাৰ।

ইয়াৰ পাচত মাহদিয়েক তেওঁক শিকলিৰে বান্ধি ফাটকত ৰখা হয়। এই সময়ত কাফিৰবিলাকে অনেক চেষ্টা কৰিও তেওঁক পথভ্ৰষ্ট কৰিব নোৱাৰিলে।

কি ভীষণ দৃশ্য! আগত পেৰেঙনি (ক্ৰুছ কাঠ) থিয় আৰু তেওঁ নিৰ্দয় যমকালৰ হাতত বন্দী। কোনো তেওঁৰ সঙ্গী-সাৰথি নাই, তেওঁৰ নিমিত্তে এটোপা চকুলো টোকে এনে কোনো নাই; কিন্তু এনে অৱস্থাতো তেওঁৰ ইমানৰ (ধৰ্ম বিশ্বাসৰ) এফেৰাও লৰচৰ নহ'ল, বুকুৰ ধৰ্‌ফৰণি নহ'ল। ধন্য তেওঁৰ ধৰ্ম-বল।

তেওঁক মাৰিবলৈ পেৰেঙনিৰ কাষলৈ নিলত তেওঁ ক'লে, "অলপ ৰোৱা, মই এবাৰ মোৰ আল্লাক মাতি লওঁ।" এই বুলি তেওঁ দুই ৰাকাত নামাজ পঢ়িলে। নামাজ শেহ হোৱাৰ পাচত ক'লে, "ভাইসকল! নামাজ আৰু বেছি পৰলৈ পঢ়িবৰ মোৰ ইচ্ছা আছিল, কিন্তু তেতিয়া তোমালোকে ক'লাহেঁতেন যে, ই মৰিবলৈ ভয় কৰিহে এনে কৰিছে। এতিয়া তোমালোকৰ যি কাম তাক কৰা।"

তাৰ পাচত ৪০ জন নাৰকীয়ে খোবায়েবক পেৰেঙনিত বিন্ধি জোং-

যাঠি আদিৰে খুঁচি খুঁচি কৈ আছে, "খোবায়েব! এতিয়াও বোপা-কাকৰ ধৰ্ম ল, এৰি দিম।"

খোবায়েবে হাঁহি হাঁহি উত্তৰ দিলে, "এনেকৈ যে মুছলমান হৈ মৰিবলৈ পাইছোঁ মোৰ ডাঙৰ কপাল। প্ৰকৃত কল্যাণ আল্লাৰ ইচ্ছাৰ ওপৰত নিৰ্ভৰ কৰে। তইঁতে এতিয়া মোৰ গাৰু মাংস ডোখৰ ডোখৰ কৰিছ, আল্লাই ইচ্ছা কৰিলে, প্ৰত্যেক ডোখৰেই তেওঁৰ আশীৰ্বাদ পাব পাৰে।"

হজৰত খোবায়েব গ'ল, কিন্তু জগতত তেওঁৰ অক্ষয় কীৰ্তি থাকিল। এনে চানেকি জগতৰ বুৰঞ্জী নাই বুলিলেও হয়। পাঠক! বাইবেলে যীছুৰ এনে সময়ত যেনে চাঞ্চল্য আৰু দুৰ্বলতাৰ চিত্ৰ জগতৰ আগত দাঙি ধৰিছে, হজৰত খোবায়েবৰ ধৰ্ম বলৰ লগত এবাৰ তাক তুলনা কৰি চাওক। যীছুৱে মৰণৰ কৰাল মূৰ্তি আগত দেখি বিচেষ্টা খাই চিঞৰি উঠিছিল—"ঈলি! ঈলি! লামা চব্ গতনী?" (হে মোৰ প্ৰভু, হে মোৰ প্ৰভু! তুমি মোক কেলেই এৰিলা?)

খোবায়েব (ৰাঃ) ৰছুল-কৰিমৰ (দঃ) পাক কদমৰ এজন গোলাম মাথোন। তেখেতৰ শিক্ষা আৰু চৰিত্ৰৰ প্ৰভাৱত জায়েদ আৰু খোবায়েবৰ নিচিনা কিমান মহাত্মা হৈছিল, তাৰ লেখ-জোখ নাই। তেন্তে তেখেত কিমান মহান মহিমাময়!

## ছালমান ফাৰ্ছীৰ ইছলাম গ্ৰহণ

ছালমান ফাৰছীৰ (ৰাঃ) নাম সকলো মুছলমানে জানে। তেওঁৰ জন্ম ইৰাণ (পাৰস্য) দেশত। তেওঁ আদিতে অগ্নি-পূজক আছিল। খৃষ্টান পাদুৰীৰ সংসৰ্গত পৰি পোনতে খৃষ্টান হয়, পাচত বাপেকৰ ভয়ত ছিৰিয়ালৈ পলাই যায়। তাত জনচেৰেক আৰব সাউদে পাই তেওঁক ধৰি ওছমান-আশ্‌হলি ইহুদীক বেচে। এই ইহুদীজনৰ ঘৰত গোলামি কৰি থাকোঁতেই ৰছুল-কৰিমৰ (দঃ) আহ্বান ধ্বনি তেওঁৰ কাণত পৰিল। ইছলামৰ প্ৰভাৱত একে বেলিয়েই ভোল গ'ল, ৰাখে কোনে? এদিন ইহুদীজনে খঙত তেওঁক উৰাই-ঘূৰাই মৰিয়াই ক'লে, "যদি তই ৩০০ জোপা খাজুৰ গছ ৰুই গুটি লগা কৰি দিব পাৰ আৰু ৪০ আয়কিয়া* সোণ দিব পাৰ, তোক মুক্ত কৰি দিম।"

এই কথা ৰছুল কৰিমৰ (দঃ) কাণত পৰাত, তেখেতে ৩০০ জোপা খাজুৰ পুলি অনাই নিজে ৰুই দিলে। এবছৰৰ পাচত গছবোৰ ফলৱতী হোৱাত, ৪০ আয়কিয়া সোণ দি ৰছুল-কৰিমে (দঃ) তেওঁক এৰুৱাই আনে। তেওঁ এজন ৰছুল-কৰিমৰ (দঃ) প্ৰধান ভক্ত আছিল।

## কোৰেচবিলাকৰ ভীষণ ষড়যন্ত্ৰ

### কোৰেচবিলাকৰ বিশ্বাসঘাতকতা ঃ বীৰ-মাউনাত ৭০ জন মুছলমান বধ—চফৰ মাহ, ৪ৰ্থ হিজৰী**, ৬২৬ খৃষ্টাব্দ ঃ

এই চফৰ মাহতে আমেৰ নামেৰে নজ্‌দৰ এজন মানুহে কোৰেচবিলাকৰ ষড়যন্ত্ৰত লিপ্ত হৈ ৰছুল-কৰিমৰ (দঃ) ওচৰলৈ আহি ক'লে, "আপুনি নজ্‌দ আৰু বনি-আমেৰ, এই দুই দলকে ইছলামৰ মহিমা বুজাই দিবলৈ জনচেৰেক মানুহ আমাৰ দেশলৈ পঠিয়াই দিয়ক। এই দুই দলেই আপোনাৰ ধৰ্ম ল'বলৈ বৰ হেঁপাহ কৰিছে, আপোনাৰ মানুহক কেৱে একো কৰিব নোৱাৰে, সেই বিষয়ে মই দায়ী।" তাৰ কথা পতিয়াই তেখেতে ৭০ জন আন্‌ছাৰ আৰু মহাজ্বেৰ পঠাই দিলে। এই মহাজনসকলে দিনত কাঠ আনি বজাৰত বেচি যি পায়, তাৰে নান্নং-নবস্ত্ৰং 'আছ্‌হাবে ছুফ্‌ফা' কেৰলীয়া ফকীৰসকলক খুৱায়। ৰাতি হ'লে তেওঁলোকে কোৰ্‌আন 'তিলাৱত' (আবৃত্তি) আৰু আল্লাৰ 'এবাদতত মশ্‌গোল' (উপাসনাত ব্যাপৃত) হৈ থাকে। এই সাধু কেইজনক বাটত, বীৰ-মাউনা নামেৰে এঠাইত, আমেৰ আৰু তাৰ বহুত মানুহ আহি কচু কটাদি ডোখৰ ডোখৰকৈ কাটি পেলালে।

### ৰছুল-কৰিমক (দঃ) হত্যা কৰাৰ কাৰণ বনি-নাজিৰ ইহুদীৰ ষড়যন্ত্ৰ ঃ

কোৰেচবিলাকৰ লগত মিল হৈ মদিনাৰ নাজিৰ ফৈদৰ এদল ইহুদীয়ে বিদ্ৰোহৰ পৰামৰ্শ কৰি ৰছুল-কৰিমলৈ (দঃ) কৈ পঠালে, "আপোনাৰ লগত

---

** ওজন বিশেষ।*

*** এই ৪ৰ্থ হিজৰীত ১৫ ৰমজানত হজৰত আলীৰ ডাঙৰ পুতেক ইমাম হাছেন ওপজে। এই সময়ৰ পৰাই মোশ্‌ৰিক ছোৱালী বিয়া কৰা হাৰাম (নিষিদ্ধ) হ'ল।*

আমাৰ ধৰ্মৰ ইমান খোৱা-কামোৱা। এতেকে, আপুনি দুজন মুছলমান লৈ অমুক ঠাইলৈ আহক আৰু আমিও তিনিজন পণ্ডিত লৈ ওলাইছোঁ। আপুনি আমাক আপোনাৰ ধৰ্মৰ সত্যতা খৰচীয়া মাৰি বুজাই দিব পাৰিলে আমি সকলোৱেই মুছলমান হ'ম।"

ৰছুল-কৰিমে (দঃ) দুজন ছাহাবাক লৈ শুদা হাতেৰে সেই ঠাইলৈ গ'ল, কিন্তু ইহুদীবিলাকে কাপোৰৰ ভিতৰত অস্ত্ৰ লুকুৱাই লৈ ওলালহি। তেখেতে দৈৱ বলেৰে এই ষড়যন্ত্ৰৰ গম পাই, তাৰ পৰা মনে মনে উঠি আহিল আৰু সেই ষড়যন্ত্ৰকাৰীবিলাকৰ কোঁঠ ঘেৰিবলৈ হুকুম দিলে।

## ৰছুল কৰিমৰ উদাৰতা ঃ

এনে ভীষণ ষড়যন্ত্ৰ কৰাতো ৰছুল-কৰিমে (দঃ) সিহঁতৰ প্ৰাণদণ্ড বা ধন-সম্পত্তি বাজেয়াপ্ত একো নকৰিলে, আনকি বন্দী কৰিও নথ'লে। মাথোন ন-কৈ সন্দি-পত্ৰ এখন লিখি দিবলৈ ক'লে। কিন্তু দোৱাই দোৱাই কোৱাতো সিহঁতে এই কথালৈ আওকাণ কৰিলে। তেতিয়াহে তেখেতে সিহঁতক ততালিকে মদিনাৰ পৰা ওলাই যাবলৈ হুকুম দিলে। কিন্তু মদিনাৰ মোনাফিক (কপটীয়া মুছলমান)বিলাকে তেতিয়া এই ইহুদীবিলাকক মদিনাৰ পৰা ওলাই নেযাবলৈ পৰামৰ্শ আৰু দুহেজাৰ ৰণুৱা দি সহায় কৰিব বুলি আশা দিয়াত, সিহঁতে ৰছুল-কৰিমক (দঃ) ঢেৰেকনিহে দিলে।

ৰছুল-কৰিমে (দঃ) তেতিয়া ইহুদীবিলাকৰ চুবুৰিটো বেৰি পেলালে। ইহুদীবিলাকে নিজৰ কোঁঠৰ ভিতৰত সোমাই গইনা ল'লৈগে। সিহঁতে ভাবিলে যে, মদিনাৰ দুহেজাৰ সৈন্য আৰু বহুত বনি-কোৰেজাৰ ইহুদী ৰণুৱা এতিয়াই পাবহি।

১৫ দিনৰ পাচতো কোনো নাহিলত, ইহুদীবিলাকে নিৰাশাৰ আথায় সাগৰত পৰি কৰ্কবকাই আত্ম-সমৰ্পণ কৰি মদিনা এৰি যাবলৈ নিজেই প্ৰস্তাৱ কৰিলে। ৰছুল-কৰিমে (দঃ) তাতে হৰিভৰ দি কোনো প্ৰতিশোধ বা ক্ষতি-পূৰণ নলৈ, সিহঁতক অস্ত্ৰ-শস্ত্ৰত বাজে ধন-বিত সকলো সম্পত্তি লৈ যাবলৈ অনুমতি দিলে আৰু ১০ দিন সময়ো দিলে। সেই মতে সিহঁতে ৬০০ উট বোজাই দি নিজৰ ধন-বস্তু আদি লৈ কোনোৱে ছিৰিয়া, কোনোৱে খায়বৰ

আদি ঠাইলৈ দিহা-দিহি গুচি গ'ল।

ইছলামৰ আগেয়ে মদিনাত ইহুদীবিলাকৰ প্ৰভুত্ব বৰ বেচি আছিল। তেতিয়া যিবিলাক তিৰোতাৰ ল'ৰা উপজিয়েই মৰে, তেনে বহুত তিৰোতাই মনত সঙ্কল্প কৰে যে, এই বেলি ল'ৰা উপজিলে ইহুদী ধৰ্মত দিব। আন্‌ছাৰবিলাকৰ এনে ল'ৰা বহুত আছিল। এতিয়া ইহুদীবিলাকে সেই ল'ৰাবোৰ লগত লৈ যাব খুজিছে; কিন্তু আন্‌ছাৰবিলাকে হকা-বধা দিছে। ৰছুল-কৰিমে (দঃ) হুকুম দিলে যে, যিবিলাক ডেকাই নিজেই ইহুদী ধৰ্ম পছন্দ কৰিছে, সিহঁতক আটক কৰি নেৰাখিব।

## ফটিকা পান আৰু জুৱা খেল উঠুৱা

আৰববিলাক অতিপাত মদাহী আৰু জুৱাৰী আছিল। সিহঁতে নিতৌ তিনিবাৰ আহাৰ কৰিছিল, কিন্তু ফটিকা-দেৱতাক হলে ৫ বেলি পূৰাকৈ পূজিছিল আৰু তাৰ লগে লগে জুৱা-খেলা। এই দুইটা আৰবত সমানে অবাধে একেৰাহে চলি আছিল আৰু আজিলৈকে আৰবত বাজে সকলো ঠাইতে চলি আছে। আৰববিলাকৰ এই শোচনীয় অৱস্থা দেখি, এই সময়তে জগতত পোন প্ৰথমেই ৰছুল-কৰিমেই (দঃ) এই দুয়োটা হাৰাম (নিষিদ্ধ) বুলি ঘোষণা কৰে। খোদা ৰছুলৰ হুকুম—তৎক্ষণাৎ সকলো মুছলমানে হেজাৰে হেজাৰে ফটিকাৰ পিপা বাজলৈ আনি ঢালি, বাট-পদুলিবোৰ বোকা কৰি পেলালে। আইনৰ প্ৰয়োজন নহ'ল, ৰঙা-পাগুৰিৰ প্ৰয়োজন নহ'ল, আবকাৰি বিষয়াৰ প্ৰয়োজন নহ'ল। মাথোন ৰছুলুল্লাৰ পবিত্ৰ এষাৰ হুকুম; এই পাঁচবাৰ ফটিকা-দেৱতাৰ পূজাৰ ঠাইত পাঁচবাৰ সৰ্বশক্তিমান আল্লাৰ পূজা (নামাজ) চিৰকাললৈ গজ্‌গজীয়াকৈ স্থাপিত হ'ল। সেই দেখি, আজি পৃথিৱীৰ প্ৰায় চাৰি ভাগৰ এভাগ মানুহ এই দুইটা পাপৰ পৰা মুক্ত। ই মাথোন ৰছুল-কৰিমৰ (দঃ) আধ্যাত্মিক বলৰ ফল। আজিলৈকে কোন মহাপুৰুষে বা প্ৰতাপী ৰজাই এনে কৰিব পাৰিছে? খৃষ্টানৰ গিৰ্জা আছে, কিন্তু উপাসক নাই। মানুহ আকৰ্ষণ

কৰিবলৈ তাত গান-বাদ্যও সুমোৱা হ'ল, তেও একে অৱস্থা। কিন্তু মছজিদৰ অৱস্থা তাৰ বিপৰীত, তাত তাল-খোল নাই, গান-বাদ্য নাই, তথাপি লাহে লাহে তাৰ সংখ্যাৰ লগে লগে উপাসকো বাঢ়ি গৈ আছে। কাৰণ?—দ'কৈ ভাবি চালেই পাব।

## গোটেই আৰব ফৈদৰ মুঠ-বন্ধা শত্ৰুতা

### ৫ম হিজৰী, ৬২৭ খৃষ্টাব্দ ঃ

ওহোদ ৰণৰ পৰা উভতি গৈ, কোৰেচবিলাকে মদিনাৰ মোনাফিক (কপটীয়া মুছলমান)বিলাকেৰে সৈতে যোগ হৈ, দুনাই বদৰলৈ ন'গৈ, আৰবৰ সকলো খেলৰ মানুহ লৈ, একেবাৰেই মদিনা আক্ৰমণ কৰিব লাগে বুলি পাং পাতিলে। দিনচেৰেকতে কোৰেচবিলাকে গোটাই হিজাজৰ মানুহক মুছলমানবিলাকৰ বিৰুদ্ধে উত্তেজিত কৰি তুলিলে। ৫ম হিজৰীৰ প্ৰথমৰে পৰাই হিজাজৰ কেন্দ্ৰে কেন্দ্ৰে সৈন্য গোটোৱাৰ উখল-মাখল লাগিল। এই আলৈ-আহুকালৰ মাজেদি মদিনাৰ দাঁতি কাষৰীয়া গাঁওবিলাকত লাহে লাহে ইছলামৰ আদৰ চৰি যাবলৈ ধৰিলে।

### দুমাতল-জন্দলৰ অত্যাচাৰ ঃ

মুছলমানবিলাকে আক্ৰমণৰ আশঙ্কা প্ৰত্যেক মুহূৰ্ত্ততেই কৰিছিল। এনে সময়ত, দুমাতল-জন্দল প্ৰদেশৰ মানুহবিলাকে মদিনা আক্ৰমণ কৰিবলৈ আহি বাটত ডকাইতি কৰিবলৈ ধৰিলে। ইয়াৰ ফুট পাই, শ চেৰেক মুছলমানক লৈ ৰছুল-কৰিমে (দঃ) খেদাদি গ'ল; কিন্তু শত্ৰুদল পলাই পত্ৰং দিলে।

### বনি-মোস্তালেকৰ লগত ৰণ ঃ

তাৰ পাচত, লোহিত সাগৰৰ দাঁতি কষৰীয়া বনি-মোস্তালেক্ খেলৰ সকলো মানুহ আৰু আন আন ফৈদৰ ভালেমান মানুহ মুঠ বান্দি মদিনা আক্ৰমণ কৰিবলৈ অহা সঁহাৰি পাই ৰছুল-কৰিমে (দঃ) শ চেৰেক মুছলমানক লৈ, ৫ম হিজৰীৰ চাবান মাহৰ ২ৰা তাৰিখে সিহঁতক আগচিবলৈ বুলি ওলাই গ'ল। শত্ৰু পক্ষৰ যি চোৰাংচোৱা মদিনাত আছিল, সিহঁত বাটতে ধৰা

পৰাত, বিপক্ষই এই যাত্ৰাৰ ভু-ভটং একো নেপালে। মৰীছাত দুই দলৰে ৰণ লাগি পৰিল। শত্ৰু পক্ষই ঠাবৰিব নোৱাৰি পলাবলৈ তত্ নেপালে। মুছলমানবিলাকে বহুত মানুহক বন্দী কৰিলে আৰু ২০০০ উট আৰু ৫০০০ ছাগলী, ভেৰা আদি পালে। মোস্তালেক্ খেলৰ ঘাই চৰ্দাৰ হাৰেছৰ কন্যা জুৱীৰিয়াও বন্দী হৈছিল। এটা মুক্তিপণ নিৰ্ধাৰিত হ'লত, তেওঁ ৰছুল-কৰিমক (দঃ) আৰু তেওঁৰ বাপেকক ক'লে, "মই মুছলমান, মুক্তিপণ দিব নোৱাৰোঁ। খোদা-ৰছুল আশ্ৰয় লৈছোঁ, তেখেতক এৰি মই আৰু ক'লৈকো নেযাওঁ।" তেতিয়া ৰছুল-কৰিমে (দঃ) নিজেই তেওঁৰ পক্ষৰ পৰা মুক্তিপণৰ গোটাই টকা আদায় কৰি তেওঁক নিকাহ কৰে।

## মোস্তালেক্ খেলৰ ইছলাম গ্ৰহণ ঃ

মোস্তালেক্ খেলৰ এশতকৈও বেছি পৰিয়ালৰ মতা-তিৰোতা, ল'ৰা-ছোৱালী আৰু সিহঁতৰ ধন-সম্পত্তি মুছলমানবিলাকৰ হাতত পৰিছিল। এই বন্দীবিলাকে মুক্তিপণ দিব নোৱাৰাত, মুছলমানবিলাকৰ মাজত সিহঁতক ভগাই লোৱা হয়। পাচত মুছলমানবিলাকে সকলো বন্দীক, বিনা পণেৰে এনেই মুক্ত কৰি, সিহঁতৰ ধন-সম্পত্তি দি, সন্মানেৰে নিজৰ দেশলৈ পঠাই দিলে। মুছলমানবিলাকৰ এনে সদয় ব্যৱহাৰ দেখি, মোস্তালেকৰ গোটেই খেলে মুগ্ধ হৈ ইছলাম গ্ৰহণ কৰিলে।

## মাজিনা খেলৰ ইছলাম গ্ৰহণ ঃ

এই ৫ম হিজৰীত মাজিনা খেলৰ চাৰিশ প্ৰতিনিধি হজৰত ৰছুল-কৰিমৰ (দঃ) ওচৰত আহি, ধৰ্ম বিষয়ক বহুত তৰ্ক-বিতৰ্ক আৰু আলোচনা কৰি, সকলোৰে লগে-ভাগে ইছলামত দীক্ষিত হৈ নিজৰ দেশলৈ উলটি যায়। মোনাফিক (কপটীয়া মুছলমান)বিলাকে এই বেলি দল এৰি নগৈ, আনছাৰ আৰু মোহাজেৰৰ মাজত কৌটাল লগাই দিবলৈ চেষ্টা কৰিলে। বিবি আয়েশ্বা এই অভিযানত ৰছুল-কৰিমৰ (দঃ) লগত আছিল। উভতি আহিবৰ সময়ত, এই 'মোনাফিক'বিলাকে তেখেতৰ চৰিত্ৰৰ ওপৰত দোষ দি অনৰ্থক এটা নতুন বিপদত ৰছুল-কৰিমক (দঃ) পেলাবলৈ চেষ্টা কৰিছিল; কিন্তু সিহঁতৰ চেষ্টা বিফল হ'ল।

**আহ্জাব বা খন্দক ৰণ—হিজৰতৰ ৪ম বছৰ, জিলকদ মাহ, ফেব্ৰুৱাৰী, ৬২৭ খৃষ্টাব্দ ঃ***

নাজিৰ ফৈদৰ ইহুদীবিলাকে দেখিলে যে, এনে বিদ্ৰোহৰ পৰা সিহঁতৰ বিশেষ হানি হৈছে। বহুত দিন পৰাধীন থকাৰ বাবে ইহুদী জাতিৰ পিত মৰিল। গতিকে, সিহঁতে মুখামুখিকৈ যুঁজিবলৈ সাহ কৰিব নোৱাৰে, কিন্তু লুকাই হুল-চঁচাত বৰ পাকৈত। সেই দেখি, মদিনা আক্ৰমণ কৰিবলৈ ভিন ভিন ঠাইত ভিন ভিন ফৈদ আৰু খেলৰ মানুহবিলাকক বুদ্ধি দিবলৈ আৰু আন আন সকলো দিহা-পোহা কৰিবলৈ সিহঁতে গাত লৈ কেউফালে ওলাল। এই ষড়যন্ত্ৰৰ ঘাই কেন্দ্ৰ আছিল মকা। তাতে সকলো থুপ খাই, মদিনা আক্ৰমণ কৰিবলৈ দহ হেজাৰ মানুহ যাত্ৰা কৰিলে।

বাহিৰৰ পৰা এতেখিনি ফৌজৰ আক্ৰমণ আৰু নিজৰ নগৰৰ ভিতৰত বিদ্ৰোহৰ ভয়—এনে অৱস্থাত নগৰৰ বাহিৰলৈ যোৱাটো মুছলমানবিলাকে ভাল বিবেচনা নকৰিলে। ছাল্মান ফাৰ্ছীৰ (ৰাঃ) দিহা মতে ৰছুল-কৰিমে (দঃ) সকলো মুছলমানেৰে গোট-পিট খাই ছদিন, দিনে-ৰাতিয়ে নেৰা-নেপেৰাকৈ পৰিশ্ৰম কৰি পাঁচ গজ দ আৰু তিনি হেজাৰ গজ দীঘল এটা ভিৰাল খাৱৈ খানিলে। 'মোনাফিক'বিলাকত বাজে সকলোৱে সমানে সমানে পৰিশ্ৰম কৰিছিল। ৰছুল-কৰিমে (দঃ) মুছলমানবিলাকক দহ দহজনকৈ এটি এটি সৰু জুম পাতি কাম ভগাই দিছিল।

মুছলমানবিলাকৰ বন্দী-বেটী নথকাত, তেওঁলোকে নিজেই কুলীৰ কাম কৰিছিল। ৰছুল-কৰিমে (দঃ) নিজেও একে সমানে বনুৱাৰ কাম কৰি কৰ্ম-যোগৰ আদৰ্শ দেখুৱাইছিল। তেখেতে কান্ধত পাচিৰে মাটি কঢ়িয়াই থাকোঁতে, ছাল্মান ফাৰ্ছীয়ে তেখেতক ক'লে যে, খানোতে এডোখৰ ডাঙৰ শিল ওলাইছে, তাক কেৱে ভাঙিব পৰা নাই। এই কথা শুনা মাত্ৰকে ৰছুল-কৰিমে (দঃ) এখন কুঠাৰ লৈ 'বিছমিল্লাহ্' বুলি শিলডোখৰৰ ওপৰত কোব মাৰিলে। শিলডোখৰ একে কোবেই গুড়ি হৈ গ'ল। তাৰ পৰা জুইৰ ফিৰিঙতি ওলোৱা দেখি ৰছুল-কৰিমে (দঃ) ক'লে যে, ইৰাণ, এমন আদি দেশ মুছলমানৰ হাতলৈ আহিব। পাচত এই ভৱিষ্যৎবাণী আখৰে আখৰে ফলিয়ালে।

---

** এই বছৰত ৰছুল কৰিম (দঃ) ঘোঁৰাৰ পৰা পৰি কৰঙণত বৰ দুখ পায় আৰু এই বছৰতে হজ কৰিবলৈ হুকুম হয়।*

এইদৰে তিনি হেজাৰ আঁকোৰ-গোজ মুছলমানে ভাত-পানী এৰি একাণপতীয়াকৈ কাম কৰিছিল। আনকি পাচত ৰছুল-কৰিমে (দঃ) আৰু ছাহাবাসকলে কেই সাঁজমান একো খাবলৈকে নহ'ল।

মুছলমানবিলাকে আগেয়ে কেতিয়াও এনে অৱস্থাত পৰা নাছিল। নগৰৰ বাহিৰত দহ হেজাৰ শত্রু সৈন্যৰ ভয়ানক গোঁজৰণি, ভিতৰত দুহেজাৰ মোনাফিকৰ বিদ্ৰোহৰ আশংকা, তাৰ ওপৰত বনি-কোৰেজা ইহুদীবিলাকৰ আক্ৰমণৰ ভয়। আনফালে ৰচদ-পাতিৰ বৰ অনাটন। এই দহ হেজাৰ সৈন্যই নগৰখন ঘেৰি ল'লে। ৰছুল-কৰিমে (দঃ) পোন প্ৰথমেই অন্তঃবিপ্লৱৰ পৰা ৰক্ষা পাবৰ কাৰণে ছাল্‌মা-বেন্‌-আছ্‌লামৰ তলত দুশ আৰু জায়েদ-বেন্‌-হাৰেছৰ তলত তিনিশ বিশ্বাসী বীৰ দি তেওঁলোকক নগৰৰ চাৰিওফালে ঘূৰি ফুৰিবলৈ আদেশ দিলে। এওঁলোকে মাজে মাজে এনেদৰে তক্‌বিৰ (আল্লাহু আকবৰ) ধ্বনি কৰি ফুৰিবলৈ ধৰিলে যে, মোনাফিক আৰু বনি-কোৰেজাৰ ইহুদীহঁতে ভয়তে পেঁপুৱা খালে। ইফালে ৰছুল-কৰিমে (দঃ) বাকী ২৫০০ (দু হেজাৰ পাঁচ শ) মুছলমানক লৈ খাৱৈ ৰক্ষা কৰিবলৈ ধৰিলে।

বনি-কোৰেজাৰ ইহুদীবিলাকে আগৰে পৰা বিশ্বাসঘাতকতা কৰি আহিছে। ওহোদ ৰণত কোৰেচবিলাকৰ লগত যোগ দিছিল। কিন্তু ৰছুল-কৰিমে (দঃ) সিহঁতক ক্ষমা কৰি দিলে। সিহঁতে আগলৈ মুছলমানবিলাকলৈ বিদ্ৰোহ নিচিন্তে বুলি প্ৰতিজ্ঞা-কাকত এখন লিখি দি পাচত সেই কাকতখন ফালি পেলাই বিশ্বাসঘাতকতা কৰে।

খাৱৈৰ কাম ২০ দিনত শেষ হ'ল। এই কামৰ ওৰ পৰা মাত্ৰকে বনি-কোৰেজাৰ ইহুদীবিলাকে শত্ৰু পক্ষৰ লগত যোগ দিয়া দেখি মুছলমানবিলাক বিচলিত হৈ পৰিল। কিন্তু ৰছুল-কৰিমে (দঃ) সান্ত্বনা দি ক'লে, "কিহৰ ভয়? আমাৰ লগত আল্লাহ্ আছে, যাৰ হুকুম অনুসৰি আৰু যাৰ পবিত্ৰ নাম প্ৰচাৰ কৰিবলৈ আমি আগ বাঢ়িছোঁ, তেওঁ কেতিয়াও আমাক ধ্বংস নকৰে।"

ৰছুল-কৰিমে (দঃ) আগলৈ দাই এৰাবলৈ দুজন চৰ্দাৰক ইহুদীবিলাকৰ ওচৰলৈ পঠাই দিলে। এওঁলোকে গৈ আগৰ সকলো কথা মনত পেলাই দি, এই বিশ্বাসঘাতকতাৰ গুটি কি ধৰিবগৈ বুজাই দিয়াত, এওঁলোকক গালি-শপনি পাৰি সিহঁতে খেদাইহে দিলে।

আবু ছুফিয়ানে সেনাপতি হৈ একেবাৰেই মদিনা আক্রমণ কৰিবলৈ ওচৰ চাপি আহি এই খাৱৈ দেখি তবধ খালে। তেতিয়া সিহঁতে নগৰ বেঢ়ি লৈ বাজৰ পৰা কাঁড় মাৰিবলৈ ধৰিলে।

কেইবা দিনো হৈ গ'ল, কিন্তু শত্রু পক্ষই কোনো সুবিধা কৰিব নোৱাৰিলে। লাহে লাহে ৰচদ-পাতিৰ ওৰ পৰিবলৈ ধৰিলে, তাতে আকৌ মদিনাৰ মুকলি পথাৰত জাৰৰ প্ৰকোপ। সাত-পাঁচ ভাবি শত্রু পক্ষই থিৰ কৰিলে যে, যেনে-তেনেকৈ খাৱৈটো পাৰ হৈ ভিতৰলৈ যাবই লাগিব। আৰবৰ বিখ্যাত বীৰ আমৰ-বেন্-আব্দেওজ্জা আৰু আক্ৰমা-বেন্-আবু জেহেলৰ ওপৰত এই আক্রমণ ভাৰ পৰিল। এঠাইত খাৱৈটো ঠেক আছিল। আমৰে অলপ ঘোঁৰা ছাৱাৰ লৈ সেই ফালে হঠাৎ পাৰ হৈ গৰ্জিবলৈ ধৰিলে, "কোন বীৰ আছ, ওলাই আহ।" হজৰত ৰছুল-কৰিমে (দঃ) বদৰ ৰণত পোৱা বিখ্যাত 'জুলফোক্কাৰ' তৰোৱালখন হজৰত আলীক বঁটা স্বৰূপে দিছিল। শেৰে খোদা আলীয়ে সেইখন তৰোৱাল লৈ 'মই আছো' বুলি সন্মুখ হ'লগৈ। আমৰে প্ৰথমেই আলীৰ ওপৰত তৰোৱাল চলালে। চাওঁতে চাওঁতে তয়া-ময়া যুঁজ লাগিবলৈ ধৰিলে। এফালে আখৰুৱা বিখ্যাত বীৰ আমৰ, আনফালে ২৫ বছৰীয়া আলী। দুই বীৰে এনেনো তৰোৱাল চলাবলৈ ধৰিলে যে, ভৰিৰ দপ্দপনিত ধূলি উৰি চাৰিওফালে আন্ধাৰ কৰি পেলাইছিল। তাৰ মাজত শুনা গৈছিল মাথোন অস্ত্ৰৰ জন্জননি আৰু 'আল্লাহু আকবৰ' ধ্বনি, আৰু দেখা গৈছিল জুইৰ ফিৰিঙতি। শেহত আমৰ ৰণত পৰিল, বাকী ছাৱাৰবিলাক পলাই ফাট মাৰিল। এফালে বীৰ খালিদ-বেন্-অলিদে ভালেমান ফৌজ লৈ ৰছুল-কৰিম (দঃ) থকা ঠাইডোখৰ আক্রমণ কৰিলেহি। গোটেই দিন নেৰানেপেৰাকৈ ৰণ চলিব লাগিল, আনকি মুছলমানবিলাকে নামাজ পঢ়িবলৈ এতিলমানো সময় নেপালে। কেইদিনমানৰ পাচত খালিদৰ এই ফৌজৰ দলটি তেনেই জুৰুলা হৈ পৰিল। ইহুদীবিলাকে এনে অৱস্থা দেখি পলাবলৈ ধৰিলে।

শত্রু পক্ষই ভাবিছিল যে, ৰছুল-কৰিমক (দঃ) আৰু মুছলমান জাতিক একেদিনাই আলুৰে-পোখাই উঘালি, সিহঁতৰ ধৰ্ম নিমূৰমূৰীয়া কৰিব পাৰিব; কিন্তু এতিয়া দেখিলে যে, ই উলা-মুলা কথা নহয়; তিনি সপ্তাহ হৈ গ'ল তেও মুছলমানবিলাকে নিৰাপদে নগৰৰ ভিতৰত ঠন ধৰি বহি আছে আৰু

তেওঁলোকে এই জাৰৰ দিনত মুকলি পথাৰত আধা মৰা হৈ পৰি কষ্ট ভুগিছে। তিনি সপ্তাহৰ পাচত এদিন এনেনো পচোৱা বতাহ আহিল যে, বালিয়ে শত্রুদলৰ চকু কণা কৰি পেলালে। তেওঁলোক একেবাৰেই অথিৰ হৈ পৰিল। তেওঁলোকৰ তম্বুবিলাক যেনিয়ে পাই তেনিয়েই উৰি গ'ল। পুৱা দেখা গ'ল পথাৰ উদং, সৈন্যৰ নাম-গোন্ধ নাই।

এই ৰণত ভক্তকুল শিৰোমণি আনছাৰ চৰ্দাৰ ছাআদ-বেন্-মাআজৰ গুৰুতৰ জখম হোৱাত তেওঁ কেইদিনমানৰ পাচত শ্বহীদ হ'ল।

এই ৰণক 'আহ্জাব' (বহুত দল) আৰু 'খন্দক' (খাৱৈ) বোলে। কাৰণ, আৰবৰ ভিন ভিন জাতি আৰু বহুত সৈন্য দলে মদিনা আক্রমণ কৰিছিলহি আৰু মুছলমানবিলাকে 'খন্দক' খানি আত্মৰক্ষা কৰিছিল। 'আহ্জাব' 'হেজ্ব্' শব্দৰ বহুবচন, অৰ্থ—বহুত দল।

## বনি-কোৰায়েজা ইহুদীবিলাকৰ ষড়যন্ত্র

কোৰায়েজা ফৈদৰ ইহুদীবিলাকে ইমান কৰিও সিহঁতৰ হেঁপাহ নপলালে। যেতিয়া দেখিলে যে, আৰববিলাকে একো কৰিব নোৱাৰিলে, তেতিয়া নিজেই আন ইহুদী ফৈদৰ লগত মিলি-জুলি মুছলমানবিলাকক ধ্বংস কৰিবৰ কাৰণে তলে পুতুল দিবলৈ ধৰিলে। বনি-নাজিৰ ফৈদৰ চৰ্দাৰ হোৱাই-বেন্-আখ্তাব খায়বৰৰ ইহুদীবিলাকৰ চৰ্দাৰ হৈ পৰিছিল। এই হোৱায়ে কোৰায়েজাবিলাকৰ কোঁঠত সোমাই খায়বৰৰ ইহুদীবিলাকক মদিনা আক্রমণ কৰিবলৈ মাতি পঠাইছিল। ইয়াৰ ফুট পাই নবী-কৰিম (দঃ) তিনি হেজাৰ মুছলমানক লৈ কোৰায়েজাবিলাকৰ কোঁঠ ঘেৰি ল'লৈগে। হজৰত আলী 'আলম-বৰ্দাৰ' (নিচানধাৰী) হৈছিল।

নবী-কৰিমে (দঃ) ইহুদীবিলাকক দোৱাই দোৱাই আত্ম-সমৰ্পণ কৰিবলৈ কোৱাতো সিহঁতে তেখেতৰ কথালৈ আওকাণ কৰি বৰং কৈ পঠালে, "আমি ধৰ্মতঃ প্ৰতিজ্ঞা কৰি কৈছোঁ যে, ছাআদ-বেন্-মাআজৰ বিচাৰহে মান্য কৰিম আৰু তেওঁৰ ওচৰত আত্ম-সমৰ্পণ কৰিবলৈ আমি মান্তি আছোঁ।" ৰছুল-কৰিমেও (দঃ) ধৰ্মতঃ প্ৰতিজ্ঞা কৰি সেই প্ৰস্তাৱতে মান্তি হ'ল। ছাআদে

বিচাৰ কৰি ৰায় দিলে, "ৰণত লিপ্ত হোৱাসকলো পুৰুষকে বধ কৰা হওক, আনবোৰক বন্দী কৰা হওক আৰু সিহঁতৰ মাল-বস্তু আটাইবোৰ বাজেয়াপ্ত কৰা হওক, এয়া মোৰ সিদ্ধান্ত।" দুই ফালে আগেয়ে প্ৰতিজ্ঞাবদ্ধ, সিদ্ধান্তৰ হেৰ-ফেৰ হ'ব নোৱাৰে। গতিকে, এই মতেই কাম কৰা হ'ল। যিবিলাকক বধ কৰা নহ'ল, তেওঁলোক সকলোকে ৰছুল-কৰিমে (দঃ) ছিৰিয়ালৈ পঠাই দিলে; কাৰণ, ছিৰিয়া তেতিয়া ইহুদীবিলাকৰ ঘাই কেন্দ্ৰ আছিল।

## ৰছুল-কৰিমৰ ১ম হজ-যাত্ৰা
## হোদায়বিয়া সন্ধি

### জিলকদ মাহ, ৬ষ্ঠ হিজৰী, ৬২৮ খৃষ্টাব্দ ঃ

মোহাজেৰীণবিলাকে আজি প্ৰায় ছবছৰ জননী জন্মভূমি দেখা নাই। খাঁৰে ৰণৰ প্ৰায় এবছৰৰ পাচত যেতিয়া হজৰ সময় চমু চাপিলহি, তেওঁলোকে মক্কা দৰ্শন আৰু হজ কৰিবলৈ বৰ উত্ৰাৱল হৈ পৰিল।

চয়তানে আজি ১৯ বছৰ নিজৰ যিমান শক্তি আছিলমানে তাৰে ইছলামৰ লগত নেৰা-নেপেৰাকৈ যুঁজিলে। এতিয়া সি আঁঠু কাঢ়ি সেই সনাতন ধৰ্মৰ চৰণত শৰণ লৈছিলহি; সেইহে ইমান বাধা-বিঘিনি হোৱাতো আজি আৰবৰ ভিন ভিন কেন্দ্ৰত 'তৌহিদ'ৰ কালি বাজিবলৈ ধৰিলে। মোহম্মদ (দঃ) অজেয়, কাৰণ সত্য অজেয়।

ৰজব, জিল্‌কদ, জিল্‌হজ্জ আৰু মোহৰ্ৰম—এই চাৰি মাহক আৰববিলাকে বৰ পবিত্ৰ বুলি ভাবি বিশেষকৈ মান কৰি আহিছে। এই সময়ত খোৱা-কামোৰা, খকা-খুন্দা সকলো বন্ধ থাকে। শত্ৰু-মিত্ৰ সকলোৱে তীৰ্থ কৰিবলৈ মক্কালৈ আহে। সেই দেখি ৰেছালৎমাবে ভাবিলে যে, এই পবিত্ৰ সময়ত শত্ৰুবিলাকে তেওঁলোকক হজ কৰাত হকা-বধা নিদিয়ে। গতিকে, ৬ষ্ঠ হিজৰীৰ জিল্‌কদ মাহৰ এটা নিৰ্দিষ্ট তাৰিখে প্ৰায় ১৫০০ (এহেজাৰ পাঁচশ) ভক্ত আৰু কোৰবানীৰ কাৰণে ৪০টা উট লৈ তেখেতে তীৰ্থ যাত্ৰা কৰিলে। ওচৰৰ বদ্দু মুছলমানবিলাকো ওলাল। ৰছুল-কৰিমে (দঃ) ভাবিলে যে, উত্তেজনাৰ সময়ত এই উদ্ধত বদ্দুবিলাকক

থমোৱা বৰ টান হ'ব আৰু কোৰেচবিলাকেও মনত ভাবিব যে, মুছলমানবিলাকে মক্কা আক্রমণ কৰিবলৈ আহিছে। সেই দেখি, গুণি-গাঁথি বন্দুবিলাকক এই বেলি যাবলৈ হাক দিয়া গ'ল।

এতেখিনি মুছলমান দল বান্ধি তীৰ্থ কৰিবলৈ অহা বাতৰি কোৰেচবিলাকে শুনি খণ্ডত সিহঁতৰ কৌটিকলীয়া নিয়মলৈ পাহৰি পেলাই গৰ্জি উঠিল, "কটা! সেই খেদা-খোৱা নাস্তিকটোৱে ইমান পালেহিনে? সি শ শ শিষ্য লৈ দুনাই মক্কাত সোমাবহি, বুকু ফিন্দাই ইয়াত ঘূৰি ফুৰিবহি আৰু আমি তাকে ভেবা লাগি চাই থাকিম। ইয়াতকৈ মৰি যোৱাই ভাল।"

কোৰেঁচ চৰ্দাৰবিলাকে মক্কাত সকলোকে উচটাই দি দাঁতিকাষৰীয়া সকলো আৰবকে সিহঁতৰ লগত যোগ দিবলৈ মাতি পঠালে। ৰছুল-কৰিম (দঃ) আন বাট এটাইদি হোদায়বিয়া নামেৰে ঠাই এখনত ওলালহি।

হোদায়বিয়া মক্কাৰ পৰা ৭ মাইল মান দূৰ হ'ব। তাত এটা পুৰণি শুকান নাদ আছিল। পানী নোহোৱাত বৰ অসুবিধা হৈ পৰিল। প্ৰবাদ আছে যে, পাচে ৰছুল-কৰিমে (দঃ) 'দোৱা' (প্ৰাৰ্থনা) কৰাত, তাত পানী চপ্‌চপীয়া হৈ পৰিল।

খোজআ ফৈদৰ আৰববিলাক পৌত্তলিক হ'লেও ৰছুল-কৰিমৰ (দঃ) লগত বৰ মিল থকাত, সিহঁতৰ চৰ্দাৰ বোদাএল-বেন্-অৰ্কা আহি তেখেতক জনালে যে, কোৰেচবিলাকে তেখেতক মক্কাত সোমাবলৈ কেতিয়াও নিদিয়ে। তেখেতে বোদাএলক ক'লে, "আপুনি গৈ কোৰেচবিলাকক বৰাই-বুজাই কওকগৈ যে, যদিও তেওঁলোকে লেক্যত লাগি এই ১৯ বছৰ আমাক পানী পানী কৰি শিকাইছে, আমি তাৰ শোধ ল'বলৈ অহা নাই, তীৰ্থ কৰিবলৈহে আহিছোঁ মাথোন। এই হিংসাৰ কাৰণেই কোৰেচবিলাকৰ ইমান লৈ-লৈ থৈ-থৈ হৈছে। তেওঁলোক এতিয়া ক্ষান্ত হওক, এটা নিৰ্দিষ্ট সময়ৰ নিমিত্তে আমাক স্বাধীনভাৱে তীৰ্থ কৰিবলৈ এৰি দিয়ক। তাৰ পাচত আমি যদি জিকোঁ আৰু আৰবৰ সকলো ফৈদে ইছ্লাম গ্ৰহণ কৰে, তেতিয়া তেওঁলোকে ইচ্ছা কৰিলে ইছ্লাম গ্ৰহণ কৰিব; নকৰে, নকৰিব। তেওঁলোকে যদি মুছলমানবিলাকক ধ্বংস কৰাৰ সংকল্প এৰি নিদিয়ে, তেনেহ'লে ময়ো যিমান দিন জীয়াই থাকিম তাৰ প্ৰতিকাৰ কৰিবলৈ নেৰোঁ।"

বোদাএলে কোৰেচবিলাকক সকলো কথা ভাঙি-পাতি কোৱাত,

তেওঁলোকে ওৰৱা-বেন্-মছ্‌উদ নামেৰে এজন কটকীক ৰছুল-কৰিমৰ (দঃ) লগত কথা-বতৰা হ'বলৈ পঠাই দিলে। ওৰৱাই তেখেতৰ লগত কথা-বতৰা হৈ উভতি গৈ কোৰেচবিলাকক ৰূপত ৰাং চৰাই ক'লে, "মোহম্মদে খুব সঙ্গত প্ৰস্তাৱ কৰিছে, সকলোৱে তাত সন্মত হোৱা। মই কায়চৰ, কেস্ৰা, নাজ্জাচীৰ দৰবাৰো দেখিছোঁ, কিন্তু মোহম্মদৰ ছাহাবাসকলে তেখেতক যেনে আন্তৰিক অসীম অমায়া ভক্তি, শ্ৰদ্ধা, বিশ্বাস আৰু সন্মান কৰে, তেনে আৰু ক'তো দেখিবলৈ পোৱা নাই।"

কোৰেচবিলাকৰ পৰা একো উত্তৰ নোপোৱাত ৰছুল-কৰিমে (দঃ) খেৰাছ নামেৰে এজন কটকীক সন্ধিৰ প্ৰস্তাৱ কৰি পঠালে। মদগৰ্বী কোৰেচবিলাকে কটকীৰ উটটো মাৰি পেলালে আৰু কটকীজনকো হত্যা কৰিবলৈ চেষ্টা কৰিছিল। এই সময়ত, কোৰেচবিলাকে এদল ফৌজ মুছলমানবিলাকক আক্ৰমণ কৰিবলৈ পঠাইছিল। সিহঁতৰ বহুত ৰণুৱা মুছলমানৰ হাতত বন্দী হ'ল। কিন্তু ৰছুল-কৰিমে (দঃ) সিহঁতক এৰি দিলে।

## বায়আতে ৰেজ্‌ৱান ঃ

তাৰ পাচত ৰছুল-কৰিমে (দঃ) হজৰত ওছমানক কোৰেচবিলাকৰ ওচৰলৈ পঠালে। কোৰেচবিলাকে তেওঁক আটক কৰি পেলালে। বাতৰি আহিল ওছমানক মাৰি পেলালে। মুছলমানবিলাক জাঙুৰ খাই উঠিল। মক্কাৰ পৰা ইমান দূৰৈত অলেখ শত্ৰু সৈন্যৰ মাজত এই ১৫০০ তীৰ্থ যাত্ৰীৰ মতা-তিৰোতাই এজোপা গছৰ তলত বহি ৰছুল-কৰিমৰ (দঃ) হাতত ধৰি তেতিয়াই প্ৰতিজ্ঞা কৰিলে, "মৰিবলৈ একেবেলিয়েই সাজু, যুঁজ কৰিম, কেতিয়াও এখন ভৰি পাচলৈ নোহোঁহকাওঁ; আল্লাৰ নাম লৈ আমাৰ এই প্ৰতিজ্ঞা।" এয়ে হৈছে 'বায়আতে ৰেজ্‌ৱান'।

এই সময়ত দাঁতি কাষৰীয়া বহুত আৰব চৰ্দাৰ ৰছুল-কৰিমৰ (দঃ) লগত দেখা কৰিবলৈ আহি তেখেতৰ কথা শুনি ভোল গ'ল। কোৰেচবিলাকে তেখেতৰ বিৰুদ্ধে যিবোৰ কথা ৰটিছিল, সেইবোৰ তেনেই মিছা বুলি সিহঁতৰ ধাৰণা হ'ল। খেৰাছ্ কটকীৰ উটটো অন্যায়ৰূপে মাৰি পেলালে, তেওঁকো মাৰিবৰ চেষ্টা কৰিছিল আৰু হজৰত ওছমানক আটক কৰি ৰাখিছে; কিন্তু গ্ৰেপ্তাৰ কৰা কোৰেচবিলাকক হ'লে ৰছুল-কৰিমে (দঃ) এৰি দিলে।

কোৰেচবিলাকৰ এইবোৰ অন্যায় আচৰণ আৰু ৰছুল-কৰিমৰ (দঃ) এই অনুপম উদাৰতাই ওচৰৰ আৰববিলাকৰ ওপৰত বিশেষকৈ প্ৰভাৱ বিস্তাৰ কৰিছিল। সেই দেখি সেই আৰববিলাকে কোৰেচবিলাকৰ মাজত ঘোষণা কৰি দিলে, "আল্লাৰ ঘৰত তীৰ্থ বন্ধ কৰাৰ নিমিত্তে আমি তোমালোকৰ লগত সন্ধি কৰা নাই, তোমালোকে মোহম্মদক তীৰ্থ কৰি যাবলৈ দিয়া, নাইবা আমি তোমালোকৰ লগ এৰিম।" এনে অৱস্থা দেখি কোৰেচবিলাকে হজৰত ওছমানক তৎক্ষণাৎ এৰি দি ছোহেল-বেন্-আমৰক সন্ধিৰ বিষয়ে আলোচনা কৰিবলৈ ৰছুল-কৰিমৰ (দঃ) ওচৰলৈ পঠাই দিলে। তেতিয়াহে মুছলমানবিলাক শাঁত হ'ল। ৰছুল-কৰিমে (দঃ) সকলোকে বৰাই-বুজাই ক'লে, "ন্যায়ৰ, শান্তিৰ আৰু আত্মিয়তাৰ কাৰণে কোৰেচবিলাকে যি দাবি কৰে, মই তাক পূৰা কৰিম।" পাচত তলত দিয়া চৰ্ত মতে সন্ধি হ'ল ঃ

(১) মুছলমানবিলাকে এই বছৰ হোদায়বিয়াৰ পৰা উভতি যাব।

(২) অহা বছৰত সিবিলাকে তীৰ্থ কৰিবলৈ আহিব পাৰিব; কিন্তু তিন দিনতকৈ বেছি দিন মক্কাত থাকিব নোৱাৰিব।

(৩) বাটৰ কাৰণে যিমান হাতিয়াৰ লাগতিয়াল, সিমানহে মুছলমানবিলাকে লগত আনিব পাৰিব, তাকো থৈলাৰ ভিতৰত বন্ধ কৰি।

(৪) মক্কাত যিবিলাক মুছলমান আছে, মোহম্মদে তেওঁলোকক মদিনালৈ নিব নোৱাৰিব। তেওঁৰ লগৰ কোনো মানুহে যদি মক্কাত থাকি যাব খোজে, তেওঁ হাক দিব নোৱাৰিব।

(৫) তেওঁলোকৰ কোনো মুনিহ কোৰেচবিলাকৰ ওচৰলৈ পলাই আহিলে, কোৰেচবিলাকে তেওঁক মুছলমানবিলাকক ওলোটাই নিদিয়ে। কিন্তু মক্কাৰ কোনো মুছলমান বা অমুছলমান মুনিহ মুছলমানবিলাকৰ ওচৰলৈ গ'লে, মুছলমানবিলাকে তেওঁক কোৰেচবিলাকক ওলোটাই দিবলৈ বাধ্য থাকিব।

(৬) ইয়াৰ পাচত এক পক্ষই আন পক্ষৰ লগত কোনো প্ৰকাৰৰ শত্ৰুতা নকৰিব।

(৭) আৰবৰ আন ফৈদবিলাকে নিজ ইচ্ছাৰে যেই-সেই পক্ষৰ লগত স্বাধীনভাৱে মিত্ৰতা কৰিব পাৰিব।

## প্ৰতিজ্ঞা পালন ঃ

এই অপমানসূচক চৰ্তবিলাকত হজৰত আবুবকৰত বাজে সকলো মুছলমানেই অসন্তুষ্ট হৈছিল। সন্ধি কাকতখন লিখিবলৈ যো-জা কৰা হৈছে, এনেতে আবু জন্দল নামেৰে এজন মুছলমান ভৰিত লোৰ বেৰি লৈ পলাই তাত ওলালহি। তেওঁক দেখিয়েই ছোহেলে ক'বলৈ ধৰিলে, "সত্য ৰক্ষাৰ এই পৰীক্ষা। মোহম্মদ! তুমি এতিয়া আবু জন্দলক কোৰেচৰ ওচৰত ওলোটাই দিবলৈ বাধ্য।" তেতিয়া ৰছুল-কৰিমে (দঃ) আবু জন্দলক মক্কালৈ উলটি যাবলৈ ক'লে। আবু জন্দলে নিজৰ গাৰ ঘাবোৰ দেখুৱাই তেখেতক ফেঁকুৰি ফেঁকুৰি কান্দি নিজৰ দুখৰ কাহিনী কৈ, ক'বলৈ ধৰিলে, "আজি মোক কোৰেচবিলাকৰ হাতত ওলোটাই দিয়া হৈছে। সিহঁতে ধৰ্ম এৰুৱাবৰ কাৰণে, মোৰ ওপৰত আকৌ এনে অত্যাচাৰ কৰিব।" ৰছুল-কৰিমে (দঃ) সান্ত্বনা দি ক'লে, "আবু জন্দল! তোমাৰ পৰীক্ষা বৰ টান, ধৈৰ্য ধৰা, আমি এই মাত্ৰ সন্ধি কৰিছোঁ, তুৰি-মুৰি কৰা অসম্ভব। আল্লাই এই বিপদত তোমাৰ নিমিত্তে বাট মোকলাই দিব।" পাচত আবু জন্দলক কোৰেচবিলাকক ওলোটাই দিয়া হ'ল। সন্ধি কাকতখন হজৰত আলীয়ে লিখিছে।

ৰছুল-কৰিম (দঃ) মদিনালৈ উভটি অহাৰ পাচত, ওৎবা নামেৰে এজন মুছলমান কথমপি কোৰেচবিলাকৰ বন্দীখানাৰ পৰা পলাই ৰছুল-কৰিমৰ (দঃ) ওচৰলৈ গ'ল। কোৰেচবিলাকে ততালিকে তেখেতৰ ওচৰলৈ দুজন কটকী পঠাই, তেওঁক ওলোটাই পোৱাৰ দাবি কৰিলে। ৰছুল-কৰিমে (দঃ) ক'লে, "ওৎবা! তুমি মকালৈ উভটি যাব লাগিব। ধৰ্ম-প্ৰতিজ্ঞা ভঙা আৰু বিশ্বাস-ঘাতকাত কৰা আমাৰ পৰা হ'ব নোৱাৰে।" ৰছুল-কৰিমে (দঃ) ওৎবাক কটকীৰ লগত মক্কালৈ পঠাই দিলে। বাটত ওৎবাই লগৰীয়া দুজনৰ তৰোৱাল এখনেৰে এজনক কাটিলে, আৰু আনজনে পলাই প্ৰাণ ৰক্ষা কৰিলে। ওৎবাই মদিনালৈ উভটি গৈ এই হত্যাৰ কথা জনাই ক'লে, "য়্যা ৰছুলল্লাহ্! আপুনি নিজৰ প্ৰতিজ্ঞা ৰক্ষা কৰি মোক বন্দী কৰি কোৰেচবিলাকৰ হাতত পেলাই দিছিল; কিন্তু মই নিজৰ ধৰ্মক ৰক্ষা কৰাৰ বাট নিজেই উলিয়াই ল'লো।" ৰছুল-কৰিমে (দঃ) এই কথা শুনি দুখিত হ'ল। ওৎবাই ভাবিলে যে, কোৰেচবিলাকে আকৌ মানুহ পঠালে, দুনাই তেওঁ বন্দী হৈ মক্কালৈ যাব লাগিব। হেন জানি আৰু পলম নকৰি তেওঁ 'ঈছ্' নামেৰে এখন ঠাইলৈ পলাই গৈ তাত গইনা

ল'লে। মক্কাৰ বহুত উৎপীড়িত মুছলমান পলাই গৈ ওৎবাৰ লগ খালেগৈ। পাচত এই ভগনীয়া মুছলমানবিলাকে কোৰেচৰ বেহা-বেপাৰ কৰিবলৈ যোৱা মানুহবোৰক বাটত ধৰি নথৈ জ্বলা-কলা কৰিবলৈ ধৰিলে। কোৰেচবিলাকে তত্ নেপাই ৫ম ধাৰাটো বদ কৰি দিলে। পাচত উৎপীড়িত মুছলমানবিলাকে জাকে জাকে মদিনালৈ আহিবলৈ ধৰিলে।

আবু ৰাফি নামেৰে এজন মানুহক কোৰেচবিলাকে দূতস্বৰূপে হজৰত ৰছুল-কৰিমৰ (দঃ) ওচৰলৈ পঠাইছিল। সেই কটকীজনে তেখেতৰ 'নুৰানি' (জ্যোতির্ময়) চেহেৰা দেখি আৰু উপদেশ শুনি ভোল গৈ ইছলাম গ্ৰহণ কৰিলে আৰু মক্কালৈ উভটি যাব নুখজিলে। হজৰত ৰছুল-কৰিমে (দঃ) ক'লে, "মই সন্ধি চৰ্ত ভাঙিব নোৱাৰোঁ, তুমি যাবই লাগিব।" অগত্যা, তেওঁ যাবলৈ বাধ্য হ'ল। ছাহাবাসকলে হোদায়বিয়া সন্ধিৰ চৰ্তবিলাক বৰ অপমানসূচক বুলি ভাবিছিল; কিন্তু পাক কোৰ্আন শ্বৰীফত ইয়াক 'ফটেহ মুবিন' (স্পষ্ট জয়)* বুলি উল্লেখ কৰা হৈছে; কাৰণ, হোদায়বিয়াত আৰববিলাকৰ সকলো হিংসা আৰু দুষ্টালি, ৰছুল-কৰিমৰ (দঃ) ক্ষমা, উদাৰতা, প্ৰেম আৰু শান্তিপ্ৰিয়তাৰ আগত সম্পূৰ্ণৰূপে হাৰ মানিলে।

আৰবৰ জনসাধাৰণে এতিয়া টেটোন কোৰেচবিলাকৰ টেঙৰালি ভালকৈ বুজিব পাৰিলে। সিহঁতে মিছাকৈয়ে ৰছুল-কৰিমৰ (দঃ) বিৰুদ্ধে নানা ৰকমৰ কথা ৰটি গোটেই আৰবত অশান্তিৰ জুই জ্বলাই দিছিল। এই সন্ধি হোৱাত, মুছলমানবিলাকে আৰবৰ সকলো ঠাইতে ফুৰা-চকা কৰিবলৈ, সকলোৰে লগত মিলিবলৈ আৰু ইছলাম কি, তাৰ প্ৰকৃত শিক্ষা, সৌন্দৰ্য বা সাধনা কি আৰু পৌত্তলিকতানো কি, তাক অমুছলমানবিলাকক খৰচীয়া মাৰি বুজাই দিবলৈ সোণালী সুযোগ পালে।

আৰববিলাকে মুছলমানবিলাকৰ চৰিত্ৰৰ মহিমা আৰু উপদেশৰ সত্যতা বুজিব পাৰি মুগ্ধ হৈ তেওঁলোকৰ কথা ল'বলৈ ধৰিলে। এইদৰে হোদায়বিয়া সন্ধিৰ পাচত প্ৰায় দুবছৰৰ ভিতৰত মুছলমানৰ সংখ্যা দুগুণতকৈও বেছি হৈ গ'ল। কিন্তু দুখৰ বিষয়, কৰ্ম ক্ষেত্ৰত ৰছুল-কৰিমৰ (দঃ) এই পুণ্য আদৰ্শ আৰু 'চুন্নত' (ৰীতি-নীতি) মুছলমান সমাজে আজি-কালি সমূলি পাহৰি গ'ল।

---

** কোৰ্আন—চুৰা ইন্না ফাতাহ্না, ১ আয়ত। হোদায়বিয়াৰ পৰা মদিনালৈ ওভতোঁতে বাটত 'ইন্না ফাতাহ্না' চুৰা অৱতীৰ্ণ হয়।*

# ইহুদীবিলাকৰ শত্ৰুতা

## খায়বৰ ৰণ—৭ হিজৰী, মোহৰ্ৰম, ৬২৮ খৃষ্টাব্দ ঃ

খায়বৰ ৰণত ইহুদীবিলাকে বিশ্বাসঘাতকতা কৰাত সিহঁত কোৰেচবিলাকৰ দাঁতৰ শাল, চকুৰ কুটা হৈ পৰিল। ইহুদীবিলাকে বুজিলে এই ৰণতে কোৰেচবিলাকৰ ৰাজহাড় ভাগিল আৰু কঁকাল পৰিল আৰু মুছলমানবিলাকো জুৰুলা হ'ল। 'হিজৰত'ৰ সময়ৰ পৰা সিহঁতে মুছলমানবিলাকক নিমূৰমূৰীয়া কৰিবলৈ চেষ্টা কৰিছিল। মদিনাৰ পৰা তিনি-চাৰি দিনৰ বাট দূৰৈত, পূব-উত্তৰ ফালে খায়বৰ নামেৰে এঠাইত বনি-নাজিৰ আৰু বনি-কয়নকা ফৈদৰ ইহুদীবিলাকে মদিনাৰ পৰা খেদা খাই আছিলগৈ। সিহঁতে ভাবিলে যে, এতিয়া এই চলতে গোটেই আৰবত ইহুদী সাম্ৰাজ্য স্থাপন কৰিব পৰা হ'ব।

'গৎফান' বন্দুবিলাক ইছলামৰ চিৰ-শত্ৰু। ইহুদীবিলাকে এই 'গৎফান' ফৈদ আৰু গৎফানৰ ওচৰ-চুবুৰীয়া পৌত্তলিকবিলাকক উত্তেজিত কৰি একে গোট হৈ মদিনা আক্ৰমণ কৰিবলৈ বহুত সৈন্য গোটালে আৰু ছেগ চাই মুছলমানবিলাকক পাৰেমানে অত্যাচাৰ কৰিবলৈ ধৰিলে। এবেলি এই চয়তানবিলাকে এদল মুছলমান সাউদক আক্ৰমণ কৰি সিহঁতৰ বহুত মানুহক মাৰিলে, বহুতক ঘুণীয়া কৰিলে আৰু সিহঁতৰ সকলো ধন-সম্পত্তি ঢাঁহি-মুহি কাঢ়ি নিলে।

ইহুদীবিলাকৰ এনে আচৰণ দেখিও শান্তিপ্ৰিয় ৰছুল-কৰিমে (দঃ) ধৈৰ্য ধৰি আছিল, আনকি সিহঁতৰ লগত সন্ধি কৰিবলৈ তেখেতে ব্যাগ্ৰহে হৈছিল। কিন্তু তেখেতে এনেকৈ মনে মনে সহি থকাত ইহুদীবিলাকৰ সাহ-পিত বাঢ়ি গ'ল আৰু মুছলমানবিলাকৰ কঁকাল ভাগিল বুলি ভাবি সিহঁতে এদল ডকাইত মদিনাৰ বাটলৈ পঠাই দিলে। এই ডকাইত দলে মদিনাৰ ওচৰৰ 'জু-কাৰাদ' নামেৰে এখন চৰণীয়া পথাৰৰ পৰা ৰছুল-কৰিমৰ (দঃ) আৰু আন আন মুছলমানবিলাকৰ দুম্বা আৰু ছাগলীবিলাক লুটি লৈ যায় আৰু এজন মুছলমানক মাৰি তেওঁৰ তিৰোতাজনীক ধৰি নিয়ে।

খায়বৰ মদিনাৰ পৰা তিনি-চাৰি দিনৰ বাট। ইয়াত ইহুদীবিলাকৰ আঠোটা অজেয় কোঁঠ আছিল। খায়বৰ শব্দৰ অৰ্থ কোঁঠেৰে বেষ্টিত ঠাই।

ইয়াতে মদিনাৰ পৰা খেদা-খোৱা বনি-নাজিৰ আৰু বনি-কোৰায়জা দলৰ বহুত ইহুদী আহি ইয়াৰ ইহুদীবিলাকৰ লগত গোট খাই মদিনা আক্ৰমণ কৰিবলৈ সাজু হৈছিল।

ইমান দিন ৰছুল-কৰিমে (দঃ) ইহুদীবিলাকৰ আৰু 'গৎফান' ফৈদৰ অত্যাচাৰ সহি নিতাল মাৰি আছিল। যেতিয়া তেখেতে দেখিলে যে, মুছলমানবিলাকৰ অস্তিত্ব ৰক্ষা কৰা টান হৈ পৰিছে আৰু শত্ৰু পক্ষে অতি সোনকালে মদিনা আক্ৰমণ কৰিবহি বুলি উৰা বাতৰি পালে, তেতিয়া জু-কাৰাদৰ ঘটনাৰ তিনি দিন পাচত ৭ম হিজৰীৰ মোহৰ্ৰম মাহত চৈধ্যশ পদাতিক আৰু দুশ ঘোঁৰা ছাৱাৰ লৈ তেখেতে শত্ৰুক বাধা দিবলৈ খায়বৰলৈ যাত্ৰা কৰিলে।

ইহুদী জাতি ষড়যন্ত্ৰ, বিদ্ৰোহ, লুট-পাট, গুপ্তহত্যা কৰাত যদিও পাকৈত, মুখামুখিকৈ যুঁজিবলৈ সিহঁতৰ এধানমানো সাহ-পিত নাছিল। আনেকাদিনা দোক্‌মোকালিতে মুছলমান ফৌজৰ 'আল্লাহু আকবৰ' ধ্বনি হঠাৎ খায়বৰ কোঁঠৰ আগত শুনি ইহুদীবিলাকে ভয়ত কোঁঠবিলাকত সোমাই গইনা ল'লেগৈ আৰু ভাবিলে যে, অতি সোনকালে গৎফানী বন্ধুবিলাক আহি সিহঁতক সহায় কৰিব। মুছলমান ফৌজে কোঁঠবিলাক ঘেৰি এনে দিহা কৰি ল'লে যাতে গৎফান ফৈদৰ কোনো মানুহ আহিব নোৱাৰে। গৎফান ফৈদৰ মানুহে এই আক্ৰমণৰ বাতৰি পায়েই বাটৰে পৰা ছিটিকিল। ইহুদীবিলাকৰ বুকু কঁপিবলৈ ধৰিলে। আল্লাৰ হুকুমত তিনি সপ্তাহত 'হাজল কমুচ' কোঁঠত বাজে সকলো কোঁঠ মুছলমানে দখল কৰে। ৰছুল-কৰিমে (দঃ) হজৰত আলীক 'আলম্‌-বৰ্‌দাৰ' (নিচানধাৰী) কৰি, এই 'হাজল-কমুচ' কোঁঠ আক্ৰমণ কৰিবলৈ হুকুম দিলে। শেৰে খোদা সিংহৰ দৰে গুঁজৰি হাতত 'জুলফোকাৰ' তৰোৱাল লৈ মুছলিম সৈন্যৰে সৈতে বিষম সাহেৰে কোঁঠৰ দেৱাল ডেই ভিতৰত হঠাৎ শত্ৰুবিলাকৰ ওপৰত উবুৰি খাই পৰিল। তেওঁ মতলীয়া হাতীৰ দৰে ৰণ কৰি গৈ আছে। হঠাৎ তেওঁৰ হাতৰ পৰা ঢাল পৰি গ'ল। তেতিয়া তেওঁ খায়বৰ নগৰ দেৱালৰ দুৱাৰখনকে যাক সাতজন মানুহেও দাঙি নিব নোৱাৰিছিল, ঢালস্বৰূপে ব্যৱহাৰ কৰিলে। শত্ৰুপক্ষই এই আকস্মিক বিপদ আৰু হজৰত আলীৰ কৰাল মূৰ্তি দেখি পেঁপুৱা খাই নিজেই অস্ত্ৰ এৰি ধৰা দিলে। চাওঁতে

চাওঁতে সেই কোঁঠৰ ওপৰত মুছলিম নিচান উৰিবলৈ ধৰিলে। এই ৰণত ৯৩ জন ইহুদী আৰু ১৫ জন মুছলমান হানি হ'ল।

এই ৰণত হজৰত আলীৰ অলৌকিক বীৰত্বৰ প্ৰভাৱ আৰু অসাধাৰণ ৰণবিদ্যাৰ পৰিচয় বুৰঞ্জীৰ পাতত সোণালী আখৰেৰে লিখা আছে।

খায়বৰত জিকাৰ পাচত ৰছুল-কৰিমে (দঃ) হুকুম দিলে, "ইহুদীবিলাকে আগৰ দৰে স্বাধীনভাৱে নিজৰ ধৰ্ম পালন কৰিব পাৰিব। মুছলমানবিলাকৰ দৰে কোনো ৰকম আয়কৰ (Income Tax) বা মাটিৰ কৰ (Land Revenue) দিব নেলাগে। ৰণত যোগ দিবলৈ বাধ্য নহয়। সিহঁতৰ নিজ ঘৰ-বাৰীত আৰু মাটি-ভেটিত আগৰ দৰে স্বত্বাধিকাৰ থাকিব। মালিকস্বৰূপে ফচলৰ ভাগ আগেয়ে যেনেকৈ জমিদাৰে পাইছিল, তেনেকৈ এতিয়াৰে পৰা মদিনাৰ ৰাজ চৰকাৰে পাব।"

আজি যদি ইহুদীবিলাকে জিকিলহেঁতেন, মুছলমানৰ নাম-গোন্ধ এই পৃথিবীত চিৰকাললৈ লোপ পালেহেঁতেন। এনে প্ৰাণৰ বৈৰীক সম্পূৰ্ণৰূপে ভৰিৰ তলত পায়ো, সিহঁতক আগৰ সকলো অধিকাৰ দিয়া হ'ল। জগতৰ বুৰঞ্জীত এনে উদাৰতাৰ তুলনা আছেনে?

খায়বৰ ৰণৰ সময়ত কেনানাই বিশ্বাসঘাতকতা কৰি মাহমুদ নামেৰে এজন ছাহাবীক মাৰি পেলায়। ৰণ শেষ হোৱাত, এই নৰহত্যা দোষত প্ৰচলিত আইন অনুসৰি কেনানাৰ প্ৰাণদণ্ড হয়।

ৰছুল-কৰিম (দঃ) আৰু চাৰিজন খলিফাৰ সময়ত মুছলমান তিৰোতাসকলে ৰণ ক্ষেত্ৰত জখমী মুছলমানবিলাকক জা-জলপান খুৱাইছিল, তম্বুত আহি সিহঁতৰ ঘা ধুই দৰৱ লগাই পটী বান্দি দি আলপৈচান ধৰিছিল। আঠে-পথে ময়দানতো পুৰুষবিলাকক হাতিয়াৰ যোগাইছিল আৰু স্বামী, ভাই-ককাই, বাপেক-পুতেকৰ কাষত থিয় হৈ তৰোৱাল হাতত লৈ বীৰত্বৰ পৰাকাষ্ঠা দেখুৱাইছিল। এইদৰে এদল তিৰোতা খায়বৰ ৰণতো যোগ দিছিল।

খায়বৰৰ দাঁতি কাষৰীয়া ইহুদীবিলাকে ভয়ত বিচেষ্টা হৈ ৰছুল-কৰিমৰ (দঃ) ওচৰত নিজেই ধৰা দিলেহি। তেখেতে সিহঁতৰ অৱস্থা দেখি বৰ দুখিত হ'ল আৰু সিহঁতৰ সকলো দোষ খেমিলে। আগলৈ ব্যৱস্থা হ'ল যে, এই ইহুদীবিলাকেও কোনো ৰকমৰ আয়-কৰ বা মাটিৰ খাজানা দিব নেলাগে।

সিহঁতে বছৰেপতি অলপ 'জিজিয়া' কৰ দিব। মদিনাৰ সাধাৰণ-তন্ত্ৰৰ তলত থকা মুছলমানবিলাকে বছৰেপতি সকলো আয়ৰ শতকৰা ২॥০ টকাকৈ আয়কৰ দিবলৈ বাধ্য। ইয়াত বাজে যিমান শস্য হয়, তাৰ দহ ভাগৰ এভাগ কৰস্বৰূপ দিব লাগে। গৰু, ছাগলী আদি জন্তুৰ ওপৰতো এইদৰে কৰ নিৰ্ধাৰিত আছিল। ইয়াকে জাকাত* বোলে। কিন্তু অমুছলমানবিলাকে মাত্ৰ 'জিজিয়া' দিলেই হয়। সিহঁত ৰণলৈ যাবলৈ বাধ্য নহয়; কিন্তু সাধাৰণ-তন্ত্ৰই সিহঁতৰ ধন-প্ৰাণ, মান-মৰ্যাদা ৰক্ষা কৰিবলৈ বাধ্য।

## হজৰত ৰছুল-কৰিমক বিহ খুউৱা ঃ

এইবোৰ ব্যৱস্থা কৰাৰ পাচত, ৰছুল-কৰিমে (দঃ) দিনচেৰেক খায়বৰত জিৰায়। এই সময়ত জনদিয়েক ইহুদীয়ে তেখেতৰ প্ৰাণ বধিবলৈ পাং পাতি জয়নব নামেৰে এজনী শীতল-সন্নিপাত ইহুদী তিৰোতাক ছাগলী মঙহত বিহ দি ৰান্ধিবলৈ ক'লে। জয়নবে সেই মতে বিহ মিলাই কাবাব তৈয়াৰ কৰি উপযাচি আনি ৰছুল-কৰিমৰ (দঃ) ওচৰত থিয় হৈ আৰজ কৰিলে, "য়্যা ৰছুলুল্লাহ্! আপোনাৰ কাৰণে এই সামান্য 'হাদিয়া' (ভেটি) আনিছোঁ, আপুনি গ্ৰহণ কৰিবনে?" ৰছুল-কৰিমে (দঃ) আনন্দেৰে সেই কাবাবৰ ভেটি গ্ৰহণ কৰি, ছাহাবাসকলক লগত লৈ খাবলৈ বহিল। বেশ্বৰ নামেৰে এজন ছাহাবীয়ে এডোখৰ মঙহ গিলি পেলালে। ৰছুল-কৰিমে (দঃ) এডোখৰ গিলিয়েই ছাহাবাসকলক ক'লে, "মঙহত বিহ আছে, সাৱধান!" তেখেতৰ গোটেই গা পুৰিবলৈ ধৰিলে, বেশ্বৰ তেতিয়াই বিবৰ্ণ হৈ পৰি গ'ল।

জয়নব আৰু আন আন পাষণ্ডবিলাকক ৰছুল-কৰিমৰ (দঃ) ওচৰলৈ অনোৱা হ'ল। এনে আচৰণৰ কাৰণে কি, সুধিলত জয়নবে ক'লে, "আপোনাক হত্যা কৰিবলৈ মই এনে অন্যায় কাম কৰিছিলো।" তেখেতে হাঁহি ক'লে, "আল্লাই কেতিয়াও এই কামত তোৰ মনোবাঞ্ছা পূৰণ নকৰে। সত্যৰ সেৱা আৰু তাক প্ৰচাৰ কৰিবলৈ আল্লাই মোক হুকুম দিছে, মোৰ এই সাধনা যেতিয়ালৈকে পূৰা নহয়, তেতিয়ালৈকে জগতৰ গোটেই বিহ ঢালিও কেৱে মোৰ প্ৰাণ ল'ব নোৱাৰে।" জয়নবৰ কথা শুনি সকলো ছাহাবাই কেউফালৰ পৰা চিঞৰি উঠি ক'বলৈ ধৰিলে, "য়্যা ৰছুলুল্লাহ্! এতিয়াও

* *উত্তৰা-কাণ্ডৰ 'ইছলাম' চাওক।*

আমি এই ডাকিনীৰ প্ৰাণ বধ কৰাৰ হুকুম নেপামনে?" তেখেতে ধীৰ আৰু গহীনভাবে উত্তৰ দিলে, "ৰ'ব, আপোনালোকে ধৈৰ্য ধৰক।" ধন্য আত্মত্যাগ। তাৰ পাচত ইহুদীবিলাকে এই বুলি উত্তৰ দিলে, "আপুনি সঁচা নবী নে মিছা, তাকে পৰীক্ষা কৰিবৰ নিমিত্তে এনে কাম কৰিছিলো। ভাবিছিলো আপুনি যদি ভণ্ড, তেন্তে এই বিহ মিলোৱা মঙহ খালেই মৰিব আৰু যদি সঁচাকৈয়ে আল্লাৰ নবী তেন্তে এই বিহে আপোনাক একো কৰিব নোৱাৰে।" ওচৰত বেশ্বৰে বিহৰ পোৰণিত মাটিত পৰি ছট্‌ফট্ কৰিছে, কিন্তু ৰছুল-কৰিমে (দঃ) নিজৰ অৱস্থালৈ আওকাণ কৰি বিচাৰ কৰিছে। ছাহাবাসকলে এই পৰাজিত আৰু পদানত পাষণ্ডবিলাকক বধ কৰিবৰ নিমিত্তে উত্ৰাৱল হৈছে। কিন্তু শাস্তি দিয়াৰ সম্পূৰ্ণ শক্তি থাকোঁতেও, ৰছুল-কৰিমে (দঃ) এনে ঘোৰ কাল-শত্ৰুবিলাকক ক্ষমা কৰিছে, ইয়াৰ কাৰণ কি? গোটেই বুৰঞ্জীয়ে ফট্‌ফটীয়াকৈ সাক্ষ্য দিছে যে, ৰছুল-কৰিমে (দঃ) নিজৰ ব্যক্তিগত অত্যাচাৰ আৰু অপৰাধৰ বাবে কেতিয়াও কোনো অত্যাচাৰীক বা অপৰাধীক কোনো ৰকম শাস্তি নিয়া নাই। আজি ৰছুল-কৰিমৰ (দঃ) প্ৰকৃত স্বৰূপটি যেতিয়া ইহুদীবিলাকৰ চকুৰ আগত জল্‌জল্‌কৈ জিলিকিবলৈ ধৰিলে, তেতিয়াই সিহঁতে তেখেতৰ 'পাক কদমত' (পবিত্ৰ চৰণত) দীঘল দি পৰিল।

ইমান বেলিলৈকে জয়নবৰ মানসিক চকুৰ আগত চাউদাণ্ডৰ তৰোৱাল চিক্‌মিকাই আছিল। তাই ভাবিছিল যে, তাইৰ আৰু তাইৰ লগৰীয়াবিলাকৰ শ থিতাতে শিয়াল-শগুণে খাব। কিন্তু তাই যেতিয়া দেখিলে যে, এনে প্ৰাণৰ বৈৰীকো ৰছুল-কৰিমে (দঃ) হৰিষ মনে ক্ষমা কৰিছে, তেতিয়া এই পিশাচিনীয়ে ব্যাকুল হৈ তেখেতৰ পবিত্ৰ পাদপদ্মত দীঘল দি পৰি ক্ষমা প্ৰাৰ্থনা কৰিলে। ৰহমতুল লিল্‌আ'লেমীনে তাইকো ক্ষমা কৰিলে। কিন্তু তাই সৰহ দিন এই সুখ ভোগ কৰিবলৈ নেপালে। বেশ্বৰ কেইদিনমানৰ পাচত মৰিল। গতিকে প্ৰচলিত আইন মতে নৰহত্যাৰ অপৰাধত তাইৰ প্ৰাণদণ্ড হ'ল।

## বিবি চাফিয়াৰ লগত নিকাহ্ :

কিনানা নামেৰে ইহুদী চৰ্দাৰ এজন ৰছুল-কৰিমৰ (দঃ) অজাত শত্ৰু আছিল। কিন্তু তেওঁ খায়বৰ ৰণত মুছলমানৰ হাতত মৰা পৰাত, তেওঁৰ বাঁৰী তিৰোতা চাফিয়া বন্দিনী হৈ আছে। ৰছুল-কৰিমে (দঃ) তেওঁক মুক্ত কৰি

দিয়ে। তাৰ পাচত তেওঁ বৰ আঠাৰৰত পৰিল। তেওঁৰ ক'তো মুখ জিৰাবৰ ঠাই নাইকিয়া হ'ল, সকলোৱে লেই-লেই, ছেই-ছেই কৰিবলৈ ধৰিলে। এই সময়ত তেওঁ এদিন ৰছুল-কৰিমৰ (দঃ) খেদমতত হাজিৰ হৈ আৰজ কৰিলে, "য়্যা ৰছুলুল্লাহ্। মই বহুত দিন আগৰে পৰা আপোনাৰ ক্ষমাশীলতা আৰু দয়ালুতাৰ কথা শুনি আহিছোঁ। আপুনি মোৰ আত্মীয় মানুহবিলাকৰ পাপৰ নিমিত্তে মোক দোষী বুলি ঘিণ নকৰি, আপোনাৰ পবিত্ৰ চৰণৰ ছাঁত জিৰাবলৈ দি যেন মোক উদ্ধাৰ কৰে।" তেখেতে তেওঁক তেতিয়া নিকাহ্ কৰে; কিন্তু ইহুদী ধৰ্মতে থাকিল। তেওঁ কোৱেয়জা ইহুদী ফৈদৰ ৰাজকুঁৱৰী আছিল আৰু বিশ্ববিখ্যাত খলিফা হাৰুণুৰ্ ৰশ্বীদৰ পূৰ্বপুৰুষ বংশোদ্ভৱা।

আবিচিনিয়ালৈ যোৱা ভগনীয়া মুছলমানবিলাকৰ এদল আগেয়ে মদিনালৈ উভতি আহিছিল। বাকী মানুহখিনিও হজৰত আলীৰ ভায়েক জাফৰৰ সৈতে পাচত আহি ঠিক খায়বৰ বিজয়ৰ শেহ দিনা তাত ওলাল। গতিকে মুছলমানবিলাকৰ উলাহৰ পাৰ নাইকিয়া হ'ল।

## বিবি উম্মে হবিবাৰ লগত নিকাহ্ ঃ

এই উভতি অহা মুছলমানবিলাকৰ মাজত ৰছুল-কৰিমৰ (দঃ) ঘোৰ শত্ৰু আবু ছুফিয়ানৰ বাঁৰী জীয়েক উম্মে হবিবাও আছিল। তেওঁৰ স্বামী আব্দুল্লাহ্ ঢুকুৱাত, তেওঁ বৰ নিঠৰুৱা হৈ পৰিল। কাৰণ, ইছলাম গ্ৰহণ কৰাত, তেওঁ বাপেকৰো চকুৰ শূল হৈ পৰিছিল। পাচে তেওঁ ৰছুল-কৰিমৰ (দঃ) সহধৰ্মিণী হ'বলৈ বৰ হেঁপাহ কৰাত আৰু তেখেতেও আবু ছুফিয়ানৰ শত্ৰুতাৰ পৰা ৰক্ষা পাবৰ আশাৰে তেওঁক নিকাহ্ কৰি তেওঁৰ দুৰৱস্থা গুচায়।

## হাজ্জাজ ইহুদীৰ ইছলাম গ্ৰহণ ঃ

ৰছুল-কৰিমক (দঃ) বিহ খুউৱাৰ পাচত হাজ্জাজ নামেৰে এজন ধন-কুবেৰ আৰু নামী ইহুদী সাউদে উপযাচি ইছলাম গ্ৰহণ কৰে। মক্কাৰ মুদৈবিলাকৰ গাত তেওঁৰ বহুত টকা আছিল। তেওঁৰ মুছলমান হোৱা বাতৰিটো মক্কাত প্ৰচাৰ হোৱাৰ আগেয়ে তেওঁ মক্কাত আহি উলিয়াই দিলে, "মোহম্মদ ৰণত একেবেলিয়েই ঘাটিল, মুছলমানবিলাকৰ কঁকাল চিৰকাললৈ পৰিল, মোহম্মদক ইহুদীবিলাকে বন্দী কৰিলে আৰু তেওঁক কটা-বান্ধ দি এতিয়া মক্কালৈ চালান দিব খুজিছে। ইয়াত আপোনালোকে নিজ হাতেৰে তেওঁৰ

টেটু ছিণ্ডিব।” খায়বৰ ৰণৰ ফলাফল জানিবলৈ মক্কাৰ মানুহবিলাক বৰ উৎকণ্ঠিত হৈ আছিল। এনেই বুঢ়ী নাচনী, তাতে নাতিনীয়েকৰ বিয়া। এই বাতৰি শুনা মাত্ৰকে সিহঁতৰ ৰঙৰ পাৰ নাইকিয়া হ'ল। চহৰৰ ইমূৰৰ পৰা সিমূৰলৈকে আনন্দৰ খলকনি লাগি গ'ল। হাজ্জাজে অৱস্থা বুজি আকৌ ক'বলৈ ধৰিলে, “আপোনালোকৰ আনন্দ উৎসৱত যোগ দিবলৈকে মই মক্কালৈ আহিছোঁ। কিন্তু সাপ মাৰি নেগুৰত বিহ থোৱা অন্যায়। মোহম্মদৰ শিষ্যবিলাক এলা-পেচা মানুহ নহয়, সিহঁতে আকৌ মূৰ তুলিবৰ সময় পোৱাৰ আগেয়ে, মদিনা আক্ৰমণ কৰিবই লাগিব, ফাঁপৰি কঁঠীয়াৰ সঁচ আৰু থ'বই নেলাগে। কিন্তু ইয়াকে কৰিবৰ হ'লে বহুত টকাৰ দৰকাৰ। সেই দেখি আমি যিমান ইহুদী মুদৈ আছোঁ, সকলোৱে মুঠ বান্ধি থিৰাং কৰিছোঁ যে, এই কামৰ নিমিত্তে আমি আমাৰ যথাসৰ্বস্ব খৰচ কৰি পেলাম। আপোনালোকে ততাতৈয়াকৈ মোৰ পা-পইচাকেইটা শোধ কৰি দিয়ক। মই মদিনালৈ গৈ কঁকালত টঙালি বান্ধি কাম আৰম্ভ কৰি দিওঁগৈ। এইদৰে আভুৱা ভাঁৰি হাজ্জাজে নিজৰ সকলো ধন-বিত গোটাই লৈ মক্কা এৰিবলে আৰু যাবৰ সময়ত হজৰত আব্বাছক আচল কথা কৈ গ'ল।

## ৰছুল-কৰিমৰ ২য় হজ-যাত্ৰা

### হিজৰতৰ ৭ম বছৰ, ৬২৯ খৃষ্টাব্দ ঃ

খায়বৰৰ পৰা উভতি অহাৰ মাহচেৰেক পাচত হোদায়বিয়া সন্ধিৰ চৰ্ত অনুসৰি ৰছুল-কৰিমে (দঃ) দুহেজাৰ ছাহাবাক লগত লৈ এই বেলি জিলকদ মাহৰ ১লা তাৰিখে তীৰ্থ যাত্ৰা কৰে। কিন্তু এইটো দৃশ্য কোৰেচবিলাকৰ অসহনীয় হোৱাত, চৰ্দাৰবিলাকে আবু কোবাএছ পৰ্বতলৈ গুচি গ'ল। সন্ধিৰ চৰ্ত মতে ৰছুল-কৰিমে (দঃ) তিন দিন মক্কাত থাকি তীৰ্থৰ সকলো কাম-কাজ সমাধা কৰি কা'বাৰ ভিতৰলৈ সোমাব খুজিছিল; কিন্তু কোৰেচবিলাকে হকা-বধা দি ক'লে, “সন্ধি কাকতত মুঠেই তীৰ্থ কৰাৰ কথাহে আছে, কা'বাত সোমোৱাৰ কথা নাই?” ৰছুল-কৰিমে (দঃ) ধৈৰ্য ধৰি, চতুৰ্থ দিনা লগৰীয়াবিলাকক লৈ মদিনালৈ উভতিল। কোৰেচবিলাকে ৰছুল-কৰিমে (দঃ)

নথৈ দুৰ্ব্যবহাৰ কৰিছিল; কিন্তু তেখেতৰ অসাধাৰণ গুণ আৰু চৰিত্ৰৰ প্ৰভাৱত সিহঁত মুগ্ধ হৈ ইয়াৰ অলপ পাচতে জনচেৰেক কোৰেচ মদিনালৈ গৈ নিজেই ইছলাম গ্ৰহণ কৰে।

## ইছলামৰ ফালৰ বিশ্ব-মানৱক দাৱাত

### ৭ম হিজৰী, ৬২৮ খৃষ্টাব্দ ঃ

সৃষ্টিৰ পাতনিৰে পৰা জগতৰ কেন্দ্ৰই কেন্দ্ৰই, যুগে যুগে পতিত জাতিক উদ্ধাৰ কৰিবলৈ মহাপুৰুষসকলৰ আবিৰ্ভাৱ হৈ, তেখেতসকলে মানুহক আল্লাৰ ফাললৈ 'দাৱাত' (আহ্বান) কৰি গৈছে। কিন্তু তেখেতসকল কেৱল নিজ নিজ যুগৰ, দেশৰ আৰু জাতিৰ মঙ্গল চিন্তাত ব্যস্ত আছিল। ইস্ৰাইল-বংশীয়বিলাক বাৰেপতি পথভ্ৰষ্ট হোৱা গতিকে, এই বংশৰ উদ্ধাৰৰ বাবে ক্ৰমে ভালেমান নবীৰ আবিৰ্ভাৱ হয়; তাৰ ভিতৰত মুছা, দাউদ আৰু ঈছা, এই তিনিজনেই প্ৰধান। হজৰত মুছাই (Moses) ফেৰাওনৰ (Pharoah) হাতৰ পৰা নিজৰ জাতিক কেনেকৈ মুক্ত কৰি কেনেকৈ নিজৰ সাম্ৰাজ স্থাপন কৰিব মাথোন তাকেহে ভাবিছিল। হজৰত দাউদেও (David) তেওঁৰ নিজৰ জাতিৰ মঙ্গলৰ নিমিত্তেহে চিন্তিত হৈছিল। যীছুৱে স্পষ্টকৈ কৈ গৈছে যে, পৰজাতীয় মানুহৰ লগত তেওঁৰ কোনো সম্পৰ্ক নাই; তেওঁ মাথোন বনি-ইস্ৰাইলৰ (Israelites) নিমিত্তেহে আহিছে। তেওঁৰ বাণী—"I ame not sent but to the sheep that are lost of the house of Israel."* প্লেটো, জোৰষ্টাৰ, শ্ৰীকৃষ্ণ, বুদ্ধদেৱ আদি মহাপুৰুষৰ শিক্ষাও তেওঁলোকৰ নিজ নিজ দেশৰ ভিতৰত সীমাবদ্ধ আছিল, আৰু তেওঁসকল বিশেষ দেশ বা সম্প্ৰদায়ৰ বাবেহে প্ৰেৰিত হৈছিল। এই মহাপুৰুষসকলৰ প্ৰচাৰিত ধৰ্ম বিকৃত হোৱাত, তাৰ মূল সত্যক মানুহে পাহৰি গ'ল। দেশে দেশে সমাজে সমাজে ভয়ঙ্কৰ আওপকীয়া তৰ্কৰ সৃষ্টি হ'ল। তেওঁলোক ইটো সিটোৰ কাল শত্ৰু হৈ পৰিল আৰু বেছি ভাগ মহাপুৰুষৰ প্ৰচাৰিত ধৰ্ম তেওঁলোকৰ মৰণৰ লগে লগে লুপ্ত হ'ল। হজৰত ঈছাৰ প্ৰচাৰিত ধৰ্ম এনে অস্পষ্ট যে, তেওঁৰ জীৱিত কালতে সেই ধৰ্ম বিকৃত অৱস্থা পালে।

* *M.T.T. XV. 24.*

আগৰ যুগ আৰু কালৰ অৱস্থা অনুসৰি, তেনে ব্যৱস্থাত বাজে আন উপায় নাছিল; কিয়নো তেতিয়াও মানুহ জাতিৰ অৱস্থা এটা সৰ্ব্বব্যাপী চিৰস্থায়ী পৰিপুষ্ট সম্পূৰ্ণ ধৰ্মৰ উপযোগী হৈ উঠা নাছিল। সেই দেখি, এই অৱস্থাৰ পৰিবৰ্তন হোৱাৰ লগে লগে আল্লাৰ শেষ নবী হজৰত মোহম্মদ মোস্তফাৰ (দঃ) আবিৰ্ভাব হৈছিল। তেখেত আহিছিল সকলো দেশৰ, সকলো জাতিৰ আৰু সকলো ধৰ্মৰ সকলো মানুহৰ ওচৰত আল্লাৰ এটা মহীয়সী বাণী অৱতাৰণা কৰিবলৈ। তেখেতলৈ এই বিশেষ হুকুম হ'ল—"কুল্ য়্যা আইউহন্নাচু ইন্নি ৰছুলুল্লাহে ইলাইকুম্ জমীআ"§ অৰ্থাৎ কোৱা, হে মানুহবিলাক। নিশ্চয় মই আল্লাৰ ৰছুল, তোমালোক সকলোৰে কাৰণে প্ৰেৰিত হৈছোঁ—এতিয়া তুমি বিশ্ব-মানৱক তেওঁলোকৰ প্ৰেমময় প্ৰভুৰ নামত, সেই সাধাৰণ আৰু সনাতন সত্যৰ ফালে আহ্বান কৰা; জগতৰ সকলো বেমেজালি আৰু সকলো খকা-খুন্দা, খোৱা-কামোৰা চিৰকাললৈ লুপ্ত হৈ যাওক। সঁচাকৈয়ে ইছলামেই জগতৰ ধৰ্মগত আৰু জাতিগত সমস্যাৰ এক মাথোন সমিধান।

সাধাৰণ বাটত, ইমান দিনে জনাব ৰছুলে-খোদাই বহুত আঁলে-আহুকাল সহ্য কৰিব লগাত পৰিছিল। হোদায়বিয়া সন্ধিৰ পাচত দিনচেৰেকৰ নিমিত্তে সেইবোৰ কমি অহাত, তেখেতে নিশ্চিন্ত হৈ পৰম কৰুণাময় 'ৱহ্‌দহু লা শ্বৰিক'ৰ পবিত্ৰ ধৰ্ম ইছলাম সদৌ জগতত প্ৰচাৰ কৰিবলৈ ব্ৰতী হৈ, দেশ-বিদেশৰ ডাঙৰ ডাঙৰ ৰজা—ৰোম (Rome), হাব্‌চ্ (Abyssinia), মিচৰ (Egypt), ইৰাণ (Persia) আদি আৰু সকলো ফৈদৰ বা খেলৰ চৰ্দাৰসকলক আৰু সকলো জাতিৰ ধৰ্মালম্বীসকলক ইছলামলৈ আহ্বান কৰি, এই বুলি ঘোষণা কৰিলে—"মানুহ মাত্ৰেই আল্লাৰ সন্তান। জগতৰ সকলো দেশৰ আৰু সকলো যুগৰ নবী-ৰছুল আৰু সকলো মহাপুৰুষ একে মূল সত্যৰ সাধক। সকলোৰে সেই সনাতন আৰু সাধাৰণ সত্যক অৱলম্বন কৰিব লাগে। মানুহ মাত্ৰেই একেটা অভেদ্য-সন্তান-সমাজত পৰিণত হওক। মানুহৰ জাতি এটা, ধৰ্ম এটা—কাৰণ, তেওঁবিলাকৰ আল্লাহ এজন।" হোদায়বিয়াৰ সন্ধিৰ পাচতে মদিনাৰ 'মোবাল্লিগ' (প্ৰচাৰক)সকল ৰছুল-কৰিমৰ (দঃ) এই বাণী লৈ দেশ-বিদেশলৈ যাবলৈ ধৰিলে। ইয়াৰ আগেয়ে কোন মহাপুৰুষে এনে কৰিছিল?

---

*§ কোৰআন—চুৰা আৰাফ, ১৫৮ আয়ত।*

## ৰোমৰ খৃষ্টান সম্ৰাট হিৰাকলক দাৱাত ঃ

৬২৮ খৃষ্টাব্দত ৰোমৰ (গ্ৰীক) খৃষ্টান 'কায়চাৰ' (সম্ৰাট) হিৰাকল (Heracleus) তীৰ্থ কৰিবলৈ বায়তুল-মোকদ্দছ (Jerusalem)লৈ যায়। দেহ্য়া কলবী নামেৰে এজন বিখ্যাত ছাহাবী ৰছুল-কৰিমৰ (দঃ) চিঠি লৈ জয়জয়তে বছৰাত থকা ৰোমান গভৰ্ণৰ হাৰেজ-বেন্-আবিছামৰ ওচৰলৈ যায়। গভৰ্ণৰে আদি-বেন্-হাতীমক দেহ্য়াৰ লগত দি, দুইকো সম্ৰাটৰ দৰবাৰলৈ পঠাই দিলে। দূতৰ লগত কথা-বতৰা হৈ সম্ৰাটে সকলো ডাঙৰ বিষয়া আৰু ধৰ্ম-যাজকবিলাকক লৈ এটা দৰ্‌বাৰ কৰিলে। সেই সময়ত ইছলামৰ কটা-মৰা শত্ৰু আবু ছুফিয়ান আৰু কেইজনমান কোৰেচ বেহা কৰিবলৈ গৈ গাজা নামেৰে ঠাই এখনত আছিল। সম্ৰাটে তেওঁলোকৰ বাতৰি পাই তেওঁলোকক দৰ্‌বাৰলৈ মতাই নি সুধিলে, "তোমালোকৰ যিজনে নিজক নবী বুলি ভাবিছে, তোমালোকৰ ভিতৰত তেওঁৰ আটাইতকৈ আপোন কোন?" আবু ছুফিয়ানে উত্তৰ দিলে, "জাহাপনা! মই।" সম্ৰাটে তেওঁক ক'লে, "মই তোমাক গোটাচেৰেক প্ৰশ্ন সুধিম, তুমি মিছা উত্তৰ দিলে তোমাৰ অনিষ্ট হ'ব।"

আবু ছুফিয়ানে সম্ৰাটৰ প্ৰশ্নৰ উত্তৰত সঁচাকৈ এইদৰে ক'বলৈ ধৰিলে—

"যিজনে 'নবুৱত'ৰ দাবি কৰিছে, অতি ভদ্ৰ আৰু সম্ভ্ৰান্ত কোৰেচ বংশত তেওঁৰ জন্ম। সেই বংশত আগেয়ে কেৱে ৰজা হোৱা নাছিল। তেওঁৰ আগেয়ে আমাৰ মাজত কোনেও নবী হোৱাৰ দাবি কেতিয়াও কৰা নাই। তেওঁ কেতিয়াও জীৱনত মিছা কথা কোৱা নাই। আমাৰ মাজত যিবিলাকে তেওঁক মানি চলিছে, সিহঁতৰ বেছিভাগেই দুখীয়া আৰু ন-ডেকাৰ দল। তেওঁৰ শিষ্যবিলাকৰ সংখ্যা দিনক দিনে বাঢ়ি গৈছে। তেওঁৰ ধৰ্ম গ্ৰহণ কৰাৰ পাচত, সেই ধৰ্মত অসন্তুষ্ট হৈ কোনেও তাক এৰা নাই। আমাৰ লগত বদৰ, ওহোদ আদি ঠাইত তেওঁৰে ৰণ লাগিছিল, তাত কেতিয়াবা আমি জিকিছোঁ আৰু কেতিয়াবা তেওঁ জিকিছে। তেওঁ কেতিয়াও প্ৰতিজ্ঞা ভঙ্গ কৰা নাই। আমাৰ লগত এতিয়া অলপতে এটা সন্ধি হৈ গৈছে, এতিয়াহে তেওঁক ভালকৈ চিনি পাম, কিন্তু আমাৰ হ'লে বৰ আশংকা আছে। এজন আৰু অদ্বিতীয় আল্লাৰ পূজা কৰিবলৈ আৰু তেওঁৰ পূজাত কাকো 'শ্বৰিক' (অংশী) নকৰিবলৈ তেওঁ কয়। আমি আথাও-পুথাওৰ দিন ধৰি যিবিলাক কৌটিকলীয়া দেৱ-দেৱীৰ পূজা কৰি আহিছোঁ, আমাক সেইবোৰ এৰিবলৈ কয়। তেওঁ কয়, আল্লাহ

সৰ্বশক্তিমান আৰু কৰুণাময় আৰু তেওঁ সকলো ঠাইতে বিদ্যমান আছে। তেওঁৰ পূজা বা তেওঁৰ গুৰিত প্ৰাৰ্থনা কৰিবৰ নিমিত্তে ওকালতিৰ বা খাটনিৰ দৰকাৰ নাই। তেওঁ সেই আল্লাৰ উপাসনা কৰিবলৈ কয়। আত্মীয় মানুহৰ লগত সদ্ব্যৱহাৰ কৰিবলৈ শিকায়। আমাৰ পৰিশ্ৰমেৰে অৰ্জা ধনৰ চল্লিশ ভাগৰ এভাগ দুখীয়াক বাটি দিবলৈ কয়। সত্যবাদী হ'বলৈ সকলোকে উদগাই দিয়ে। প্ৰতিজ্ঞা পালন আৰু 'আমানত'ৰ (গচ্ছিত) বস্তু লুক্-চুক্ নকৰিবলৈ হুকুম দিয়ে।"

ৰোমৰ সম্ৰাটে তেতিয়া মক্কাৰ মানুহবিলাকক ক'বলৈ ধৰিলে, "নবী-ৰছুল আৰু মহাপুৰুষসকলে চিৰকালেই এইদৰে ডাঙৰ বংশত জন্ম লয়। তেখেতৰ পূৰ্বপুৰুষসকলৰ মাজত কোনো ৰজা নাছিল যেতিয়া পিতৃ ৰাজ্য উদ্ধাৰ কৰিবলৈহে এনে কৰিছে বুলি ভাবিব নোৱাৰি। তেখেতৰ আগেয়ে তোমালোকৰ মাজত কোনেও নবীৰ দাবি কৰা নাই; এতেকে কাৰোবাক অনুকৰণ কৰিছে বুলি সন্দেহ কৰাও অন্যায় হ'ব। দুখীয়া আৰু ন-ডেকাবিলাকেই বেছিকৈ তেখেতৰ শিষ্য হৈছে, নবীসকলৰ সম্বন্ধত চিৰকালেই এনে হৈ আহিছে। যিজনে জীৱনত কেতিয়াও কোনো মিছা কথা কোৱা নাই, তেখেতনো খোদাৰ নামত মিছা ক'ব পাৰেনে? কোনেও তেখেতৰ ধৰ্ম এৰি অহা নাই। ই সত্য ধৰ্মৰ মহিমাত বাজে আন একো নহয়। ৰণত তেখেতৰ জয়-পৰাজয় দুইটাই ঘটি থাকে, ই নবীসকলৰ পৰীক্ষা। নবীয়ে কেতিয়াও প্ৰতিজ্ঞা ভঙ্গ নকৰে, ইও সত্য সেৱক নবীৰ লক্ষণ। এইজনে নামাজ, জাকাত, সচ্চৰিত্ৰতা, আত্মীয়ৰ প্ৰতি মৰম আদিৰ শিক্ষা দিয়ে, তেনেহ'লে নিশ্চয় তেখেত আল্লাৰ নবী। ময়ো তেখেতলৈ বাট চাই আছিলো; কিন্তু তেখেত যে তোমালোকৰ দেশত আবিৰ্ভূত হ'ব, এইটো কেতিয়াও মনত ভবা নাছিলো। সকলোৱে শুনা, আজি মই যি ৰাজ-পাটত বহি কথা কৈছোঁ, মোৰ এই ৰাজ-পাট আৰু এই সাম্ৰাজ্য নিশ্চয় তেখেতৰ ৰাজ্যত ভুক্ত হ'ব।"* তেতিয়া সম্ৰাটৰ হুকুমত ৰছুল-কৰিমৰ (দঃ) চিঠিখন দৰ্‌বাৰত পঢ়া হ'ল। চিঠিখন এই—

"ৰহ্‌মানুৰ্ৰহিম (কৰুণাময় কৃপানিধান)

---

** কিন্তু পৰ কুচুলনিত পৰি এই সম্ৰাট হিৰাকলে পাচত মুছলমানৰ বিৰুদ্ধে শত্ৰুতাচৰণ কৰে। হজৰত ওমৰ ফাৰুকৰ জীৱনী চাওক।*

আল্লাৰ নামত”

“আল্লাৰ ‘বান্দা’ (চাকৰ) আৰু তেওঁৰ প্ৰেৰিত আব্দুল্লাহৰ পুতেক মোহম্মদৰ পক্ষৰ পৰা, ৰোমৰ সম্রাট হিৰাকলৰ সমীপত। সত্যৰ সেৱকসকললৈ ছালাম। তাৰ পাচত মই আপোনালোকক ইছলামৰ ফাললৈ আহ্বান কৰিছোঁ। আপুনি ইছলাম গ্ৰহণ কৰক, আপোনাৰ মঙ্গল হ'ব। ইছলাম গ্ৰহণ কৰক আল্লাই আপোনাক দুগুণ বঁটা দিব। কিন্তু যদি আপুনি অমান্তি হয়, তেনেহ'লে আপোনাৰ প্ৰজা-সাধাৰণৰ পাপৰ বাবে আপুনি দায়ী হ'ব। হে ‘আহলে-কিতাব’ (শাস্ত্ৰধাৰী)সকল। আহক; আমি আৰু আপোনালোক সকলোৱে একগোট হৈ সাধাৰণ সত্যক অৱলম্বন কৰোঁ।”

## হাব্‌চৰ নাজ্জাচী আছমাহাক, মিচৰৰ ৰজা মেকাওকাছ আদিক দাৱাত ঃ

এইদৰে আবিচিনিয়াৰ (Abyssinia) ‘নাজ্জাচী’ (ৰজা) আছমাহালৈ আৰু মিচৰৰ (Egypt) ৰজা মেকাওকাছলৈ, বহৰাৰ শাসনকৰ্তা হাৰেছ-বেন্-আবিছামলৈ, ইমামাৰ শাসনকৰ্তা হাওয়াজ-বেন্-আলী ইত্যাদিলৈও চিঠি পঠোৱা হ'ল। তাতো তেওঁলোকক সেই সনাতন আৰু সাধাৰণ সত্যৰ পালন কৰিবলৈ আহ্বান কৰা হৈছে। নাজ্জাচীৰ চিঠিখনত হজৰত ঈছাৰ সম্বন্ধে এইফাঁকি কথা বেছিকৈ আছিল, “আৰু মই ঘোষণা কৰিছোঁ যে, ঈছা আল্লাৰ প্ৰেৰিত নবী আৰু সত্য সাধ্বী মৰিয়মৰ গৰ্ভত তেখেতৰ জন্ম হৈছে।” নাজ্জাচীৰ মন আগেয়েই ইছলামৰ ফালে ঢাল খাই আছিল, কিন্তু এতিয়া সকলোৱে আগত তেওঁ মনৰ ভাব প্ৰকাশ কৰি, জনাব ৰেছালৎমাবৰ নিমিত্তে বিবি মাৰিয়া কব্‌তীয়া ও বিবি ছায়ৰাইন, ‘ইয়াফুৰ’ নামেৰে এটা গাধ, ‘বাগ্লা’ নামেৰে এটা ঘোঁৰা ‘হাদিয়া’ (উপটৌকন) স্বৰূপে দি পঠায়।*

---

** ছায়ৰাইন মাৰিয়াৰ আপোন ভনীয়েক। বিবি ছায়ৰাইনক গাছান-বেন্-ওছাবক দিয়ে। ‘ইয়াফুৰ’ বিদায়-হজৰ পৰা উভতিবৰ সময়ত মৰে।*

মিচৰৰ ৰজাই পৃথিৱীৰ বাধা-বিঘিনিৰ বাবে দেখা-দেখিকৈ ইছলাম গ্ৰহণ নকৰিলেও, তেওঁ ৰছুল-কৰিমৰ (দঃ) 'কদম মোবাৰক'ত (পবিত্ৰ চৰণত) আত্ম-সমৰ্পণ কৰিছিল। তেওঁ ৰছুল-কৰিমৰ (দঃ) কটকীক আথে-বেথে বহুৱাই অময়া ভক্তি আৰু নম্ৰতাৰে তেখেতৰ চিঠিৰ উত্তৰ দিলে আৰু তাৰ লগতে বহুত মূল্যবান 'হাদিয়া'ও পঠাই দিলে।

## ইৰাণৰ কেছ্‌ৰা খুছ্‌ৰু-পৰ্‌ৱেজক দাৱাত ঃ

যেনেকৈ এই খৃষ্টান ৰজাসকললৈ ৰছুল-কৰিমে (দঃ) কটকী পঠাইছিল, তেনেকৈ ইৰাণৰ (পাৰস্যৰ) 'আতশ্‌-পোৰোস্ত' (জুই উপাসক) কেছ্‌ৰা খুছ্‌ৰু-পৰ্‌ৱেজৰ (Chosroes) ওচৰলৈকো কটকী পঠাইছিল। ৰছুল-কৰিমৰ (দঃ) চিঠিৰ ওপৰৰ ফাঁকি পঢ়িয়েই খঙত আৰু অহঙ্কাৰত কেছ্‌ৰাই টিক্‌চি-বিক্‌চি উঠি গুজৰিবলৈ ধৰিলে, "সি ইমান পালেহিনে, মোক তাৰ সমনীয়াৰ দৰে চিঠি লিখিছে!" তেওঁ তেতিয়াই চিঠিখন ডোখৰ ডোখৰকৈ ফালি পেলালে আৰু কটকীজনক লঘু কৰিলে। সেই সময়ত কেছ্‌ৰাই পঞ্চাশ হেজাৰ বীৰ আৰু দুদল সৈন্য লৈ গ্ৰীক সম্ৰাটৰ পৰা ফাল্‌চেটিন (Palestine), আৰ্মেনীয়া আদি খনচেৰেক ডাঙৰ ডাঙৰ প্ৰদেশ বলেৰে কাঢ়ি লৈ* আৰু আফ্ৰিকা আক্ৰমণ কৰি, মিচৰ (Egypt)§ অধিকাৰ কৰি, কাৰ্থেজ নগৰলৈকে নিজৰ বিজয় নিচান উৰুৱাই, অহঙ্কাৰত গঙ্গাটোপৰ দৰে ওফন্দি আছিল। তেওঁৰ ধাৰণা আছিল যে, আন কোনো মানুহ তেওঁৰ সমান হ'ব নোৱাৰে। তেতিয়াই তেওঁ এমনৰ গভৰ্ণৰ বা'জানলৈ টান হুকুম দি পঠিয়ালে, "মোহম্মদক ধৰি তপতে তপতে মোৰ ওচৰলৈ পঠাই দিবা।"

ৰছুল-কৰিমে (দঃ) কেছ্‌ৰাৰ ব্যৱহাৰৰ কথা শুনি ক'লে, "যেনেকৈ চিঠিখন ফালিলে, তেনেকৈয়ে কেছ্‌ৰাৰ সাম্ৰাজ্যও ডোখৰ ডোখৰ হ'ব।" বুৰঞ্জীয়ে সাক্ষ্য দিছে যে, এই উক্তি আখৰে আখৰে ফলিয়ালে।

বা'জানেও তেতিয়াই গ্ৰেপ্তাৰী পৰ্‌ৱানা দি বানুইয়া আৰু খাৰাখাৰা নামেৰে দুজন চোকা টেকেলা মদিনালৈ পঠাই দিলে।

---

** খুছ্‌ৰু-পৰ্‌ৱেজৰ মৃত্যুৰ পাচত, এই বোৰ প্ৰদেশ দুনাই গ্ৰীক সম্ৰাটৰ হাতলৈ যায়।*

*§ ৬১৬ খৃষ্টাব্দত ইৰাণীবিলাকে মিচৰ অধিকাৰ কৰে।*

এই বিষয়া দুজনে বহুমূলীয়া কাপোৰ পিন্ধি ৰমক্-জমক্‌কৈ ৰছুল-কৰিমৰ (দঃ) আগত ওলালগৈ। ডাঢ়ি নথকা দেখি, তেওঁলোকক তেখেতে বিধৰ্মী বুলি জানিও, তেওঁলোকক জোখাৰে আদৰ-সাদৰ কৰাত এফেৰাও এট্‌কেন-মেট্‌কেন নকৰিলে। কিন্তু পৰ্‌ৱানালৈ আওকাণ কৰা দেখি, কটকী দুজনে খঙত টিক্‌চি-বিক্‌চি উঠিল।

কটকী ঃ "হুকুম মতে যদি হাজিৰ হোৱা, ভাল; গভৰ্ণৰ চাহেবে তোমাৰ হৈ অলপ খাটিব পাৰে, নতুবা শ্বাহানশ্বাহৰ খং উঠিব লাগিলে তোমাক চৈধ্য ভুৱন দেখুৱাব।"

ৰছুল-কৰিম ঃ "কাৰ হুকুম, কাৰ পৰ্‌ৱানা?"

কটকী ঃ "ইৰাণৰ বিখ্যাত শ্বাহানশ্বাহ খুছ্‌ৰু-পৰ্‌বেজৰ হুকুম।"

ৰছুল-কৰিম ঃ "কিন্তু খুছ্‌ৰুতো মৰিল। তেওঁৰ পুতেক চিৰোৱাই (Siroes) তেওঁক যোৱা ৰাতি বধ কৰি পেলাইছে।* যোৱা, বা'জানক এই বাতৰি জনাই দিয়াগৈ। দহোকুৰি জানিবা, ইছলামে অতি সোনকালে কেছ্‌ৰাৰ ৰাজপাট অধিকাৰ কৰিব। আৰু বা'জানক ইছলাম গ্ৰহণ কৰিবলৈ ক'বা। তাকে কৰিলে, তেওঁ আগৰ পদতে নিগাজীকৈ থাকিব পাৰিব।"

বা'জানে কটকীৰ মুখে সকলো কথা শুনি বৰ চিন্তিত হৈ ক'লে, "এই ভৱিষ্যদ্বাণী যদি সঁচা হয়, তেতিয়া আমি খাটাংকৈ জানিব পাৰিম যে, মোহম্মদ সঁচাকৈয়ে আল্লাৰ নবী। বাৰু, চোৱা যাওক ।"

চাওঁতে চাওঁতে বা'জানৰ নামত চিৰোৱাৰ এই 'ফৰ্‌মান' (হুকুম) পালেহি—"খুছ্‌ৰুক তেওঁৰ অতপালিৰ বাবে বধ কৰি, মই সিংহাসনৰ গৰাকী হৈছোঁ।" এই ফৰ্‌মান পোৱাৰ পাচত বা'জান আৰু এমনৰ বহুত জুই-পূজক (পাৰ্চী) পৰিয়ালে ইছলাম গ্ৰহণ কৰিলে। খুছ্‌ৰু-পৰ্‌বেজৰ মৃত্যুৰ বছৰচেৰেকৰ পাচত ইৰাণৰ সকলো মানুহ ইছলামত দীক্ষিত হয়।

## ইমামাৰ গভৰ্ণৰ হাওজাক দাৱাত ঃ

ইমামাৰ শাসনকৰ্তা হাওজাৰ ওচৰলৈ ছোলেদ-বেন্-অলিদক পঠোৱা হৈছিল। হাওজাই কৈ পঠিয়ালে, "যদি মোহম্মদে মোক সদৌ মুছলমানৰ ৰজা পাতি দিয়ে, তেন্তে মই ইছলাম গ্ৰহণ কৰিব পাৰোঁ।"

---

** এই ঘটনা ৬২৮ খৃষ্টাব্দত ঘটে।*

## বছৰাৰ গভৰ্ণৰ হাৱেছ্-বেন্-আৱিছামক দাৱাত ঃ

বছৰাৰ শাসনকৰ্তা হাৱেছ্-বেন্-আৱিছামৰ ওচৰলৈ ছোজা-বেন্-ওহাব-আছাদিক পঠোৱা হৈছিল। হাৱেছে চিঠি পাই ৰছুল-কৰিমক (দঃ) ধৰি আনিবলৈ সৈন্য গোটাই হিৰাকলৰ সহায় খুজি পঠিয়ালে। সম্রাটে লিখি পঠালে, "তুমি ক্ষুৰৰ সাঁকোত বগাব খুজিছা, এনে কাম কৰিবলৈ কেতিয়াও সাহ নকৰিবা, মোহম্মদ এলা-পেচা মানুহ নহয়।" তেতিয়া হাৱেছে ভয় খাই, ছোজাক বহুত ভাৰ-ভেটী দি হজৰত ৰছুল-কৰিমৰ (দঃ) ওচৰলৈ পঠাই দিলে। অলপ দিনতে হাৱেছৰ মৃত্যু হয়। তেওঁৰ পাচত জাবালা-বেন্-আয়েহাম* বছৰাৰ গভৰ্ণৰ হয়। তেওঁৰ ওচৰলৈ চিঠি অহাত, তেওঁ অতি হেঁপাহেৰে ইছলামত দীক্ষিত হয়।

এইদৰে কোনো ধৰ্মগুৰুৱে কেতিয়াও জগতৰ প্ৰতাপী ৰজাসকলক নিজে প্ৰচাৰিত ধৰ্মৰ ফাললৈ আহ্বান কৰা নাই আৰু কৰিবলৈ সাহো কৰা নাই। এয়ে হৈছে ৰছুল-কৰিমৰ (দঃ) শ্ৰেষ্ঠতম বিশেষত্ব। তেখেত যে বিশ্ব-নবী এয়ে তাৰ প্ৰমাণ।

হোদায়বিয়া সন্ধিৰ পাচত অলপ শান্তি হোৱাত, আৰবৰ আন আন সকলো জাতিয়ে ৰছুল-কৰিমৰ (দঃ) আচল ৰূপ দেখিবলৈ পাই ভিন ভিন দেশৰ আৰু ভিন ভিন জাতিৰ শ শকৈ মানুহে উপযাচি ইছলাম গ্ৰহণ কৰে।

## খালিদ-বেন্-অলিদ, আমৰ-বেন্-আ'ছ, ওছমান-বেন্-তাল্হা আদি কোৰেচ বীৰৰ ইছলাম গ্ৰহণ—৮ হিজৰী, চফৰ মাহ ঃ**

খালিদ-বেন্-অলিদ, আমৰ-বেন্-আ'ছ, ওছমান-বেন্-তাল্হা আদি থিতাপীয়া কোৰেচ বীৰ আৰু চৰ্দাৰসকলে আৰু ইছলামৰ আন আন প্ৰধান বৈৰীসকলে আজি মক্কাৰ সকলো সুখ-সম্পদ আৰু ধন-দৌলতৰ মূৰত পদাঘাত কৰি সৰ্বস্ব ত্যাগ কৰি মদিনালৈ গৈ ইছলাম গ্ৰহণ কৰে। এওঁলোকেই পাচত দেশ-দেশান্তৰত ইছলামৰ বিজয় নিচান উৰাই পৃথিৱীত যাউতি-যুগীয়াকৈ তেওঁলোকৰ বীৰত্বৰ চিন থৈ গৈছে।

---

** পাচত এই জাবালাই বিপথগামী হৈ শত্ৰুতাচৰণ কৰে। হজৰত ওমৰৰ জীৱনী চাওক।*

*** এই বছৰৰ জিল্হজ্জ মাহত দেৱী মাৰিয়া কবৃতীৰ গৰ্ভত কুমাৰ ইব্ৰাহীমৰ জন্ম আৰু মছজিদে নবৱীত মিম্বৰ (বেদী) স্থাপিত হয়।*

## বাহ্ৰায়েনৰ ৰজা মোন্জাৰ-বেন্-ছাভীৰ ইছলাম গ্ৰহণ ঃ

মোন্জাৰ-বেন্-ছাভী বাহ্ৰায়েন প্ৰদেশৰ ইৰাণ সম্ৰাটৰ তলৰ এজন কৰতলীয়া ৰজা। ৰছুল-কৰিমৰ (দঃ) চিঠি পাই, তেওঁ আৰু তেওঁৰ সকলো প্ৰজাই নিজ ইচ্ছাৰে ইছলাম গ্ৰহণ কৰিলে। ইহুদী জুই-পূজকবিলাকৰ বেছি ভাগেই ইছলাম গ্ৰহণ কৰিবলৈ মান্তি নোহোৱাত, মোন্জাৰে ৰছুল-কৰিমলৈ (দঃ) সুধি পঠালে যে, ইহঁতক কি কৰা যায়। তেখেতে কৈ পঠালে, "লা ইক্ৰাহা ফিদ্দিন।"* অৰ্থাৎ ধৰ্মৰ নিমিত্তে কোনো প্ৰকাৰৰ বল প্ৰয়োগ কৰাৰ বিধি নাই। যিবিলাকে মুছলমান হ'বলৈ হেঁপাহ নকৰে, তেওঁলোকে মাথোন 'জিজিয়া' (ৰাজ কৰ) দিব লাগিব। ইমান দিন ঢহা-মোহা ইৰাণ সম্ৰাট আৰু তেওঁৰ বিষয়াবিলাকে মানুহবিলাকক লাওৱে লাওৱে পানী খুৱাইছিল। ইহুদী, পাৰ্চী আদি অমুছলমানবিলাকে ৰছুল-কৰিমৰ (দঃ) এই ব্যৱস্থাৰ কথা শুনি বৰ ৰং পালে।

## ওম্মানৰ ৰজা জায়ফৰ আৰু তেওঁৰ ভায়েক আব্দৰ ইছলাম গ্ৰহণ ঃ

এই সময়ত ৰছুল-কৰিমে (দঃ) ওম্মান দেশৰ ৰজা জায়ফৰ আৰু তেওঁৰ ভায়েক আব্দৰ ওচৰলৈ আমৰ-বেন্-আ'ছ ছাহাবীক চিঠি দি পঠাই দিলে। আবিচিনিয়াৰ নাজ্জাচী, তাৰ প্ৰজা, পাদুৰী আৰু পুৰোহিত সকলোৱে মুছলমান হোৱা বাতৰি শুনি তেওঁলোক আচৰিত হ'ল। তেওঁলোকে সোধাত, আমৰে ইছলাম নো কি, ইয়াৰ শিক্ষা নো কি আৰু হোদায়বিয়া সন্ধিৰ পাচত ইছলামৰ প্ৰভাৱ কেনেকৈ আৰু কেলেই বাঢ়ি গৈছে, সকলো বিষয় ভাঙি-পাতি বুজাই দিয়াত তেওঁলোক দুয়ো ইছলামত দীক্ষিত হ'ল।

এই অলপ দিনৰ ভিতৰে ৰছুল-কৰিমে (দঃ) কটকী আৰু ছাহাবাসকলক কেউফালে পঠালে। এওঁলোকৰ আহ্বান শুনি আৰু দৃষ্টান্ত দেখি, সকলো ফালে 'তৌহিদ'ৰ ধ্বনি উঠিল। চামে চামে, দলে দলে মানুহ ইছলামত দীক্ষিত হ'বলৈ ধৰিলে। দুমাতল-জন্দল প্ৰদেশৰ চৰ্দাৰ আৰু আন আন বহুত মানুহে ইছলাম গ্ৰহণ কৰিলে। এমন, তায়েফ আদি ঠাইত 'মোশ্ৰিক' (অংশীদাৰ)বিলাকে 'জুলকেলা'ক খোদা বুলি মানি আহিছিল। ৰছুল-কৰিমৰ

---

*§ কোৰ্আন—চুৰা বকৰ, ২৫৬ আয়ত।*

(দঃ) শিক্ষাৰ গুণত জুলকেলাই নিজৰ প্ৰভুক যেতিয়া চিনিব পাৰিলে, নিজেই খোদাৰ আসনৰ পৰা তললৈ খহি পৰিল। ৰজাই ইছলাম গ্ৰহণ কৰিবৰ দিনা এটা বৰ আনন্দ উৎসৱ হৈছিল। সেইদিনা ৰজাই ওঠৰ হেজাৰ বন্দী-বেটীক মুক্ত কৰি দিয়ে। পাচত হজৰত ওমৰৰ খিলাফতৰ সময়ত জুলকেলাই নিজৰ ৰাজত্ব এৰি মদিনালৈ গুচি আহে। এইদৰে দুবছৰৰ ভিতৰত মুছলমানৰ সংখ্যা আৰু শক্তি দুগুণতকৈও বেছি বাঢ়ি গ'ল।

এই সময়ত হজৰত ৰছুল-কৰিমে (দঃ) এটা ছাপ (Seal) তৈয়াৰ কৰোৱাই লয়। তাত আঁকা আছিল, "মোহম্মদ আল্লাৰ ৰছুল।"

## খৃষ্টানবিলাকৰ শত্ৰুতা

### মাআনৰ গভৰ্ণৰ ফৰ্‌বা-বেন্-আমেৰৰ ইছলাম গ্ৰহণ আৰু তেওঁৰ হত্যা ঃ

ইৰাণ অধিকাৰ কৰাৰ পাচত খৃষ্টানবিলাকৰ মই-বৰ ভাবটো অতিপাতকৈ বাঢ়িবলৈ ধৰিলে। সিহঁতে যেতিয়া দেখিলে, পৌত্তলিক আৰববিলাকৰ এজন লিখা-পঢ়া নজনা সাধাৰণ মানুহে সিহঁতক ধৰ্মৰ ফাললৈ আহ্বান কৰিছে, যীছুক মানুহৰ ল'ৰা বুলি কৈছে, আৰু লাহে লাহে ইছলামৰ প্ৰভাৱ চৰি গৈ আছে, তাতে আকৌ সেই সময়ত ছিৰিয়াৰ মাআন প্ৰদেশৰ গভৰ্ণৰ ফৰ্‌বা-বেন্-আমেৰে, সকলো কথাৰে আঁতি-গুৰি লৈ ৰছুল-কৰিমক (দঃ) যীছু খৃষ্টই উনুকিয়াই যোৱা সেই সঁচা নবী বুলি জানি মুছলমান হ'ল; তেতিয়া মুছলমানবিলাক খৃষ্টানবিলাকৰ চকুৰ শূল হৈ পৰিল, ৰোম সম্ৰাটে ফৰ্‌বাক ধৰাই নিয়ে আৰু এই ন-ধৰ্ম এৰিবলৈ হুকুম দিয়ে। তেওঁৰ হুকুম অমান্য কৰাত, ফৰ্‌বাক নগুৰ-শাস্তি কৰি হত্যা কৰায়। ফৰ্‌বাই পেৰেঙনিত উঠি অতি আনন্দেৰে 'কলমায়ে তৌহিদ' পঢ়ি পঢ়ি অনন্ত ধামলৈ প্ৰয়াণ কৰিলে।

### বোছৰাৰ গভৰ্ণৰ চোৰাহ্‌বিলক দাৰাত ঃ

দেশে দেশে ৰজা আৰু চৰ্দাৰবিলাকলৈ যেনেকৈ ৰছুল-কৰিমে (দঃ) চিঠি দিছিল, তেনেকৈ খৃষ্টান সম্ৰাটৰ তলত থকা গচ্ছান সম্প্ৰদায়ৰ

(Ghassanide) বোছ্ৰাৰ গভৰ্ণৰ চোৰাহ্‌বিললৈও এখন চিঠি দি ওমৰে-বেন্-হাৰেছক পঠাইছিল। সেই ঠাইৰ খৃষ্টানবিলাকৰ পৰামৰ্শ মতে আৰু সম্রাটৰ অভিপ্রায় টলকি, কটকীজন জেৰুজালেমৰ ওচৰত থকা মুতা বোলা ঠাইখন পাওঁতেই গভৰ্ণৰে তেওঁক ধৰি কটা-বন্ধা দি, নকৰিবৰ চকৰি কৰি, মৰাই পেলায়। কটকীক কোনেও মাৰিব নোৱাৰে; কিন্তু চোৰাহ্‌বিলে এই কৌটীকলীয়া সৰ্ববাদীসম্মত বিধানক ভৰিৰে মোহাৰি মদিনা আক্রমণ কৰি ইছলাম নিমূৰমূৰা কৰিবলৈ এক লাখ সৈন্য গোটাই মাআব অঞ্চলত থৈ দিছিল, আৰু ওপৰঞ্চি দুই লাখ তৈয়াৰ কৰিছিল। সেই দেখি চোৰাহ্‌বিলক আগ ভেটা দিবৰ নিমিত্তে ৮ম হিজৰীৰ জামাদি-আউৱল মাহত ৩০০০ মুছলিম সৈন্য মুতালৈ পঠোৱা হয়। এই সৈন্যৰ লগত জায়েদ-বেন্-হাৰেছ্, জাফৰ-বেন্-আবিতালেব আৰু আব্দুল্লাহ্-বেন্-ৰওৱাহা নামেৰে তিনিজন চৰ্দাৰ যায়।

এই জায়েদেই বিবি খদিজাৰ কিনা গোলাম আছিল। ৰছুল-কৰিমে (দঃ) হজৰত খদিজাক বিয়া কৰাৰ পাচত, বিবিয়ে তেওঁক ৰছুল-কৰিমৰ (দঃ) হাতত গতাই দিয়ে। ইছলামৰ কল্যাণত এই ঘৃণিত গোলাম আজি এনে এটা বিৰাট মুছলিম ফৌজৰ প্ৰধান 'আমীৰ', যাৰ আঙুলিৰ চিয়াৰত শ শ কোৰেচ আৰু আন্‌ছাৰ বীৰ থেৰো-গেৰো নকৰি নিজৰ প্ৰাণ দিবলৈ হাজিৰ। এয়ে ৰছুল-কৰিমৰ (দঃ) শিক্ষা। এয়ে হজৰতৰ আদৰ্শ।

ৰছুল-কৰিমে (দঃ) সৈন্যবিলাকক বিদায় দিবৰ সময়ত ক'লে, "সদায় আল্লালৈ ভয় কৰি চলিবা। প্ৰত্যেক মুছলমানৰ লগত ভাল ব্যৱহাৰ কৰিবা। আল্লাৰ নাম লৈ যাত্রা কৰা। তোমালোক যি দেশলৈ গৈছা, তাৰ দৌল-দেৱালত বহুত সাধু ফকীৰ দেখিবলৈ পাবা। সাৱধান। তেওঁলোকৰ কামত কোনো ৰকম বাধা-বিঘিনি নকৰিবা। সাৱধান। তিৰোতা, ল'ৰা-ছোৱালী, বুঢ়া যেন এটিও কেতিয়াও তোমালোকৰ হাতত মৰা নপৰে। সাৱধান। শত্ৰু পক্ষৰ এজোপা গছো নেকাটিবা আৰু ঘৰো নেভাঙিবা।"

আল্লাৰ নামত তিনি হেজাৰ মুছলমানৰ এক লাখ খৃষ্টানৰ লগত ৰণ। মুছলমানৰ একমাত্ৰ শক্তি আল্লাহ্। ইয়াকেই বোলে 'ইছলাম', ইয়াকেই বোলে 'ইমান' (ধৰ্ম বিশ্বাস)।

এই ৰণত অসাধাৰণ বীৰত্বৰ পৰিচয় দি তিনিওজন চৰ্দাৰ আৰু জনদিয়েক

মুছলিম বীৰ সিপৰীয়া হয়। এনে সময়ত শত্ৰুদলে মৰণত শৰণ দি মুছলিম সৈন্যৰ ওপৰত উবুৰি খাই পৰিল। মুছলমানৰ কেন্দ্ৰ ভাগি যোৱাত, সৈন্যবিলাক লৈ-লৈ থৈ-থৈ হৈ পৰিল। এনে অৱস্থাত দিগ্বিজয়ী খালিদ-বেন্-অলিদে মোছলেম জাতীয় নিচান মাটিৰ পৰা তুলি ধৰাত, মুছলমান ফৌজ দুনাই গোট খাই দুর্ঘোৰ ৰণ কৰিবলৈ ধৰিলে। সাঁজ লাগিলত দুই দল দিহা-দিহি নিজ নিজ বহালৈ গুচি গ'ল।

ৰছুল-কৰিমে (দঃ) তিনিজন সেনাপতিৰ মৰা বাতৰি পাই, শিষ্যবিলাকক ৰণলৈ গৈ তেওঁলোকৰ ভাইহঁতক সহায় কৰিবলৈ হুকুম দিলে। তেখেতৰ হুকুম পোৱা মাত্ৰকে মুছলমানবিলাকে ৰাতিক দিন কৰি মুতালৈ যাত্ৰা কৰিলে।

## মুতা ৰণ—হিজৰতৰ ৮ম বছৰ, জামাদি-আউৱল, ৬২৯ খৃষ্টাব্দ ঃ

ঘোঁৰা-ছাৱাৰ আৰু উট-ছাৱাৰবিলাক আগেয়ে মুতা পালেগৈ। সিহঁতক দেখি মুছলমান ফৌজৰ মাজত এটা আনন্দৰ ঢৌ উঠিল, আৰু উৎসাহিত হৈ তেওঁলোকে শত্ৰু সৈন্যক বাঘে ধৰাদি ধৰিলে। মুছলমানৰ আৰু বহুত লয়-লস্কৰ পাচত আহিছে বুলি ভাবি খৃষ্টান সৈন্যবোৰ তধা-মধা খাই থৰ-কাছুটি এৰি পলাবলৈ ধৰিলে। এক সপ্তাহ এই ৰণ চলি আছিল। খালিদৰ নিজ হাততে আঠখন তৰোৱাল ভাগি ডোখৰ ডোখৰ হয়। এই ৰণত অসীম বীৰত্বৰ পৰিচয় দিয়ে, আৰু বীৰত্বৰ বঁটা স্বৰূপে ৰছুল-কৰিমে (দঃ) তেওঁক 'ছাইফোল্লা' (আল্লাৰ তৰোৱাল) বাব দিয়ে।

## জাতোচ্-চালাচেল্ ৰণ ঃ

মদিনাৰ দাঁতি কাষৰীয়া কেইদলমান বিধৰ্মীয়ে মদিনা আক্ৰমণ কৰি মুছলমানবিলাকক ধ্বংস কৰিবলৈ সাজু হোৱাৰ বাতৰি ৰছুল-কৰিমে (দঃ) শুনি সিহঁতক আগচিবলৈ আছ-বেন্-আমৰক ৩০০ সৈন্য দি পঠায়। মুছলমান সৈন্যই মদিনাৰ পৰা ১০ মাইলমান দূৰৈত থকা চালাচেল্ বোলা ঠাইখনত শত্ৰু সৈন্যৰ লগত মুখামুখি হয়। ৰাতিপুৱা হ'লত, দুই দলৰে ৰণ আৰম্ভ হ'ল; কিন্তু শত্ৰুবিলাকে অলপ পৰ যুঁজিয়েই ঠাবৰিব নোৱাৰি ফৰিং ছিটিকা দিলে। চালাচেল্ নামেৰে তাত এটা নাদ আছে, তাৰে পৰাই এই ঠাইৰ এই নাম হ'ল।

# মক্কা বিজয়

## ১৮ ৰমজান, ৮ হিজৰী, ৬২৯ খৃষ্টাব্দ ঃ

হোদায়বিয়া সন্ধিৰ চৰ্ত্ত অনুসৰি, মক্কাৰ বনি-বেকৰে কোৰেচবিলাকৰ লগত আৰু বনি-খোজাআই ৰছুল-কৰিমৰ (দঃ) লগত মিত্ৰতা কৰে। এতিয়া কোৰেচবিলাকে দেখিবলৈ পালে যে, মক্কাৰ আৰু তাৰ দক্ষিণ ফালৰ আৰব ফৈদবিলাক অতি সোনকালে ইছলামত দীক্ষিত হৈ যাব। মক্কাৰ কোৰেচ, তায়েফৰ চকিফ আৰু হোনেনৰ হাৱাজেন জাতি ভয়ত বিচেষ্টা হ'ল। সেই দেখি হাৱাজেন ফৈদৰ চৰ্দাৰবিলাকে এইবাৰ মৰি-পৰি পূৰা এবছৰ চেষ্টা কৰি গোটেই পৌত্তলিক আৰববিলাকক লৈ একে লগে মুঠ বান্ধি মদিনা আক্ৰমণ কৰাৰ যো-জা কৰিবলৈ ধৰিলে।

এই সময়ত দক্ষিণ আৰবৰ ভিতৰত এক মাথোন বনি-খোজাআ মুছলিমবিলাকৰ লগত সন্ধি সূত্ৰেৰে বান্ধ খাই আছিল। কোৰেচবিলাকে বনি-বেকৰৰ লগত মিলি, হোদায়বিয়া সন্ধি ভাঙি এদিন ৰাতি নিজ ঘৰত শুই থাকোঁতে বনি-খোজাআক হঠাৎ অতৰ্কিতভাৱে আক্ৰমণ কৰিলে। খোজায়ীবিলাকে তত্ নেপাই পলাই কা'বাৰ হৰম শ্বৰীফত সোমাই আশ্ৰয় ল'লে। কাৰণ, তাৰ ভিতৰত এটি গুড়ি পৰুৱা মৰাও মহা পাপ। কিন্তু এই অধৰ্মীহঁতে সেই পবিত্ৰ হৰমৰ ভিতৰত সোমাই বুঢ়া-ডেকা, মতা-তিৰোতা সকলোকে কচু কটা দি গুচি গ'ল।

খোজায়ীবিলাকৰ ৪০ জন বৰমূৰীয়া ৰছুল-কৰিমৰ (দঃ) দৰবাৰলৈ গৈ এই বিষয়ে ফৰিয়াদ কৰিলে। কোৰেচ আৰু বনি-বেকৰৰ এই অতপালিৰ আৰু খোজাআ বংশৰ এই বিলাইৰ কথা শুনি তেখেতে মূৰে-কপালে হাত দিলে। এফালে সন্ধিৰ চৰ্ত্তৰ মৰ্যাদা—নিজৰ প্ৰতিজ্ঞাৰ মান ৰক্ষা, আৰু আনফালে স্বদেশবাসীসকললৈ তেখেতৰ স্বাভাৱিক চেনেহ। মক্কা আক্ৰমণ কৰিলে তেখেতৰ জননী জন্মভূমি তেনেই খাণ্ডাং হৈ যাব। পৌত্তলিকবোৰ তেখেতৰ কাল শত্ৰু হ'লেও স্বদেশবাসী, জননী জন্মভূমিৰ সন্তান, ককাই-ভাই। হেন জানি ৰছুল-কৰিমে (দঃ) ৰণৰ আদেশ নিদি পোনতে কোৰেচবিলাকৰ ওচৰলৈ এজন কটকী পঠাই সোধালে, তেওঁলোকে এই

অন্যায় হত্যাৰ ক্ষতিপূৰণ কেনেকৈ দিব। টকাৰে দিবনে, বনি-বেকৰ জাতিৰ লগত মিত্ৰতাকে এৰিব?

কোৰেচবিলাকে কোনোটোতে সৈমান নহ'ল। ৰছুল-কৰিমে (দঃ) দেখিলে যে খোজাআ ফৈদৰ প্ৰতি যিবোৰ অতপালি অত্যাচাৰ কৰিলে, তাৰ প্ৰতিকাৰৰ নিমিত্তে তেখেত সন্ধিৰ চৰ্ত মতে মক্কালৈ যাবলৈ বাধ্য।

হাতেব্-বেন্-আবিবল্‌তাহা নামেৰে এজন ছাহাবীয়ে মক্কাত নিজৰ সকলো মানুহ এৰি মদিনালৈ যায়। তেওঁ কোৰেচ আছিল। তেওঁ ভাবিলে যে, মুছলমানবিলাকে মক্কা আক্ৰমণ কৰিলে, তেওঁৰ আপোন মানুহবিলাক বৰ অথন্তৰত পৰিব। ৰছুল-কৰিম (দঃ) যে মক্কালৈ যাব, এই বাতৰিটো কোৰেচবিলাকক দিলে তেওঁলোকৰ সহানুভূতি পাব বুলি আশা কৰি হাতেবে উম্মে ছাৰা নামেৰে কোৰেচবিলাকৰ এজনী 'আজাদী' (মুক্তি পোৱা) বান্দীৰ হাতত এখন গুপুত চিঠি পঠাই দিলে। ৰছুল-কৰিমে (দঃ) এই কথাৰ সুং পাই ঘোঁৰাৰে মানুহ পঠাই, সেই চিঠিখন বাটৰ পৰা অনায়। হাতেবে নিজৰ দায়-দোষ সৈ কঢ়াত হজৰত ওমৰে তেওঁৰ মুণ্ডপাতৰ প্ৰস্তাৱ কৰিলে। কিন্তু কৰুণাসাগৰ ৰছুল-কৰিমে (দঃ) তেওঁৰ দোষ ক্ষমা কৰি দিলে।

৮ম হিজৰীৰ ১৮ ৰমজান তাৰিখে দহ হেজাৰ শিষ্য লগত লৈ ৰছুল-কৰিমে (দঃ) ঠিক সেই বাটেদি মক্কালৈ যাত্ৰা কৰিলে, যি বাটেদি আঠ বছৰৰ আগেয়ে তেখেতে মদিনালৈ 'হিজৰত' কৰিছিল।

বাটত এতেখিনি মানুহৰ 'তক্‌বিৰ' (আল্লাহু আকবৰ) ধ্বনিয়ে হিজ্বাজৰ গাঁও-ভুঁই, পাহাৰ-পৰ্বত, জাৰণি-বননি কঁপাই তুলিলে। শিষ্যবিলাকৰ মাজত শুকুলা নিচানৰ ছাঁৰ তলত, শুকুলা ঘোঁৰাৰ§ ওপৰত বহি ৰছুল-কৰিমে (দঃ) এই মহিমাৰঞ্জিত দৃশ্য, সেই সৰ্বশক্তিমান কৰুণানিধানৰ মঙ্গল হাতৰ চিন চাই চাই আগ বাঢ়ি যাবলৈ ধৰিলে। তেতিয়া তেখেতৰ মুৰ বিনয় আৰু কৃতজ্ঞতাৰ ভৰত দোঁ খাই আহিল। বাটতে হজৰত আব্বাছ তেওঁৰ পৰিয়ালেৰে সৈতে মক্কাৰ পৰা আহি তেখেতৰ লগত লগ লাগিল। এইদৰে মুছলমানবিলাকে যথাসময়ত মক্কাৰ ওচৰৰ 'মৰুৰ্জ-জুহ্‌ৰাণ' (ৱাদিয়ে-ফাতিমা) নামেৰে ভৈয়াম এখনত ৰ'লগৈ। আবু ছুফিয়ান, হাকিম-বেন্-হেজাম আৰু বোদায়েল-বেন্-

*§ যীচুৱে তেওঁৰ প্ৰধান শিষ্য যোহনক (John) সমাজিকত ভাবী নবীৰ পৰিচয় দিওঁতে কৈছিল যে, তেখেত এটি বগা ঘোঁৰাত উঠি মক্কাত সোমাব।*

আৰ্কা নামেৰে জনদিয়েক কোৰেচ চৰ্দাৰ ৰাতি পহৰা দিবলৈ বাজলৈ গৈ তাত ৰিণিকি ৰিণিকি জুইৰ পোহৰ দেখি ভু ল'বলৈ আগ বাঢ়ি যাওঁতেই ঘোৰ আন্ধাৰৰ মাজত হঠাৎ বজ্ৰ গম্ভীৰ মাতেৰে তেওঁলোকে শুনিবলৈ পালে, "তোমালোক বন্দী।" এই সময়ত হজৰত ওমৰ ফাৰুকে এদল সৈন্য লৈ সেই ঠাইৰ চাৰিওফালে পহৰা দি ফুৰিছিল। কাল-শত্ৰু আবু ছুফিয়ান আদি তেওঁলোকৰ হাতত বন্দী হ'ল। আবু ছুফিয়ানক পাই হজৰত ওমৰে তেওঁৰ ডিঙি তৰোৱালেৰে ছিঙে, এনে সময়ত হজৰত আব্বাছে মাজত সোমাই ক'লে, "ৰছুল-কৰিমৰ (দঃ) হুকুম নোপোৱালৈকে একো নকৰিবা।" হজৰত ফাৰুক আজমে খোদা-ৰছুলৰ নাম শুনা মাত্ৰকে হাত কোঁচ খুৱাই নিলে।

## আবু ছুফিয়ানৰ ইছলাম গ্ৰহণ ঃ

মুৰে-ভৰি-কঢ়া কোৰেচৰ প্ৰধান প্ৰতাপী চৰ্দাৰ আবু ছুফিয়ান আজি ৰছুল-কৰিমৰ (দঃ) আগত বন্দী হৈ থিয় দি আছে। পোটক তোলাৰ সোণালী সুযোগ! কিন্তু উদাৰচেতা ৰছুল-কৰিমে (দঃ) এই ২১ বছৰজোৰা লেকাতলগা পাশৱিক অতপালি অত্যাচাৰৰ এধানমান কথাও নুকটি ক'লে, "আবু ছুফিয়ান! এতিয়াও তুমি সেই করুণানিধান 'ৱাহ্দহু লা শ্বৰিকলহু'ক (একমেবাদ্বিতায়মক) চিনিব পৰা নাইনে?" আবু ছুফিয়ানে মুখ আমোলাই কোমল মাতেৰে উত্তৰ দিলে, "হয়, এতিয়া পাৰিছোঁ।" ৰছুল-কৰিমে (দঃ) ৰং পাই আকৌ সুধিলে, "বাৰু, আবু ছুফিয়ান! মই যে আল্লাৰ প্ৰেৰিত সঁচা নবী, এই সম্বন্ধে এতিয়াও তোমাৰ মনৰ খুকুৰি মৰা নাইনে?" তেওঁ উত্তৰ দিলে, "হয়, অকণমান খুকুৰি এতিয়াও আছে।" ইয়াৰ দিনচেৰেকৰ পাচত আবু ছুফিয়ানে ৰছুল-কৰিমৰ (দঃ) ব্যৱহাৰত মুগ্ধ হৈ দেখা-দেখিকৈ ইছলাম গ্ৰহণ কৰে।

ৰাতিপুৱা দোকমোকালিৰ লগে লগে উপত্যকাৰ টিঙৰ পৰা হজৰত বিলালৰ সুমধুৰ গগনভেদী আজান ধ্বনি উঠিল। ভক্তসকলেও "আল্লাহু আকবৰ" বুলি ঢাৰি-পাটীৰ পৰা একেচাবে উঠি 'জামাতে'ৰে (দলেৰে) ফজৰৰ নামাজ পঢ়িলে। তাৰ পাচত ভিন ভিন ফৈদৰ বীৰসকলে নিজে নিজে বেলেগ বেলেগ দল বান্ধি ভিন ভিন বাটেদি "আল্লাহু আকবৰ" ধ্বনি কৰি মক্কালৈ যাবলৈ ধৰিলে। আজি নগৰত দলদোপ-হেন্দোলদোপ। নিচানৰ পাচত নিচান, ফৌজৰ পাচত ফৌজ, আবু ছুফিয়ানৰ আগেদি গৈ আছে আৰু তেওঁ তবধ খাই ৰ লাগি চাই আছে। আহা কি চমৎকাৰ দৃশ্য! Sir William Muir-এ

লিখিছে—"It is a strange sight which at this time presented itself in the vale of Mecca,–a sight unique in the history ... ... It was a scene rendered possible only by the throes which gave birth to Islam." অৰ্থাৎ এই সময়ত যি দৃশ্য মক্কাৰ উপত্যকাত দেখা গৈছিল, সেইটো আচৰিত। বুৰঞ্জীত এনে দৃশ্য অদ্বিতীয়। যি নিদাৰুণ গৰ্ভ-যন্ত্ৰণাৰ পৰা ইছলামৰ জন্ম, তেনে যন্ত্ৰণাৰ পৰাহে এনে দৃশ্য সম্ভৱপৰ হ'ব পাৰে।* তাৰ অলপ পাচতে, আনছাৰ পল্টন অতি ভেমেৰে বুকু ফিন্দাই তেওঁৰ চকুৰ আগেদি গৈছে। ছাআদ-বেন্-ওবাদা ইয়াৰ চৰ্দাৰ। ছাআদৰ ভাব-ভঙ্গি দেখিয়েই আবু ছুফিয়ানৰ ধাতু উৰিল। তেওঁ ভয় খাই সুধিলে, "মোহম্মদ। তুমি তোমাৰ আপোন মানুহবিলাকক হত্যা কৰাৰ হুকুম দিছা নেকি?" কৰুণাসাগৰে মৌ বৰষা কোমল মাতেৰে উত্তৰ দিলে, "কেতিয়াও দিনা নাই? আজি প্ৰেম আৰু কৰুণাৰ দিন, আজি কা'বাৰ মান যুগমীয়াকৈ ৰক্ষা কৰাৰ দিন।" ছাআদৰ এনে আচৰণত তেখেত বৰ অসন্তুষ্ট হ'ল আৰু তেওঁক থিতাতে কামৰ পৰা গুচাই কেইচ-বেন্-ছাআদক তেওঁৰ ঠাইত চৰ্দাৰ পতা হ'ল। ছাআদেও কোনো মাত-বোল গেৰো-গোঁথো নকৰি ন-সেনাপতিৰ হাতত নিচান দি নিজে তেওঁৰ বশ্যতা স্বীকাৰ কৰিলে। এয়ে হৈছে ৰছুল-কৰিমৰ (দঃ) শাসনৰ চানেকি। তাৰ পাচত ৰছুল-কৰিমে (দঃ) সকলোকে শুনাই দিলে যে, যি মানুহে হাতত অস্ত্ৰ নলয়, বা যি কা'বাত সোমাব, যি নিজৰ ঘৰৰ দুৱাৰ জপাই থ'ব আৰু যি আবু ছুফিয়ানৰ ঘৰত সোমাব, তেওঁক অভয় দিয়া হ'ল। তেখেতে ইয়াকো শুনাই দিলে যে, নগৰত সোমাবৰ সময়ত, নাইবা তাৰ পাচত, কোনেও অস্ত্ৰ ব্যৱহাৰ কৰিব নোৱাৰে। তেখেতে এনে সদয় ব্যৱহাৰ আৰু অনুপম কৰুণা প্ৰকাশ কৰাতো, কোৰেচবিলাকে আকাশ-জাল পতাত কম কৰা নাছিল। সেনাপতি খালিদ-বেন্-অলিদে যি বাটেদি নগৰত সোমাইছিল, সেই ফালেই কেতবোৰ আধা-কটা মক্কাৰ মানুহে তেওঁৰ সৈন্যক ধনু-কাঁড়েৰে আক্ৰমণ কৰে আৰু দুজন মুছলমানক মাৰি পেলায়। বীৰবৰ খালিদ নিৰবে থাকে কেনেকৈ? অগত্যা, তেওঁও তৰোৱাল উলিয়াবলৈ বাধ্য হ'ল। যথাসময়ত ৰছুল-কৰিমে (দঃ) হাক নিদিয়াহেঁতেন, নগৰত ভয়ানক হত্যাকাণ্ড হ'লহেঁতেন। কোৰেচ পক্ষই বহুত টটা-টিঙা গুণ্ডা মানুহক, মুছলমানবিলাকক আক্ৰমণ কৰিবলৈ,

* *Sir W. Muir's 'The Life of Mahomet', P. 432.*

গোট খুৱাই থৈছিল। ৰছুল-কৰিমে (দঃ) ইয়াৰ উৱাদিহ পাই, আন্‌ছাৰসকলক সাজু হৈ থাকিবলৈ আৰু পাচ দিনা পুৱা ছাফা পৰ্বতৰ ওচৰত থূপ খাবলৈ হুকুম দিলে। আবু ছুফিয়ানে এনেকৈ মুছলমান সৈন্য গোট খোৱা দেখি ভয়ত আটাহ্ পাৰি ৰছুল-কৰিমক (দঃ) ক'বলৈ ধৰিলে, "মোহম্মদ! কোৰেচৰ এই দলটোক যদি ধ্বংস কৰি পেলোৱা, আজিৰে পৰা কোৰেচৰ সঁচ পৃথিৱীত নাইকিয়া হ'ব।" তেতিয়া ৰছুল-কৰিমে (দঃ) আবু ছুফিয়ানক ক'লে, "যোৱা, তোমালোকক দুনাই ক্ষমা কৰিলো, দুনাই অভয় দিলো।"

ঘোৰ আন্ধাৰে ছাটি ধৰা আৰব ভূমিৰ মাজত কেউফালে টকলা পৰ্বতেৰে বেঢ়ি ধৰা পৌত্তলিক মক্কাত 'এতীম' (ঘাট-মাউৰা), 'উম্মি' (নিৰক্ষৰ), নিঃসহায় ছাগলী-ৰখীয়া হৈ এই জগৎগুৰুৰ আবিৰ্ভাৱ।

পাঠক! মন কৰি চাওক—সেই এদিন যেতিয়া ছাফা পৰ্বতৰ ওপৰত উঠি ব্যাকুল হৈ এই নিঠৰুৱাই জয়জয়তে 'একমেৱাদ্বিতীয়ম্' ঘোষণা কৰিছিল—সত্যৰ আহ্বানেৰে আকাশ-পাতাল, পাহাৰ-পৰ্বত, জাৰণি-বননি আদি প্ৰতিধ্বনিত হৈছিল, কুবুঁধীয়া আবু লাহাবে শিলেৰে তেখেতৰ মূৰ ভাঙি তেজেৰে গোটেই গা ৰঙা কৰি পেলাইছিল। পাচে মক্কাৰ ল'ৰা-বুঢ়া, মতা-তিৰোতা সকলোৱে ভূতে-ধৰা, যাদুকৰ, বলিয়া, গণক ইত্যাদি নানা ৰকম নাম দি এই নিঠৰুৱা এতীমক বাটে-ঘাটে ইতিকিং কৰি হৈ দি খেদি ফুৰিছিল, আনকি সকলোৰে অধিকাৰ থকা পবিত্ৰ কা'বাতো আল্লাৰ নাম লৈ এটি 'চিজদা' দিবলৈ (সেৱা কৰিবলৈ) গ'লেও তেওঁ খেদা খাইছিল। নগৰৰ মানুহৰ অত্যাচাৰ-উৎপীড়নত তত্ নেপাই আল্লাৰ নাম ঘোষণা কৰিবলৈ তায়েফলৈ গৈছিল, তাতো কেউফালৰ পৰা হাৰাশাস্তি হৈ খেদা খাই শিলৰ আঘাতত তেজেৰে ৰঙা হৈ আধা-মৰা অৱস্থাত উভতি আহিবলৈ বাধ্য হৈছিল, কিন্তু তেখেতে খং নেখাই সিহঁতৰ দোষ মাফ কৰিবলৈ, আৰু সিহঁতক সঁচা বাটলৈ আনিবলৈ আল্লাৰ দৰ্গাহত 'মোনাজাত' (প্ৰাৰ্থনা) কৰিছিল। অত্যাচাৰ উৎপীড়নৰ তাপত তেখেতৰ ভালেমান শিষ্যই তত্ নেপাই জন্মভূমিৰ মায়া এৰি আবিচিনিয়াত গৈ আশ্ৰয় ল'বলৈ বাধ্য হৈছিল। তেখেতেও তিনি বছৰ কাল সকলো শিষ্যক লৈ আবু তালেব পৰ্বতত আবদ্ধ হৈ অশেষ যাতনা ভোগ কৰিব লগাত পৰিছিল। আল্লাৰ নাম চিৰকাললৈ নুমুৱাবলৈ কোৰেচবিলাকে গোট খাই প্ৰতিজ্ঞাবদ্ধ হৈ তেখেতক ঘৰ বেঢ়ি বধ কৰিবলৈ

এদিন ৰাতি ঘাতক এদলক তৰোৱাল হাতত দি পঠিয়াইছিল, কিন্তু ঘাতক দলে ঘৰ বেঢ়ি থাকোঁতেই তেখেতে মদিনাৰ বাটত ছুওৰ পৰ্বতৰ গাঁত এটাত লুকাই আশ্ৰয় লৈছিল আৰু শত্ৰুবিলাক ওচৰ পালত তেখেতৰ বন্ধু হজৰত আবুবকৰক চেঁচনি দি বুজাইছিল, "আপুনি ভয় নেখাব, আমি তিনিজন আছোঁ—আল্লাহ্ আমাৰ লগত আছে।" মদিনাতো এই আঠ বছৰ কাল কোৰেচবিলাকে দেখা-দেখিকৈ আৰু লুকাই লুকাই মদিনা আক্ৰমণ কৰি তেখেতক হত্যা কৰি ইছলামৰ কণকঁঠীয়া মাৰিবলৈ নেৰা-নেপেৰাকৈ অহোপুৰুষাৰ্থ কৰি তেখেতক জুলুকি জুলুকিকৈ শিকাইছিল।

কিমান ধুমুহা, কিমান আলৈ-বিলৈ, কিমান গৰ্গৰণি-ঢেৰেকনি, কিমান ধুম্‌ধুমনি মুছলমানবিলাকৰ মূৰৰ ওপৰেদি বাগৰি গৈছে, কিন্তু ৰছুল-কৰিমে (দঃ) এদিনলৈকো বিচলিত হোৱা নাই। ঘোৰ আন্ধাৰত পৰি থকা আৰবে আল্লাৰ বন্তিক মুখেৰে ফু মাৰি নুমাবলৈ ইমান দিনে মৰি-মুজি চেষ্টা কৰি চালে; কিন্তু সূৰ্যৰ কিৰণৰ দৰে তাৰ তেজ দোপতদোপে চৰি আহি আজি ঘোৰ আন্ধাৰত পৰি কাণি-মুনি লগা আৰবৰ ঘৰৰ চুকে-চুকে পোহৰ পেলাই মাজ আকাশলৈ উঠিছে—সকলো কুঁৰলি, ধুমুহা, বতাহ, গাজনি ঠেলি আজি পৃথিৱীত স্বৰ্গৰাজ্য স্থাপন কৰিবলৈ ধৰিছে! আজি বিনা ৰক্তপাতে মক্কা নগৰ ৰছুল-কৰিমৰ (দঃ) অধীনতা স্বীকাৰ কৰিবলৈ বাধ্য হৈছে!

## ৰছুল-কৰিমৰ (দঃ) মক্কা নগৰ প্ৰৱেশ

ফৌজ্জালি দিছে মাথোন মক্কাবাসীয়ে ভয়ত পেঁপুৱা খাই তধা লাগি চাই দেখিলে, লাখ লাখ মানুহৰ পৰম ধৰ্মগুৰু আৰবৰ মহা প্ৰতাপশালী মহা ৰাজাধিৰাজ কোৰেচজেতা, দহ হেজাৰ আত্মোৎসৰ্গী বীৰ সেনাৰ* চৰ্দাৰ

---

** ৰছুল-কৰিম (দঃ) যে দহ হেজাৰ শিষ্য লৈ আকৌ মক্কাত সোমাব, ইয়াৰ ভৱিষ্যৎবাণী বাইবেলত এই দৰে আছে—".... ....he (the lord), shined forth form mount Paran (Mucca), an d he came with ten thousands of saints; from his right hand went a fiery law (Quran) for then"–the Book of Deuteronomy, chap XXXIII, Verse 2. ৰছুল-কৰিমত বাজে কোনো নবীয়ে আজিলৈকে মক্কাত, তেনেকৈ সোমোৱা নাই আৰু ধৰ্ম প্ৰচাৰ কৰা নাই।*

জনাব ৰেছালৎমাব আৰু ঘৃণিত কিনা গোলাম জায়েদৰ পুতেক আছমা, একে উটৰ ওপৰত উঠি আহিছে। এনে নাশ্রুত-নাভূত ঘটনা দেখি সকলো অবাক। কি আচৰিত দৃশ্য। বাস্তৱিক আজি মক্কা বিজয় নহয়, কোৰেচ বিজয়ো নহয়, আজি প্রেমৰ আগত পশুত্বৰ পৰাজয় আৰু সত্যৰ আগত চয়তানৰ পৰাজয়। তেখেতে শত্রুক মুখেৰেই মাথোন ক্ষমা দেখুৱালে, এনে নহয়। তেখেতে কামেৰে জগতত স্বর্গৰাজ্য স্থাপন কৰিলে।

মানুহ মানুহৰ প্ৰভু হ'ব নোৱাৰে, মানুহ মানুহৰ গোলাম হ'ব নোৱাৰে। তেওঁলোকৰ একমাত্র প্রভু আল্লাহ আৰু তেওঁলোক সকলো একমাত্র তেওঁৰেই গোলাম আৰু তেওঁৰেই সন্তান— كَانَ النَّاسُ أُمَّةً وَّاحِدَةً অর্থাৎ নিশ্চয়, সকলো মানুহ এক গোষ্ঠীৰ।§ গতিকে তেওঁলোক সকলো সমান।

সর্বনিয়ন্তা ৰাব্বিল-আ'লেমীনৰ কি আশ্চর্য মহিমা। যি ঠাইৰ পৰা ৰছুল-কৰিম (দঃ) নিগৃহীত, লাঞ্ছিত হৈ নানা ৰকমৰ যাতনা ভুগি তত্ নেপাই, আচহুৰা দেশত গৈ গইনা লৈছিল, আজি সেই ঠাই আকৌ তেখেতৰ 'মোবাৰক' ভৰিৰ তলত আৰু তেখেতৰ দয়াৰ প্রত্যাশী।

বিজয়ী ৰজাই ২১ বছৰ যুঁজি আজি শত্রুক হেৰুৱালে। এনে অৱস্থাতো দর্প-অহঙ্কাৰে তেখেতৰ মনক এধানমানো ছুব নোৱাৰিলে। এনে ত্যাগৰ আৰ্হি জগতত আছেনে? সকলো শক্তি, সকলো সফলতা, সকলো মহিমা, সকলো কৃতজ্ঞতা একমাত্র আল্লাৰ। এই চিন্তাৰ লগে লগে নগৰত সোমোৱাৰ সময়ত তেখেতৰ মূৰ 'মোবাৰক' লাহে লাহে দোঁ খাই 'চিজদা'লৈ যোৱাৰ নিচিনা হৈছে। মক্কাৰ লাখ লাখ মতা-তিৰোতা, ল'ৰা-ছোৱালীয়ে ভয়ত বুকু ধুক্‌ধুকনি লাগি তেখেতৰ মুখৰ ফাললৈ ৰ লাগি একেৰাহে চাব লাগিছে। নিজৰ দোষবোৰ সুঁৱৰি আজি সিহঁতে কতনো আত্মগ্লানি কৰিব লাগিছে। কোৰেচ চর্দাৰ আৰু মক্কাৰ গুৰিয়ালবিলাকে কতনো মনত অনুতাপ ভোগ কৰিছে। সেই শক্তিহীন মূর্তিবিলাকে যেন তবধ লাগি চকু মেলি ভেবা লাগি চাবলৈ ধৰিছে। দৃশ্য কি চমৎকাৰ!

---

*§ কোৰআন—চুৰা বকৰ, ২১৩ আয়ত।*

## কা'বাৰ 'তোৱাফ' আৰু প্ৰতিমা আদিৰ ধ্বংস ঃ

নগৰত সোমাই ৰছুল-কৰিমে (দঃ) জয়জয়তে কা'বাৰ চাৰিওফালে 'তোৱাফ' (প্ৰদক্ষিণ) কৰিবলৈ ধৰিলে। সেই কালত 'বয়তুল্লা'ত (কা'বাত) সকলো জাতিৰে সমান অধিকাৰ আছিল। তাত প্ৰত্যেক দলৰ পূজিত প্ৰতিমা আৰু নামজ্বলা মানুহৰ মূৰ্তি ৰখাৰ নিয়ম প্ৰচলিত আছিল আৰু বয়তুল্লাহৰ কেউফালে পুতলা, চিত্ৰ আৰু ৩৬০টা পূজিত প্ৰতিমা আছিল। ৰছুল-কৰিমে (দঃ) এই আটাইবোৰকে বাহিৰ কৰি পেলোৱালে।* কা'বাৰ বেৰৰ গাত হজৰত ইব্ৰাহীম (আঃ) আৰু ইস্মাইলৰ (আঃ) পট আঁকা আছিল। বিবি মৰিয়মৰ (Mery) কোলাত যীচুৰ চিত্ৰও কা'বাৰ এটা খুটাত আঁকা আছিল। ৰছুল-কৰিমৰ (দঃ) হুকুম মতে হজৰত ওমৰ ফাৰুকে সেই আটাইবোৰ চিত্ৰ ঘঁহি-মচি চিন-ছাব নাইকিয়া কৰিলে। তাৰ পাচত ৰছুল-কৰিমে (দঃ) কা'বাৰ ভিতৰত সোমাব খুজিছিল; কিন্তু দুৱৰী ওছমান-বেন্-তাল্‌হাই দুৱাৰ জপাই দিলে। এনে অৱস্থা দেখি এজন ছাহাবীয়ে ওছমানৰ হাতৰ পৰা সাঁচাৰ কাঠীটো কাঢ়ি নিলে; কিন্তু ৰছুল-কৰিমে (দঃ) তেওঁক সেইটো ওভোটাই দিয়ালে। ওছমানে তেখেতৰ এই ব্যৱহাৰত মুগ্ধ হৈ তেতিয়াই দুৱাৰ মেলি দিলে আৰু উপযাচি তেওঁ মুছলমান হ'ল। কা'বাৰ ভিতৰলৈ সোমাওঁতে বাটত যিবোৰ ধাতু বা শিলৰ মূৰ্তি পাইছিল, ৰছুল-কৰিমে (দঃ) নিজৰ হাতৰ লাখুটিৰে সিহঁতৰ কপালত খুচি খুচি ক'বলৈ ধৰিলে ঃ

"সত্য আহিল, মিছাৰ আন্ধাৰ নাইকিয়া হ'ল। মিছা নিশ্চয় ক্ষয়শীল, অসত্য কেতিয়াও আকৌ উভতি নাহে।"

কা'বাৰ ভিতৰত সোমাই ৰছুল-কৰিমে (দঃ) চুকেপতি গৈ আজি মনৰ হেঁপাহ পলুৱাই 'তকৰিব' (আল্লাহু আকবৰ) ধ্বনি কৰিবলৈ ধৰিলে আৰু ৰাতি এইদৰে 'তকৰিব' আৰু 'তোৱাফ' (প্ৰদক্ষিণ) কৰি কটোৱা হ'ল। পাচ দিনা 'জোহোৰ' নামাজৰ সময় হ'লত, ৰছুল-কৰিমে (দঃ) হুকুম মতে হজৰত বিলালে কা'বাৰ এডোখৰ ওখ ঠাইত উঠি আজান দিবলৈ ধৰিলে। সেই ধ্বনি নগৰৰ কেউফালে প্ৰতিধ্বনিত হৈ সকলোৰে মনত এটা অপূৰ্ব ভাবৰ ঢৌ তুলি দিলে। প্ৰথম 'তকৰিব'ৰ লগে লগে যেতিয়া ইমানবিলাক শিষ্যৰ

---

** এতিয়াও বাবে-শ্বামৰ ওচৰত নাক-কাণ ভগা এটা ডাঙৰ শিলৰ মূৰ্তি বাটৰ ওপৰতে পৰি আছে। মানুহে তাৰ ওপৰে গচকি যায়। সেই মূৰ্তিৰ নাম 'হোবল কবিৰ'। তাৰ দুকাষে দুটা সৰু মূৰ্তি আছে, তাৰে এটাৰ নাম 'লাট' আৰু ইটোৰ নাম 'উজ্জা'।*

মুখত প্ৰতিধ্বনিত হৈ উঠিল, মক্কাবাসীসকলে তেতিয়া ভয়ত, খঙত, অহঙ্কাৰত, লাজত, অপমানত আৰু দুখত তেনেই মৰাৰ নিচিনা হৈ জঁই পৰিল। এনে বিজয়ীৰ নগৰ প্ৰৱেশ আৰু শত্ৰুৰ প্ৰতি এনে সদয় ব্যৱহাৰ! জগতৰ বুৰঞ্জীত ইয়াৰ তুলনা আছেনে?

এই সময়ত কোৰেচবিলাকৰ মনৰ হৰ্‌বৰণি আৰু বুকুৰ ধৰ্‌ফৰণিৰ পাৰ নাইকিয়া হ'ল। সিহঁতে চামে-চামে কা'বাৰ সম্মুখত গোট খাইছেহি। ৰছুল-কৰিমে (দঃ) কি কৰে বা কি কয়, তাক চাবৰ আৰু শুনিবৰ নিমিত্তে 'জোহোৰ'ৰ নামাজ শেষ হোৱাৰ পাচত গোট খোৱা মানুহবিলাকক ৰছুল-কৰিমে (দঃ) সম্বোধন কৰি এই বক্তৃতা দিলে—

## ৰছুল-কৰিমৰ (দঃ) বক্তৃতা ঃ

(১) আল্লাৰ যুগৰ গোটেই অহঙ্কাৰ সমূলি লুপ্ত হ'ল। অতি সামান্য কথাৰ নিমিত্তে আৰববিলাকৰ এটা ফৈদে আন এটা ফৈদৰ লগত যুগ-যুগান্তৰলৈকে আৰু পুৰুষানুক্ৰমে খুনা-খুনি, কটা-কটি আৰু ডকাইতি কৰিছিল। কোনো এটা মানুহৰ দোষৰ বাবে তাৰ গোটেই ফৈদটোৰ ওপৰত অবাবতে অত্যাচাৰ কৰা হৈছিল। এতিয়াৰ পৰা আগৰ যিমান দাবি-দাৱা আছিল সকলোবোৰ ৰদ হ'ল।

(২) ইয়াৰ পাচত যদি কোনোৱে কোনো মানুহক ইচ্ছা কৰি হত্যা কৰে, তাৰ নিমিত্তে অকল হত্যাকাৰীহে দায়ী হ'ব। ভুলত কোনো মানুহক হত্যা কৰিলে, হত্যাকাৰীয়ে উত্তৰাধিকাৰীবিলাকক এশ উট ক্ষতিপূৰণ দিব লাগিব।

(৩) মানুহ বুলিলেই 'আদম'ৰ (Adam) পৰা হৈছে আৰু 'আদম' মাটিৰ পৰা সৃষ্ট হৈছে। গতিকে 'আদম'ৰ পো-পোৱালীবিলাক ইটো সিটোৰ ককাই-ভাই আৰু সিহঁত সকলো সমান, আৰু মানুহ মাটিৰ নিচিনা অহঙ্কাৰশূন্য হ'ব লাগে। যি মানুহ বেছি 'পৰ্‌হেজ্‌গাৰ্' (সংযমশীল) আল্লাৰ ওচৰত তেওঁহে বেছি মহৎ।

(৪) সকলো ৰকম মদ আৰু আন ৰাগিয়াল বস্তু বেচা-কিনা নিষিদ্ধ।

## অপৰাধীবিলাকৰ প্ৰতি ৰছুল-কৰিমৰ (দঃ) সদয় ব্যৱহাৰ ঃ

বক্তৃতাৰ মূৰত ৰছুল-কৰিমে (দঃ) মানুহবিলাকক সম্বোধন কৰি

ক'লে ঃ "হে কোৰেচ ফৈদ! হে মক্কাবাসীসকল! তোমালোকৰ লগত আজি মই কেনে ব্যৱহাৰ কৰিম বুলি ভাবিছা?"

সকলোৱে একেমুখে উত্তৰ দিলে, "দয়া আৰু অনুগ্ৰহেৰে।" তেতিয়া ৰছুলে-খোদাৰ চকুলো হৰ্হৰ্কৈ গালেদি ব'বলৈ ধৰিলে। তেখেতে ক'লে, "ভাই, আজি মই তোমালোকক গালি-শপনি একো নাপাৰোঁ। আল্লাহ্ গফুৰুৰ্ৰহিমে তোমালোকক ক্ষমা কৰক। তেওঁ 'ৰহ্মানুৰ্ৰহিম' (দয়াময় আৰু অনুকম্পাশীল)। যোৱা, তোমালোক সকলো মুক্ত, সকলো স্বাধীন।"

আহা কেনে অনুপম ত্যাগৰ আৰু মাহাত্ম্যৰ দৃষ্টান্ত!

ৰছুল-কৰিমৰ (দঃ) এনে সদয় ব্যৱহাৰ দেখি জনচেৰেক ছাহাবাই বৰ বেয়া পাইছিল। এই সময়ত হজৰত আবুবকৰে তেওঁৰ বাপেক আবু কোহাফাহক ৰছুল-কৰিমৰ (দঃ) ওচৰলৈ আনিলে। আবু কোহাফাহ তেতিয়া আথৰ বুঢ়া হৈছিল। ৰছুল-কৰিমে (দঃ) তেওঁক দেখি ক'লে, "আবুবকৰ! কিয় তেওঁক এনে অৱস্থাত ইয়ালৈ আনিলে, মই নিজেই তেওঁৰ ওচৰলৈ দেখা কৰিবলৈ গ'লোহেঁতেন।" তাৰ পাচত তেখেতে আবু কোহাফাহক আথে-বেথে নিজৰ ওচৰত বহুৱাই ইছলামত দীক্ষিত কৰে।

ৰছুল-কৰিমৰ (দঃ) অভয় ঘোষণাৰ পাচতো যিবিলাকে খালিদৰ সৈন্য দলক আক্ৰমণ কৰি দুজন ছাহাবাক মাৰি পেলাইছিল, সেই বিদ্ৰোহীবিলাককো তেখেতে মুক্ত কৰি দিলে। ছফৱান-বেন্-উম্মেইয়াই ৰছুল-কৰিমক (দঃ) লুকাই বধ কৰিবৰ নিমিত্তে পাং পাতি উমেইৰ নামেৰে এটা মানুহক পঠাইছিল। উমেইৰে তেখেতক কোব মাৰিব খোজোঁতেই, ছাহাবাসকলে তাক ধৰি, তাৰ হাতৰ পৰা তৰোৱালখন কাঢ়ি লৈ তাক বন্দী কৰি থ'লে। প্ৰাণৰ ভয়ত সি জয়দেউ কাকুতি কৰাত ৰহ্মাতুল-লিল্-আ'লেমীনৰ কৰুণাৰ গুণে সিও মুক্তি পালে।

মক্কা বিজয়ৰ দ্বিতীয় দিনা হাঁ বোলোতেই হুমুনিয়াহৰ বাতৰি পোৱা ৰছুল-কৰিমে (দঃ) কা'বাৰ 'তোৱাফ' প্ৰদক্ষিণ কৰি থাকোঁতে ফোজালা-বেন্-ওমৰ নামেৰে এজন মক্কাবাসীয়ে লুকাই তেখেতক অতৰ্কিতভাৱে বধ কৰিবৰ নিমিত্তে আগ বঢ়া দেখি তেখেতে তেওঁৰ মনৰ ভাব টলকিব পাৰি তেওঁক হাঁহি হাঁহি ক'লে, "ভাল কথা ফোজালা! সেই আল্লাৰ আগত ক্ষমা খোজা।" ফোজালাৰ ভয়ত বুকু কঁপিবলৈ ধৰিলে। তেওঁৰ এই অৱস্থা দেখি

ৰছুল-কৰিমে (দঃ) পুতৌ কৰি নিজৰ সোঁ হাতখন তেওঁৰ বুকুত দিয়াত তেওঁৰ মনৰ ধৰ্ফৰণি মাৰ গ'ল।

ইব্‌নে-ৰাবি নামেৰে ৰছুল-কৰিমৰ (দঃ) এজন নিলগীয়া ভায়েক আছিল। হোজেল ফৈদৰ এজন মানুহে তেওঁক বধ কৰে। শোণিত-প্ৰতিশোধ-লোৱা নিয়ম আগৰে পৰা চলি আছিল; কিন্তু ইয়াৰ প্ৰতিশোধ লোৱা নাছিল। সাতে-সতৰে ইয়াৰ প্ৰতিশোধ লোৱাৰ ভাৰ ৰছুল-কৰিমৰ (দঃ) ওপৰত পৰিছিল। তেখেতে প্ৰতিশোধ লোৱা দূৰত থাকক, এই অন্যায় প্ৰথাকে সমূলি তুলি দিলে।

ৰছুল-কৰিমৰ (দঃ) সাদৰী জীয়েক গৰ্ভৱতী জয়নবে গা-নৰিয়া অৱস্থাত মক্কাৰ পৰা হোদায়বিয়ালৈ বাপেকৰ ওচৰলৈ আহোঁতে বাটত তেওঁক হাব্বাৰ-বেন্-আল-আছ্‌ৱাদ নামেৰে এটা বদ্দুৱে যাঠীৰে খুঁচি হত্যা কৰিছিল। সেই বাবে এই বদ্দুটোৱে ভয়ত ইৰাণলৈ (পাৰস্যলৈ) পলাই যাবলৈ উমঘাম কৰিছিল। কিন্তু ৰছুল-কৰিমৰ (দঃ) দয়া গুণৰ কথা শুনি তেখেতৰ ওচৰলৈ আহি প্ৰাণ ভিক্ষা কৰাত, তেখেতে তাক ক্ষমা দিলে। এনে ক্ষমাশীলতাৰ দৃষ্টান্ত জগতত পোৱা যাবনে?

মক্কাৰ ভিতৰলৈ সোমোৱাৰ আগেয়ে ৰছুল-কৰিমে (দঃ) নগৰৰ সকলো মানুহক অভয় দান দিছিল। ইয়াৰ পাচতো আক্‌ৰমা, ছফ্‌ৱান আদি কোৰেচ চৰ্দাৰবিলাকৰ বহুত মানুহ আৰু হাতিয়াৰ গোটাই বিদ্ৰোহাচৰণ কৰি ৰছুল-কৰিমক (দঃ) হত্যা কৰিবৰ নিমিত্তে তলে-তলে আকাশ-জাল পাতিছিল। আক্‌ৰমাই ক্ষমাৰ অযোগ্য বুলি নিজেই ভাবি নগৰৰ পাচ দুৱাৰেদি ঘোঁৰাত উঠি ন'কৈ বিয়া কৰা নিজৰ তিৰোতাক এৰি এমনলৈ পলাই যায়। ৰছুল-কৰিমৰ (দঃ) ক্ষমা গুণ দেখি তেওঁৰ ঘৈণীয়েকে আউলী-বাউলী হৈ চুলি ছিঙি কাতৰ কৰি ৰছুল-কৰিমৰ (দঃ) ভৰিত দীঘল দি পৰি, তেওঁৰ স্বামীৰ প্ৰাণ ভিক্ষা খুজিলে। তেখেতৰ মন পমি গ'ল আৰু তেওঁৰ স্বামীৰ দোষ ক্ষমা কৰি দিলে। তেতিয়া তেওঁ এমনলৈ গৈ আক্‌ৰমাক মাতি আনি ৰছুল-কৰিমৰ (দঃ) আগত হাজিৰ কৰেহি। তেখেতে আক্‌ৰমাক দেখা পোৱা মাত্ৰকে নিজে থিয় হৈ আগ বঢ়াই আনি, আস্ত-ব্যস্তকৈ ওচৰত বহুৱায়, আৰু পাচত হাৱাজেন ফৌজৰ ওপৰত সেনাপতি পাতি দিয়ে। এনে উদাহৰণ আজিলৈকে কোনো বুৰঞ্জীত পোৱা যাবনে?

ছফ্‌ৱান-বেন্-উম্মেইয়াও ক্ষমাৰ অযোগ্য বুলি নিজে ভাবি মক্কাৰ পৰা পলাবলৈ বিচাৰিছিল। কিন্তু ব্যক্তিগত কষ্ট, অত্যাচাৰ বা অপৰাধৰ বাবে কেতিয়াও কোনো ৰকম প্রতিশোধ ৰছুল-কৰিমে (দঃ) লোৱা নাছিল। এতেকে, উমেইৰে তেওঁৰ প্রাণ ভিক্ষা কৰাত তেওঁকো তেখেতে ক্ষমা কৰি দিলে। এনে ব্যৱহাৰ দেখি ছফ্‌ৱান থিতাতে ইছলামত দীক্ষিত হ'ল।

আব্দুল্লাহ-বেন্-ছাআদ ৰছুল-কৰিমৰ (দঃ) মহৰি আছিল। তেখেতে কিবা লিখিবলৈ ক'লে, তেওঁ তাক হেৰ-ফেৰ কৰি ভাঁজ মিলাই এনেদৰে লিখি থয় যে, তাৰ প্রকৃত অৰ্থৰ বিপৰীত অৰ্থ হয়। পাচত ধৰা পৰাত, তেওঁ পলাই গৈ আকৌ পৌত্তলিক হৈ পৰে। মক্কা বিজয়ৰ পাচত, তেওঁ আহি ক্ষমা প্রার্থনা কৰাত ৰছুল-কৰিমে (দঃ) তেওঁকো ক্ষমা কৰিছিল।

মৌখিক উপদেশ ক্ষমা-গুণৰ প্রমাণ নহয়। নিজৰ কামেৰে তাক দেখুৱাব লাগে। যীছুৱে পেৰেঙনিত থাকোঁতে তেওঁৰ উৎপীড়নকাৰীক ক্ষমা কৰিবলৈ 'দোৱা' (প্রার্থনা) কৰিছিল—এইটোৱে তেওঁৰ অন্তঃকৰণৰ শ্রেষ্ঠতা দেখুৱাইছে মাথোন। তেওঁৰ তেতিয়া এনে অৱস্থা হোৱা নাছিল যে, তেওঁৰ ক্ষমাৰ দৰকাৰ। ৰছুল-কৰিম (দঃ) বিজেতা হৈ মক্কাত সোমাইছে, আৰব তেতিয়া তেখেতৰ পবিত্র পাৱৰ তলত। যি ডেও পৰা মক্কাবাসীয়ে তেখেতক ইমান অত্যাচাৰ-উৎপীড়ন কৰি জ্বলা-কলা কৰিছিল, আজি সিহঁত তেখেতৰ কৃপা-ভিক্ষাৰী। তেখেতে প্রচলিত নিয়ম অনুসাৰে সিহঁতক আজি চাওদাঙৰ হাতত দিব লাগিছিল, কিন্তু দয়াৰ সাগৰে সিহঁতক একেবাৰেই ক্ষমা কৰি দিলে।

## আব্দুল্লাহ্-বেন্-খাটল আৰু মেক্য়াছ-বেন্-ছোবাবাৰ প্রাণদণ্ড ঃ

আব্দুল্লাহ্-বেন্-খাটল আৰু মেক্য়াছ-বেন্-ছোবাবা নামেৰে দুজন খুনী আচামী নিজৰ প্রাণ ৰক্ষাৰ নিমিত্তে মদিনাৰ পৰা পলাই আহি মক্কাত আত্মগোপন কৰি লুকাই আছিল। বিশ্বাসঘাতকতা, স্বেচ্ছাপূর্বক নৰ-হত্যা, ৰাজদ্রোহ আৰু চৰকাৰী তহবিলৰ টকা চুৰ কৰা অপৰাধত, মক্কা বিজয়ৰ বহুত আগেয়ে, প্রচলিত আইন মতে আব্দুল্লাহৰ প্রাণদণ্ডৰ হুকুম হৈছিল। মেক্য়াছৰো নৰ-হত্যাৰ অপৰাধত মক্কা বিজয়ৰ আগেয়ে প্রাণদণ্ডৰ হুকুম হৈছিল। সাতে-সতৰে আগৰ হুকুম মতে এতিয়া কাম কৰা হ'ল।

## আৰববাসীৰ ওপৰত ইছলামৰ প্ৰভাৱ ঃ

আব্ৰাহাৰ ষাঠী হেজাৰ সুসজ্জিত সৈন্যই যি কা'বা অধিকাৰ কৰিবলৈ আহি তেনেই জাহ গ'ল* আজি সেই পবিত্ৰ থান হজৰত ৰছুল-কৰিমে (দঃ) দহ হেজাৰ ছাহাবাৰে বিনা ৰক্তপাতে একে টিপাতে অধিকাৰ কৰি ল'লে। এই কথা লৈ মক্কাৰ ঠায়ে ঠায়ে মানুহে গুণা-গঁথা কৰিবলৈ ধৰিলে।

আৰববাসীয়ে দেখিলে যে, সিহঁতৰ সেই শক্তিহীন প্ৰতিমাবিলাক তলমূৰ কৰি মাটিত ৰছুল-কৰিমৰ (দঃ) পাদপদ্মৰ তলত নিমাত হৈ নিতাল মাৰি পৰি আছে। এতিয়া কোৰেচৰ সকলো ভেম-অহঙ্কাৰ, মইমতালি, দুপ্‌দুপনিয়ে সকলো শত্ৰুতা, ষড়যন্ত্ৰই আৰু সকলো দেৱ-দেৱীয়ে তেখেতৰ ওচৰত হাৰ মানিলে। তাক দেখি মক্কাবাসীৰ আৰু গাঁৱৰ মানুহবিলাকৰ ইছলামৰ প্ৰতি ভক্তি উপজিল। ইয়াৰ লগে লগে সিহঁতে যেতিয়া দেখিলে ৰছুল-কৰিম (দঃ) এনে দয়ালু যে, তেখেতে কোৰেচৰ নিচিনা অজাত কাল-শত্ৰু আৰু ক্ষমাৰ অযোগ্য দোষীবিলাককো ক্ষমা কৰিছে, তেতিয়া সিহঁত একেবাৰেই মুগ্ধ হৈ পৰিল।

২০ বছৰৰ আগেয়ে ছাফা পৰ্বতত উঠি ৰছুল-কৰিমে (দঃ) মক্কাবাসীক সত্যৰ ফাললৈ যিদৰে আহ্বান কৰিছিল, আজিও সেই কৰুণ, মধুৰ, আকুল আহ্বান—কোনো পাৰ্থক্য নাই; কিন্তু পাৰ্থক্য এই—তেতিয়া তেখেত তেনেই কঙাল আৰু নিমাখিত আছিল আৰু আজি লাখ লাখ মানুহে চামে চামে তেখেতৰ পদধূলা ল'বলৈ হাবাথুৰি খাই আহি পৰ্বতৰ দাঁতিত হুকুমলৈ বাট চাই থিয় দি আছে আৰু দলে দলে তেখেতৰ পবিত্ৰ হাত ধৰি পবিত্ৰ ইছলামত দীক্ষিত হ'বলৈ ধৰিছে।

## হিন্দাৰ ইছলাম গ্ৰহণ ঃ

কেউফালে 'নকীব' (ঘোষণাকাৰী)সকল ধৰ্মপ্ৰচাৰ কৰিবৰ নিমিত্তে গৈছে, কেউফালে ইছলামৰ জয়-দুন্দুভি বাজি উঠিছে, পশু-পক্ষী আদি কৰি সকলো প্ৰাণীয়ে মধুৰ কণ্ঠে একত্ববাদৰ ধ্বনি কৰিছে। সেই সময়ত, এদিন ৰছুল-কৰিমে (দঃ) ছাফা পৰ্বতত উঠি শিষ্যসকলক উপদেশ দি

---

** আব্ৰাহা এমন প্ৰদেশৰ খৃষ্টান শাসনকৰ্তা আছিল। ৰছুল-কৰিম (দঃ) মাকৰ গৰ্ভত থাকোঁতেই এই ঘটনা হয়। কোৰ্‌আন শ্বৰীফৰ চুৰা 'ফিল'ত ইয়াৰ উল্লেখ আছে।*

থাকোঁতে, বোৰকা পিন্ধা এগৰাকী তিৰোতা ভয়ত থক্থক্কৈ কঁপি লাহে লাহে তেখেতৰ আগত উচুপি উচুপি কান্দি থিয় হৈ হাতযোৰ কৰি, প্ৰাণ ভিক্ষা মাগিলেহি। উদাৰ-মতি ৰছুল-কৰিমে (দঃ) তেওঁক সান্ত্বনা দি ক'বলৈ ধৰিলে—"ভয় নেখাবা, ভয়ৰ কোনো কাৰণ নাই। মই ৰজা নহওঁ, সম্ৰাট নহওঁ। মই তোমাৰে নিচিনা তিৰোতা এগৰাকীৰ সন্তান। আল্লাই তোমাক ক্ষমা কৰক।" তেতিয়াই তেওঁ ইছ্লামত দীক্ষিত হ'ল। এই তিৰোতাগৰাকী পাঠকসকলৰ পূৰ্ব পৰিচিতা—সেই হিন্দা, সেই পিশাচিনী—কোৰেচবিলাকৰ চৰ্দাৰ আবু ছুফিয়ানৰ তিৰোতা, যি কেঁচাই-খাইতীয়ে ওহোদ ৰণ ক্ষেত্ৰত হজৰত হাম্‌জাৰ বুকু ফালি কলিজাখন উলিয়াই চোবাই খাইছিল। উস! এনে ঘোৰ যম্-কালক ক্ষমা যে কৰিলেই, আনকি তেওঁৰ উপদ্ৰৱ অতপালিৰ বিষয় বিন্দুমাত্ৰও নুকটিলে। পাচত, এৰেঁই প্ৰথম মুছলিম ৰাজবংশ উম্মিয়া ফৈদৰ মাক হৈছিল।*

## আক্ৰমা-বেন্-আবু জেহেলৰ ইছ্লাম গ্ৰহণ ঃ

ইয়াৰ দিনচেৰেকৰ পাচত, আক্ৰমা-বেন্-আবু জেহেলে ইছ্লাম গ্ৰহণ কৰে। তেওঁৰ আৰু আন আন প্ৰাণৰ বৈৰীবিলাকৰ অপৰাধ যে ক্ষমা কৰিলেই, আনকি আবু ছুফিয়ানৰ ঘৰত সোমাই যেয়ে গইনা লৈছিল, তেৰোঁ মুক্ত। আক্ৰমাৰ পিতৃ আবু জেহেলে আজীৱন ৰছুল-কৰিমৰ (দঃ) লগত ঘোৰ শত্ৰুতা আচৰণ কৰি আহিছিল। সি মৰাৰ পাচত, মুছলমানবিলাকে তাক গাল-শপনি পাৰে। আক্ৰমা মুছলমান হোৱাৰ পাচত, তেওঁ এদিন ৰছুল-কৰিমৰ (দঃ) খেদমতত গোচৰ দিলেহি—"য়্যা ৰছুলুল্লাহ্! মোৰ বাবাজান মৰি গ'ল, কিন্তু এতিয়াও মুছলমানবিলাকে তেওঁক গৰিহণা দিয়ে, মই মনত বৰ কষ্ট পাওঁ।" ৰছুল-কৰিমে (দঃ) শুনি দুখিত হ'ল আৰু সকলোকে কৈ দিলে যে, মৰা মানুহক নিন্দা কৰি জীয়া মানুহক কষ্ট নিদিব। মৰা মানুহে তেওঁলোকৰ ধৰ্ম আৰু কৰ্মফল লৈ গুচি গৈছে, তেওঁলোকক গালি পৰা অন্যায়।

## মূৰ্ত্তি ভঙাৰ আদেশ আৰু ধৰ্ম প্ৰচাৰৰ নিমিত্তে 'নকীব' পঠোৱা ঃ

তাৰ পাচত ৰছুল-কৰিমে (দঃ) ঘোষণা কৰি দিলে যে, যি মানুহে

---

** হজৰত মাবিয়াৰ মাক।*

ইছলাম গ্ৰহণ কৰিছে, তেওঁ যেন নিজৰ ঘৰৰ মূৰ্তিবোৰ ভাঙি পেলায় আৰু গাঁৱত ইছলাম প্ৰচাৰ কৰিবলৈ বানে-বানে 'নকীব' পঠালে। ইছলামৰ জয় কেউফালে প্ৰচাৰিত হ'বলৈ ধৰিলে। বীৰবৰ খালিদ-বেন্-অলিদেও জনচেৰেক মানুহ লৈ 'বনি-জাজিমা' ফৈদৰ ওচৰলৈ যায়। কিন্তু তেওঁ তালৈ গৈ গোটাচেৰেক মানুহক ভুলত মাৰি পেলায়। ৰছুল-কৰিমে (দঃ) এই বাতৰি শুনি ব্যাকুল হৈ চিঞৰি উঠিল, "হে আল্লাহ্! তুমি অন্তৰ্যামী, তুমি জানিছা খালিদৰ এই কামৰ লগত মোৰ কোনো সম্পৰ্ক নাই, মই নিৰ্দোষী।" পাচত ৰছুল-কৰিমে (দঃ) ভালেমান ধন-বিত দি সেই ফৈদৰ মানুহবিলাকক সন্তুষ্ট কৰিলে আৰু খালিদক (ৰাঃ) নথৈ থুকুচি পেলালে।

## পৰ্বতীয়া আৰববিলাকৰ শত্ৰুতা

হোদায়বিয়া সন্ধিৰ পাচৰ পৰাই ইছলামৰ জয়জয়-ময়ময় হৈ পৰিল। এনে প্ৰভাৱ দেখি মক্কাৰ দাঁতি কাষৰীয়া পৰ্বতীয়া বন্দুবিলাকৰ মনত ভয় সোমাল। পূৰা এবছৰ হেজ্বাজৰ হাৱাজেন (Hawazin) আৰু তায়েফৰ ছকিফ খেলে আৰবৰ ভিন ভিন ফৈদ আৰু খেলৰ মানুহবিলাকক ৰছুল-কৰিমৰ (দঃ) বিৰুদ্ধে ফেঁটাই দি আছিল। যেতিয়া দেখিলে যে, মক্কা ৰছুল-কৰিমৰ (দঃ) পাৱৰ তলত আৰু গাঁৱৰ বেছিভাগ মানুহে ইছলামৰ দৈৱশক্তি দেখি উপযাচি ইছলাম গ্ৰহণ কৰিছে, তেতিয়া সিহঁতৰ ভয় আৰু বাঢ়িবলৈ ধৰিলে। কোৰেচবিলাকৰ ৰাজহাঁড় ভাগিল; এতিয়া এই এমুঠি বিদেশী মুছলমানক যদি খেদাব পৰা হয়, তেনেহ'লে আধা আৰবৰ ওপৰত সিহঁতৰ আধিপত্য হ'ব, এই ভাবি সিহঁতে মুছলমানক অতৰ্কিতভাৱে আক্ৰমণ কৰিবলৈ ৪০০০ ফৌজ লৈ আগ বাঢ়ি আহিল। মালিক-বেন্-আউফে প্ৰধান সেনাপতিৰ ভাৰ পালে। জানোচা মানুহবোৰ বাটৰ পৰা পলাই আহে, এই ভাবি মালিকে হুকুম দিলে যে, সকলোৱে নিজৰ পৰিয়াল আৰু বস্তু-বাহানি লৈ ওলাব লাগে। দেই দেখি, ল'ৰা-ছোৱালী, তিৰোতা, উট-ছাগলী আদি লৈ সিহঁত ওলাল।

### হোনেন ৰণ—হিজৰতৰ ৮ম বছৰ, ৬৩০ খৃষ্টাব্দ ঃ

ৰছুল-কৰিমে (দঃ) এই ধুমুহাৰ বাতৰি পাই, সিহঁতক ভেটা দিবলৈ বাৰ হেজাৰ মানুহ লৈ মক্কাৰ পৰা ওলাল। স্বদেশৰ স্বাধীনতা ৰক্ষা আৰু স্বদেশবাসীৰ মঙ্গলৰ নিমিত্তে ছফ্‌ৱান আদি ভালেমান পৌত্তলিকো তেখেতৰ লগত যোগ দিলে। মক্কাৰ বহুত পৌত্তলিকে ভালেমান ৰণৰ আহিলা-পাতি আৰু ধন-বিত ধাৰে দি তেখেতক সহায় কৰিলে। আব্দুল্লা-বেন্-ৰাবিয়াই ৩০ হেজাৰ দেৰ্‌হম আৰু চাফ্‌ফান-বেন্-উম্মিয়াই বহুত হাতিয়াৰ দিলে। মঙ্গলবাৰে গধূলি মক্কাৰ পৰা ১০ মাইল দূৰৈত, হোনেন (Honein) নামেৰে পৰ্বতীয়া ঠাই ডোখৰত, শত্ৰু পক্ষৰ ফৌজক হঠাৎ দেখা পালেগৈ। ৮ হিজৰী ২য় চাউৱল তাৰিখে ৰাতিপুৱাই শত্ৰু পক্ষই মুছলিম ফৌজৰ ওপৰত আতৰ্কিতভাৱে উবুৰি খাই পৰিলহি। ন-মুছলমান আৰু অমুছলমান সৈন্যবিলাক আগত আছিল। সেই সময়ত সিহঁতৰ বহুতৰ হাতিয়াৰ নাছিল। গতিকে মুছলিম ফৌজ লৈ-লৈ থৈ-থৈ হৈ পৰিল। এই সময়ত ৰছুল-কৰিমৰ (দঃ) ওচৰত হজৰত আব্বাছ আৰু আবু ছুফিয়ানত বাজে আন কোনো মুছলমান নাছিল। কি ভয়ঙ্কৰ সময়! এনে বিপদৰ মাজতো তেখেতে এফেৰাও বিচলিত হোৱা নাই। তেখেত ঘোঁৰাৰ পৰা নামি আঁঠু কাঢ়ি, আল্লাৰ ওচৰত সহায় আৰু শক্তি প্ৰাৰ্থনা কৰিবলৈ ধৰিলে। তাৰ পাচত আকৌ ঘোঁৰাত উঠিল। শত্ৰু সেনা আহি তেখেতক বেঢ়ি ধৰি কেউফালৰ পৰা অলেখ কাঁড় মাৰিবলৈ ধৰিলে। কিন্তু সিহঁতৰ ওপৰত নিজে অস্ত্ৰ চলাবলৈ ৰহ্‌মতু-লিল্-আ'লেমীনৰ সত নগ'ল। মাথোন এমুঠি ধূলি আল্লাৰ নাম লৈ সিহঁতৰ চকুলৈ মাৰি পঠালে আৰু সিহঁত চকু মোহাৰি পাচ হুঁহকি গ'ল। এই সময়ত হজৰত আব্বাছে এখন ওখ ঠাইত থিয় হৈ মুছলমানবিলাকক ৰিঙিয়াবলৈ ধৰিলে। তেওঁৰ মাত শুনি, কেউফালৰ পৰা "য়্যা লাব্বায়েক, য়্যা লাব্বায়েক" (এই যে হাজিৰ, এই যে হাজিৰ) ধ্বনি উঠিবলৈ ধৰিলে। আৰু ছিন্ন-ভিন্ন হৈ যোৱা সৈন্যবিলাক ৰছুল-কৰিমৰ (দঃ) ওচৰত থূপ খালেহি। তেখেতে এমুঠি শিলগুটি তুলি লৈ শত্ৰুবিলাকৰ ফাললৈ মাৰি ক'লে, "শত্ৰু হাৰিল, আগ বাঢ়া।"

মুছলিম ফৌজে 'আল্লাহু আকবৰ' ধ্বনি কৰি শত্ৰু ফৌজৰ ওপৰত পৰিল। দুৰ্ঘোৰ ৰণ আৰম্ভ হ'ল। মুছলমানৰ তৰোৱালৰ আগত শত্ৰু সৈন্যই টিকিব নোৱাৰি বয়-বস্তু সকলো পেলাই থৰ-কাছুটি এৰি পলাই ফাট মাৰিলে।

## আওতাছ ৰণ ঃ

কেতবোৰ শত্ৰু সৈন্য পলাই আওতাছ নামেৰে ঠাই এডোখৰত মুছলমান সৈন্যক আকৌ ধৰিবলৈ গোট খাই খাপ লৈ আছিল। কিন্তু মুছলমানৰ ফৌজৰ আগত ঠাবৰিব নোৱাৰি তাৰ পৰাও সিহঁত পলাই গ'ল। মুছলমানবিলাকে বহুত বন্দী আৰু ধন-বিত পালে। তাত বাজে ২৪০০০ উট আৰু ৪০,০০০ ছাগলী তেওঁলোকৰ হাতত পৰিল।

## তায়েফ ৰণ ঃ

হাৱাজেন আৰু ছকিফৰ পলৰীয়া সৈন্য দলৰ বহুত মানুহ লৈ মালিকে তায়েফত আশ্ৰয় ল'লেগৈ। তায়েফৰ কেউফালে ভালেমান কোঁঠ থকাত ঠাইখন সুৰক্ষিত। তাত আটাইবোৰে গোট খাই দুনাই মুছলমান ফৌজক ধৰিবলৈ খাপ লৈ আছিল। ৰছুল-কৰিমে (দঃ) ইয়াৰ উহ পাই তালৈ গৈ তাৰ কোঁঠবোৰ ঘেৰি পেলালে। কিন্তু এনেই ৰক্তপাত কৰা অন্যায় ভাবি প্ৰায় তিনি সপ্তাহকাল তাত থাকিও কোঁঠৰ ভিতৰত সোমাবৰ কোনো চেষ্টা নকৰি, উভতি আহিল। তায়েফবাসীবিলাকে যাতে আগলৈ বিদ্ৰোহাচৰণ নকৰে, এই ভাবি ভয় খুৱাবলৈ বুলিহে কোঁঠবোৰ অৱৰোধ কৰা হৈছিল। উভতিবৰ সময়ত কেইজনমান মানুহে শত্ৰুবিলাকৰ ওপৰত 'বদ্ দোৱা' (শাও) দিবলৈ ৰছুল-কৰিমক (দঃ) অনুৰোধ কৰিছিল, কিন্তু তেখেতে দুইখন হাত তুলি এই বুলি 'নেক দোৱা' (আশীৰ্বাদ)হে কৰিলে—"হে আল্লাহ! তুমি অগতিৰ গতি, ছকিফৰ সুমতি দিয়া, সিহঁতক মোৰ লগত মিলিবলৈ দিয়া।"

সকলো বন্দী আৰু সিহঁতৰ ধন-বস্তু ইমান দিন মক্কাৰ ওচৰত জেৰাণা (জবালা) নামেৰে এঠাইত ৰখা হৈছিল। তায়েফৰ পৰা উভতি অহাৰ পাচতো ৰছুল-কৰিমে (দঃ) দুই সপ্তাহ হাৱাজেনবিলাকলৈ বাট চাই চাই সিহঁত নহাত, অগত্যা সিহঁতৰ ধন-বস্তু ছাগলী আদি কোৰেচ সৈন্যবিলাকৰ মাজত ভগাই দিলে।

দুই সপ্তাহৰ পাচত হাৱাজেন ফৈদৰ জনচেৰেক বন্দু ৰছুল-কৰিমৰ (দঃ) খেদমতত হাজিৰ হৈ কৰুণা ভিক্ষা কৰাত, তেখেতৰ মন পমি গ'ল। তেখেতে ক'লে, "তোমালোকৰ গহৰিৰ বাবেহে সকলো ধন-সম্পত্তি ভাগ হৈ গৈছে, মাথোন এতিয়া ৰণত বন্দী হোৱা ৬০০০ (ছহেজাৰ) মানুহ ভাগ নোহোৱাকৈ

আছে। ধন-সম্পত্তি ফিৰত পাবলৈ এতিয়া একো উপায় নাই।”

সিহঁতে ক'লে, “আমাক ধন-সম্পত্তি একো নেলাগে, মাথোন আমাৰ মানুহবিলাকৰ প্ৰাণ ৰক্ষা হ'লেই হয়।” তেতিয়া ৰছুল-কৰিমে (দঃ) ক'লে, “বাৰু, তোমালোকে নামাজৰ সময়ত মছজিদলৈ যাবা।”

নামাজৰ পাচত ৰছুল-কৰিমে (দঃ) সকলোকে ক'লে, “তোমালোকৰ এই ভাইহঁতে তোমালোকৰ আগত বন্দীবিলাকৰ মুক্তি ভিক্ষা কৰিছেহি। মোৰ বংশ-পৰিয়ালৰ পাব লগীয়া গোটেই বন্দীকে মই হ'লে পণ নোলোৱাকৈয়ে এনেই এৰি দিছোঁ।”

তেখেতৰ এই উদাৰতা দেখি তেতিয়াই মুছলমান সকলোৱেই নিজ ইচ্ছাৰে নিজৰ পাব লগীয়া ভাগ এৰি দিলে। মাথোন দুজন অমুছলমানে বিনা পণত সিহঁতৰ দাবি এৰিব নুখুজিলে। ৰছুল-কৰিমে (দঃ) তেতিয়াই সেই মুক্তিপণ নিজে দিব বুলি গাত লৈ ৬০০০ (ছহেজাৰ) মতা-তিৰোতা, ল'ৰা-ছোৱালীক এটা ফুটা কড়ি নোলোৱাকৈ তৎকালে মুক্ত কৰি দিলে। যাবৰ সময়ত তেখেতে বন্দীবিলাকক ন-কাপোৰ পিন্ধাইহে বিদায় দিলে। তেখেতৰ এই মহত্ত্ব দেখি তায়েফবাসীবিলাকৰ বহুতে তেতিয়াই 'ইমান' আনিলে।

বন্দীবিলাকৰ মাজত ৰছুল-কৰিমৰ (দঃ) ধাই হেলিমাৰ জীয়েক শ্বেমাও আছিল। ৰছুল-কৰিমে (দঃ) এই কথা জানিব পাৰি তেতিয়াই নিজৰ গাৰ চাদৰখন পাৰি তেওঁক বহুৱালে আৰু মাকৰ বিষয়ে অনেক কথা সুধি পাই-পইচা দি বিদায় দিলে।

তায়েফৰ মানুহবিলাকে সিহঁতৰ কোঁঠৰ ওপৰৰ পৰা জুই যেন ৰঙা তপত লোবোৰ পেলাই মুছলমানবিলাকক হাৰাশাস্তি কৰিছিল। আগত থকা আঙুৰ বাৰীবোৰে মুছলমানবিলাকৰ অসুবিধা কৰাত ৰছুল-কৰিমৰ (দঃ) হুকুম মতে, আঙুৰ গছবোৰ কাটি পেলাবলৈ ধৰা হৈছিল। এনেতে ভয় খাই শত্ৰু পক্ষৰ জনচেৰেক মানুহ আহি সেই গছবোৰ নেকাটিবলৈ আৰজ কৰাত, ৰছুল-কৰিমে (দঃ) কাটিবলৈ হাক দিলে।

ৰছুল-কৰিমে (দঃ) এতিয়া কোঁঠৰ ভিতৰত সোমাই থকা সেনাপতি মালিকলৈ কৈ পঠিয়ালে যে, যদি তেওঁ আহি ভৱিষ্যতে তেখেতৰ বা মুছলমানসকলৰ বিৰুদ্ধে শত্ৰুতা নকৰে বুলি প্ৰতিজ্ঞা কৰে, তেনেহ'লে হোনেন ৰণত তেওঁলোকৰ যি বয়-বস্তু মুছলমানৰ হাতত পৰিছিল, তাক ওভোতাই

দিব আৰু তাৰ উপৰি ১০০টা উট পাব। ইয়াত মালিক সন্তুষ্ট হৈ গোটেই ফৈদেৰে সৈতে মুছলমান হয়।

তায়েফৰ প্ৰতিনিধিসকলৰ লগত হজৰত হাম্জাৰ হত্যাকাৰী সেই হাব্‌চী গোলাম (Negro slave) বাহশ্বীও আহিছিল। সি ৰছুল-কৰিমৰ (দঃ) আগত ক্ষমা প্ৰাৰ্থনা কৰাত তাকো ক্ষমা কৰি দিলে। কিন্তু তাক মাথোন ইয়াকেহে ক'লে—"তই মোৰ আগলৈ নাহিবি, তোক দেখিলে মোৰ শ্বহীদ দদাইলৈ মনত পৰি হিয়া ফাটি যায়।"

## কা'ব-বেন্-জুহীৰৰ ইছলাম গ্ৰহণ ঃ

কা'ব-বেন্-জহীৰ নামেৰে আৰবৰ এজন নামজ্বলা কবিয়ে ওজস্বিনী কবিতা লিখি গোটেই আৰব প্ৰদেশক ইছলামৰ বিৰুদ্ধে উচটাই দিছিল। মক্কা জয় হোৱাত, তেওঁ নগৰ এৰি পলাইছিল। পাচত ৰছুল-কৰিমৰ (দঃ) দয়া-গুণৰ কথা শুনি তেওঁ নিজৰ দোষত লজ্জিত হৈ ছদ্মবেশ ধৰি তেখেতৰ ওচৰলৈ আহি ক'লে, "য়্যা ৰছুলুল্লাহ্! মই যদি কা'বক আপোনাৰ আগত আনি পেলাই দিওঁ আৰু সি ইছলাম গ্ৰহণ কৰে, তেন্তে তাক আপুনি ক্ষমা কৰিবনে?" ৰছুল-কৰিমে (দঃ) ক'লে, "অৱশ্যে মই তেওঁক ক্ষমা কৰিম।" তেতিয়া কা'বে কৰযোৰ কৰি আঁঠু লৈ উত্তৰ দিলে, "য়্যা ৰছুলুল্লাহ্! ময়ে সেই পাপী কা'ব।" এই কথা শুনিয়েই উপস্থিত ভদ্ৰলোকসকলে খণ্ডত জ্বলি-পকি, 'মাৰ-মাৰ', 'ধৰ-ধৰ'কৈ তেওঁক বধিবলৈ উঠিল। এনেতে ৰছুল-কৰিমে (দঃ) তেওঁলোকক বাধা দি ক'লে, "ক্ষান্ত হোৱা, মই কা'বক অভয় দিছোঁ।" কা'বে তেতিয়া 'কল্মা শ্বাহাদত' পঢ়ি ইছলাম গ্ৰহণ কৰিলে। এই মহত্ত্বত মুগ্ধ গৈ কা'বে এটি গুণ-কীৰ্তনসূচক কবিতা লিখে। ৰছুল-কৰিমে (দঃ) তাক পঢ়ি তাৰ বঁটাস্বৰূপে তেওঁক তেতিয়াই নিজৰ চাদৰ এখন দিলে। খলিফা মাবিয়াই কা'বৰ বংশধৰসকলৰ পৰা এই চাদৰখন ২০ (কুৰি) হেজাৰ 'দেৰ্হাম' দি কিনি লয়। পাচত ৩৬ জন খলিফাই এই চাদৰখন পিন্ধিছিল। অৱশেষত তাতাৰৰ ৰজা হালাকুৱে, বোগদাদ (Bagdad) জয় কৰি মোতাশ্বেম্ খলিফাৰ পৰা চাদৰখন কাঢ়ি নি পুৰি পেলায়।

ৰছুল-কৰিমে (দঃ) ৰণত পোৱা সকলোবোৰ বয়-বস্তু এইদৰে ন-মুছলমানবিলাকক দি উৰুৱাই দিব বুলি ভাবি মুছলমানবিলাকে তাৰ ভাগ

বিচাৰিলে। ৰছুল-কৰিমে (দঃ) তেতিয়া আগৰ নিয়ম মতে পাঁচ ভাগৰ চাৰি ভাগ নিজৰ ফৌজৰ মাজত ভগাই দিলে আৰু নিজৰ কাৰণে পাঁচ ভাগৰ এভাগ ৰাখিলে।

তায়েফৰ দুৱাৰ আক্ৰমণ কৰোঁতেই আবু ছুফিয়ানৰ চকু এটা নষ্ট হয়। সেই বাবে ৰছুল-কৰিমে (দঃ) নিজৰ ভাগৰ পৰা ক্ষতিপূৰণ স্বৰূপে তেওঁক ১০০টা উট আৰু কিছু টকা দি, বাকী যি তেখেতৰ আছিল, তাক আক্ৰমা-বেন্-আবু জেহেল আৰু মক্কাৰ আন আন নামজ্বলা ন-মুছলমানবিলাকৰ মাজত বাটি দিলে। এই মানুহবিলাকৰ মাজত আব্বাছ-বেন্-মাৰ্দাচ নামেৰে এজন কবি আছিল। তেওঁ যি ভাগ পাইছিল তাত খুচি নহৈ, এটা ব্যঙ্গপূৰ্ণ কবিতা গাবলৈ ধৰে। ৰছুল-কৰিমে (দঃ) শুনি মিচিকিয়াই হাঁহি হুকুম দিলে, "এই মানুহজনক ইয়াৰ পৰা লৈ গৈ তেওঁৰ জিভাখন কাটি পেলোৱা।" হজৰত ওমৰে সঁচাসঁচিকৈ তেওঁৰ জিভাখন কাটে কাটে হৈছে, এনেতে হজৰত আলীয়ে ৰছুল-কৰিমৰ (দঃ) আদেশৰ মৰ্ম টলকি আব্বাছক য'ত ৰণত পোৱা জন্তুবোৰ জমা কৰি থোৱা হৈছিল তালৈ নিলে। তাত হজৰত আলীয়ে ক'লে, "আব্বাছ! তোমাক যিহকে লাগে, এই জন্তুবোৰৰ পৰা লোৱা।" এই কথা শুনি আব্বাছে জঁপিয়াই চিঞৰি উঠিল—"এইদৰেই নে ৰছুল-কৰিমে (দঃ) মোৰ জিভা কাটিবলৈ হুকুম দিছে? মই শপত খাই কৈছোঁ, মোক একো নেলাগে।" তথাপি ৰছুল-কৰিমে (দঃ) পাচত তেওঁলৈ ৬০টা উট পঠাই দিলে। তেতিয়াৰে পৰা তেওঁ ৰছুল-কৰিমৰ (দঃ) এজন প্ৰধান অময়া ভক্ত হৈ পৰিল।

আন্‌ছাৰবিলাকে ৰছুল-কৰিমৰ (দঃ) ভাগৰ ভাগ নোপোৱাত বৰ অসন্তুষ্ট হ'ল। 'মোনাফিক' (কপটীয়া মুছলমান) কেইজনমানে এই চলতে আন্‌ছাৰ ডেকা জনচেৰেকক আঁহ-ফলা কথা কৈ কু-মন্ত্ৰণা দি উচটাই দিছিল। ৰছুল-কৰিমে (দঃ) ইয়াৰ তলা-নলা পাই সেই ডেকাবিলাকক বুজাই ক'লে, "কোৰেচবিলাক ন-কৈ দীক্ষিত হৈছে আৰু তেওঁলোকৰ এই ৰণত ভালেমান হানি হৈছে, তেওঁলোকক সন্তুষ্ট কৰিবলৈ মই এনে কৰিলোঁ। তেওঁলোকে উট, ছাগলী আদি লৈ ঘৰলৈ যাব। কিন্তু তোমালোকে তোমালোকৰ মাজত খোদাৰ-ৰছুলক লৈ ঘৰলৈ যাবা। মই তোমালোকৰ লগত থাকিম।" তেতিয়া আন্‌ছাৰবিলাকে হাঁহি পেলালে।

অষ্টম হিজৰীৰ শেহ মাহত ৰছুল-কৰিম (দঃ) মদিনাতে আছে। সত্য ধৰ্মলৈ আহ্বান কৰিবৰ নিমিত্তে কেউফালে 'নকীব' পঠোৱা হয়। ৰছুল-কৰিমৰ (দঃ) স্বৰ্গীয় চৰিত্ৰৰ আৰু তেখেতৰ প্ৰচাৰ কৰা সত্যৰ মহিমাত জনসাধাৰণ আকৃষ্ট হৈ 'তৌহিদ'ৰ ধ্বনি চাৰিওফালে তুলিবলৈ ধৰিলে।

### ৰছুল-কৰিমৰ (দঃ) পুতেক ইব্ৰাহীমৰ মৃত্যু ঃ

এই অষ্টম হিজৰীৰ শেহ ছোৱাত, ৰছুল-কৰিমৰ (দঃ) ছমহীয়া কেঁচুৱা নুমলীয়া পুতেক ইব্ৰাহীমৰ 'ইন্তেকাল' (মৃত্যু) হয়। ঘটনাক্ৰমে সেইদিনা সূৰ্য গ্ৰহণ লগাত, বেলি চকা-ছন্দা হৈছিল। এই দুই ঘটনা একে সময়তে হোৱাত মক্কাবাসীসকলে আচৰিত হৈ ক'বলৈ ধৰিলে, "হজৰত মোহম্মদ (দঃ) সঁচাকৈয়ে আল্লাৰ ৰছুল। সেই দেখি আজি প্ৰকৃতিয়েও তেখেতৰ পুতেকৰ অকাল মৃত্যুত শোক কৰিছে।" ৰছুল-কৰিমে (দঃ) এই কথা শুনি ক'লে, "কোনো মানুহৰ জনম-মৰণৰ লগত প্ৰকৃতিৰ কোনো সম্পৰ্ক নাই। এই ঘটনাৰ বাবেহে যদি তোমালোকে মোক সঁচা আল্লাৰ ৰছুল বুলি ভাবিছা, তেনেহ'লে মই তোমালোকক ইছলামত দীক্ষিত কৰিব নোৱাৰোঁ।" এনেবোৰ অন্ধ-বিশ্বাসৰ কণ-কঁঠীয়া মৰাই হৈছে ইছলামৰ যাই লক্ষ্য। Sir William Muir চাহাবে লিখিছে—"An imposter would have accepted and confirmed the delusion, but Mahomet rejected the idea." অৰ্থাৎ ভণ্ড মানুহ হ'লে এই ভ্ৰান্তিটোকে সঁচা বুলি ধৰি ল'লেহেঁতেন, কিন্তু মোহম্মদে এই ধাৰণা অগ্ৰাহ্য কৰিলে।

## তাবুক অভিযান

### ৯ হিজৰী, ৰজব—অক্টোবৰ, ৬৩০ খৃষ্টাব্দ ঃ

ৰোমৰ 'কায়চৰে' (সম্ৰাটে) যীছু খৃষ্টৰ জন্মৰ আগৰে পৰা আৰব দেশখন নিজৰ হাতলৈ আনিবলৈ অহোপুৰুষাৰ্থ কৰি আছিল। এবেলি সম্ৰাট আগষ্টচৰ সাহায্যত ইলয়াছ গ্যালচ নামেৰে 'ইৰাণ' (পাৰস্য) দেশৰ শাসনকৰ্তাই বহুত

ফৌজ লৈ আৰব আক্ৰমণ কৰিবলৈ আহি ছমাহ মৰি-পৰি যুঁজিও নিৰাশ হৈ আলেকজান্দ্ৰিয়ালৈ উভতি যাবলৈ বাধ্য হয়। তাৰ পাচত মুতা ৰণত ঘাটিলত, কায়চৰে অতিকৈ অপমান পালে। এই অপমানৰ পোটক তুলিবলৈ আৰু ইছলামৰ দিনক-দিনে আশাতীত শ্ৰীবৃদ্ধি দেখি ভয় খাই তাৰ কঁকাল ভাঙি পেলাবৰ অৰ্থে তেওঁ মদিনা আক্ৰমণ কৰিবলৈ সাজু হ'ল। ৰজব মাহৰ আগ ছোৱাতে ছিৰিয়াৰ পৰা এদল সাউদে মদিনালৈ আহি উলিয়াই দিলে যে, কায়চৰে ৪০ হেজাৰ ফৌজ কোব্বাদ নামেৰে সেনাপতিৰ তলত দি মদিনা আক্ৰমণ কৰিবলৈ পঠাইছে, আৰু আৰবৰ অলেখ খৃষ্টান আৰু পৌত্তলিকে বিদ্ৰোহ ঘোষণা কৰিব।

ৰছুল-কৰিমে (দঃ) এই উৰা বাতৰি পাই ৪০ হেজাৰ বীৰ লৈ শত্ৰু সৈন্যক আগচিবলৈ ওলাল। হজৰত ওমৰে যি ধন-সম্পত্তি আছিলমানে তাৰ আদখিনি এই ৰণৰ নিমিত্তে দিলে। হজৰত আবুবকৰে নিজৰ যি আছিলমানে জাৰি-জোঁকাৰি গোটেইখিনি দি পেলালে। ৰছুল-কৰিমে (দঃ) সুধিলে, "আবুবকৰ! নিজৰ পৰিয়ালৰ নিমিত্তে ঘৰত কি থৈছা?" চিদ্দিক আকবৰে উত্তৰ দিলে, "অক্ষয় সম্বল—আল্লাহ্ আৰু তেওঁৰ ৰছুল।" হজৰত ওছমান জিন্নুৰৈইনে এহেজাৰ উট, ৭০টা ঘোঁৰা, এহেজাৰ সোণৰ মোহৰ আৰু আৱশ্যকীয় আহিলা-পাতি দিলে। এইদৰে ছাহাবা সকলোৰে গাইপতি সহায় কৰিলে। মুছলমান তিৰোতাবিলাকেও নিজৰ অলঙ্কাৰাদি বেচি টকা-পইচা দি সহায় কৰিলে। আবু আকেল নামৰ এজন দুখীয়া ছাহাবীয়ে দুসেৰ খোৰ্মা (শুকান খেজুৰ) আনি ৰছুল-কৰিমক (দঃ) ক'লে, "ওৰে ৰাতি মানুহক পানী যোগাই চাৰি সেৰ খোৰ্মা পাইছিলো, তাৰে আধা ল'ৰা-ছোৱালীৰ নিমিত্তে থৈ আধা আনিছোঁ।"

৩০ হেজাৰ পদাতিক আৰু ১০ হেজাৰ ঘোঁৰা-ছোৱাৰ আল্লাৰ জয়ধ্বনি কৰি পাহাৰ-পৰ্বত কঁপাই তাবুকত* ওলাল। যিজন মানুহৰ আঙুলিৰ চিয়াৰতে ইমানবিলাক মানুহে গেঁৰো-গেঁথো নকৰাকৈ অতি ইলাহেৰে নিজৰ প্ৰাণ দিবলৈ তৈয়াৰ হ'ব পাৰে, তেনে মানুহৰ লগত যুঁজা উলা-মূলা কথা নহয়—এনে ভাবি কায়চৰৰ সৈন্যই ভয়ত সোত-মোচ খাই ঠোঁট-মুখ চেলেকি বাটৰে পৰা উভতি গ'ল।

---

** তাবুকৰ যি ঠাইত ৰছুল-কৰিমৰ (দঃ) আছিল, সেই ঠাই গ্ৰন্থকাৰে দেখি আহিছে।*

ৰছুল-কৰিমে (দঃ) প্ৰায় এমাহমান তাবুকতে থাকি, তাৰ খৃষ্টানবিলাকৰ মাজত ইছলাম প্ৰচাৰ কৰে। ৰোমৰ ফৌজ উভতি যোৱাৰ পাচত তাৰ খৃষ্টানবিলাকক নিমূৰমূৰা কৰাৰ সোণাময় চল ওলাইছিল, কিন্তু কৰুণা-সাগৰ ৰছুল-কৰিমে (দঃ) সিহঁতক অভয় দান দিলে। তেখেতৰ অনুপম দয়া আৰু মহিমা দেখি বহুত খৃষ্টানে উপযাচি ইছলাম গ্ৰহণ কৰিলে। যিবোৰ খৃষ্টানে ইছলাম গ্ৰহণ নকৰিলে, সিহঁতক সম্পূৰ্ণ স্বাধীনতা দি বছৰেপতি অলপ কৰ দিবলৈ হুকুম দিলে।

তাবুকৰ বাটত* আব্দুল্লা নামেৰে এজন ভক্তৰ 'ইন্তেকাল' (মৃত্যু) হয়। তেওঁৰ শ'টি হজৰত আবুবকৰ আৰু হজৰত ওমৰে কবৰত নমাইছে, হজৰত বিলালে বন্তি এগছ লৈ থিয় হৈ আছে, এনেতে ৰছুল-কৰিমে (দঃ) ব্যাকুল হৈ চিঞৰি উঠিল—"সম্মানেৰে, তোমালোকৰ ভায়েৰাক সম্মানেৰে নমোৱা।" পাচত তেখেতে নিজেই নামি নিজ হাতেৰে তেওঁৰ শ'টি কবৰত থ'লে। এই আব্দুল্লা নো কোন? এওঁৰ নাম আছিল 'আব্দুল-ওজ্জা' (ওজ্জাদেৱৰ দাস)। আব্দুল্ল-ওজ্জাৰ বাপেক নাছিল, তেওঁ দদায়েকৰ এজন মাথোন উত্তৰাধিকাৰী। দদায়েকে তেওঁক ধন-বিত দি ডাঙৰ মানুহৰ ছোৱালী এটি আনি দি এটা বেলেগ কাৰবাৰ খুলি দিছিল। তেওঁ বৰ সুখেৰে দিন কটাইছিল। এনেতে ৰছুল-কৰিমৰ (দঃ) সত্য ধৰ্মৰ আহ্বান-ধ্বনি তেওঁৰ কাণত পৰিল। এদিন তেওঁ দদায়েকক ইছলাম গ্ৰহণ কৰিবলৈ অনুৰোধ কৰাত, দদায়েকে খঙত জ্বলি উঠি ক'লে, "তোৰ নিচিনা নাস্তিকে মোৰ সম্পত্তিৰ ফুটা-কড়ি এটিও পাব নোৱাৰে।" তেতিয়াই তেওঁ নিজৰ গাৰ কাপোৰ সোলোকাই বলিয়াৰ দৰে বাঁৰী মাকৰ ওচৰলৈ গৈ ক'বলৈ ধৰিলে, "আই, মোৰ লাজ ৰাখক।" মাকে তেওঁৰ স্বামীৰ দিনৰ এখন থঙা পেলাই দিলে। সেই থঙা পিন্ধি তেওঁ মদিনালৈ গৈ ৰছুল-কৰিমৰ (দঃ) আগত থিয় হ'ল। ৰেছালৎমাবে সকলো কথা দৈৱ-শক্তিৰে বুজিব পাৰি সুধিলে, "তুমি কোন?"

---

** কোৰআন মজিদত উল্লেখ কৰা 'আদ' আৰু 'ছমুদ' জাতি এই তাবুকৰ বাটত, মদায়েনুচ্ছালেহ্ আৰু আল্-আ'লা, এই দুই হিজ্জাজ ৰে'ল ষ্টেচনৰ মাজত 'হেজৰ' নামেৰে ঠাইতে আছিল। আল্লাৰ অভিশাপত পৰি এই দুই জাতি ধ্বংস পায়। গ্ৰন্থকাৰে মদিনাৰ পৰা দামেস্কলৈ (Damascus) যাওঁতে এই ঠাই দেখি আহিছে। এতিয়াও এই ঠাই জন-মানবদৃশ্য হৈ পৰি আছে।*

"মই আব্দুল-ওজ্জা, সত্যৰ সেৱক, হুজুৰৰ 'দোৱা'ৰ (আশীৰ্বাদৰ) মগনিয়া।"

"সাধু! তুমি 'ওজ্জাৰ দাস' নোহোৱা, এতিয়া 'আল্লাৰ দাস'। যোৱা আছ্‌হাবে-ছুফ্‌ফাৰ দলত সোমোৱা। মোৰ ওচৰত এই মছজিদতেই তুমি থাকিবা।"

## হজৰত আবুবকৰৰ হজ-যাত্ৰা

**৯ হিজৰী ঃ**

তাবুকৰ পৰা উভতি অহাৰ পাচত ভিন ভিন ঠাইৰ পৰা চামে চামে মানুহ ৰছুল-কৰিমৰ (দঃ) ওচৰলৈ ধৰ্ম শিক্ষা কৰিবলৈ অহা দেখি তেখেত নিজে এইবাৰ হজ কৰিবলৈ যাব নোৱাৰি, তিনিশ মুছলমান হাজীৰ লগত হজৰত আবুবকৰ ছিদ্দিকক তেওঁলোকৰ 'আমীৰ' (চৰ্দাৰ) আৰু হজৰত আলীক 'নকীব' (ঘোষণাকাৰী) কৰি পঠালে। কোৰবানীৰ কাৰণে ২০টা উট যায়। ৰছুল-কৰিমে (দঃ) দেখিলে যে, পৌত্তলিকবিলাক বছৰে বছৰে কা'বালৈ আহি আগৰ দৰে তীৰ্থ কৰে আৰু মুছলমানবিলাকৰ লগত লেটি-পেটি হয়হি। পাচে জানোচা আকৌ ইছলামৰ ভিতৰত পৌত্তলিকতা সোমায়, এনে আশঙ্কা কৰি হজ হৈ যোৱাৰ পাচত হজৰত আলীৰ দ্বাৰা মিঁনাত ঘোষণা কৰাই দিয়ালে যে, এতিয়াৰে পৰা পৌত্তলিকবিলাকে কা'বাত হজ কৰিব নোৱাৰে আৰু কোনো মানুহে নাঙঠ হৈ কা'বাৰ 'তোৱাফ' (প্ৰদক্ষিণ) কৰিব নোৱাৰে। তেতিয়াৰে পৰা পৌত্তলিকৰ সংখ্যা বৰকৈ টুটিবলৈ ধৰিলে।

## কটকী-বছৰ

**৯ হিজৰী, ৬৩০ খৃষ্টাব্দ ঃ**

নিঃসহায় নিৰাশ্ৰয় সাধকে যিদিনা পোন প্ৰথমেই 'তৌহিদ' বাণী ঘোষণা কৰিছিল, তেতিয়াৰ পৰা ২২ বছৰ আৰু মদিনালৈ অহাৰ পাচত ন বছৰ হৈ গৈছে, কিন্তু তেখেতৰ জীৱনৰ ভিতৰত কোনেও এনে এটা ঘটনা কেতিয়াও

খুঁচৰি উলিয়াব নোৱাৰে যে, তেখেতে অমুক মানুহটোক বলেৰে ইছলাম গ্ৰহণ কৰিবলৈ বাধ্য কৰিছিল। সত্যই নিজেই নিজক জয়ী কৰি লৈছে। সত্যৰ মহিমা আৰু ৰছুল-কৰিমৰ (দঃ) চৰিত্ৰ-মাহাত্ম্য, একেলগে গোট-পিট খাই, শত্ৰুক মিত্ৰ আৰু 'মোশ্‌ৰিক'ক (অংশীবাদীক) মুছলিম কৰি পেলালে।

মক্কা বিজয়ৰ পাচত ৰছুল-কৰিমৰ (দঃ) শক্তি আৰু মাহাত্ম্যৰ কথা দেশ-বিদেশত ফুটি-ফাটি গ'ল। ৯ম হিজৰীৰ প্ৰথমৰে পৰা শেহলৈকে পৌত্তলিক, ইহুদী, খৃষ্টান সম্প্ৰদায়ৰ পক্ষৰ পৰা এশতকৈও বেছি কটকী আৰু প্ৰতিনিধি মদিনালৈ আহি উপযাচি ইছলাম গ্ৰহণ কৰিলে। সেই দেখি ইছলামৰ বুৰঞ্জীত এই বছৰকে 'কটকী বছৰ' বোলে। ইছলামে নিজ গুণতেই কল্পনাতীত সফলতা লাভ কৰিব পাৰিছিল—অস্ত্ৰ লগত তাৰ কোনো প্ৰকাৰ সম্বন্ধ নাছিল।

## ওৰ্‌ৱা-বেন্‌-মছ্‌উদৰ ইছলাম গ্ৰহণ ঃ

তায়েফৰ পৰা উভতি অহাৰ পাচত ওৰৱা-বেন্‌-মছ্‌উদ নামেৰে তায়েফৰ এজন বৰ মুখিয়াল মানুহ মদিনালৈ আহি ইছলাম ধৰ্মত দীক্ষা গ্ৰহণ কৰে। তেতিয়াৰ নিয়ম অনুসৰি ওৰৱাৰ বহুত তিৰোতা আছিল। একে সময়ত চাৰি গৰাকী তিৰোতাতকৈ বেছি ৰখা ইছলামত নিষিদ্ধ—এই হুকুম শুনা মাত্ৰকেই, ওৰৱাই মাথোন চাৰিজনীহে তিৰোতা ৰাখিলে।

এদিন ওৰৱাই ৰছুল-কৰিমক (দঃ) ক'লে, "মোৰ খেলৰ মানুহবোৰ এতিয়াও আন্ধাৰত তল গৈ আছে। মই সিহঁতৰ মাজত ইছলাম প্ৰচাৰ কৰিব খুজিছোঁ।" তেখেতে ক'লে, "সেইটো বৰ ভাল কথা; কিন্তু মোৰ ভয় হৈছে যে, সিহঁতে তোমাক মাৰি পেলাব।"

## ওৰ্‌ৱাৰ শ্বাহাদৎ ঃ

ৰছুল-কৰিমৰ (দঃ) অনুমতি পাই, ওৰৱাই তায়েফলৈ গৈ সকলোকে সত্য ধৰ্মলৈ আহ্বান কৰিবলৈ ধৰাত, গোটেই ছকিফ ফৈদ তেওঁৰ সাত-শত্ৰু হৈ পৰিল। এদিন নিজৰ ঘৰত তেওঁ আশাশুধীয়াকৈ আল্লাৰ নাম লৈ আছে, এনেতে সকলোৱে তেওঁলৈ কাঁড় মাৰিবলৈ ধৰিলে আৰু শিল দলিয়াবলৈ ধৰিলে। এপাট কাঁড় তেওঁৰ প্ৰেমপূৰ্ণ বুকুত সোমাই সৰকি গ'ল। তেওঁ

"আল্লাহু আকবৰ" ধ্বনি কৰি মাটিত ঠৰ্-মৰ্ খাই পৰিল। তেওঁ অন্তৰ্হিত হ'ল হয়, কিন্তু তেওঁৰ সাধনা বৈ গ'ল।

## তায়েফবাসীৰ ইছলাম গ্ৰহণ ঃ

ওৰবা মৰাৰ লগে লগে তেওঁৰ স্বজাতীয়বিলাকৰ মাজত তেওঁৰ সাধনাৰ বিষয়ে হেন্দোলনি হ'বলৈ ধৰিলে। তাৰ পাচত ৯ম হিজৰীৰ ৰমজান মাহত অৰ্থাৎ ৰছুল-কৰিমক (দঃ) অপমান কৰি পচু খেদা দিয়াৰ ৯ বছৰৰ পাচত, ইছলামৰ ঘাই শত্ৰু আব্দেয়্যালিলে ৫ জন মানুহ লৈ ৰছুল-কৰিমৰ (দঃ) ওচৰলৈ গৈ দিনচেৰেক নানা প্ৰকাৰ ধৰ্ম-তত্ত্ব জানি, ইছলামত দীক্ষা ল'বলৈ তৈয়াৰ হৈ সুধিলে, "আমাৰ 'ৰাব্বাহ' (মানাত দেৱীৰ মূৰ্তি) সম্বন্ধে কি ব্যৱস্থা হ'ব?" ৰছুল-কৰিমে (দঃ) হাঁহি ক'লে, "কিহৰ 'ৰাব্বাহ'? তাক ভাঙি পেলোৱা।" মানুহ কেইজনে ইয়াকে শুনি ভয়ত চিঞৰি উঠিল—"ৰাব্বাহে এই কথা জানিলে, থিতাতে আপোনালোকৰ কণ-কঁঠীয়া মাৰি পেলাব, এনেকুৱা কথা মুখত নানিব। আমাৰো পো-পোৱালীৰ সঁচ মাৰি পেলাব।" ৰছুল-কৰিমে (দঃ) ক'লে, "বাৰু, মই মানুহ পঠাই তাৰ এটা দিহা কৰিম।"

প্ৰতিনিধিবিলাকৰ লগত মুগীৰা আৰু আবু ছুফিয়ানক পঠোৱা হ'ল। এওঁলোকে 'ৰাব্বাহ' ভাঙিবলৈ আহিছে বুলি শুনি গোটেই নগৰত হায়ে-বিয়ে লাগি পৰিল। তিৰোতাবিলাকে কান্দি কোৰ্হাল লগাই, তলৰ মাটি ওপৰ কৰিলে, নাজানো আজি কি দুৰ্ঘনা ঘটে। এনে হবা-দুবা হৈ থাকোঁতে মুগীৰাৰ লোৰ গদা 'ৰব্বাহ'ৰ মূৰত পৰিল আৰু অন্ধবিশ্বাসী ভক্তবিলাকৰ আগতে সি ডোখৰ ডোখৰ হৈ মাটিত পৰি গ'ল। যেতিয়া সিহঁতে দেখিলে যে প্ৰতিনিধিবিলাকৰ কোনো শক্তি নাই, তেতিয়া সিহঁতে এজন দুজনকৈ ইছলামত দীক্ষিত হ'বলৈ ধৰিলে, এবছৰৰ ভিতৰতে তায়েফৰ সকলো মানুহে 'ইমান' আনিলে।

## তানিম খেল, হানিফা খেল, নাজৰাণ খৃষ্টান আদিৰ ইছলাম গ্ৰহণ ঃ

এইদৰে তানিম খেল, হানিফা খেল, নাজৰাণ খৃষ্টান আদি আৰবৰ ভালেমান পুৰণি আৰু সম্ভ্ৰান্ত খেলৰ পৌত্তলিক আৰু পাৰ্টীবিলাকে ৰছুল-কৰিমৰ (দঃ) ওচৰলৈ কটকী আৰু প্ৰতিনিধি পঠাই সিহঁতৰ সকলোৱেই ইছলামৰ মাহাত্ম্যত আকৃষ্ট হৈ বৰ হেঁপাহেৰে মুছলমান হয়।

## তায় খেলৰ ইছলাম গ্ৰহণ ঃ

এই সময়ত 'তায়' খেলৰ জগৎ বিখ্যাত হাতিমতায়ৰ* পুতেক আদীতায়, এই 'তায়' খেলৰ চৰ্দাৰ আছিল। আদীতায়ে মুছলমানৰ বিৰুদ্ধে থিয় হোৱাত, হজৰত আলীয়ে অলপ ফৌজ লৈ তেওঁক ভেটা দিবলৈ গ'ল। আদীৰ চুলিৰ আগে ধাতু উৰি গ'ল—তেওঁ ভয়ত নিজৰ তিৰোতা, ল'ৰা-ছোৱালীক লৈ উটত উঠি ছিৰিয়ালৈ পলাল। তেওঁৰ ভনীয়েক চুফানা বন্দিনী হৈ মদিনালৈ আহে। চুফানাই ৰছুল-কৰিমৰ (দঃ) আগত তেওঁৰ বাপেকৰ মহত্ত্ব আৰু দানশীলতাৰ বিষয়ে কৈ তেখেতৰ কৃপা ভিক্ষা কৰিলে। তেখেতে হাতিমতায়ৰ সন্মানৰ নিমিত্তে চুফানাক মুক্ত কৰি দিলে। চুফানাই ক'লে, "প্ৰভু! মোৰ বাবাজানৰ তেজ মোৰ গাত আছে, মোৰ লগৰীয়া বন্দীবিলাকৰ মুক্তি নহ'লে, মই আপোনাৰ কৃপা গ্ৰহণ কৰিব নোৱাৰোঁ।" এইদৰেই তুলসীৰ লগত কলপটুৱাও মুক্ত হ'ল। তৎক্ষণাতে এই খাটনি ৰক্ষা কৰি বাট-খৰচ দি, উট এটাৰে চুফানাক ভগনীয়া ককায়েকৰ তালৈ পঠাই দিয়া হ'ল। আদীয়ে ভনীয়েকৰ মুখে ৰছুল-কৰিমৰ (দঃ) মহত্ত্ব আৰু গুণ-কীৰ্তন শুনি তেতিয়াই মদিনালৈ আহি ইছলামত দীক্ষিত হ'ল। তাৰ পাচত আদীয়ে নিজৰ দেশলৈ গৈ তেওঁৰ ফৈদৰ সকলোকে ইছলামত দীক্ষিত কৰায়।

# বিদায় হজ

## ১০ হিজৰী, ৬৩২ খৃষ্টাব্দ ঃ

কা'বা তৈয়াৰ হোৱাৰ পাচত জয়জয়তে হজৰত ইব্ৰাহিমেই হজৰ বিষয়ে মানুহবিলাকৰ মাজত ঘোষণা কৰিছিল। এতিয়া ইমান যুগৰ পাচত ৰছুল-কৰিমৰ (দঃ) কঠোৰ সাধনাৰ ফলত কা'বা 'শ্বিৰিক'ৰ (অংশীবাদৰ) অপবিত্ৰতাৰ পৰা সমূলি মুক্ত হৈছে। সেই দেখি সময় বুজি নৱম হিজৰীৰ শেষ ছোৱাত সাধাৰণ মতে ঘোষণা কৰি দিয়া হ'ল যে, ৰছুল-কৰিমে (দঃ) আকৌ হজ যাত্ৰা কৰিবলৈ ইচ্ছা কৰিছে। এই কথা প্ৰচাৰ হোৱাৰ লগে লগে আৰবৰ

---

** হাতিমতায় এমন প্ৰদেশৰ ৰজা আছিল। তেওঁ বদান্যতাত জগৎ বিখ্যাত আছিল।*

জবল আৰ্ফাত



চুকে-কোণে আনন্দৰ এটা ঢৌ উঠিবলৈ ধৰিলে। বহুত মুছলমানৰ আজিলৈকে নবী-কৰিমৰ (দঃ) শ্ৰীচৰণ দৰ্শনৰ সৌভাগ্য ঘটি উঠা নাই। তেওঁলোকো এই পুণ্য আৰ্জিবলৈ ব্যাকুল হৈ উঠিল। সকলোৰে মাজত উলহ-মালহ লাগি পৰিল।

জিল্‌কদ্ মাহৰ ২৫ তাৰিখে (২৩ ফেব্ৰুৱাৰী, ৬৩২ খৃঃ) শনিবাৰে জোহোৰ নামাজৰ পাচত ৰছুল-কৰিমে (দঃ) 'কছ্‌ৱা' নামেৰে উটত উঠি সপৰিবাৰে তীৰ্থ-যাত্ৰা কৰিলে। কোৰবানীৰ নিমিত্তে ১০০টা উট নিয়ে। ১,২৪,০০০ (এক লাখ চৌবিছ হেজাৰ) মুছলমান মদিনাৰ পৰা লগত ওলাল। যাওঁতে বাটত আৰু বহুত ফৈদৰ মানুহ লগ লাগিল। দুখী-সুখী, সৰু-বৰ, দাস-প্ৰভু সকলো মুছলমানে আজি এক আল্লাৰ সেৱক আৰু এক আদমৰ সন্তান হৈ একে সাধনা ক্ষেত্ৰত গোট খাইছে। এড়ুখৰি এড়ুখৰি 'এহ্‌ৰাম' (বগা কাপোৰৰ চাদৰ) গাত, আৰু এড়ুখৰি এড়ুখৰি 'তহবন্দ' (কৌপিন) কঁকালত, ৰছুল-কৰিমৰ (দঃ) পৰা এটি অতি ঘৃণিত ছালছিগা গোলামলৈকে সকলোৱে আজি এইদৰে আকাৰ, একে সাজ-পাৰ, সকলো আল্লাৰ দৰবাৰৰ একে মগনিয়াৰ। কাৰো ভৰিত জোতা বা খৰম নাই, মূৰত আভৰণ নাই, সকলোৱে মুখত একে 'লাব্বাইক' ধ্বনি। এইদৰে অগণন সেৱক ৰছুল-কৰিমে (দঃ) ঠিক 'হিজৰত'ৰ বাটেদি শনিবাৰে ৪ৰ্থ জিল্‌হজ্জ তাৰিখে মক্কাত ওলালগৈ। যেতিয়া তেখেতে কা'বা দেখিবলৈ পালে, তেতিয়া হাত তুলি এই বুলি 'মোনাজাত' (প্ৰাৰ্থনা) কৰিলে—"হে পাক ৰব্বিল-আলেমীন। তুমি এই ঘৰৰ যি গৌৰৱ মৰ্যাদা আৰু সন্মান দিছা, এতিয়া তাকে প্ৰকাশ কৰা।"

পবিত্ৰ মক্কা ধামত আজি এক অপূৰ্ব অনুপম দৃশ্য। সেই লাঞ্ছিত উৎপীড়িত সত্য সেৱক, দুই লাখ অময়া ভক্তক লৈ, আজি আকৌ কা'বাৰ ওচৰত উপস্থিত। বিশাল সাগৰৰ বুকুত, যেনে এটা ঢৌৰ পাচত আন এটা ঢৌ উঠে, সেই অনন্ত জনসাগৰত সেইদৰে এটা দলৰ পাচত এটা দল ওলাইছে। বৈ বৈ ৰছুল-কৰিমৰ (দঃ) মুখৰ 'লাব্বাইক' ধ্বনি দুই লাখ কণ্ঠত প্ৰতিধ্বনিত হৈ গগন-পবন, পাহাৰ-পৰ্বত, জাৰণি-বননি কঁপিবলৈ ধৰিছে। নগৰত আজি দল্‌দোপ-হেন্দোল্‌দোপ। বিৰ দি বাট পাবলৈ নাইকিয়া হৈছে। মক্কাবাসীৰ মনত এটা নতুন ভাবৰ ঢৌ খেলিবলৈ ধৰিছে। ৪ দিন মক্কাত থাকি ৰছুল-কৰিমে (দঃ) যাত্ৰীসকলক লগত লৈ মিনালৈ যাত্ৰা কৰে। তাত ৰাতিটো

কটাই, ৯ তাৰিখে (৭ মাৰ্চ, ৬৩২ খৃঃ) ৰাতিপুৱা বেলি ওলালত, আৰফাতলৈ* খোজ ল'লে। আল্লাৰ আগত সকলো মানুহেই সমান, তেওঁৰ পূজা-অৰ্চনাত তেওঁৰ 'শাস্ত্ৰ শ্বৰিয়ত'ত (ধৰ্ম বিধানত) ভিন ভিন ফৈদৰ ভিন ভিন খেলৰ ভিন ভিন ব্যৱস্থা হ'ব নোৱাৰে।

ৰছুল-কৰিমে (দঃ) তাত যি 'খোৎবা' (বক্তৃতা) পঢ়িছিল, তাৰে কেই আষাৰমান তলত দিয়া গ'ল।

কৰুণাময় আল্লাৰ মহিমা কীৰ্তন আৰু তেওঁৰ প্ৰতি কৃতজ্ঞতা প্ৰকাশ কৰাৰ পাচত ৰছুল-কৰিমে (দঃ) সকলোকে সম্বোধন কৰি ক'বলৈ ধৰিলে ঃ

## ৰছুল-কৰিমৰ (দঃ) বক্তৃতা—১০ম হিজৰীৰ ৯ জিল্‌হজ্জ, ৭ মাৰ্চ, ৬৩২ খৃষ্টাব্দ ঃ

"হে ভাইসকল! মোৰ কথা মন দি শুনা। মোৰ মনে ধৰিছে ইয়াৰ পাচত হজ্জত যোগ দিয়াটো মোৰ পক্ষে সম্ভৱ হৈ নুঠে। মূৰ্খতা যুগৰ গোটেই কু-সংস্কাৰ, গোটেই অন্ধবিশ্বাস আৰু সকলো প্ৰকাৰৰ অনাচাৰ আজিৰ পৰা উঠিল। মূৰ্খতা যুগৰ শোণিতৰ দাবি আজিৰ পৰা নিষিদ্ধ হ'ল। আৰু গোটেই প্ৰাপ্য সুত আজিৰ পৰা ৰহিত হ'ল। এজনৰ অপৰাধত আনক শাস্তি দিব নোলাৰি। এতিয়াৰে পৰা বাপেকৰ অপৰাধৰ বাবে পুতেকক আৰু পুতেকৰ অপধাৰ বাবে বাপেকক দায়ী কৰা নচলিব। যদিওবা কোনো নাক কটা গোলামকো তোমালোকৰ 'আমীৰ' (চৰ্দাৰ) কৰি দিয়া হয় আৰু তেওঁ আল্লাৰ শাস্ত্ৰ অনুসৰি তোমালোকক চলাই থাকে, তোমালোকে সকলো ৰকমে তেওঁৰ হুকুম মানি চলিবা। সাৱধান! ধৰ্মৰ সম্বন্ধে মিছা-মিছি বাক্-বিতণ্ডা বা তৰ্ক-বিতৰ্ক নকৰিবা। ইয়াকে কৰি তোমালোকৰ আগেয়ে বহুত ফৈদ ধ্বংস পাইছে। মনত ৰাখিবা, তোমালোক সকলোৱেই আল্লাৰ আগত হাজিৰ হ'ব লাগিব আৰু তেতিয়া সৰ্বশক্তিমান আল্লাই তোমালোকৰ 'আমলনামা' (কামৰ বিৱৰণী) ল'ব। সাৱধান! তোমালোক যেন মোৰ পাচত ধৰ্মভ্ৰষ্ট হৈ নোযোৱা। কাফিৰ

---

** আৰফাত মক্কাৰ পৰা ১৮ মাইল দূৰ। আদম (আঃ) আৰু মা হাবাক বিহিস্তৰ পৰা উলাই দিয়াত দুইৰো বিচ্ছেদ হয়। ৪০ বছৰৰ পাচত এই ঠাইতে দুয়ো ওলাল আৰু দুয়ো দুইকো চিনি পালে। সেই বাবে এই ঠাইখনক আৰফাত বোলে। ই 'ওক' ধাতুৰ পৰা ওলাইছে, অৰ্থ চিনা।*

হে ইটোৱে সিটোৰ ৰক্তপাত নকৰিবা। চোৱা! আজিৰ এই হজৰ দিন যেনে মহান, এই মাহ যেনে মহিমাপূৰ্ণ আৰু মক্কাধামৰ 'হৰম' যেনে পবিত্ৰ— প্ৰত্যেক মুছলমানৰ ধন-সম্পত্তি, প্ৰত্যেক মুছলমানৰ মান-সম্ভ্ৰম, প্ৰত্যেক মুছলমানৰ তেজটোপাও তোমালোকৰ প্ৰতি তেনে মহান আৰু পবিত্ৰ। কোনো মুছলমানৰ সম্পত্তি, সন্মানৰ আৰু প্ৰাণৰ হানি কৰাও তোমালোকৰ প্ৰতি সেই দৰে 'হাৰাম' (নিষিদ্ধ), সেই দৰে মহাপাতক। এক দেশৰ মানুহৰ আন দেশৰ মানুহৰ ওপৰত প্ৰাধান্যৰ কোনো কাৰণ নাই। মানুহ বুলিলেই আদমৰ পৰা আৰু আদম মাটিৰ পৰা উৎপন্ন। بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ—নিশ্চয় এজন মুছলমান আনজন মুছলমানৰ ভাই আৰু সকলো মুছলমানক লৈ এটা অবিচ্ছেদ্য ভ্ৰাতৃ-সমাজ। চয়তান নিৰাশ হৈছে, সি আৰু কেতিয়াও তোমালোকৰ দেশত পূজা নেপায়। কিন্তু সাৱধান! অনেক বিষয়ক তোমালোকে তুচ্ছ বুলি মনত ভাবা, কিন্তু চয়তানে তাৰ ভিতৰেদি সোমাই অনেক সময়ত তোমালোকৰ সৰ্বনাশ কৰি থাকে। এইবোৰ সম্বন্ধে খুব সতৰ্ক থাকিবা। নবীসকলৰ সম্বন্ধে মই তোমালোকক সতৰ্ক কৰি দিছোঁ, এওঁলোকৰ প্ৰতি নিষ্ঠুৰ ব্যৱহাৰ কৰিব খুজিলে আল্লাৰ শাস্তিলৈ ভয় কৰিবা। নিশ্চয় জানিবা, তোমালোকৰ সহধৰ্মিণীসকলৰ ওপৰত তোমালোকৰ যেনে দাবি আৰু অধিকাৰ আছে, তোমালোকৰ ওপৰতো তেওঁলোকৰ তেনে দাবি আৰু অধিকাৰ আছে। ইটোৱে সিটোক তিৰোতাবিলাকৰ প্ৰতি সদ্ব্যৱহাৰ কৰিবলৈ ক'বা। মনত ৰাখিবা, এই অবলা আৰু নিঃসহায়বিলাকৰ একমাত্ৰ বল আৰু সহায় তোমালোকেই, আৰু মনত ৰাখিবা, 'তালাক' দিয়াটো (স্ত্ৰী বৰ্জন কৰাটো) আল্লাহ্ তাআলাৰ আগত সকলোতকৈ ঘৃণনীয়। তোমালোকৰ বন্দী-বেটী—নিঃসহায় বন্দী-বেটী। সাৱধান! ইহঁতৰ মনত কষ্ট নিদিবা। শুনা, ইছলামৰ হুকুম—তোমালোকে যি পিন্ধিবা, ইহঁতকো তাকে পিন্ধাবা। কোনো ৰকম হীন-দেঢ়ি কৰিব নোৱাৰা। যি মানুহে নিজৰ বংশৰ সলনি নিজক আন বংশৰ বুলি প্ৰচাৰ কৰে, তাৰ ওপৰত আল্লাৰ, ফিৰিস্তাবিলাকৰ আৰু গোটেই মানুহ জাতিৰ অনন্ত 'লাহ্নত' (অভিসম্পাত)। মই তোমালোকৰ ওচৰত আল্লাৰ গ্ৰন্থ (কোৰ্আন মজিদ) থৈ গৈছোঁ। যেতিয়ালৈকে এই শাস্ত্ৰক খামোচ মাৰি ধৰি থাকিবা, তেতিয়ালৈকে তোমালোক পথভ্ৰষ্ট নোহোৱা। মুছ্লমানসকল! সৰল আচৰণ, আনৰ হিতাকাংক্ষা আৰু ইটো-সিটোৰ মাজত

একতা—এই তিনিওটাই মনক পবিত্র আৰু উন্নত ৰাখে।

যিসকল ইয়াত উপস্থিত আছা, তোমালোকৰ উচিত হ'ব যে, মই যি উপদেশ দিছো, তাক ইয়াত অনুপস্থিত থকা মানুহবিলাকক শুনাই দিবা।" এয়ে হৈছে তবলিগুল-ইছলাম।

তাৰ পাচত ৰছুল-কৰিমে (দঃ) আকাশৰ ফালে চাই চিঞৰি ক'বলৈ ধৰিলে, "হে আল্লাহ্! মই তোমাৰ বাণী পঁহুছাই দিছোঁনে? মই নিজৰ কৰ্তব্য সম্পাদন কৰিছোঁনে?"

গিৰ্জনি মাৰি লাখ কণ্ঠধ্বনি উঠিল—"নিশ্চয়, নিশ্চয়!" তেতিয়া ৰছুল-কৰিমে (দঃ) ক'বলৈ ধৰিলে, "আল্লাহ্! শুনা সাক্ষী থাকা, এওঁলোকে স্বীকাৰ কৰিছে মই মোৰ কৰ্তব্য পালন কৰিছোঁ।"

"হে ভাইসকল! মোৰ সম্বন্ধে 'কিয়ামত'ৰ (শেষ বিচাৰৰ) দিনা তোমালোকক সোধা যাব। তোমালোকে কি উত্তৰ দিবা?" জবল আৰফাত প্ৰতিধ্বনি কৰি লাখ কণ্ঠে উত্তৰ দিলে, "আমি সাক্ষ্য দিম আপুনি স্বৰ্গৰ বাণী আমাক শুনাই দিছে, 'ৰেছালত'ৰ প্ৰত্যেক কৰ্তব্য পালন কৰিছে।" তেখেতে তেতিয়া ভোল গৈ আকাশৰ ফালে তিনি বেলি আঙুলি তুলি চিঞৰি ক'বলৈ ধৰিলে, "হে আল্লাহ্! শুনা সাক্ষী থাকা। হে মোৰ আল্লাহ্! সাক্ষী থাকা।"

আহা কি মহান উপদেশ! কি মহান সাধনা!! رُوْحِيْ فِدَاكَ يَارَسُوْلَ اللهِ

এই অভিভাষণ শেষ হোৱাৰ পাচত ৰছুল-কৰিমে (দঃ) ৰাইজৰ ফালে মুখ ঘূৰাই গহীন মাতেৰে ক'লে, "বিদায়!" সেই দেখি ইয়াক সাধাৰণতঃ বিদায় হজ বুলি কয়। হাদিছ শ্বৰীফত এই হজক "হজ্জতুল বিদা," "হজ্জতুল বালাগ," "হজ্জতুল ইছলাম" আদি নাম দি উল্লেখ কৰা হৈছে।

সেইদিনাই বেলি পৰাত নবী-কৰিমে (দঃ) মিনালৈ উভতি আহে। এই হজৰ সময়তে এই আয়ত অৱতীৰ্ণ হয়—* اَلْيَوْمَ اَكْمَلْتُ لَكُمْ دِيْنَكُمْ

অৰ্থাৎ আজিৰ পৰা মই তোমালোকৰ কাৰণে তোমালোকৰ ধৰ্ম ইছলামক পূৰ্ণ কৰি দিলো।

---

** কোৰআন, চুৰা মায়দা, ৩ আয়ত।*

# অন্তিম কাল

## চফৰৰ পৰা ৰবিউল আউৱল, ১১ হিজৰী, ৬৩২ খৃষ্টাব্দ ঃ

আল্লাহ্ তাঅলাই যি কাম কৰিবলৈ ৰছুল-কৰিমক (দঃ) পৃথিৱীলৈ পঠাইছিল, তাৰ সকলোবোৰ পূৰাকৈ কৰা হ'ল। এনে সফলতা কোনো নবীয়ে লাভ কৰিব পৰা নাই। মক্কা বিজয়ৰ পাচৰ পৰাই তেখেতৰ প্ৰাণৰ মহাযাত্ৰাৰ ইচ্ছা জাগি উঠিল আৰু সেই যাত্ৰাৰ যো-জা কৰিবলৈ ধৰিলে। তেতিয়াৰে পৰা তেখেতে দিনে-ৰাতিয়ে নাম-কীৰ্তনত লিপ্ত হৈ থাকে। হজৰ পৰা উভতি আহি তেখেতে এই খন্তেকীয়া দুনিয়াৰ সকলো কাম-কাজৰ দিহা কৰিবলৈ ধৰিলে ১১ হিজৰীৰ প্ৰথমৰে পৰা নিজৰ বন্ধুৰ লগত মিলিবলৈ তেখেতে বৰ ব্যগ্ৰ হৈ পৰিল। আন আন ৰমজান মাহত তেখেতে এবাৰকৈ কোৰ্আন শ্বৰীফ শেষ কৰে, কিন্তু এই বেলি দুবাৰ শেষ কৰিলে। আগেয়ে তেখেতে মুঠে দহ দিন 'এতেকাফ'ত বহিছিল, কিন্তু এই বেলি পূৰা কুৰি দিন এই সাধনাত কটালে। এই বেলি হজত যি 'খোৎবা' (বক্তৃতা) পঢ়া হৈছিল, তাতে এই মহাযাত্ৰাৰ বিষয়ে তেখেতে ঠাৰে-চিয়াৰে উনুকিয়াইছিল।

হজৰ পৰা উভতি আহোঁতে ৰছুল-কৰিমে (দঃ) বদৰলৈ গৈ 'শ্বহীদ'সকলৰ কবৰত 'জিয়াৰত' (দৰ্শন) কৰে, তাৰ পাচত ওহোদলৈ গৈ তাঁৰ 'শ্বহীদ'সকলৰ কবৰতো 'জিয়াৰত' কৰে। তাৰ পৰা বিদায় লৈ মদিনালৈ আহি 'জান্নাতুল-বাকি'ত (মদিনাৰ কবৰস্থানত) 'জিয়াৰত' কৰে।

চফৰ মাহৰ শেষ ছোৰাত ৰছুল-কৰিমৰ (দঃ) নৰিয়া আৰম্ভ হয়। তেখেতে এমাহৰ আগেয়ে নিজৰ মৃত্যু বাতৰি সকলোকে জনাই দিছিল। সময় চমু চাপিলত, তেখেতে ছাহাবাসকলক বিবি আয়েছাৰ ঘৰলৈ মাতি নি সকলোকে 'দোৱা' (আশীৰ্বাদ) কৰিলে আৰু আল্লাহৰ ন্যায় শাস্তি সম্বন্ধে ভালকৈ সতৰ্ক কৰি ক'লে, "সাৱধান! কোনো দেশৰ আৰু কোনো জাতিৰ ওপৰত অন্যায় আচৰণ নকৰিবা, যদি কৰা তোমালোকক সিহঁতৰ বিদ্ৰোহী বুলি ভাবি ল'ব। তোমালোকে আগলৈ যিবোৰ বিজয় লাভ কৰিবা, মই তাক দিব্য চকুৰে দেখিছোঁ। তোমালোক মোৰ পাচত 'মোশ্ৰিক' (অংশীবাদী) হৈ যাবা, তেনে আশংকা মোৰ নাই। কিন্তু মোৰ ভয় হৈছে মোৰ পাচত ধন-দৌলতৰ

মায়া-মোহত তোমালোকে মুগ্ধ হৈ জানোচা ইটোৱে সিটোৰ ৰক্তপাত কৰা।* এনে অপকৰ্মৰ কাৰণেই আগেয়ে অনেক জাতি ধ্বংস পাই গৈছে। তোমালোকে এতিয়া হাজিৰ নথকা ছাহাবাসকলক মোৰ 'ছালাম' ক'বা আৰু আজিৰ পৰা 'কিয়ামত'লৈকে (শেষ মহা প্ৰলয়লৈকে) যিবিলাক মোৰ প্ৰচাৰিত ধৰ্মত চলিব, তোমালোকৰ জৰিয়তে তেওঁলোকলৈও মোৰ ছালাম —অনন্ত আশীৰ্বাদ।"

যাত্ৰাৰ পাঁচ দিন আগেয়ে ৰছুল-কৰিমৰ (দঃ) নৰিয়া টান হয়। তাকে দেখি, ওচৰত থকা মতা-তিৰোতা সকলোৱে অধীৰ হৈ হায়ে-বিয়ে কৰিবলৈ ধৰিলে। ৰছুল-কৰিমে (দঃ) তেওঁলোকক সান্ত্বনা দি ক'লে, "ভাই! তোমালোকে মোৰ মৃত্যু আশংকা কৰি কিয় অধীৰ হৈছা? কোনো নবীয়ে বাৰেওকাল তেওঁৰ 'উম্মত'ৰ (অনুগামীলোকৰ) লগত থকা নাই; সকলোৱে এদিন আল্লাৰ ওচৰলৈ উভতি যাব লাগিব। আল্লাৰ ইচ্ছা মতে সকলো ঘটে। সকলোৰে এটা নিৰ্দিষ্ট সময় আছে, তাৰ আগে বা পাচে কোনেও যাব নোৱাৰে। তোমালোক সকলোৱে মিলা-প্ৰীতিৰে থাকিবা, সকলোৱে সকলোকে মান কৰিবা। বিপদৰ সময়ত ইজনে-সিজনক সহায় কৰিবা। ধৰ্ম বিশ্বাস আৰু সৎ কামে মানুহক মঙ্গলৰ ফাললৈ আনে আৰু অসৎ আৰু অন্যায় কামে মানুহক ধ্বংসৰ বাটলৈ নিয়ে। তোমালোকৰ আগৰ জাতিবিলাকে তেওঁলোকৰ নবী আৰু মহাত্মাসকলৰ কবৰবিলাকক 'এবাদত-গাহ' (উপাসনা ঠাই) কৰি লৈছে। সাৱধান! তোমালোকে যেন এই মহাপাতকত লিপ্ত নোহোৱা। খৃষ্টান আৰু ইহুদীবিলাকে এই পাপত পৰি পাপী হৈছে। চোৱা, মই তোমালোকক নিষেধ কৰিছোঁ—সাৱধান! মোৰ কবৰত যেন তোমালোকে 'ছিজদা-গাহ' (মূৰেৰে সেৱা কৰা ঠাই) সাজি নোলোৱা। মোৰ এই শেষ অনুৰোধ অমান্য কৰিলে, তোমালোকেই আল্লাৰ ওচৰত দায়ী হ'বা। হে আল্লাহ্! মোৰ কবৰ যেন পূজাৰ থান নহয়।"

১১ হিজৰী ৰবিউল আউৱল মাহৰ ৯ তাৰিখে শুকুৰবাৰে ৰছুল-কৰিমৰ (দঃ) গা বৰ কমজোৰ হ'ল। গতিকে সেইদিনা জুম্মাৰ নামাজ পঢ়িবলৈ যাব নোৱাৰি, তেখেতে হজৰত আবুবকৰক নামাজ পঢ়াবলৈ ক'লে।

---

** হজৰত ওছমান আৰু হজৰত আলীৰ খিলাফতত যি যি ঘটনা হৈছিল তাৰে এই ভৱিষ্যৎবাণী।*

মুছলমানবিলাকে ৰছুল-কৰিমৰ (দঃ) ঠাইত 'মিম্বৰ'ত (বেদীত) হজৰত আবুবকৰক দেখি কাৰণ জানিবলৈ পাই, হুৰাওৰাবে কান্দিবলৈ ধৰিলে। ৰছুল-কৰিমে (দঃ) এই কান্দোনৰ ধ্বনি শুনি হজৰত আলী আৰু হজৰত ফজল-বেন্-আব্বাছৰ কান্ধৰ ওপৰত ভৰ দি এবাৰ মছজিদলৈ আহিল। নামাজৰ পাচত তেখেতে উপস্থিত থকা মানুহবিলাকক সম্বোধন কৰি লাহে লাহে ক'লে, "ভাই! মোৰ অন্তিমকাল উপস্থিত। মই যদি কেতিয়াবা কাৰবাৰ কিবা অনিষ্ট কৰিছোঁ, তেনেহ'লে এই সময়ত তাৰ প্ৰতিশোধ লোৱা। যদি মই কাৰবাৰ ওচৰত কোনো ৰকম দায়ী আছোঁ, তেনেহ'লে তেওঁ ভাঙি কওক, মই ধন-প্ৰাণ দি তাক শুজিবলৈ সাজু আছোঁ; এই পৃথিৱীৰ লাজ পৰকালৰ লাজতকৈ ভাল।" তেতিয়া এজন মানুহে তেখেতক মনত পেলাই দিলে যে, এদিন গোটাচেৰেক 'দেৰ্হাম' তেখেতৰ হুকুম অনুসৰি এটা দুখীয়া মানুহক দিছিল। তেখেতে এই কথা শুনি তেতিয়াই সেই ধাৰ শুধিলে। এদিন তেখেতে ৰণত পোৱা মাল-বস্তুবোৰ বাটি দিওঁতে বহুত মানুহে তেখেতৰ চাৰিওফালে হেঁচা-হেঁচি কৰিবলৈ ধৰিছিল, তাৰে এজন তেখেতৰ গাৰ ওপৰত পৰাত তেখেতে মানুহজনক আঁতৰাই দিবলৈ ধৰাত, তেখেতৰ হাতৰ এছাৰিডাল মানুহজনৰ মুখত লাগিছিল। তেখেতে সেই মানুহজনক ক'লে, "তুমিও মোক এছাৰি এডালেৰে খোঁচা।" মানুহজনে ক'লে, "য়্যা ৰছুলুল্লাহ্! মই মাফ কৰি দিছোঁ।" তাৰ পাচত হাজিৰ হৈ থকা মানুহসকলৰ মঙ্গলৰ অৰ্থে খোদায়ে-বেনিয়াজৰ ওচৰত 'দোৱা' (আশীৰ্বাদ) কৰি তেখেতে ঘৰলৈ আহিল।

এই ঘটনাৰ তিনি দিনৰ পাচত ১১ হিজৰীৰ সোমবাৰ ১২ ৰবিউল আউৱলত (৬৩২ খৃঃ, ৪ জুলাই) হজৰত ৰছুল-কৰিমৰ (দঃ) 'ৰুহ কুদ্চ' (পবিত্ৰ আত্মা) ৬২ বছৰ ১১ মাহত আত্মীয়-স্বজন, বন্ধু-বান্ধৱ সকলোকে শোক সাগৰত পেলাই কন্দুৱাই এই অনিত্য সংসাৰ এৰি অমৰ ৰাজ্যলৈ যাত্ৰা কৰিলে। اِنَّا لِلّٰهِ وَاِنَّا اِلَيْهِ رٰجِعُوْنَ (নিশ্চয় আল্লাৰেই ওচৰৰ পৰা অহা আৰু তেওঁৰেই ওচৰলৈ উভতি যোৱা।)

শেষ সময়ত তেখেতৰ পবিত্ৰ মুখৰ পৰা এই কেই আষাৰ মাত শুনা গৈছিল :

"হাঁ আল্লাহ্... ...মোৰ দোষ ক্ষমা কৰা... ...হাঁ... ...মই আহিছোঁ...

...সেই ওপৰলৈ... ...মোৰ বন্ধুৰ ওচৰলৈ।"

জনাব ৰেছালতমাব বিবি আয়েশ্বাৰ ঘৰতে, তেওঁৰেই কোলাত মূৰ মোবাৰক দি 'ওফাত' পায়। 'ওফাত'ৰ সময়লৈকে বিবি ফাতিয়াৰ হাত তেখেতৰ বুকুৰ ওপৰত আছিল, শেষ সময়লৈকে তেখেতে 'হাছনায়েনক' (ইমাম হাছান আৰু হোছেইনক) বেলিয়েপতি সাদৰেৰে চুমা খাইছিল। আৰু মাজে মাজে "য়্যা উম্মতি, য়্যা উম্মতি" এই ফাঁকি কথা তেখেতৰ মুখত শুনা গৈছিল।

'ওফাত'ৰ বাতৰি প্ৰচাৰ হোৱাৰ লগে লগে ছাহাবাসকলৰ মাজত হাঁ-হাঁ কা-কা লাগি পৰিল, আকাশ-পাতালে বিলাপ কৰিবলৈ ধৰিলে। গোটেই মদিনা যেন শোকৰ ডাৱৰে ঢাকি ধৰিলে। কোৱা বাহুল্য যে, শোকত সকলো মুছলমানেই বলিয়াৰ দৰে হৈছিল। কিন্তু দশাই মিচিকিয়াবলৈ ধৰিলে যে এনে এজন নবী আজি মাটিত পৰি আছে, যাৰ 'উম্মত'ৰ পাৱৰ তলত এদিন ইৰাণৰ গৌৰৱ, ৰোমৰ ঐশ্বৰ্য, মিচৰৰ কীৰ্তি, গ্ৰীকৰ মাহাত্ম্য, গঙ্গাৰ তৰঙ্গৰাশি আৰু কাবুলৰ মেৱা বাগান পৰি থাকিব।

মঙ্গলবাৰে গধূলি নিয়ম মতে 'জানাজা' (শ সম্মুখত লৈ অন্তিম প্ৰাৰ্থনা) পঢ়ি, তেখেতে যি খাটিয়াৰ ওপৰত 'ওফাত' পাইছিল তাৰ তলতে তেখেতক 'দফন' (সমাধিস্থ) কৰা হ'ল।

* * *

# উত্তৰাকাণ্ড—সামৰণি

بِسْمِ اللّٰهِ الرَّحْمٰنِ الرَّحِيْمِ

জনাব আফতাবে-ৰেছালৎ এই 'ফাণা' (নশ্বৰ) দুনিয়াৰ পৰা গ'ল, কিন্তু আমালৈ বা তেখেতৰ উত্তৰাধিকাৰীলৈ কি থৈ গৈছে? ধন-দৌলত, বন্দী-বেটী কোনো সম্পত্তি থৈ যোৱা নাই। 'ওফাত'ৰ (মৃত্যু) সময়ত তেখেতৰ 'জেৰাপোচ'টি (জাখৰটি) অলপ য'ৰ ধানৰ সলনি এজন ইহুদী মহাজনৰ হাতত সোঁতা থোৱা আছিল আৰু গাত মাথোন এখন মঠহা তাপলি-মৰা কম্বল আৰু কঁকালত এখন 'তহবন্দ' (কঁকালত পিন্ধা কাপোৰ) আছিল। আনকি, 'ওফাত'ৰ আগ ৰাতি তেখেতৰ ঘৰত চাকি লগাবলৈ তেল নাছিল। বিবি আয়েশ্বাই এজন ওচৰ-চুবুৰীয়াৰ পৰা তেল কালিয়নে আনিহে, সেই ৰাতি চাকি লগায়। কিন্তু তেখেতে থৈ গৈছে কৰ্তব্য আৰু সত্য—দীনে-ইছলাম, আল্লাৰ কালাম—'কোৰ্আন মজিদ' আৰু তেখেতৰ বাণী—'হদিছ শ্বৰীফ, যাৰ 'পয়ৰবি' (অনুসৰণ) কৰিলে এই পৃথিৱীত দেৱত্ব লাভ কৰিব পাৰি। এই কোৰ্আন মজিদেই হৈছে ইছলামৰ আইন আৰু হদিছ শ্বৰীফ হৈছে এই আইনৰ ঠাল-ঠেঙুলি মাথোন। আৰু ইয়াতে আছে তেখেতৰ সকলো আচাৰ-ব্যৱহাৰ। তেখেতৰ জীৱনৰ সকলো প্ৰকৃত ঘটনাৱলী আৰু প্ৰকৃত আচাৰ-ব্যৱহাৰ যেনে নিভাঁজ অৱস্থাত আৰু যেনে পুংখানুপুংখ বৰ্ণনাৰে সৈতে পোৱা যায়, তেনে কোনো নবী-ৰছুলৰ পোৱা নাযায়। তেখেত যেনে

পোলোঙা আৰু ভংভঙীয়া, তেখেতৰ প্ৰচাৰিত ধৰ্মও তেনে সৰল, উজু আৰু সহজ। ইছলামে ফট্‌ফটীয়াকৈ বুজাই দিছে—এক অদ্বিতীয় আল্লাহ্‌, এক ধৰ্ম, এক পুথি, এক নবী—একৰ পৰা দুই নাই। এই ধৰ্ম বুজিবলৈ যেনে উজু, তেনে কোনো ধৰ্ম নহয়। তেখেতৰ জীৱনীৰ ঘটনাবিলাক ভালকৈ চালে দেখিবলৈ পোৱা যায়, চৰিত্ৰৰ যি যি সকলোতকৈ উৎকৃষ্ট আৰু উন্নত, যাক ভাবি চালে আত্মা পবিত্ৰ হয়, মানুহে পৃথিৱীতে দেৱত্ব লভিব পাৰে, তেখেতৰ জীৱনত তাৰ কোনো অভাৱ নাছিল। এই নিঠৰুৱা, ডাল দৰিদ্ৰ, 'এতীম' (মাউৰা) ছাগলী ৰখীয়া আজি ৰাজাধিৰাজ। আজি তেখেতৰ দৰবাৰত পৃথিৱীৰ অতি প্ৰতাপী গপাল বাদশ্বাহসকলৰ কটকীবিলাকে মূৰ দোঁৱাই থিয় দি আছে। পাঠক! মক্কাৰ সেই দুইজন নিঠৰুৱা ভগনিয়াৰক আজি এই বিশাল মুছলিম জগতৰ লগত তুলনা কৰক! আৰু সেই খাজুৰ পাতেৰে সজা টোকোৰা-পঁজাবাসী ওৰৰ পৰা মূৰলৈকে টাপলি মৰা ফটা কাপোৰ পিন্ধা 'শ্বাহানশ্বাহ'ক (ৰাজাধিৰাজক), অতি ওখ কাৰেংবাসী নানা ৰকমৰ বহুমূলীয়া সাজ-পাৰেৰে অলঙ্কৃত, ভেম আৰু ভোগ-বিলাসিতাৰ ৰাগিত মতলীয়া বাদশ্বাহসকলৰ লগত ৰিজাই চাওক!

## ইছলাম

'ইছলাম' শব্দটি আৰবী 'ছলম্‌' ধাতুৰ পৰা ওলাইছে। ই এটা গুণবাচক শব্দ। ইয়াৰ এটা গভীৰ অৰ্থ আছে। কোনো মানুহক বি.এ., এম.এ. বুলিলে যেনেকৈ তেওঁৰ বিদ্যাৰ কিছু পৰিমাণে পৰিচয় পোৱা যায়, তেনেকৈ মানুহক নৈতিক, সামাজিক আৰু আধ্যাত্মিক গুণৰ কিছু পৰিমাণে আভাস দিয়াই 'ইছলাম' নামটিৰ উদ্দেশ্য। ইয়াৰ সাধাৰণ অৰ্থ হৈছে—'শান্তি'। সম্পূৰ্ণ শান্তি, অবিৰাম শান্তি, অবিশ্ৰাম শান্তি, কিন্তু প্ৰকৃত আধ্যাত্মিক অৰ্থ 'আল্লাহ্‌ তাআলাত আত্ম-সমৰ্পণ'। এই ধাতুৰ পৰাই 'মুছলিম', 'মুছলমান' শব্দৰ উৎপত্তি, অৰ্থ 'আজ্ঞাবহ দাস'। 'ইছলাম' শব্দটিয়ে মুছলমান ধৰ্মৰ সাৰমৰ্ম কি তাক বুজাইছে। পাক কোৰ্‌আনে কৈছে ঃ

بَلٰى مَنْ أَسْلَمَ وَجْهَهُ لِلّٰهِ وَهُوَ مُحْسِنٌ فَلَهُ أَجْرُهُ عِنْدَ رَبِّهِ وَلَا خَوْفٌ عَلَيْهِمْ وَلَا هُمْ يَحْزَنُونَ *

অৰ্থাৎ অৱশ্য, যিসকলে সম্পূৰ্ণৰূপে আল্লাত আত্ম-সমৰ্পণ কৰি দিয়ে আৰু (লোকৰ প্ৰতি) সৎ কাম কৰে অৰ্থাৎ পৰোপকাৰ কৰে, তেওঁলোকৰ নিমিত্তে তেওঁৰ আল্লাৰ ওচৰত বঁটা আছে আৰু তেওঁলোকৰ কোনো ভয় নাই আৰু তেওঁলোকে অনুতাপ কৰিবলৈ নেপাব। এই শ্লোকটিতে 'ইছ্লাম' শব্দটিৰ ব্যাখ্যা পোৱা যায়। 'ইছ্লাম' নামটি মানুহে দিয়া নহয়। জগতৰ খৃষ্টান, বৌদ্ধ, হিন্দু আদি ধৰ্মৰ নিচিনা বিশিষ্টতাশূন্য, ব্যক্তিগত নামবাচক ধৰ্ম নহয়, ই সকলো যুগৰ সাৰ। ই কোনো নতুন ধৰ্ম নহয়। কিন্তু এই 'ইছ্লাম' নামটি আদিৰে পৰা নাছিল। হজৰত ইব্ৰাহীমৰ (Abraham) (আঃ) দিনতহে এই নামৰ উৎপত্তি। পাক কোৰ্আনতো এই নামৰ উল্লেখ আছে।**

'ইছ্লাম' শান্তিৰ ধৰ্ম। শান্তিয়ে হৈছে মুক্তিৰ উপায়। এই শান্তি আল্লাত সম্পূৰ্ণৰূপে আত্ম-সমৰ্পণ কৰিলেহে লাভ হ'ব। মানৱৰ ক্ষুদ্ৰতম অস্তিত্বক আল্লাৰ বৃহত্তম অস্তিত্বত লয় কৰিব লাগিব—মৰাৰ আগেয়ে মৰিব লাগিব অৰ্থাৎ মনৰ নিকৃষ্ট ভাববোৰ মাৰি পেলাই, ইন্দ্ৰিয় সুখৰ উদগনিবোৰক দমন কৰি, আল্লাৰ উপাসনাৰ উপযোগী হৈ শুচি মনেৰে সাধনাৰ বাটত আগ বাঢ়িলেহে খোদাক পাব। সেই দেখি ৰছুল-কৰিমে (দঃ) জননী জন্মভূমি এৰি মদিনালৈ যায়; নানা প্ৰকাৰ অপমান সহিও তেখেতে হোদায়বিয়া সন্ধি কৰে; জীৱনৰ প্ৰত্যেক সুযোগতে তেখেতে অমুছ্লমান জাতিবিলাকৰ লগত সন্ধি কৰিবৰ নিমিত্তে ব্যাকুল হয়।

ইছ্লাম আহিছে জগতত শান্তি বিস্তাৰিত কৰিবলৈ। ৰছুল-কৰিমৰ (দঃ) আশাশুধীয়া চেষ্টা আৰু আঁকোৰ-গোজালিৰ ফলত আৰবৰ নিচিনা মুৰে-ভৰি কঢ়া অসভ্য জাতিৰ মাজতো যাউতি-যুগীয়া শান্তি আৰু সাম্যভাবৰ শীতল নিজৰা ব'লে—'ইছ্লাম' শব্দটিৰ মৰ্যাদা আখৰে আখৰে ৰক্ষা কৰা হ'ব। দুজন মুছ্লমান দেখা-দেখি হ'লেই 'আচ্ছালামু আলেইকুম্' অৰ্থাৎ 'তোমাৰ ওপৰত শান্তি হওক' বুলি অভিবাদন কৰিব লাগে আৰু পাক

---

** কোৰআন—চুৰা বকৰ, ১১২ আয়ত।*

*** কোৰআন—চুৰা মায়দা, ৩ আয়ত; চুৰা ইমৰাণ, ১৮ আয়ত।*

কোৰ্‌আনে কৈছে ঃ • وَتَحِيَّتُهُمْ فِيهَا سَلَامٌ অৰ্থাৎ বিহিস্ততো (স্বৰ্গতো) সেইদৰে অভিবাদন কৰিব। لَا يَسْمَعُونَ فِيهَا لَغْوًا وَلَا تَأْثِيمًا إِلَّا قِيلًا سَلَامًا سَلَامًا* অৰ্থাৎ তাত তেওঁলোকে অসাৰ আৰু পাপপূৰ্ণ কোনো কথা নুশুনে, শুনিবলৈ পাব কেৱল 'শান্তি, শান্তি'—তাত সেই শান্তি বিৰাজমান থাকিব আৰু **وَاللَّهُ يَدْعُو إِلَىٰ دَارِ السَّلَامِ অৰ্থাৎ আল্লাই মাতিছে সেই শান্তি নিকেতনলৈহে। হেতুকে, শান্তি হৈছে ইছলামৰ সাৰ।

ইছলামে শিক্ষা দিছে—আৰম্ভতে প্ৰত্যেক সত্য ধৰ্ম আল্লাৰ পৰা আহিছে। প্ৰত্যেক 'নবী'ক (স্বৰ্গীয় তত্ত্ববাহক) আল্লাই পঠাইছে। আল্লাহ তাআলাই কৈছে—§ وَلَقَدْ بَعَثْنَا فِي كُلِّ أُمَّةٍ رَسُولًا অৰ্থাৎ নিশ্চয় প্ৰত্যেক জাতিতে মই এজন এজন ৰছুল পঠাইছোঁ।

§§ وَإِنْ مِنْ أُمَّةٍ إِلَّا خَلَا فِيهَا نَذِيرٌ অৰ্থাৎ এনে কোনো জাতি নাই যাৰ মাজত মই এজন সাৱধানকাৰী পঠোৱা নাই। ইয়াৰ পৰা জনা যায় যে, প্ৰত্যেক জাতিতে আৰু দেশতে মহাপুৰুষসকল আবিৰ্ভূত হৈছে। এওঁলোক প্ৰত্যেকেই এজন মাথোন অদ্বিতীয় আল্লাহ তাআলাৰ উপাসক আৰু পবিত্ৰ একত্ববাদ প্ৰচাৰক আছিল। এই একত্ববাদ ধৰ্মই হৈছে 'ইছলাম'।

প্ৰত্যেক যুগৰ প্ৰত্যেক জাতিৰ প্ৰত্যেক মানুহৰ ধৰ্মই ইছলাম। এই ধৰ্মত মতা আৰু তিৰোতা জাতিৰ নিমিত্তে, গোলাম আৰু গিৰিহঁতৰ নিমিত্তে, ৰজা আৰু প্ৰজাৰ নিমিত্তে কোনো ৰকমৰ হীন-দেঢ়ি নাই। ই

---

*• কোৰআন—চুৰা ইউনুচ, ১০ আয়ত।*

** কোৰআন—চুৰা ৱাকিয়াহ, ২৫-২৬ আয়ত।*

*** কোৰআন—চুৰা ইউনুচ, ২৫ আয়ত।*

*§ কোৰআন—চুৰা নহল, ৩৬ আয়ত।*

*§§ কোৰআন—চুৰা ফতিৰ, ২৪ আয়ত।*

জগতৰ আদি আৰু সৰ্বশ্ৰেষ্ঠ ধৰ্ম। ইয়াত কোনো কঠোৰতা নাই, দাৰ্শনিক পাকচক্ৰ নাই, যুক্তি-বিৰুদ্ধ কোনো কথা নাই। ই অতি উজু, পোন, সকলো যুগতে খাপ খোৱা বৈজ্ঞানিক উন্নতিৰ লগত তাল ৰাখি উজাব পৰা আন্তৰ্জাতিক, সাৰ্বভৌমিক, ঐতিহাসিক আৰু কাৰ্যকৰী প্ৰকৃতিৰ ধৰ্ম। ই আদৰ্শ সাম্যবাদ, ভ্ৰাতৃত্ববাদ, মহান একত্ববাদ, অনুপম ধৰ্মান্ধতাবিহীন মানৱৰ ধৰ্ম। ই কোনো ধৰ্মগুৰুক নিন্দা নকৰে, ই সকলো দেশৰ সকলো মহাপুৰুষকে সৎ ও মহৎ বুলি স্বীকাৰ কৰিবলৈ আৰু সন্মান দেখুৱাবলৈ শিক্ষা দি ইয়াৰ সাৰ্বজনীনতাৰ প্ৰমাণ দিছে। ইয়াত বল প্ৰয়োগ নাই। সকলো মহাপুৰুষ সেই একে ধৰ্মকে লৈ আহিছে আৰু সকলোৱেই 'মুছলিম'। তেওঁলোকে একে সত্যকে প্ৰচাৰ কৰি গৈছে; কিন্তু পাচত নানা মুনিয়ে পাই স্বাৰ্থৰ বশৱৰ্তী হৈ ভাঁজ দিলে আৰু নানা দেশ ও ভিন ভিন জাতি হোৱাত ই এক বিকৃত হৈ পৰিল। ধৰ্মৰ মাজত প্ৰাৰ্থক্য হোৱাৰ এয়ে মূল কাৰণ।

জগতত যিমান ধৰ্ম আছে, প্ৰায় সকলোৱে ঈশ্বৰাদিষ্ট ধৰ্ম (Revealed Religion) বুলি দাবি কৰে। ইছলামৰ মতে সকলো মহাপুৰুষ সঁচা ধৰ্ম লৈ আল্লাৰ ফালৰ পৰা আহিছে; কিন্তু কালক্ৰমে তাত অনেক উপকথা, গল্প সোমোৱাত আৰু নানান মুনিৰ মত অনুসৰি মূলত লৰচৰ হোৱাত সেই ধৰ্মবিলাক বিকৃত হৈ পৰিছে। মূলতত্ত্ব সম্বন্ধীয় মতৰ পাৰ্থক্য থাকিলে, সেই ধৰ্ম নিৰ্ভাজ ঈশ্বৰাদিষ্ট বুলি গৃহীত হ'ব নোৱাৰে। খৃষ্টানৰ মাজত ৪০০ (চাৰিশতকৈও) বেছি মত-বিৰোধী দল আছে, সেইদৰে আন ধৰ্মাৱলম্বীৰ মাজতো বহুত দল আছে। ইছলামত যদিওবা চিয়া আৰু চুন্নি দুদল আছে, মূলতত্ত্বত একো পাৰ্থক্য নাই। প্ৰত্যেক মত যুক্তিৰে প্ৰমাণ কৰিব লাগে। বুদ্ধদেৱ আৰু কনফুচিয়াছৰ (Confucius) শিক্ষাত আল্লাৰ নামৰ উল্লেখ নাই, তেওঁলোকে ধৰ্ম-নীতিৰ বিষয়হে উপদেশ দিছে। কোনোৱে আত্মাৰ পুনৰ্জন্মত বিশ্বাস কৰে, কোনোৱে নকৰে। বিশ্ব ধৰ্মত এনে পাৰ্থক্য থকা অনুচিত।

**ধৰ্মৰ প্ৰকৃত অৰ্থ কি বা অভিপ্ৰায় কি? মানুহৰ ধাৰণা আছিল যে, নানা ৰকমৰ উপাসনাৰে, বলি-উপহাৰ দানেৰে, পূজা-পাতলেৰে আল্লাক তুষ্ট কৰা, তেওঁৰ কোপানলৰ পৰা ৰক্ষা পোৱা আৰু তেওঁৰ কৃপা লাভ কৰাই হৈছে ধৰ্মৰ অভিপ্ৰায়। অৱতাৰৰ তেজেৰে মানুহৰ পাপৰ পৰাচিত হয়, প্ৰায় সকলো**

ঠাইতে যীচুৰ আবিৰ্ভাৱৰ পাঁচশ বছৰৰ আগৰে পৰা এই বিশ্বাস চলি আহিছিল। কিন্তু পোন প্ৰথমতে হজৰত ৰছুল-কৰিমেই (দঃ) উজু আৰু সৰল ভাষাৰে শিক্ষা দিছে যে, সকলো সঁচা ধৰ্মৰ মূল উদ্দেশ্য প্ৰকৃতিক ক্ষান্ত কৰাই নহয়, ইয়াৰ ঘাই উদ্দেশ্য হৈছে—মানৱ প্ৰকৃতিৰ ক্ৰমোন্নতি অগাধ অনুভূত শক্তিৰ ক্ৰমবিকাশ, পাশৱ অৱস্থাৰ পৰা দেৱতাৰ অৱস্থালৈ উঠা, মানৱত্মাক দেৱাত্মাত পৰিণত কৰা। সকলো মহাপুৰুষে এই বিষয়ে অলপ-অচৰপ শিক্ষা দি গৈছে। কোনোৱে কঠোৰ ব্ৰত বা তপস্যা কৰি ৰিপুক নিৰ্মূল কৰিবলৈ কৈছে, কোনোৱে সংসাৰ ত্যাগী হ'বলৈ উপদেশ দিছে; কিন্তু ৰছুল-কৰিমে (দঃ) যেনে চমুকৈ, নিয়াৰিকৈ, সম্পূৰ্ণভাৱে সংশয় গুচাই ফঁহিয়াই এই বিষয়ে শিক্ষা দিছে আৰু তাক কেনেকৈ সহজে লাভ কৰিব পাৰি উজুকৈ দেখুৱাই দিছে, তেনেকৈ আন কোনো মহাপুৰুষে কৰা নাই। বিয়া-বাৰু কৰি সাংসাৰিক জীৱনৰ ভিতৰেদি গৈ কেনেকৈ গন্তব্য স্থানলৈ যাব পাৰি, কেনেকৈ পাশৱ স্বভাৱক তলতীয়া কৰি দেৱত্ব লাভ কৰিব পাৰি, তেখেতে নিজৰ জীৱনৰ জ্বলন্ত উদাহৰণেৰে তাক শিক্ষা দিছে। আন আন মহাপুৰুষৰো একে লক্ষ্য; কিন্তু কি উপায়েৰে তাক লভিব পাৰি তাক তেওঁলোকে এনে জটিল আৰু কঠিন কৰি আৰু অস্বাভাবিকৰূপে দেখুৱাইছে যে, সাধাৰণ মানুহৰ পক্ষে তাক বুজা অসম্ভৱ।

জগতৰ সকলো ধৰ্মই কয় যে, আত্মাৰ উন্নতিৰ অৰ্থে ৰিপু জয় কৰা আৱশ্যক। এই ৰিপু দমন কৰিবলৈ গৈ বহুতে সংসাৰ-ধৰ্ম, ঘৰ-বাৰী, ল'ৰা-তিৰোতা সকলোকে এৰি হাবি-বননি, পাহাৰ-পৰ্বতত বাস কৰে, কিন্তু ইছলামে এনে মত সমৰ্থন নকৰে। ৰছুল-কৰিমে (দঃ) ঘোষণা কৰি দিছে— لَا رَهْبَانِيَّةَ فِي الْإِسْلَامِ অৰ্থাৎ ইছলামত সংসাৰ বৈৰাগ্য নাই—ই ইছলামৰ এটি বিশেষত্ব। বিয়া-প্ৰথা প্ৰচাৰ কৰি তেখেতে সংসাৰ-ধৰ্মৰ ভেটি দৃঢ়তৰ আৰু সন্ন্যাস-ধৰ্মৰ মূলোচ্ছেদ কৰিছে। দৰাচলতে গৃহী হ'লেহে প্ৰেম-প্ৰীতি বিকাশ পায়।

ইছলামে শিক্ষা দিছে—সংসাৰৰ সুখ-দুখ ভোগ কৰি কি উপায়েৰে ৰিপু দমন কৰিব লাগে। ই আমাৰ ৰিপুক নিৰ্মূল কৰিবলৈ কোৱা নাই, তেনে কৰা অস্বাভাবিক; কিন্তু ই তাক কেনেকৈ বশীভূত কৰি শিকাই বুজাই সু-বাটলৈ নি টনকিয়াল আৰু পবিত্ৰ কৰি ভাল কামত লগাব পাৰি, তাৰে উজু উপায় দি গৈছে। খণ্ডক কু-বাটেদি নিলে শত্ৰুতা, কুৰ্চুট-কপট, অত্যাচাৰ

আদি উৎপন্ন হয়, কিন্তু সু-বাটেদি নিলে, বীৰত্ব, সাহ, সহিষ্ণুতা, ক্ষমাশীলতা আদি গুণৰ উৎপত্তি হয়। তেনেকৈ কাম-প্ৰবৃত্তিৰ উন্নত অৱস্থাত প্ৰেম, কৃপা, আত্মত্যাগ, আল্লাৰ ওপৰত ভক্তি আদিৰ উৎপত্তি হয়, কিন্তু অনুন্নত অৱস্থাত নীচতা, অহঙ্কাৰ, হিংসা আদিৰ উৎপত্তি হয়।

ইছলামে বিলাসিতা পছন্দ নকৰে। আল্লাহ্ তাআলাই যি ভোগৰ বস্তু দিছে তাকে ভোগ কৰি, সেই আল্লাহ্ তাআলাৰ 'এবাদত' (উপাসনা) কৰিবলৈ ইছলামে কৈছে; কিন্তু সেই ভোগ-বিলাসিতাত অনুৰক্ত হ'বলৈ হাক দিছে।

ইছলামে শিক্ষা দিছে—নানান ৰকমৰ দুখ-কষ্ট, দৰিদ্ৰতা, ৰোগ-শোক, প্ৰলোভন, মায়া-মোহৰ ভিতৰত থাকি কেনেকৈ ধৰ্ম-জীৱন যাপন কৰিব পাৰি আৰু মাক-বাপেক, ল'ৰা-তিৰোতা আদি পৰিয়ালৰ প্ৰতি কৰ্তব্য পালন কৰি সমাজ আৰু ৰাষ্ট্ৰ জীৱনৰ ভিতৰেদি গৈ, কেনেকৈ আল্লাক পাব পাৰি। ৰছুল-কৰিমে (দঃ) নিজৰ জীৱনৰ বহু বছৰজোৰা যি আত্মোৎসৰ্গৰ আদৰ্শ মানৱ জাতিলৈ থৈ গৈছে, তাৰ আগত বুদ্ধৰ সুখ-ত্যাগ আৰু যীছুৰ প্ৰাণ-ত্যাগ অতি অকিঞ্চিৎকৰ। তেখেতে মানৱতাৰ যি মহিমা দেখুৱাইছে, ই অসামান্য-অতুলনীয়।

তেৰশ বছৰৰ আগেয়ে যেতিয়া ধৰ্ম জ্ঞানহীন আৰব দেশত যুগব্যাপী শত্ৰুতা, নৰ-হত্যা, কন্যা-হত্যা, পৰস্ত্ৰী-হৰণ, ব্যভিচাৰ আদিৰ সোঁত ধল অহাদি অমূৰ্তক বেগেৰে বৈ আহিছিল, সেই সময়ত ৰছুল-মকবুল নবীয়ে আখেৰজ্জমানৰ আবিৰ্ভাৱ। আল্লাহ্ তাআলাই নিজৰ এই প্ৰিয় বন্ধুক, ৰছুল কুলৰ শ্ৰেষ্ঠ কৰি আৰু নিজৰ অভিপ্ৰায়ৰ সাঁচত গঢ়ি জগতলৈ পঠাইছে, যাতে নিজৰ 'বান্দা' (দাস)সকলে তেখেতৰ প্ৰকৃত উপদেশ আৰু ক্ৰিয়া-কলাপৰ ব্যৱসায়-বাণিজ্য, বিয়া-বাৰু, সহবাস, আহাৰ-বিহাৰ, খোৱা-পিন্ধা, ফুৰা-চকা ইত্যাদিৰ 'পয়ৰবি' (অনুসৰণ) কৰে।

ৰছুল-কৰিমৰ (দঃ) 'পয়ৰবি' কৰিলে আল্লাহ্ তাআলাৰ 'এবাদত' (উপাসনা) কৰা হয়। সেই দেখি অৱস্থা বুজি আকৌ সত্য ধৰ্ম বিস্তাৰ কৰি সকলো মানুহৰ মাজত শান্তি বিলাবলৈ সেই আদি ধৰ্মই নানা ৰকমৰ বাধা-বিঘিনি, অত্যাচাৰ-অনাচাৰত পৰি আৰু কু-প্ৰথা, কু-সংস্কাৰৰ ভিতৰেদি গৈ সম্পূৰ্ণতা লাভ কৰি আকৌ 'ইছলাম' নাম লৈ দেখা দিলেহি।

ইছলামে নিজৰ স্বাভাৱিক পবিত্ৰতাৰ প্ৰভাৱত এতিয়ালৈকে অটুট নিভাঁজ

হৈ আছে আৰু 'কিয়ামত'লৈকে (মহাপ্ৰলয়লৈকে) তেনে অটুট নিভাঁজ হৈ সকলো ধৰ্মৰ মাজত শ্ৰেষ্ঠ হৈ থাকিব। ইয়াৰ ধৰ্ম-নীতি অভ্ৰান্ত অকাট্য আৰু অপৰিৱৰ্তনীয়। চাৰে তেৰশ বছৰৰ আগেয়ে যি ইছলাম, হেজাৰ যুগৰ পাচতো সেই একে ইছলাম। আৰবৰ যি ইছলাম আসামৰ যি ইছলাম, ইংলণ্ডৰ যি ইছলাম, চীনৰো সেই একে ইছলাম। এয়ে ইছলামৰ বিশেষত্ব।

لا اله الا الله محمد رسول الله অৰ্থাৎ আল্লাত বাজে উপাস্য নাই আৰু মোহম্মদ তেওঁৰ দূত, এই মহামন্ত্ৰ অন্তঃকৰণেৰে বিশ্বাস কৰি মুখেৰে ক'লেই মুছলমান। ইয়াত শুদ্ধি, পৰাচিত বা আন কোনো ৰকম সংস্কাৰৰ আৱশ্যকতা নাই। কাৰো গিৰ্জা, মন্দিৰ বা মছজিদলৈ যাব বা শপত খাব নেলাগে। এই 'তৌহিদ' (একত্ববাদ) ধৰ্ম জগতত নিখুঁত, নিভাঁজ আৰু নিকপ্‌কপীয়াকৈ একমাত্ৰ ৰছুল-কৰিমেহে (দঃ) থাপনা কৰিলে। আৰু ইয়াকে কৰিবৰ নিমিত্তে তেখেতে যিমান দুখ-কষ্ট, পৰিশ্ৰম স্বীকাৰ কৰিলে, আন কোনো ধৰ্মগুৰুৱেই সিমান কৰা নাই। আজি এই জগতত একত্বভাবৰ যি যুগ চলিছে, তাৰ গুৰিতে ইছলাম।

ভাৰতবৰ্ষৰ নামজ্বলা বক্তা মিষ্টাৰ বিপিনচন্দ্ৰ পালে ১৯২৮ চনৰ জুলাই মাহৰ ১৪ তাৰিখে ঢাকাৰ পূব বঙ্গ ব্ৰাহ্ম সমাজত "Hundred Years' Modern Bengal" বিষয়ে যি বক্তৃতা দিছিল তাত কৈছিল—"For his ideas of one God, Raja Ram Mohan Roy was indebted to Islam as Chaitanya, Nanak, Kabir and other religious reformers of earlier times were more or less indebted."*

যি ধৰ্মৰ ভেটি শকত নহয় আৰু যি ধৰ্ম সত্যৰ ওপৰত স্থাপিত নহয়, তেনে ধৰ্ম বিজ্ঞানবিৰোধী। ইছলাম ধৰ্মৰ ভেটি সত্যৰ ওপৰত প্ৰতিষ্ঠিত, সেই দেখি ইয়াৰ লগত বিজ্ঞানৰ বিৰোধ হোৱাৰ কোনো কাৰণেই নাই। বৰং যেতেকতে বিজ্ঞানে উন্নতি কৰিছে, তেতেকতে ইয়াৰ সত্যতা বেছিকৈ মানুহে উপলব্ধি কৰিব পাৰিছে। সেই নিমিত্তে লৰ্ডকুল-গৌৰৱ হেড্‌লি, ইংলণ্ডৰ ৰজাৰ আত্মীয় ছাৰ আৰ্চিবল্ড হেমিল্টন (বেৰোনেট্), মাৰ্মডিউক পিকথল, ৰছেল ওয়েব আদিৰ নিচিনা শিক্ষিত আৰু উচ্চ বংশীয় ইংৰাজসকলে ইছলামৰ সত্যতাত আকৃষ্ট হৈ ইয়াৰ শীতল ছাঁত আশ্ৰয় গ্ৰহণ কৰিছে। যি আৰ্য

* *The A.B. Patrika of 17th July, 1928.*

সমাজৰ নেতাবিলাকে মুছলমানক ভাৰতৰ পৰা খেদাই বা হিন্দু ধৰ্মত দীক্ষিত কৰি আকৌ হিন্দু ৰাজ্য প্ৰতিষ্ঠা কৰিবলৈ সমাজিক দেখিছে, আজি ধৰ্মাচাৰ্য ধৰ্মপাল, কৰ্মবীৰ সত্যপাল, প্ৰকাশ নাৰায়ণ, স্বামী ওঙ্কাৰ জিউ আদিৰ নিচিনা আৰ্য নেতাসকলক ইছলামৰ শান্তিময় কোলাত আহি গইনা লোৱা দেখিলে কাৰ নো মন আনন্দিত নহৈ থাকিব পাৰে?

খৃষ্টান পাদুৰীবিলাকৰ দৰে ইছলামে আন মহাপুৰুষসকলক বা ধৰ্মক নিন্দা কৰি বাৰে-জোৰা-দিয়া কথা কৈ নিজৰ গৌৰৱ দেখুৱাবলৈ বা সত্যতা প্ৰমাণ কৰিবলৈ খপ্‌জপাই নুফুৰে। আনকি, বিধৰ্মীবিলাকে আল্লাক এৰি যাক আহ্বান বা অৰ্চনা কৰে, তাকো নিন্দা কৰিবলৈ হাক দিছে।* ইছলামে উপদেশ দিছে—

"ادْعُ إِلَىٰ سَبِيلِ رَبِّكَ بِالْحِكْمَةِ وَالْمَوْعِظَةِ ۖ

الْحَسَنَةِ" ●

অৰ্থাৎ মানৱক, জ্ঞান-বিজ্ঞান আৰু যুক্তি-তৰ্কেৰে তোমাৰ আল্লাৰ বাটলৈ আহ্বান কৰা।**

ইহুদীবিলাকে হজৰত ঈছাক (Jesus Christ) জ্বলা-কলা কৰিলে। ধৰ্ম প্ৰচাৰ ভালকৈ নৌহওঁতেই তেওঁ চলিল। তাৰ পাচত ইহুদীবিলাকে হেঁচা মাৰি ধৰাত, খৃষ্টান ধৰ্ম সমূলি তললৈ যায়, এনে সময়ত ইছলামে জগতত আকৌ দেখা দি বজ্ৰগম্ভীৰ স্বৰেৰে ঘোষণা কৰি দিলে যে, মৰিয়ম (Mary) 'সতী' আৰু তেওঁৰ পুতেক যীছু (ঈছা) (আঃ) প্ৰকৃত 'নবী'। ইছলামে যথাসময়ত এনেকৈ সাক্ষ্য নিদিয়াহেঁতেন, খৃষ্টান ধৰ্ম যে কুঁহিতেই জঁই পৰিলহেঁতেন, ই ধ্ৰুৱপ। নক'লেও হ'ব যে খৃষ্টানবিলাক এই বিষয়ত ইছলামৰ ওচৰত চিৰ ধৰুৱা।

---

● وَلَا تَسُبُّوا الَّذِينَ يَدْعُونَ مِن دُونِ اللَّهِ فَيَسُبُّوا

اللَّهَ عَدْوًا بِغَيْرِ عِلْمٍ

* কোৰআন—চুৰা অনাম, ১০৯ আয়ত।

** কোৰআন—চুৰা নহ্‌ল, ১২৫ আয়ত।

প্ৰকৃত সঁচা ধৰ্মই মানুহৰ মাজত হিংসা, ঘিণা আদিৰ সৃষ্টি নকৰে। ৰছুল-কৰিমে (দঃ) কৈছে যে, যদি কোনোবাই আল্লাক ভাল পাব খুজিছে, তেন্তে তেওঁৰ সৃষ্টক ভাল পাব লাগিব। হজৰত আবুবকৰে তেওঁৰ খিলাফতৰ সময়ত চিপাহীবোৰক হুকুম দিছিল যে, কোনো অমুছলমানক উপাসনাৰ সময়ত বিৰক্ত নকৰিব আৰু সেই সময়ত তেওঁলোকৰ ভজনালয়ৰ কাষেদি যাওঁতে মনে মনে যাব। কিন্তু বৰ্তমান সভ্যতাই তাৰ বিপৰীত শিক্ষা দিছে।

ৰছুল-কৰিমে (দঃ) কৈছে, "সেই জনেই মুছলিম, যাৰ হাতৰ আৰু জিভাৰ পৰা কেৰে কষ্ট ভুগিব নেপায়।" পাক কোৰ্‌আনেও তাকে উপদেশ দিছে।

স্বাধীনতা মানুহৰ বিশেষত্ব। এই স্বাধীনতাৰ পূৰা ব্যৱহাৰেই মনুষ্যত্ব। সনাতন ইছলামৰ উদ্দেশ্য মানুহক প্ৰকৃত মনুষ্যত্বৰ বাট আঙুলিয়াই দেখুৱাই দিয়া। কেনেকৈ মানুহ প্ৰবৃত্তিৰ দাস নহৈ প্ৰভু হ'ব পাৰে, কেনেকৈ মানুহ বিপৰীতমুখীয়া প্ৰবৃত্তিবোৰৰ ওপৰত কৰ্তৃত্ব কৰিব পাৰে, কেনেকৈ মানুহ সংসাৰ-সাগৰৰ ধুমুহা আৰু উত্ৰাৱল ঢৌবোৰৰ ওপৰেদি জীৱন তৰী নিৰ্বিঘ্নে পাৰি দি গন্তব্যস্থান পাবগৈ পাৰে, এইবোৰ প্ৰশ্নৰ মীমাংসা কৰাই ইছলামৰ সৰ্বপ্ৰধান সমস্যা।

ইছলামে শিক্ষা দিছে, ধৰ্ম সম্বন্ধে সকলোৱে স্বাধীন বিচাৰ কৰিব পাৰে, ইয়াত কোনো বাধা নাই। সেই বুলিয়েই অনেক খৃষ্টান পণ্ডিতে ইয়াৰ বিশেষ প্ৰশংসা কৰে। এনে স্বাধীনতা কোনো ধৰ্মত নাই। জয়জয়তে ৰছুল-কৰিমেই (দঃ) ঘোষণা কৰি দিলে যে, ধৰ্মত বল প্ৰয়োগ হ'ব নোৱাৰে।

لَا إِكْرَاهَ فِي الدِّينِ ۔ قَدْ تَبَيَّنَ الرُّشْدُ مِنَ الْغَيِّ *

অৰ্থাৎ ধৰ্মৰ ভিতৰত বল প্ৰয়োগ কৰাৰ বিধি নাই, সঁচা-মিছাৰ পৰা আপোনা-আপুনি প্ৰকাশ পাব—এই ঐশিক বাণী আজিলৈকে পাক কোৰ্‌আনৰ বুকুত জিলিকি আছে। সকলোৱে স্বাধীনভাৱে ধৰ্ম মত দিব পাৰে। ইছলামে কাকো কাণি-মুনিকৈ ধৰ্ম গ্ৰহণ কৰিবলৈ কোৱা নাই। খৃষ্টান ধৰ্মত, গেলিলিও (Galileo), লাটিমাৰ (Latimer) আদি যেনেকৈ উৎপীড়িত হৈছিল, তেনে উদাহৰণ ইছলামৰ বুৰঞ্জীত নাই। প্ৰত্যেক মানুহ নিজৰ ধৰ্মমতৰ বাবে আল্লাৰ

---

** কোৰ্‌আন—চুৰা বকৰ, ২৫৬ আয়ত।*

ওচৰত দায়ী, আন কেৱে তেওঁক উৎপীড়ন কৰিব নোৱাৰে।

ইছলামে আৰু শিক্ষা দিছে যে, মানুহৰ আৰু আল্লাৰ মাজত মধ্যস্থৰ দৰকাৰ নাই। সকলোৰে নিমিত্তে আল্লাৰ দুৱাৰ মুকলি, লাগে মাথোন সাধনা। মাথোন কোন বাটেদি গ'লে আল্লাৰ ওচৰ পাবগৈ তাক দেখুৱাই দিওঁতাৰ আৱশ্যকতা। আল্লাক পাবলৈ হ'লে নিজৰ যত্ন আৰু পৰিশ্ৰমৰ ওপৰতহে সমূলি নিৰ্ভৰ কৰিব লাগে। ৰছুল-কৰিমেই (দঃ) প্ৰথমে ঘোষণা কৰি দিলে যে, 'নবী'সকল মধ্যস্থ নহয়, তেওঁলোক মাথোন শিক্ষক—বাট দেখুৱাই দিওঁতা আৰু আদৰ্শ। কিন্তু খৃষ্টান ধৰ্মত অকল যীছুৱেই এজন মধ্যস্থ নহয়; মৰিয়ম (Mary), পিটৰ (Peter), পোপ (Pope), কাৰ্ডিনেল (Cardinals) আদিও মধ্যস্থ। ইছলামত বেলেগ পুৰোহিত ফৈদ নাই। প্ৰত্যেক মুছলিমেই নিজৰ পুৰোহিত।

জগতত এই চাৰি ধৰ্মই প্ৰধান—হিন্দু, বৌদ্ধ, খৃষ্টান আৰু ইছলাম।

বেদেই হিন্দু ধৰ্মৰ আদি আৰু ঘাই ধৰ্মশাস্ত্ৰ, কিন্তু ই বিকৃত হৈ পৰিল। মাদ্ৰাজৰ হিন্দু পণ্ডিত এম. ভেন্‌কাটা ৰত্নমে (M.Venkata Ratnam) লিখিছে—"The Vedas of the Hindus were composed in a remote antiquitly and no onc can exactly say who composed them."* অৰ্থাৎ অতি প্ৰাচীন যুগত হিন্দুৰ বেদ ৰচনা কৰা হৈছিল আৰু কোনেও খাটাংকৈ ক'ব নোৱাৰে কোনে নো সেই বেদ ৰচনা কৰিছিল। পাচত শ্ৰুতি, পুৰাণ, মহাভাৰত (৫ম বেদ), উপনিষদ, ভগৱদ্‌গীতা আদি ভালেমান গ্ৰন্থ ৰচনা হ'ল, কিন্তু এখনৰ লগত আনখন অমিল। এতিয়া কোন শাস্ত্ৰ খামোচ মাৰি ধৰিলে বা কোন বাটেদি গ'লে নো মুক্তি লাভ হ'ব, তাৰ একো ঠিকনা নাই। পদ্ম পুৰাণত আছে—"একা মূৰ্ত্তি স্ত্ৰয়োভাগা ব্ৰহ্মা বিষ্ণু মহেশ্বৰা।" অৰ্থাৎ এক মূৰ্তিৰ পৰা ত্ৰিগুণ ভেদে ব্ৰহ্মা, বিষ্ণু আৰু মহেশ্বৰ (শিৱ), এই তিনি দেৱতাৰ উৎপত্তি হৈছে।

এঠাইত আছে "সৰ্ব্বং বিষ্ণুময় জগৎ" অৰ্থাৎ গোটেই জগৎ বিষ্ণুৰেহ পৰিপূৰ্ণ। শ্ৰুতিত আছে—"আনন্দ এক এবাগ্ৰ আশি নাৰায়ণ প্ৰভুঃ" অৰ্থাৎ সকলোতকৈ আগেয়ে মাথোন এক নাৰায়ণ (বিষ্ণু) আছিল। আৰু এঠাইত আছে—"এক নাৰায়ণ আশীৎ ন চ ব্ৰহ্মা ন শঙ্কৰ" অৰ্থাৎ ব্ৰহ্মা আৰু শঙ্কৰ

---

* *An Essay on Islam" P.148.*

(শিৱ) নাছিল, এক মাথোন নাৰায়ণহে আছিল। ইয়াৰ পৰা বুজা যায়, বিষ্ণুৱেই সৃজন, পালন আৰু সংহাৰকৰ্তা, বিষ্ণুৱেই সকলো ঠাইতে বিৰাজমান, বিষ্ণুৱেই মহাশক্তিশালী আৰু বিষ্ণুৱেই অদ্বিতীয় জগদীশ্বৰ। আন এঠাইত আছে— "একোহপী ৰুদ্ৰোৰণ নদ্বিতীয়" অৰ্থাৎ ৰুদ্ৰৰ (শিৱ) নিচিনা আৰু কোনো নাই। আকৌ পদ্ম পুৰাণত আছে—"বিষ্ণু দৰ্শন মাত্ৰেণ শিৱদ্ৰোহ প্ৰজায়তে" অৰ্থাৎ বিষ্ণুক দেখিলেই মহাদেৱ খণ্ডত পৰিপূৰ্ণ হয়। এতিয়া দেখা গৈছে যে, এই তিনিজনৰ মাজত ঘোৰ শত্ৰুতা; এজন দেৱতাৰ লগত আনজনৰ একতা নাই। এটা শ্লোক মতে বিষ্ণুৱেই স্বয়ং, বিষ্ণুৱেই ঈশ্বৰ, বিষ্ণুৱেই সকলো। গঁতিকে বিষ্ণুৱেই এক মাথোন উপাস্য। আকৌ আন শ্লোকত আছে বিষ্ণুক দেখিলে মহেশ্বৰ (মহাদেৱ) খণ্ডত টিক্‌চি-বিক্‌চি উঠে। আন ঠাইত আছে—ব্ৰহ্মাই সৃষ্টিকৰ্তা, ব্ৰহ্মাই সৰ্বেসৰ্বা। এতিয়া কাৰ উপাসনা কৰিলে নো মুক্তি লাভ হ'ব, তাক থিৰাং কৰা অসাধ্য। ত্ৰিত্ব বা বহুত্ববাদৰ এইবোৰ অৱশ্যম্ভাৱী বাক্-বিতণ্ডা আৰু অশান্তিৰ পৰা পবিত্ৰ ইছলাম সমূলি মুক্ত। সেইহে, Sir Alfred Lyall চাহাবে লিখিছে—"Hinduism and its gods* are a mere troubled sea, without shore or visible horizon, driven to and fro by boundless credulity and grotesque invention. A tangled jungle of disorderly superstitions, ghosts and demons, demi-gods and deified saints. Household gods and tribal gods, local gods, universal gods, with their countless shrines and temples, and the din of their discordant rites; deities who abbor a fly's death, those who delight still in human victims, and those who would not either sacrifice or make offerings,–such a religious chaos"** অৰ্থাৎ হিন্দু ধৰ্ম আৰু তাৰ দেৱ-দেৱতাবিলাক মাথোন কুল কিনাৰা বা দৃশ্য দিঙ্‌মণ্ডল নোহোৱা এখন উত্ৰাৱল সাগৰ। অসীম আগু-বিশ্বাস আৰু কিস্তূতকিমাকাৰ কল্পনাৰ বতাহে ইয়াক ইফালৰ পৰা সিফাললৈ ঘূৰাই লৈ ফুৰে। অলেখ তীৰ্থস্থান, মন্দিৰ আৰু বিষম ক্ৰিয়াকাণ্ডৰ কোৰ্হালেৰে সৈতে বিশৃংখল কুসংস্কাৰ,

---

** হিন্দুৰ ৩৩ কোটি দেৱতা আছে। গোটেই ভাৰতবৰ্ষৰ মানুহৰ সংখ্যাতকৈও দেৱতাৰ সংখ্যাহে বেছি।*

*** Asiatic Studies, Vil i,pp 2 & 3.*

অপদেৱতা আৰু দেৱযোনি, উপদেৱতা আৰু দেৱতাৰ দৰে পূজিত মহাপুৰুষ, ঘৰুৱা দেৱতা, জাতীয় দেৱতা, থলুৱা দেৱতা, সাৰ্বভৌমিক দেৱতা এই সকলোবোৰৰ এখন জোট খোৱা গেজেপনি হাবি। কোনো দেৱতাই এটা মাখি মৰাও ঘিণ কৰে, আকৌ কোনোৱে মানুহ বলি দিলে এতিয়াও পৰম আনন্দ ভোগ কৰে আৰু কোনোৱে বলি উপহাৰ দিয়া একো ভাল নেপায়—ধৰ্ম সম্বন্ধীয় এনে বিশৃংখলা।

১৯২৯ খৃঃত অমৃতচৰত বহা Hindu Youngman's Conference-ত সভাপতিৰ আসনৰ পৰা বক্তৃতা দিওঁতে, ডাক্তৰ মুঞ্জিৰ নিচিনা গোড়া হিন্দু পণ্ডিতৰ মুখৰ পৰা হঠাৎ ওলাই পৰিল—"Your faith cannot be true, it is responsible for degrading millions of the depressed classes to sub-humanlevel and most wantonly trifles with the sanctity of womanhood."* অৰ্থাৎ তোমালোকৰ ধৰ্ম সঁচা হ'ব নোৱাৰে—কাৰণ, ইয়ে নীচ শ্ৰেণীৰ অসংখ্য মানুহক মানৱতাৰ তল খাপত পেলোৱাৰ হেতু, আৰু একো বিবেচনা নকৰি ই তিৰোতাৰ পবিত্ৰতাক তাচ্ছিল্য কৰিছে।

বৌদ্ধ ধৰ্মত দেৱ-দেৱীক নেমানে। ইয়াত যোগ, সাধনা, ধ্যান, তপস্যা সকলোবোৰ আছে; কিন্তু ঈশ্বৰবাদিত্ব নাই।** বুদ্ধদেৱ যে ঈশ্বৰবাদী আছিল, তাৰ কোনো প্ৰমাণ নাই। সেই দেখি, এই ধৰ্ম প্ৰকৃত ধৰ্মৰ পৰা বহুত আঁতৰ হৈ পৰিছে। Sir Monier William চাহাবে লিখিছে—"Budhism is no religion at all but a system of duty, morality and benevolence"§ অৰ্থাৎ বৌদ্ধ ধৰ্ম কোনো ধৰ্মই নহয়। ই কেৱল কৰ্তব্য, নীতি ধৰ্ম আৰু পৰোপকাৰশীলতাৰ ব্যৱস্থা। Prof. Macdonnell চাহেবে বুদ্ধদেৱক 'the founder of an Atheistic Oriental Religion' অৰ্থাৎ 'নিৰীশ্বৰবাদী প্ৰাচ্য ধৰ্মৰ প্ৰতিষ্ঠাতা' বুলি বৰ্ণনা কৰিছে।§§

কাৰ্য ক্ষেত্ৰত দেখা গৈছে হিন্দু আৰু বৌদ্ধ ধৰ্মাৱলম্বীৰ সংখ্যা ক্ৰমে টুটিবলৈ ধৰিছে। ইয়াৰ কাৰণ কি? অলপ দ'লৈ গমি চালেই পাব।

---

* *The Light, Nov. 24, 1929.*

** *"Parliament of Religions held at Chicago in 1892-3." p. 544.*

§ *"Hinduism." p. 74.*

§§ *"Sanskrit Literature". p. 420.*

মাদ্ৰাজৰ পণ্ডিত এম. ভেন্‌কাটা ৰত্নমে (M. Venkata Ratnam) লিখিছে— "The Budhist Scriptures were not written by Bidha himself as probably the art of writing was not much known in his age in India. They were written after his death during the reign of Asoka in 242 B.C." অৰ্থাৎ বৌদ্ধ ধৰ্মগ্ৰন্থবোৰ বুদ্ধদেৱে নিজে লিখা নাছিল। কাৰণ, সম্ভৱতঃ সেই সময়ত ভাৰতবৰ্ষত লিখা বিদ্যাটো ভালকৈ জনা নাছিল। এইবোৰ তেওঁৰ মৃত্যুৰ পাচত, খৃঃৰ ২৪২ বছৰত অশোকৰ দিনতহে লিখা হয়।

খৃষ্টান ধৰ্ম 'ত্ৰিত্ববাদ' (Trinity) এই ধৰ্ম মতে পিতা (God the Father), পুত্ৰ (God the Son ie Jesus Christ) আৰু পবিত্ৰাত্মা (the Holy Ghost) এই তিনিওজনেই এজন এজন সম্পূৰ্ণ আৰু স্বতন্ত্ৰ ঈশ্বৰ—পিতা সৃষ্টিকৰ্তা (Creator), পুত্ৰ মধ্যস্থ ও মুক্তিদাতা (Mediator and Redeemer) আৰু পবিত্ৰাত্মা পবিত্ৰকাৰক (Sanctifier)। এই ধৰ্মৰ শাস্ত্ৰ হৈছে New Testament। এই শাস্ত্ৰ অতি কমেও ২৭খন পুথিৰ সমষ্টি। এই পুথিবিলাক যীছু চলাৰ প্ৰায় ৬০ বছৰৰ পাচতহে ভিন ভিন মানুহে লিখে আৰু 'ত্ৰিত্ববাদ' ধৰ্ম খৃষ্টীয় ২য় শতিকাতহে প্ৰচলিত হয়।

এই ধৰ্মাৱলম্বীসকলে তেওঁলোকৰ ধৰ্ম প্ৰচাৰ কৰাত উঠি-পৰি লাগিছে। তেওঁলোকৰ প্ৰচাৰ প্ৰণালী দেখিলে আচৰিত নহৈ থাকিব নোৱাৰি। তেওঁলোকৰ ৰিপোৰ্টৰ পৰাই জনা যায় যে, বৰ্তমান ৭৭ হেজাৰতৈও বেছি মতা-তিৰোতা ত্ৰিত্ববাদ অৰ্থাৎ তিনি খোদাবাদ (Trinity) প্ৰচাৰত নিযুক্ত আছে। বছৰে পতি ৫০ (পঞ্চাশ) কোটি টকা প্ৰচাৰৰ কামত খৰচ হয় আৰু ২৫০টি সমিতিয়ে ২০,০০০ কেন্দ্ৰত অনুষ্ঠান পাতিছে। কিন্তু শিক্ষিত মানুহৰ মাজত ই কাম কৰিব পৰা নাই। আজি জগতত ৪৫ কোটি মুছলমান আছে; কিন্তু উল্লেখযোগ্য এটিও তেনে প্ৰচাৰ সমিতি বা প্ৰচাৰক নাই বুলিলেও হয়, তথাপি ইছলামৰ বুৰঞ্জী আৰু পাক কোৰ্‌আনৰ ভাওনী পঢ়িয়েই ইউৰোপ, আমেৰিকা, আফ্ৰিকা আদি জগতৰ নানা ঠাইত অনেক শিক্ষিত বিধৰ্মীয়ে নিজে নিজেই ইছলামৰ সুশীতল কোলাত আশ্ৰয় লৈ জীৱনক ধন্য কৰিছে। তাৰ অসংখ্য উদাহৰণ জগতৰ কেউফালে আছে।

খৃষ্টানবিলাকৰ মতে আল্লাই নিজৰ মৰমৰ পুতেক যীছুক নিজৰ প্ৰাণ দি

পাপী খৃষ্টানবিলাকক পৰিত্ৰাণ কৰিবৰ নিমিত্তে জগতলৈ পঠাই দিলে। লুথাৰে (Luther) কৈছে—"পাপীবিলাকৰ প্ৰতি আল্লাৰ খং ইমান চৰি গৈছিল যে, তেওঁৰ পুতেকৰ তেজেহে সেই খং মাৰ নিয়াব পাৰিছিল।"* তেওঁলোকৰ মতে ত্ৰিত্ববাদক বিশ্বাস কৰিলেই সকলো মহাপাতকীৰ কাৰণে স্বৰ্গৰ বাট মুকলি, সিহঁত পোনছাটেই স্বৰ্গলৈ উৰা মাৰিব। ই কেনে অসঙ্গত কথা। পাপী সন্তানে শাস্তি নেপায়, কিন্তু মৰমৰ নিষ্পাপী পুতেকে শাস্তি পায়, ই কি অদ্ভুত কথা। ই কেনে বিচাৰ।

এজন পাদুৰীয়ে লিখিছে—"The Bible is not a book at all. ...It is an unmeasured loss to the truth that myriads of people in the Churches utterly ignore the fact there are really 66 different portions, written, by 40 different authors, and extending over centuries in its compilation."**

মাদ্ৰাজৰ পণ্ডিত এম. ভেন্‌কাটা ৰত্নমে (M. Venkata Ratnam) লিখিছে—"It is doubtful if Jesus Christ knew how to write at all. So a great deal of what he actually did and taught is still wrapped in obscurety."§

১৯২৭ চনৰ ২৫ ডিচেম্বৰত দিল্লীত যি অল ইণ্ডিয়া তবলীগ কনফাৰেঞ্চ বহিছিল, তাত বিলাতৰ নামজ্বলা ডি ৰাইট অনাৰেবল্ অলহাজ ফাৰুক Lord Headley চাহেবে তেওঁৰ সভাপতিৰ অভিভাষণত কৈছে—"I am myself an Englishman of the Eglish, and I hope a true Muslim at heart, but no one even asked me to become a Muslim .... I feel sure that when the time for selection comes to each to each man, the choice will, because of the beauty and purity of the tenets and absence of improbablities, be Islam every time." অৰ্থাৎ "মই নিজে এজন পুৰা ইংৰাজ আৰু মই আশা কৰোঁ যে, মই অন্তৰেৰে সৈতে সম্পূৰ্ণ বিশ্বাসী এজন মুছলমান; কিন্তু কেৱে কেতিয়াও মোক ইছলাম গ্ৰহণ কৰিবলৈ কোৱা নাছিল...। মোৰ বিশ্বাস যে, যেতিয়া কোনো মানুহে কোনটো ধৰ্ম লো

---

* *"Hulsean Lectures" by the Ven. Rev. I.M. Wilson, D. D. pp.50,51&56.*
** *The Rev. Frank Ballard's Bible in Modern Light. p.270.*
§ *An Essay on Lslam.*

ল'ব লগীয়া তাৰ বিচাৰ কৰিবলৈ আগ বাঢ়ে, তেতিয়া ইছলামৰ বিধিবিলাকৰ সৌন্দৰ্য আৰু পবিত্ৰতা দেখি আৰু তাত অসম্ভৱ কথা নথকাটো বুজিব পাৰি, তেওঁ নিশ্চয় সকলো ধৰ্মৰ মাজৰ পৰা ইছলামকে বাছি ল'বলৈ বাধ্য হ'ব।"

ইছলামৰ বিষয়ে আগতে উল্লেখ কৰা হৈছে। ইয়াত দুনাই উনুকিওৱা অনাৱশ্যক। ছাৰ চৈয়দ আমিৰ আলীয়ে লিখিছে—"The Islam with its stern disciplinc and serene morality, has proved itself the only practical Religion for low natures to save them from drifting into a lawless materialism. Unitarinanism and Theism (or, Brahmoism) are neither more or less than the Islam of Muhammad, shorn of the disciplinary rules framed for the guidance of the common folk."*

ইছলামৰ অনুপম সৌন্দৰ্য আৰু সত্যতাত ভোল গৈ ভালেমান অমুছলমান লিখকেও বিবেকৰ খু-দুৱনিত সত্য গোপন কৰিব নোৱাৰি ইয়াৰ গুণ-কীৰ্তন কৰিছে। তাৰে মাথোন জনদিয়েকৰ মন্তব্য তলত দিয়া গ'ল ঃ

জন ডেভেনপোৰ্ট (John Devenport) চাহেবে লিখিছে—"মুছলমান ধৰ্মৰ সাৰাংশ সন্দেহ আৰু গোলমালশূন্য।"

মিঃ কইলচ এজন নামজ্বলা পণ্ডিত। তেওঁ লিখিছে—"ইছলামৰ আচাৰ আৰু নীতি যে অতুলনীয় আৰু সম্মানোপযোগী, তাক কোনেও নুই কৰিব নোৱাৰে।"

গিবন (Gibbon) চাহেবে লিখিছে—"The creed of Muhammad is free from the suspicion of ambiguity, and the Quran is a glorious testimony to the Unity of God."

Rev. C. F. Andrews এজন খৃষ্টান পাদুৰী। তেওঁক নজনা মানুহ নাই। তেওঁ কৈছে—"Even in times when there was nothing but rank ignorance about and prejudice against Islam, through misrepresentations, stalwart men like Carlyle in England and Goethe in Germany took their hats off to Islam and its Great Prophet."

It is a wrong impression even amongst the Muslims

---

* *Spirit of Islam. Pref. p. viii.*

today that Islam is giving way before the onward march of modern civilization. Just the other way about. Modern civilization could only tend to show the beauties of Islam to the greatest advantage.

Furthermore, Islam needs neither a Turk, nor an Afghan, nor any body else to make it triumph in the world. Its intrinsic worth and loftiness of ideals are its own sole weapons with which it is bound to win homage from civilizes man.

...the central factor in Islam, which is like the Pole Star round which the whole earth revolves, is the Unity of God. Reading the account of what happened historically through this fundamental point of Islam, it was the faith of the Prophet who in the midst of all kinds of multitudinous beliefs and idolatries around him in an age which was backward, ignorant and dark– beyond all beliefs it was the supreme faith of the Prophet in the Unity of God that carried him through all his difficulties, through all the dangers, the doubts, the miseries and anxieties and brought him finally to the very end.

Surely it was historically proved that this is the foundation of Islam and must remain the foundation for all time to come. And when I think of the land around Arabia at the time when the Prophet of Islam declared his message to the world : "God is one God," how there were innumerable strifes and struggles against one another, how deterrent on one side was the Roman Empire, and on the other the Persian Empire, and when I think of all this, it is true the Prophet of Araiba gave to the world a new world and certainly a new inspiration.

...It was not a Unity of God in theory but in practice. As long as his followers hold this their minds, they will give to the world a great gift and treasure."*

১৮৯৩ খৃঃত চিকাগো (Chicago) নগৰত গোটেই জগতৰ যি মহা ধৰ্ম সভা (World's Parliament of Religions) বহিছিল, তাত Bishop

---

* *Rev. C. V. Andrew's Tribute to Islsm–The Light. Nov. 24, 1929.*

Keane চাহেবৰ বক্তৃতাৰ শেষ মন্তব্য এই—"The comparision of all the Religions had conclusively shown that the only worthy idea of God is that of Monotheasm."§

মাদ্ৰাজৰ এম. ভেন্‌কাটা ৰত্নমে (M. Venkata Ratnam) লিখিছে—"Islam is the most natural and reasonable religion of all, and is the most acceptable to all thinking men. Its strenth lies is this. While the pure esligion, that is, Monotheism, preached by Jesus Christ, was corrupted at its very source by his followers, Muslims have always been strictly loyal to God, and are scrupulously preserving His pure worship tought them by thier Prophet in all its integrity.

Neither Hinduism nor Budhism has any Chance whetever of becoming the World Religion. Christianity, as at present professed and preached, has no chance either, to succeed in the world, inspite of the abundance of zeal displayed by its followers and inspite of the vast sums of money spent for its propagation. Islsm along is the purest and best of all the Religions now existing. And it along stands the best chsnce of winning the world to itself, if only the Muslims wosely set about tesching it to others and show its graces in their life and chaeacter.

Muhammad, the Prophet of God, has done more good to the world than any other man."*

হেষ্টিং চাহেৱে লিখিছে—"Islam wine adherents by its cleancut Monotheism and its democratic conetitution which frees its converts from the tyranny of caste. Its religious ideals–astion as opposed to hypnotic contemplation–its practical sorit which allots a single to man and bids him make the best of it, its repudiation of the Doctrine of Transmigration commend it to the vigorous and progressive section of the community. It is thus rapidly increassing not as a result of a regularised relious

§ *"World's Parliament of Religions (1893)", P. 247.*
* *'An Essay on Islam' pp. 206, 208.*

propaganda, for which its lack of organisation renders it incompertent, as by a process of natural growth.*

মহাত্মা গান্ধীয়ে কৈছে—"In its glorious days Islam was not intolerant. It commanded the admiration of the would. When the West was sunk in darkenss, a bright star rose in the Eastern firmament and gave light and comfort to a groaning world. Islam is not a false religion. Let Hindus study it reverently and they will love it even as Ido."**

এচ. পিয়াৰা সিংহ (S. Piyara Singh) এজন শিখ পণ্ডিত। তেওঁ কৈছে—"Guru Nanak, the great Founder of Sikhism, was a saint and sage of world-wide fame. Though a born Hindu of the high-caste Bedi Khatri family, all along his life, he professed a deep love for Islam and the Prophet of Islam.

His passionate love for the Prophèt took Guru Nanak all the way Arabia. Twice he performed the Pilgrimage to Mecca and visited the Prohet's tomd at Medina.

He observed chilas (seclusion for divine contemplation) at Sirsa and Multa. (O Allah) is still to be seen imprinted at Panja Sahib. The copy of the Holy Quran, from which the Guru would read out the divine message, is still to seen at Giri Har Sahia in Ferozepore District. A picture drawn at the time of undertaking the haj is still preserved at Peshawar. Even to this day, there is kept at Dera Baba Nanak, as a religious relic, that famous chola (shirt), which belonged to and was worn by Guru Nanak himself. The chola is profusely imprinted with Quranic verses, which shows but too plainty the nature and extent of that profound love and respect that the Guru had for Islam and the Holy Prophet.

The Great Guru's beautiful teachings braching an out-and-out Islam spirit. The Garanth Sahib is full of references to Islamic dovtrines and the Prophet. Here are a faw:–

* *Hasting's Dictionary of Religions and Ethics.*

** *Mahatma Gandhis Tribute to Islam–The Light. July 24.1931.*

"God is one. He is the Truth and the Truthful. He has created heavens and earth out of nothing. He is infinite, fearless and harmless.He is immortal. He is not born, nor is any one born of Him. He is above resemblance to any one, nor is He capable of incarnation into any human from. He is Rahman (Beneficeat), Rahim (Merciful) and Everlastimg."

"The age for the Vedas and Puranas is gone: now the Quarn is the only book to giude the world."

"The saints, reformes, martyrs, Pirs, Sheikhs and Qutubs will reap untold benefit if they will send Daruds (God blessings) on the Holy Prophet."

"The only reason as to why man is constantly restless and goes to hell is that he has no regard for the Prophet."*

## ইছলাম বিশ্ব মানৱৰ একমাত্ৰ ধৰ্ম

পৃথিৱীৰ সকলো পদাৰ্থৰে এটা বিশেষ গুণ বা ধৰ্ম আছে। এই বিশেষ গুণ বা ধৰ্মটো সেই পদাৰ্থৰ পৰা বিচ্ছেদ কৰিলে, তাৰ মাজত এটা বিশৃংখলা উপস্থিত হয়—তাৰ অস্তিত্ব অটুট নেথাকে। জুইৰ ধৰ্ম পোৰা, পানীৰ ধৰ্ম তিতোৱা। জুইৰ পৰা পোৰা গুণ আৰু পানীৰ পৰা তিতোৱা গুণ ছিঙিলে, জুইৰ আৰু পানীৰ নিজত্ব থাকিব নোৱাৰে। জুই পানী যেনে প্ৰাকৃতিক বস্তু মানুহো তেনে প্ৰাকৃতিক বস্তু। গতিকে, পৃথিৱীত মানুহৰ অস্তিত্ব নিভাঁজ অৱস্থাত ৰাখিবলৈ হ'লে এটা বিশেষ গুণ বা ধৰ্মৰ আৱশ্যক। মানুহ বুলিলেই শৰীৰ আৰু আত্মাৰ সমষ্টি। শৰীৰ ভৌতিক ও অস্থায়ী, ইয়াৰ ধৰ্ম স্থায়ী। আত্মা আধ্যাত্মিকও স্থায়ী, ইয়াৰ ধৰ্ম হৈছে পূৰ্ণত্ব (perfection) লাভ।

প্ৰত্যেক পদাৰ্থৰ নিজৰ অস্তিত্ব অটুট ৰাখিবলৈ যেনে তাৰ এটা ধৰ্ম আছে, তেনেকৈ বিশ্বব্ৰহ্মাণ্ডৰ শৃংখলা আৰু সৌন্দৰ্য (order and beauty) অটুট ৰাখিবলৈ সকলো পদাৰ্থৰ মাজত আকৌ এটা বিৰাট ধৰ্ম বিদ্যমান আছে, যাৰ অভাৱত বিশ্বব্ৰহ্মাণ্ডৰ শৃংখলা আৰু সৌন্দৰ্য কোনো মতেই

* *The Great Baba Nanak's Love for Islam–the Light. 24. 1931.*

সম্পূৰ্ণ অৱস্থাত থাকিব নোৱাৰে।

সৌ যে কোটি কোটি গ্ৰহ-নক্ষত্ৰ, অনন্ত সৌৰজগতৰ ইফালে-সিফালে থাকি বছৰ যুগ শতিকা অগণনকাল জুৰি ভিন ভিন কক্ষত বিচৰণ কৰি নিজ নিজ কৰ্তব্য পালন কৰি আহিছে, যদি সেইবোৰৰ মাজত কোনো ধৰ্ম বা আইন নেথাকিলেহেঁতেন, তেন্তে পলকতে সেইবোৰৰ মাজত ভীষণ ঠেকা-ঠেকি হৈ মহাপ্ৰলয় ঘটিলহেঁতেন। সেইবোৰে যি আইন বা ধৰ্ম মানি চলিছে, সেয়ে হৈছে প্ৰাকৃতিক আইন (Law of Nature) গতিকে, সেইবোৰৰ মাজত অনন্ত পূৰ্ণ শান্তি, পূৰ্ণ শৃংখলা আৰু অনন্ত পূৰ্ণ সৌন্দৰ্য বিৰাজমান।

সৃষ্টিৰ শ্ৰেষ্ঠ মানৱ জগতত অশান্তি হওক, বিশৃংখলা ঘটক—এইটো সৃষ্টিকৰ্তাৰ উদ্দেশ্য নহয়। গতিকে, বিশ্ব মানৱ জাতিৰ নিমিত্তে এটা ধৰ্মৰ আৱশ্যকতা, যাৰ অভাৱত মানৱ জগতত শান্তি, শৃংখলা ও সৌন্দৰ্য থাকিব নোৱাৰে—জাতিৰ অস্তিত্ব ৰক্ষা হ'ব নোৱাৰে। পদাৰ্থ-জগতৰ ধৰ্ম যেনে এটা, বিশ্ব-মানৱ জাতিৰ ধৰ্মও তেনে এটা—এটাতকৈ বেছি হ'লেই জাতিৰ মাজত পাৰ্থক্য ও বিভিন্নতা হোৱা স্বাভাৱিক। পাৰ্থক্য আহিলেই জাতিৰ বিৰাটত্ব নেথাকে—অশান্তি বিশৃংখলাই তাৰ মাজত খোপনি পুতিব। আৰবৰ আৰব জাতি, বঙ্গদেশৰ বঙ্গালী জাতি, অসমৰ অসমীয়া জাতি—এই দৰে দেশ হিচাপে ভাগ কৰা জাতিবোৰ মূৰ্খ মানৱ-মনৰ স্বাৰ্থজনিত এটা সংকীৰ্ণতা মাথোন আৰু এই সংকীৰ্ণতাই হৈছে বিশ্ব-মানৱ জাতিৰ মাজত বিশৃংখলা আৰু অশান্তিৰ একমাত্ৰ কাৰণ। সৃষ্টিকৰ্তা এজন, দৰাচলতে তেওঁৰ ওচৰত বিশ্ব-মানৱ জাতি এটা আৰু তেওঁৰ নিয়মানুবৰ্তিতাৰ নিমিত্তে প্ৰাকৃতিক ধৰ্মও এটা। এই প্ৰাকৃতিক বিশ্ব-মানৱ ধৰ্ম হৈছে ইছলাম বা শান্তি। এই ধৰ্ম কোনো দেশ হিচাপে বিভাগ কৰা জাতিৰ ধৰ্ম নহয়, ই কেৱল বঙ্গালীৰ ধৰ্ম নহয়, ইংৰাজ কিম্বা আৰব জাতিৰ ধৰ্ম নহয়। ই বিশ্ব-মানৱ জাতিৰ একমাত্ৰ ধৰ্ম। সেইহে ইছলামৰ মহা গ্ৰন্থ কোৰ্আন শ্বৰীফে হজৰত মোহম্মদক লক্ষ্য কৰি কৈছে ঃ * وَمَا اَرْسَلْنٰكَ اِلَّا رَحْمَةً لِّلْعٰلَمِيْنَ অৰ্থাৎ হে মোহম্মদ, মই তোমাক বিশ্বৰ একমাত্ৰ কৰুণাস্বৰূপে পঠালো। আৰব বা কোনো দেশ বিশেষৰ কৰুণা বা শান্তি স্বৰূপে নহয়, সদৌ জগতৰ শান্তি

** কোৰ্আন—চুৰা আম্বিয়া, ১০৭ আয়ত।*

স্বৰূপে। কোৰ্আন শ্বৰীফে আৰু কৈছে ঃ

إِنَّ الدِّينَ عِندَ اللَّهِ الْإِسْلَامُ*

অৰ্থাৎ নিশ্চয় সৃষ্টিকৰ্তা আল্লাৰ ওচৰত একমাত্ৰ ইছলামত বাজে কোনো ধৰ্ম নাই। এই ইছলাম মোহম্মদ (দঃ) কোনো ব্যক্তিবিশেষৰ প্ৰবৰ্তিত নিজস্ব ধৰ্ম নহয়, ই যীছুৰ প্ৰচাৰিত খৃষ্টান ধৰ্ম (Christianity) নহয়, বুদ্ধদেৱে প্ৰচাৰিত বৌদ্ধ ধৰ্ম (Budhism) কিম্বা জুৰষ্টাৰৰ প্ৰচাৰিত জৰোৱাষ্টাৰীয়ান ধৰ্ম (Zoroastrianism) নহয়, ই মুছা প্ৰচাৰিত ইহুদী ধৰ্ম (Judaism) নহয়— বৰং মানৱ-জগতৰ সৃষ্টিৰ আৰম্ভৰে পৰা যুগে যুগে অৱতীৰ্ণ হজৰত আদম (আঃ), হজৰত মুছা (আঃ), হজৰত ঈছা (আঃ), হজৰত মোহম্মদ (দঃ) আদি সকলো ধৰ্ম প্ৰচাৰকৰ প্ৰচাৰিত একমাত্ৰ বিশ্ব-মানৱ ধৰ্ম। মানৱ সৃষ্টিৰ আদি কালৰে পৰা এই ধৰ্ম জগতলৈ আহিছে আৰু যিমান দিন মানৱৰ অস্তিত্ব জগতত থাকিব, সিমান দিনলৈকে ইছলাম জগতত থাকিব। ইয়াৰ ধ্বংস বা কোনো পৰিবৰ্তন নাই। সেইহে কোৰ্আনে কৈছে ঃ

سُنَّةَ مَن قَدْ

أَرْسَلْنَا قَبْلَكَ مِن رُّسُلِنَا وَلَا تَجِدُ لِسُنَّتِنَا تَحْوِيلًا**

অৰ্থাৎ বিশ্ব-মানৱৰ নিমিত্তে নিৰ্ধাৰিত আল্লাৰ এই ইছলাম ধৰ্ম পূৰ্ববৰ্তী সকলো ধৰ্ম প্ৰচাৰকৰ প্ৰচাৰিত একমাত্ৰ ধৰ্ম; এই ধৰ্মৰ কোনো পৰিবৰ্তন হ'ব নোৱাৰে।

পদাৰ্থ-জগতত যেনে অপৰিবৰ্তনীয়তা এটা আইন (Law of Nature) আছে, মানৱ জগততো সাইলাখ তেনে এটা লৰচৰ নোহোৱা আইন বা ধৰ্ম আছে আৰু সেয়ে হৈছে ইছলাম। এই বিশ্বজনীন ইছলাম ধৰ্মৰ ভিতৰেদি মনুহে ব্যক্তিগত অস্তিত্ব বাহাল ৰাখিবলৈ আত্মাৰ পূৰ্ণতাৰ (perfection) বিধান কৰিবলৈ আৰু বিশ্বজনীন জাতিৰ বিৰাটত্ব ৰক্ষা কৰিবলৈ সক্ষম হয়। মানুহ স্বাৰ্থৰ দাস; স্বাৰ্থই মানুহক অন্ধলা কৰি থৈছে, সেইহে মানুহে ইছলামৰ বিৰাট সত্তাক দূৰৈত ঠেলি বিশ্বজনীন বিৰাট জাতীয়ত্বক সংকীৰ্ণতাৰ সৰু

* *কোৰ্আন—চুৰা ইমৰাণ, ১৮ আয়ত।*

** *কোৰ্আন—চুৰা বনি ইস্ৰাইল, ৭৭ আয়ত।*

সীমাৰ ভিতৰত আবদ্ধ কৰি ভিন ভিন জাতিত ভাগ কৰি ভিন ভিন জাতিৰ নিমিত্তে ভিন ভিন ধৰ্মৰ সৃষ্টি কৰি পৃথিৱীত অশান্তিৰ বিশৃংখলতা আৰু খোৱা-কামোৰাৰ কাৰণ কৰি তুলিছে।

বৰ্তমান পৃথিৱীত যিমান ধৰ্ম আছে, তাৰ প্ৰত্যেকটোৰে উদ্দেশ্য হৈছে আত্মাৰ পূৰ্ণতা লাভ আৰু ইহকাল ও পৰকালত মানৱ জাতিৰ নিৰৱচ্ছিন্ন শান্তিৰ বিধান কৰা। এটাতকৈ বেছি ধৰ্ম পৃথিৱীত থকা অস্বাভাৱিক। যিমান দিনলৈকে এটাতকৈ বেছি ধৰ্ম পৃথিৱীত থাকিব, সিমান দিনলৈকে পৃথিৱীত লেথেৰি নিচিগা শান্তিৰ আশা কৰা তেনেই মিছা। হেন জানি, ইহকাল-পৰকালৰ যুগমীয়া শান্তিৰ নিমিত্তে মাথোন এটা ধৰ্মৰ আৱশ্যকতা—এয়ে হৈছে বিশ্বজনীন একমাত্ৰ শান্তিৰ ধৰ্ম ইছলাম (শান্তি)।

এই বিশ্বজনীন ইছলাম ধৰ্মত কেতিয়াও ধ্বংস বা বিনাশ হ'ব নোৱাৰে। মানৱ জাতিৰ অজ্ঞতা, মূৰ্খতা আৰু স্বাৰ্থৰ ঢাকনি দি ইয়াক যিমানেই ঢাকক, ই জুইৰ দৰে এদিন নহয় এদিন ভমক্কৈ জ্বলি উঠিবই উঠিব। সেই নিমিত্তে আমি দেখিবলৈ পাওঁ, মানৱ সৃষ্টিৰ আদিৰে পৰা যেতিয়াই মানুহে অজ্ঞতা মূৰ্খতা কুসংস্কাৰ আৰু নানা ৰকমৰ পাপৰ দ্বাৰা বশীভূত হৈ ইছলামক নিৰ্মূল কৰিবলৈ চেষ্টা কৰিছে, তেতিয়াই এজন এজন ধৰ্ম প্ৰচাৰক সম্পূৰ্ণ নিৰস্ত্ৰ ও নিঃসহায় অৱস্থাত পৃথিৱীত আবিৰ্ভূত হৈ ইছলামৰ স্বাভাৱিক শক্তিৰ প্ৰভাৱত তাক আকৌ প্ৰজ্বলিত কৰিছে আৰু তাৰ বিমল জেউতিয়ে জগৎবাসীক পোহৰ দিছে। ইছলামৰ শেষ প্ৰেৰিত মহা পয়গম্বৰ হজৰত মোহম্মদৰ (দঃ) জীৱনত আমি এই শক্তিৰ পূৰ্ণ বিকাশ দেখিবলৈ পাওঁ। যেতিয়া ৬০০ বছৰৰ ভিতৰ হজৰত ঈছাৰ (আঃ) প্ৰচাৰিত ইছলামৰ পবিত্ৰ শিক্ষা ও সৌন্দৰ্য পাহৰি জগতৰ মানৱক অজ্ঞানতা নানা ৰকমৰ কুসংস্কাৰ আৰু পাপৰ ঘোৰ আন্ধাৰৰ জালে ঢাকি পেলাইছিল, তেতিয়া আৰবৰ টটানি মৰুভূমিত সম্পূৰ্ণ নিৰাশ্ৰয় আৰু নিঃসহায়স্বৰূপে হজৰত মোহম্মদে (দঃ) জন্ম গ্ৰহণ কৰি অতি অলপ সময়ৰ ভিতৰত পৃথিৱীত ইছলামক আকৌ প্ৰতিষ্ঠিত কৰে। ইছলাম স্বাভাৱিক ধৰ্ম। মানুহে যিটো কৰিব নোৱাৰে সামাজিক বা জাতীয় উন্নতিৰ যিটো বিৰোধী, সেইটো কেতিয়াও ইছলাম নহয়। সেই নিমিত্তে ইছলামে ঘোষণা কৰিছে—

لَا يُكَلِّفُ اللّٰهُ نَفْسًا اِلَّا وُسْعَهَا ٭

অৰ্থাৎ মানুহৰ শক্তিৰ অতিৰিক্ত কোনো কাম ইছলামত নাই। মিছাৰ ধ্বংস অৱশ্যম্ভাৱী; গতিকে আজি নহয় কাইলৈ যিবোৰ ধৰ্মৰ ভেটি হৈছে অন্ধবিশ্বাস বা কুসংস্কাৰ, তাৰ ধ্বংস হ'বই হ'ব। বুৰঞ্জীৰ পৰা দেখা গৈছে কোনো কোনো ধৰ্মৰ অস্তিত্ব সমূলি পৃথিবীৰ পৰা লোপ পাইছে। প্ৰকৃত নিঘূণী সত্য ধৰ্মত বাজে আৰু কোনো ধৰ্মই জগতত স্থায়ী হৈ থাকিব নোৱাৰে। ত্ৰিত্ববাদ খৃষ্টান ধৰ্ম আজি-কালি একত্ববাদৰ ফালে ঢাল খাইছে, বহুত্ববাদী হিন্দু ধৰ্মও সেই ফালে ঢাল খাইছে। এইদৰে মানুহৰ অজ্ঞানতা আৰু স্বাৰ্থৰ বান্ধনি যিমানেই বাঢ়ি যাব, যেতিয়াই পৃথিবীৰ মানৱে অজ্ঞানতা আৰু জাতিগত স্বাৰ্থৰ বান্ধনি ছিঙি জগতৰ স্বাভাৱিক ধৰ্ম ইছলামৰ মহা সত্য হৃদয়ে হৃদয়ে উপলব্ধি কৰি তাৰ আশ্ৰয় গ্ৰহণ কৰিব, তেতিয়াই পৃথিবীৰ সকলো খোৱা-কামোৰা, যুঁজ-বাগৰ লুপ্ত হ'ব, এই অশান্তিপূৰ্ণ পৃথিবীত নিৰন্তৰ শান্তি শৃংখলা আৰু সৌন্দৰ্যৰ পানী-ফুটনি (fountain) খেলিব আৰু শান্তিৰ বিমল বতাহ বলিব।

এই মহা সত্য উপলব্ধি কৰি খৃষ্টান মহা পণ্ডিত আৰ্থাৰ লিওনাৰ্ডে (Arther Leonard) ক'বলৈ বাধ্য হৈছে—"Islam in fact has done a great work. She has left a make on the page of human history which is inbelible that can never be effaced–that, only when the world grows wiser, will be ackonwledged in full–in other words, when the sun of knowledge shall have dispelled the black clouds of ignorance." অৰ্থাৎ প্ৰকৃত পক্ষে ইছলামে এটা মহৎ কাম সাধনা কৰি গৈছে। মানৱ জাতিৰ বুৰঞ্জীৰ পাতত ইছলামে যি স্থায়ী সাঁচ থৈ গৈছে, তাক কেতিয়াও কোনেও মোহাৰি গুচাই পেলাব নোৱাৰে। পৃথিবীৰ মানুহে যেতিয়া ইয়াতকৈ বেছিকৈ জ্ঞান লাভ কৰিব অৰ্থাৎ জ্ঞান-সূৰ্যই যেতিয়া অজ্ঞানতাৰ ক'লা ডাৱৰক আঁতৰাই পেলাব, তেতিয়াহে সম্পূৰ্ণকৈ ইছলামৰ সত্যতা উপলব্ধি কৰিব পাৰিব।

১৯২৭ চনৰ ২৫ ডিচেম্বৰত দিল্লীত যি All India Tabligh

---

** কোৰআন—চুৰা বকৰ, ২৮৬ আয়ত।*

Conference (ডি অ'ল ইণ্ডিয়া তবলীগ কনফাৰেঞ্চ) বহিছিল তাত বিলাতৰ নামজ্বলা The Right Hon'ble Al-Haj Faruk Lord Headley চাহেবে তেওঁৰ সভাপতিৰ অভিভাষণত কৈছিল—I am myself an Englishman of the English, and I hope a true Muslim at heart, but no one even asked me to become a Muslim... I feel sure that when the time for selection comes to each man, the choice will, because of the beauty and purity of the tenets and absence of improbablities, be Islam every time." অৰ্থাৎ "মই নিজে এজন পূৰা ইংৰাজ আৰু মই আশা কৰোঁ যে, মই অন্তৰেৰে সৈতে সম্পূৰ্ণ বিশ্বাসী এজন মুছলমান; কিন্তু কেৱে কেতিয়াও মোক ইছলাম গ্ৰহণ কৰিবলৈ কোৱা নাছিল... ...। মোৰ বিশ্বাস যে, যেতিয়া কোনো মানুহে কোনটো ধৰ্ম নো ল'ব লগীয়া তাৰ বিচাৰ কৰিবলৈ আগ বাঢ়ে তেতিয়া ইছলামৰ বিধিবিলাকৰ সৌন্দৰ্য আৰু পবিত্ৰতা দেখি আৰু অসম্ভৱ কথা নথকাটো বুজিব পাৰি, তেওঁ নিশ্চয় সকলো ধৰ্মৰ মাজৰ পৰা ইছলামক বাছি ল'বলৈ বাধ্য হ'ব।"

ডাক্তৰ হেনচন (Dr. Henson, the Bishop of Durham) নামেৰে এজন বিশ্বপে (অধিপতি পাদুৰীয়ে) ১৯২৭ চনৰ জুলাই মাহৰ The Nineteenth Century কাকতত লিখিছে—"আজি-কালি ইছলামত বাজে কোনো ধৰ্ম সৰ্বসাধাৰণৰ ওপৰত তাৰ প্ৰভাৱ বিস্তাৰ কৰিব নোৱাৰে; কাৰণ, আন ধৰ্মবিলাকত ধৰ্ম জীৱনৰ লগত সাংসাৰিক জীৱনৰ কোনো সম্পৰ্ক নাই আৰু বিজ্ঞানেৰে সেই ধৰ্ম ব্যাখ্যা কৰিব নোৱাৰি। হেতুকে, সেই সেই ধৰ্মৰ পৰা লাহে লাহে সৰ্বসাধাৰণ আঁতৰ হ'বলৈ ধৰিছে।"

## ইছলামৰ ঘাই উপকৰণ

ইছলাম ধৰ্মৰ ৫টি প্ৰধান অঙ্গ বা ঘাই উপকৰণ, তাৰ এটি মূল মন্ত্ৰ—'কল্‌মা', আৰু বাকী চাৰিটি মূল কৰ্ম—'ছালাৎ (নামাজ = উপাসনা), 'ছিয়াম' (ৰোজা), 'হজ' (তীৰ্থ) আৰু 'জাকাত' (দান)।

কল্‌মাৰ ভিতৰত মূল কল্‌মা—আল্লাত বাজে আৰু কোনো উপাস্য নাই, মোহম্মদ (দঃ) মাথোন তেওঁৰ দাস আৰু তত্ত্ববাহক। সকলো মুছলমানে ইয়াক বিশ্বাস কৰিব লাগিব। এই বিশ্বাসৰ নামেই 'ইমান'। 'ইমান' ইছলামৰ ভেটি আৰু নামাজ, ৰোজা, হজ, জাকাত হৈছে তাৰ খুঁটা।

মুছলাম মাত্রেই পুৰাৰ পৰা ৰাতিলৈকে নিতৌ ৫ বাৰ নামাজ পঢ়িব লাগে। ইয়াত বাজেও আৰু নামাজ আছে, সেইবোৰ নামাজ পঢ়াটো ইচ্ছাধীন। নামাজ হৈছে মানুহৰ হৃদয়ৰ উক্তি—আল্লাৰ ওচৰত আবেদন-নিবেদন—আল্লাৰ আগত আত্ম-সমৰ্পণ। ই মানুহৰ মনত পবিত্রতা জন্মায়, গুনাহৰ (পাপৰ) পৰা ৰক্ষা কৰে—ই আত্মাৰ আহাৰ। ই নিজৰ উপকাৰৰ নিমিত্তে।

আল্লাহ্ তাআলাই কৈছে—

وَمَا خَلَقْتُ الْجِنَّ وَالْإِنْسَ إِلَّا لِيَعْبُدُونَ.
مَا أُرِيدُ مِنْهُمْ مِنْ رِزْقٍ وَمَا أُرِيدُ أَنْ يُطْعِمُونِ
إِنَّ اللَّهَ هُوَ الرَّزَّاقُ ذُو الْقُوَّةِ الْمَتِينُ *

অৰ্থাৎ 'মোক অৰ্চনা কৰিব।'—এই উদ্দেশ্যত বাজে মই মানুহ আৰু দেৱতাসকলক স্রজন কৰা নাই। আৰু তেওঁলোকৰ ওচৰত মই কোনো জীৱিকা পাবলৈ ইচ্ছা নকৰোঁ। আৰু ইচ্ছা নকৰোঁ যে, তেওঁলোকে আহাৰ দিয়ক। নিশ্চয় আল্লাহ্—জীৱিকা দিওঁতা আৰু মহাশক্তিশালী।

অকল মছজিদ ঘৰেই মুছলমানৰ উপাসনাৰ মন্দিৰ নহয়। এই বিশাল মুক্ত আকাশৰ তলত গোটেই পৃথিৱীয়ে মুছলমানৰ পক্ষে ধৰ্ম মন্দিৰ, নিৰ্দ্দিষ্ট সময় হ'লেই য'তে চল পায়, ত'তে নামাজ পঢ়িব পাৰে। নামাজ পঢ়োঁতে সৰু-ডাঙৰ ভেদা-ভেদ নাই। ৰজাই হওক বা প্রজাই হওক, আজান শুনা মাত্রকে সাংসাৰিক কাম-কাজ এৰি সকলোৱেই লগে-ভাগে তৎক্ষণাৎ নামাজত থিয় হ'ব লাগে।

---

* *কোৰআন—চুৰা জাৰিয়াত, ৫৬-৫৮ আয়ত।*

মাদ্ৰাজৰ পণ্ডিত এম. ভেন্‌কাটা ৰত্নমে লিখিছে—"The Prophet of Islam has taught the world a truly beautiful prayer, which has no parallel in any Religion."*

ৰোজাই হৈছে ইন্দ্ৰিয় সংযমৰ আৰু হৰেক প্ৰকাৰ ৰোগৰ পৰা ৰক্ষা পোৱাৰ ঘাই উপায়। আত্ম-সংযমত বাজে আল্লাৰ ওচৰ চপা টান। ই নৈতিক, আধ্যাত্মিক আৰু শাৰীৰিক উপকাৰ কৰে। মুছলমান মাত্ৰেই বছৰেকৰ মাজত গোটেই 'ৰমজান' মাহটো উপবাসে থাকিব লাগে। ভাত-পানী নেখাই লঘোনে থাকিলেই নহয়, সকলো পাপৰ পৰা বিৰত থাকিব লাগে। এই ৰমজান মাহটো বৰ পবিত্ৰ। ৰমজানৰ ৰোজাত বাজে আৰু ৰোজা আছে, সেইবোৰ পালন কৰা ইচ্ছাধীন। কোৰ্‌আনত ৰোজাক 'ছিয়াম' বুলিছে। 'ছিয়াম'ৰ অৰ্থ 'আত্ম-সংবৰণ' বা 'আত্ম-সংযম'।

চহকী হ'লে জীৱনৰ ভিতৰত এবাৰ মক্কা শ্বৰীফলৈ গৈ হজ কৰিবই লাগে। ই এটা মুছলমানসকলৰ মহা মেলা—জাতীয় কংগ্ৰেছ। ইয়াত পৃথিৱীৰ সকলো দেশৰ মুছলমানে একে সময়তে গোট খাই একে বেশ ধাৰণ কৰি সেই সৰ্বশক্তিমান ৰব্বিল-আলেমীনৰ কৰুণা ভিক্ষা কৰে। এই মহা মিলন দৃশ্য অনিৰ্বচনীয়! অতুলনীয়! ইয়াতে বিশ্বজনীন ইছলামৰ সাম্য আৰু প্ৰকৃত ভ্ৰাতৃভাব ফুঠি উঠে। জগতৰ কোনো ৰাজ্যত মুছলমানৰ কি উন্নতি হৈছে, ইছলামৰ ধৰ্ম-কৰ্ম, শিক্ষা-দীক্ষা, ৰীতি-নীতি ইত্যাদি কিমান দূৰ প্ৰচলিত হৈছে, কিমান দূৰ ৰছুল-কৰিমৰ উজ্জ্বল দৃষ্টান্তবোৰ অনুকৰণ কৰা হৈছে ইত্যাদি বিষয় আলোচনা কৰা আৰু অভাৱ মোচন কৰা হজৰ এটা প্ৰধান উদ্দেশ্য। বৰ্তমান ইউৰোপত ভিন ভিন জাতিৰ ভিতৰত যি League of Nation স্থাপিত হৈছে ই পবিত্ৰ হজৰ অনুকৰণ মাত্ৰ।

জাকাতৰ অৰ্থ পবিত্ৰ কৰা। এই দান প্ৰত্যেক চহকী মুছলমানে ৫২।।০ টকা ৰাহি হৈ থাকিলেই, প্ৰতি বছৰে শতকৰা ২।।০ টকা হিচাপে দিব লাগে। ই দুখীয়াৰ উপকাৰৰ নিমিত্তে—ই লোক সেৱা। আন আন ধৰ্মেও দান দিবলৈ কৈছে; কিন্তু ইছলামে প্ৰকৃত চহকী মানুহক 'জাকাত' দিবলৈ বাধ্য কৰিছে। ই ধনী মানুহৰ এটা বিষম পৰীক্ষা আৰু খোদাৰ প্ৰেম লাভৰ উৎকৃষ্ট বাট।

---

* *"An Essay on Islam." p. 167.*

# কোৰ্‌আন মজিদ

ইছলামৰ শাস্ত্ৰ হৈছে কোৰ্‌আন মজিদ। কোৰ্‌আনৰ অৰ্থ 'পাঠ্য' অৰ্থাৎ যাক সকলো মানুহে পঢ়িব লাগে। এই শাস্ত্ৰ আদিৰে পৰা সকলো স্বৰ্গীয় আদেশ আৰু নিষেধৰ সমষ্টি; ইয়াত ১১৪টি 'চুৰা' (অধ্যায়) আছে। ই অতি অতুলনীয় অপূৰ্ব গ্ৰন্থ। এনে কাৰ্যকৰী ধৰ্মগ্ৰন্থ জগতত হোৱা নাই আৰু নহ'বও। ইয়াক ভালকৈ বুজিবলৈ হ'লে ৰছুল-কৰিমৰ জীৱনীখনি ভালকৈ জানিব লাগিব—কাৰণ, তেখেতৰ জীৱনীয়েই হৈছে ইয়াৰ প্ৰকৃত ভাঙনি।

যেনেকৈ ইছলামত বাজে কোনো ঈশ্বৰাদিষ্ট ধৰ্ম আজিলৈকে নিখুঁত নিভাঁজ হৈ থকা নাই, তেনেকৈ পাক কোৰ্‌আনৰ দৰেও আজিলৈকে কোনো ধৰ্মগ্ৰন্থ নিখুঁত নিভাঁজ হৈ থকা নাই আৰু এই মহাগ্ৰন্থ 'কিয়ামত'লৈকে (শেষ মহা প্ৰলয়লৈকে) এনে অটুট নিভাঁজ হৈ থাকিব। সকলো ধৰ্মগ্ৰন্থই লৰচৰ হ'ল, কিন্তু আজি প্ৰায় চাৰে তেৰশ বছৰৰ ভিতৰত ইয়াৰ এটি বিন্দুও মৌলিক অৱস্থাৰ পৰা বিকৃত হোৱা নাই আৰু কোনো লৰচৰ হ'ব নোৱাৰে—কাৰণ, এয়ে হৈছে ঈশ্বৰাদিষ্ট ধৰ্মৰ শেষ পুথি আৰু আল্লাহ্ তাআলা নিজে এই মহাগ্ৰন্থৰ ৰক্ষক। আল্লাহ্ তাআলাই নিজৰ তত্ত্বাৱধানত ৰাখি এই গ্ৰন্থ সকলো আপদ-বিপদৰ পৰা ৰক্ষা কৰিব বুলি ঘোষণা কৰিছে ঃ

إِنَّا نَحْنُ نَزَّلْنَا الذِّكْرَ وَإِنَّا لَهُ لَحَافِظُونَ

অৰ্থাৎ নিশ্চয় মই (কোৰ্‌আন) অৱতীৰ্ণ কৰিছোঁ আৰু নিশ্চয় ময়ে তাৰ ৰক্ষক। কোনোৱে এই মহাগ্ৰন্থক নিৰ্মূল বা লৰচৰ কৰিবলৈ চেষ্টা কৰিলেও অলেখ 'হাফিজ' (কোৰ্‌আন কণ্ঠস্থ কৰি ৰখা মানুহ) থকা গতিকে এটি বিন্দুও যদি কোনোবাই লৰচৰ কৰিব খোজে, তৎক্ষণাৎ কেউফালৰ পৰা তেওঁলোকে ৰমলিয়াই পৃথিৱীকে তল-ওপৰ কৰি পেলাব।

Sir William Muir চাহেবে বাধ্য হৈ এই বুলি স্বীকাৰ কৰিছে—"There is probably in the world no other book which has remained twelve centuries with so pure a text."

আজি যদি পৃথিৱীৰ সকলো ধৰ্মপুথি, বেদ, বাইবেল, কোৰ্‌আন আদি একেলগে নষ্ট কৰা যায়, তেন্তে কোৰ্‌আনত বাজে সকলো ধৰ্মগ্ৰন্থ চিৰকাললৈ

লুপ্ত হ'ব। আন কোনো ধৰ্মগ্ৰন্থৰেই হাফিজ নাই। ই কোৰ্আনৰ সত্যতা ও মহত্ত্বৰ প্ৰমাণ নহয়নে?

যদি ৰছুল-কৰিম (দঃ) 'উম্মি' (নিৰক্ষৰ) আছিল, ইয়াৰ ভাষা অপূৰ্ব, অনুপম আৰু চমৎকাৰ, ভাব বৰ ওখ, ৰচনা অলৌকিক আৰু উপদেশও যুক্তিপূৰ্ণ। যেয়ে এই পুথি ভালকৈ পঢ়িছে আৰু বুজিছে, সেয়ে ইয়াক ঐশ্বৰিক পুথি বুলি স্বীকাৰ নকৰি পৰা নাই। এনে বিশুদ্ধ আৰবী ভাষা তেখেতে ক'ৰ পৰা পালে? এনে পুথি আজিলৈকে কোনেও লিখিব পৰা নাই আৰু নোৱাৰে বুলি সকলো পণ্ডিতৰ মত। আজিলৈকে কোনো দেশৰ কোনো মানুহেই ইয়াৰ দোষ দেখুৱাবলৈ আগ বঢ়া নাই—এয়ে হৈছে ইয়াৰ বিশেষত্ব আৰু সত্যতাৰ নিদৰ্শন। ইয়াত আধ্যাত্মিক, ঐহিক, পাৰত্ৰিক, ৰাজনৈতিক, সমাজনৈতিক বিষয়ৰ সাৰ তত্ত্ববিলাক আছে, ধৰ্মৰ জয়, অধৰ্মৰ ক্ষয়, 'নেকিৰ জাজা' (পুণ্যৰ বঁটা), 'বদিৰ চাজা' (পাপৰ শাস্তি), মানুহৰ কৰ্তব্যাকৰ্তব্য সকলোবোৰৰে সুন্দৰ বিধান আছে। এই ঐশী-তত্ত্বৰ ভঁৰাল আশ্চৰ্য মহাগ্ৰন্থ কোৰ্আনৰ আগত পৃথিৱীৰ সকলো বিজ্ঞান, দৰ্শন, নীতি আদি হাৰ মানিছে। ই বৰ্তমান প্ৰাচ্য আৰু পাশ্চাত্য জগতৰ ৪৫ কোটি মানুহৰ ধৰ্ম-নীতি আৰু শাসন-নীতি।

এসময়ত পৃথিৱীৰ ওৰিগল অন্তৰীপৰ পৰা কুমাৰিকা অন্তৰীপলৈকে সকলোৱে ইয়াৰ শিক্ষা আৰু ইছলামৰ একতা আৰু একত্বৰ আগত মূৰ দোঁৱাবলৈ বাধ্য হৈছিল। ইয়াৰ যুক্তিসঙ্গত মহান ভাব-পৰিপূৰ্ণ নিঃস্বাৰ্থ হিতোপদেশ, সদৌ শিক্ষিত জগতে মুক্তকণ্ঠে স্বীকাৰ কৰি আহিছে আৰু পৃথিৱীৰ প্ৰলয় কাললৈকে কৰি থাকিব। ইয়াত বিজ্ঞান-বিৰুদ্ধ কোনো কথা নাই বুলিয়ে ই যি ধৰ্ম শিক্ষা দিছে, তাৰ নাম হৈছে—Religion of Science অৰ্থাৎ বিজ্ঞান অনুমোদিত ধৰ্ম। এই গ্ৰন্থ আন কোনো ধৰ্মগ্ৰন্থৰ অনুৰূপ নহয়। ই মানুহৰ ৰচনা নহয়; স্বয়ং আল্লাৰ বাণী।

আৰবৰ নামজ্বলা কবি চূড়ামণি লাবিদ-বেন্-ৰাবেয়াই মাথোন চুৰা 'এখলাচ'ৰ মধুৰতা আৰু ৰচনা-কৌশল দেখিয়েই চিঞৰিবলৈ ধৰিছিল—

لَيْسَ هٰذَا كَلَامُ الْبَشَرِ অৰ্থাৎ নিশ্চয়, এই ৰচনা মানুহে কৰা নহয়; পাচত তেওঁ নিজেই ইছলামত দীক্ষিত হয়।

ছাৰ জৰ্জ ছেল (Sir George Sale) চাহেবে কৈছে—"ইয়াৰ অনুকৰণ কৰা মানৱ লিখনীৰ অসাধ্য।"

বছৱাৰ্থ স্মীথ (Bosworth Smith) চাহেবে কৈছে—"সঁচাকৈয়ে ই (কোৰ্আন) অলৌকিক পুথি।"

এনচাইক্লোপেডিয়া ব্ৰিটেনিকাত (Encyclopaedia Britannica) লিখা আছে—"ই (কোৰ্আন) অননুকৰণীয়।"

ফ্ৰান্সৰ প্ৰসিদ্ধ ঐতিহাসিক মচি চিডিও চাহেবে লিখিছে—"কোৰ্আন আচাৰ আৰু নীতিৰ ওপৰত পৃথিবীৰ বিজ্ঞান, বিচাৰ বিভাগ, সাময়িক আইন-কানুন নিহিত আছে। তাৰ আদেশ—পৃথিবীৰ সকলো মানুহে সঁচা বাটৰ বাটৰুৱা হওক—সকলোৱে কু-কামৰ পৰা মুক্তি লাভ কৰক। আগেয়ে পয়গম্বৰসকলৰ ওপৰত যিবিলাক ধৰ্মগ্ৰন্থ অৱতীৰ্ণ হৈছে, কোৰ্আনৰ লগত সেইবিলাকৰ সম্পূৰ্ণ মিল আছে।"

ইংলণ্ডৰ প্ৰসিদ্ধ ঐতিহাসিক ডাক্তৰ গ্ৰীণ (Dr. Green) চাহেবে লিখিছে—"কোৰ্আন এনে পবিত্ৰ আৰু মহান আৰু ইয়াৰ ৰীতি-নীতি আচাৰ-পদ্ধতি এনে সুশৃংখল যে পৃথিবীৰ এমূৰৰ পৰা সিমূৰলৈ সকলোৱে এক বাক্যৰে ইয়াৰ শ্ৰেষ্ঠতা স্বীকাৰ কৰে। ইয়াৰ আদেশ কেৱল যে জাতি আৰু ধৰ্মৰ নিমিত্তে নিৰ্দিষ্ট আছে, তেনে নহয়। ইয়াত শাসন, পালন, যুদ্ধ-বিগ্ৰহৰ আইন-কানুন আদিয়েও সুশৃংখলভাৱে খোদাৰ বিশেষ বাণীৰে মানুহ জাতিক শিক্ষা দিছে।"

ডিউক ডাব কোহৰেটে কৈছে—"কোৰ্আন প্ৰজাৰ নিমিত্তে নীতি আৰু সম্ৰাট নিমিত্তে ৰাজত্বৰ শৃংখলা।"

১৯২৫ চনৰ লণ্ডনৰ কোৱাৰ্টাৰ্লী ৰিভিউয়ে লিখিছে—"কোৰ্আনৰ ভাষা বিজুলীৰ দৰে চক্মকীয়া আৰু সূৰ্যৰ দৰে দীপ্তিময়।"

মিঃ গিবন (Gibon) চাহেবে লিখিছে—"কোৰ্আন ধৰ্ম সমাজ দেওৱানী, ফৌজদাৰী, বাণিজ্য, যুদ্ধ-বিগ্ৰহ আদি বিষয়ৰ আইন। কোৰ্আনৰ ধৰ্ম আশংকা নথকা ধৰ্ম।"

জন ডেভেনপোৰ্ট (John Devenport) চাহেবে লিখিছে—'কোৰ্আনে শিলক মাখন কৰে, জুইৰ পোৰাশক্তি নাইকিয়া কৰে। ই একমাত্ৰ সত্যস্বৰূপ

ঈশ্বৰৰ অস্তিত্ব ভালদৰে শিক্ষা দিয়ে। ই যি ধৰ্ম স্থাপন কৰিছে, সি সমুলি মলি নথকা একেশ্বৰবাদ। সেই বাবে কোৰ্আনৰ দৰে সৰ্বশ্ৰেষ্ঠ ধৰ্মপুথি জগতত আৰু নাই।"

জাৰ্মেনীৰ নামজ্বলা দাৰ্শনিক পণ্ডিত গেথি (Goethe) চাহেবে বৰ বিস্ময়াম্বিত হৈ কৈছে—"যিমানেই আমি কোৰ্আনৰ ওচৰ চাপো, ই সিমানেই আমাক দূৰলৈ নিয়ে অৰ্থাৎ যিমান দ'কৈ ভাবোঁ, সিমানেই সি ঢুকি নোপোৱা হয়। প্ৰথমে লোভ দেখুৱায়, পাচত আচৰিত কৰে আৰু অন্তত তৃপ্তিকৰ বিস্ময়ৰ সাগৰত পেলাই দিয়ে।"

আল্লাহ্ তাআলাই নিজে কৈছে—

وَإِنْ كُنْتُمْ فِي رَيْبٍ مِمَّا نَزَّلْنَا عَلَى عَبْدِنَا فَأْتُوا بِسُورَةٍ مِنْ مِثْلِهِ *

অৰ্থাৎ মই নিজে মোৰ দাসলৈ (মোহম্মদলৈ) যি পঠাই দিছোঁ, তাত যদি তোমালোকৰ সন্দেহ হয়, তেন্তে তেনে দৰৰ এটি 'চুৰা' (অধ্যায়) তোমালোকে উলিউৱা।

Encyclopaedia Britannicaত আছে—The Quran is "the most widely read book in existence."

মাদ্ৰাজৰ এম. ভেন্‌কাটা ৰত্নমে (M. Venkata Ratnam) লিখিছে—

"That it (Quran) is truly a remarkable book in the Religion History of the world cannot but be admitted by both the believers and the non-believers alike. In the first place, it is the only Holy Book whose author is definitely known, and whosr date of production can likewise be definitely fixed. Its genuineness and authenticity can never be called in question by friend or foc."**

বিলাতৰ বিখ্যাত বক্তা Edmund Burke চাহেবে তেওঁৰ

---

** কোৰআন—চুৰা বকৰ, ২৩ আয়ত।*

*** "An Essay on Islam."*

'Impeachment of Warren Hasting' বক্তৃতাত কৈছে—"The Mahomedan law (Quran) is binding upon all, from the crowned head to the meanest subject; it is a law interwoven with a system of the wisest, the most learned, and the most enlightened jueispudence that ever existed in the world."

অৰ্থাৎ মুছলমানৰ আইন (কোৰ্‌আন) মুকুটধাৰী সম্ৰাটৰ পৰা অতি সামান্য প্ৰজালৈকে সকলোৱে মান্য কৰিবলৈ বাধ্য। ইয়াত এনে জ্ঞান ও পাণ্ডিত্যপূৰ্ণ আৰু অতি উন্নত নীতিবিলাক আছে যে, এনে ব্যৱস্থা শাস্ত্ৰ জগতত আৰু পোৱা নেযায়।

Marmaduke Pickthal চাহেবে লিখিছে—"The Quran is the miracle to which Muhammad himself so often appealed as proof of his Divine mission, and a miracle indeed it seems.For the Prophet, thougt cultured, was illiterate, and there is no reasonable room for boudt that a large part at any rate of that strange flood of eloquence so purely seen came to him in states of trance. The book is like no other book on earth. It remains a wonder of the world."

অৰ্থাৎ কোৰ্‌আন এটা অলৌকিক বস্তু। মোহম্মদে নিজেই তেখেতৰ দৈব-ব্ৰতৰ প্ৰমাণস্বৰূপ দোৱাই দোৱাই ইয়ালৈ মানুহৰ দৃষ্টি আকৰ্ষণ কৰিছিল। দৰাচলতে, ই অলৌকিক বস্তু বুলি অনুমান হয়—কাৰণ, যদিওবা তেখেত শিক্ষিত কিন্তু নিৰক্ষৰ আছিল। নিশ্চয় সেই বাগ্মিতা-ধলৰ অধিকাংশ তেখেতৰ সমাধি অৱস্থাত আহিছিল। এই গ্ৰন্থ জগতৰ আন কোনো গ্ৰন্থৰ নিচিনা নহয়। ই পৃথিৱীৰ এটা আশ্চৰ্য বস্তু হৈ থাকিব।

এই মহাগ্ৰন্থ আৰু ৰছুল-কৰিমৰ (দঃ) 'হদিছ' এই দুইকে মানি চলা মুছলমানৰ একান্ত কৰ্তব্য। 'হদিছ' বুজিবলৈ হ'লে বিদ্যা আৱশ্যক। যেতিয়ালৈকে খোদাক আৰু ৰছুলৰ প্ৰকৃতি, গুণ ও আচাৰ-ব্যৱহাৰবিলাক ভালকৈ বুজিব পৰা নেযায়, তেতিয়ালৈকে ধৰ্মলৈ মন আকৃষ্ট হ'ব নোৱাৰে। ৰছুল-কৰিমৰ (দঃ) জন্মৰে পৰা 'ওফাত' (মৃত্যু)লৈকে তেখেতৰ আচাৰ-ব্যৱহাৰ, ক্ৰিয়া-কলাপ সকলোবোৰ তন্ন-তন্নকৈ 'হদিছ' শ্বৰীফত আছে। এইবোৰ প্ৰত্যেক মুছলমানৰ জনা উচিত। কাৰণ, আল্লাই মানুহৰ মাজত তেখেতৰ

সকলো বিষয়তে আন সকলো মানুহৰ আদর্শ জগৎগুৰু কৰি পঠাইছে।

সেই কালত আৰব দেশত লিখা-পঢ়া শিক্ষাৰ কোনো ভাল দিহা নথকাত প্রায় মানুহে মুখে মুখেই শিক্ষা কৰিছিল; অলপ মানুহেহে লিখিব-পঢ়িব জানিছিল, কিন্তু তেওঁলোকৰ স্মৰণশক্তি বৰ চোকা থকা বাবেই কোৰ্‌আনৰ কোনো 'আয়ত' (শ্লোক) হজৰত জিব্রাইলৰ (আঃ) দ্বাৰা অৱতীর্ণ হ'লেই, প্রায় ছাহাবাই ৰছুল-কৰিমৰ (দঃ) মুখৰ পৰা শুনি, তাক কণ্ঠস্থ কৰি থয় আৰু ৰছুল-কৰিমেও (দঃ) নিজেই কোনো লিখকৰ হতুৱাই খাজুৰ পাতত, ছাগলী ছালত, শিলৰ ফলিত বা আন বস্তুত লিখোৱাই হাফিজ*সকলৰ ওচৰত থৈ দিয়ে। এইদৰে কোৰ্‌আনৰ 'আয়ত' লিখা মানুহ প্রায় ৪২ জনমান** আছিল। এই স্বৰ্গীয় মহাগ্রন্থৰ তেতিয়াই যি 'আয়ত' অৱতীর্ণ হৈছিল, তাক তেতিয়াই ৰছুল-কৰিমে (দঃ) প্রত্যাদেশৰ দ্বাৰা জানি যি যি 'চুৰা'ত (অধ্যায়ত) আৰু যি যি ঠাইত ভুক্ত হ'ব লাগে তাতে, এজন লিখকৰ হতুৱাই, তেখেতৰ চকুৰ আগত§ শৃঙ্খলাবদ্ধ কৰি§§ লিখোৱাই থয়◆ আৰু সেই চুৰা-আয়ত বিন্যাস অনুসৰি হাফিজসকলেও কোৰ্‌আন কণ্ঠস্থ কৰে।

ৰছুল-কৰিমে (দঃ) তেখেতৰ জীৱিত কালত সকলো 'অহী' (স্বৰ্গীয় বাণী) গোটাই এটা সম্পর্ণ গ্রন্থৰ আকাৰত প্রকাশ কৰি যাব নোৱাৰিলে, কাৰণ তেখেতৰ অন্তিম কাললৈকে অহী আহি আছিল।

হজৰত আবুবকৰৰ খিলাফতৰ সময়ত সম্পূর্ণ কোৰ্‌আন এটা পুথিৰ আকাৰত আৱশ্যক হৈ পৰিল। তাতে আকৌ আক্‌ৰেবা ৰণত ১২০০ জন হাফিজ শ্বহীদ হ'ল।◆◆ এনে অৱস্থা দেখি, হজৰত ওমৰৰ অনুৰোধত আৰু তেওঁৰ পৰামর্শ অনুসৰি, হজৰত আবুবকৰে ঠাই ঠাই হৈ থকা লিখি থোৱা

---

*কোৰআন কণ্ঠস্থ কৰি ৰখা মানুহক 'হাফিজ' বোলে। 'হাফিজ' এটা সম্মানসূচক উপাধি। সেই বাবেই মুছলমানৰ মাজত অলেখ হাফিজ আছে।*

*** জেইদ, আবু বকৰ, ওমৰ, ওছমান, আলী, আব্দুল্লাহ-বেন্-ছাআদ, জোবেৰ-বেন্-আৱাম আদি আছিল।*

*§ (Introduction to Moir's Life of Mohannad, p. XXVIII.*

*§§ কোৰআন—চুৰা ফোৰকান, ৩২ আয়ত; চুৰা কিয়ামাহ, ১৭-১৮ আয়ত।*

*◆ আবু দাউদ, তিৰিমিজি, আহ্‌মদ।*

*◆◆ গ্রন্থকাৰে লিখা হজৰত আবু বকৰ ছিদ্দিকৰ জীৱনী চাওক।*

'অহী'বোৰ ততাতৈয়াকৈ গোটাই ৰছুল-কৰিমৰ (দঃ) বিন্যাস মতে সেইবোৰ নকল কৰোৱাই এটা সম্পূৰ্ণ গ্ৰন্থ আকাৰত প্ৰকাশ কৰি* নিজৰ হাতত ৰাখে। তেওঁৰ ওফাতৰ পাচত সেই মূল গ্ৰন্থখন হজৰত ওমৰৰ হাতলৈ আহে, তাৰ পাচত হজৰত ওছমানৰ হাতত পৰে।

হজৰত ওমৰৰ খিলাফতৰ সময়ত এই পুথিৰ নকল আৰব, শ্বাম আদি সকলো ঠাইতে বিয়পি পৰে। হজৰত ওছমান যেতিয়া খলিফা হ'ল, তেওঁ দেখিলে যে, কোনো কোনো নকল কোৰ্‌আনৰ দুটা-এটা 'আয়ত' আচল কোৰ্‌আনৰ লগত অমিল। সেই বাবে তেওঁ সকলো ঠাইৰ পৰা সকলো নকল কোৰ্‌আন অনাই চাই, ভুল নকল কোৰ্‌আনবোৰ পুৰি পেলোৱায় আৰু সেই চৰকাৰী মূল কোৰ্‌আনৰ পৰা মানুহ লগাই হজৰত আলীৰ তত্বাৱধানত বহুত কোৰ্‌আন নকল কৰোৱায়। এই শুদ্ধ চৰকাৰী নকল কোৰ্‌আনবোৰ সকলো ঠাইতে বিলাই দিয়ে।§

# বিদ্যা শিক্ষা

তেৰশ বছৰৰ আগেয়ে অৰ্থাৎ খৃষ্টীয় ষষ্ঠ শতিকাত, যি সময়ত আৰবৰ ধৰ্মজ্ঞান চৰ্চা সমূলি নাছিল, সেই সময়ত ৰছুল-কৰিমৰ (দঃ) আবিৰ্ভাৱ। তেখেত একেবাৰেই 'উম্মি' (অনক্ষৰ) আছিল। যদিওবা তেখেতে লিখা-পঢ়াৰ গোন্ধ-ভাপ সমূলি নেপালে, তথাপি অতি নামজ্বলা পণ্ডিতসকলে তেখেতৰ কথা-বতৰা আৰু বক্তৃতা শুনি তবধ খাইছিল। বিদ্যা শিক্ষা জ্ঞান উপাৰ্জ্জন কৰাটো তেখেতে 'এবাদত' (ঈশ্বৰ উপাসনা)তকৈও ওখ ঠাই দিছে। কোনো অনুন্নত জাতি উন্নতিৰ ওখ খাপলৈ উঠিব খুজিলে, সেই জাতিৰ মতা আৰু তিৰোতা দুয়ে শিক্ষাক প্ৰাণৰ প্ৰাণ আৰু জীৱনৰ জীৱন বুলি ভাবিব লাগে। সেই বাবেই ৰছুল-কৰিমে (দঃ) চিঞৰি চিঞৰি কৈ গৈছে—

طلب علم فريضة على كل مسلم و مسلمة

---

** ফট্‌হুল্ বাৰি, ৯ম ছোৱা, ১০ পিঠি।*

*§ গ্ৰন্থকাৰে লিখা হজৰত ওছমান জিন্নৰেইনৰ জীৱনী চাওক।*

অৰ্থাৎ প্ৰত্যেক মতা-তিৰোতাৰ ওপৰত বিদ্যা শিক্ষা কৰা 'ফৰজ' (অৱশ্য কৰ্তব্য)। তেখেতে আৰু কৈছে যে, বিদ্যা শিকিবলৈ যদি চীনৰ নিচিনা দূৰ দেশলৈকো যাব লাগে, তালৈকো যাবা; কাৰণ, বিদ্যা হৈছে আন্ধাৰৰ বন্তি, নিৰ্জনৰ বন্ধু, পৰকালৰ প্ৰকৃত সম্বল আৰু খোদাপ্ৰাপ্তিৰ এটা মাথোন উপায়। বিদ্যাত বাজে কোনেও আত্মজ্ঞান লাভ কৰিব নোৱাৰে। যি নিজক চিনিব নোৱাৰে, সি খোদাক চিনিব কেনেকৈ? গতিকে এনে বিদ্যা লাভ কৰিব লাগে যাৰ দ্বাৰা মানুহে গোটেই জগতৰ কৰ্তাক জানিব পাৰে।

ঘোৰ আন্ধাৰত অসভ্য মূৰ্খ মানুহৰ মাজত জন্ম লৈও তেখেতৰ উদগনিতেই যে এশ বছৰৰ ভিতৰতে মুছলমানবিলাকে জ্ঞান-বিজ্ঞানৰ জগতত মুধা ফুটাইছিল আৰু পচিম আটলাণ্টিক মহাসাগৰ আৰু চীনৰ দেৱাললৈকে ইছলামৰ প্ৰভাৱ বিস্তাৰিত হৈছিল, সেইটো কোনেও নুই কৰিব নোৱাৰে। এফালে যেনেকৈ মুছলমানবিলাকৰ বিজয় নিচান দেশ-বিদেশে নানা কোঁঠৰ ওপৰত উৰি তেওঁলোকৰ বাহুবলৰ মহিমা ঘোষণা কৰিছিল, আন ফালেদি তেনেকৈ পণ্ডিতসকলৰ জ্ঞান-চৰ্চাৰ জেউতিয়ে ইউৰোপৰ ঘোৰ অন্ধকাৰ যুগৰ অন্ত পেলাই দৰ্শন বিজ্ঞান নানান ফল-ফুলেৰে শোভিত কৰি নতুন ভাব সুমুৱাই সদৌ জগতক স্তম্ভিত কৰিছিল। বৰ্তমান যি সভ্যতাৰ চিন ইউৰোপত দেখা গৈছে, সেইটো কেৱল মুছলমান সভ্যতা আৰু উন্নতিৰেই ছাঁ মাথোন। পাশ্চাত্য জগতত আজি যি কৰ্মৰ ৰণভেৰী বাজিছে আৰু কৰ্তব্য জ্ঞানত প্ৰাচ্য জাতি যেনে মতলীয়া হৈ উঠিছে, তাৰ গুৰিতে ইছলাম।

যি ধৰ্মৰ সত্যতাৰ ওপৰত স্থাপিত নহয়, তাৰ ভেটি কেতিয়াও শকত হ'ব নোৱাৰে—সেই ধৰ্ম বিজ্ঞানবিৰোধী। সকলো ধৰ্মগুৰুৰ মাজত পোন প্ৰথমে ৰছুল-কৰিমেই (দঃ) শিক্ষা দিছে যে, ধৰ্ম আৰু বিজ্ঞান বেলেগ বস্তু নহয়। ধৰ্মৰ সত্যতা প্ৰমাণ কৰিবলৈ হ'লে 'মনটিক' (Logic) শাস্ত্ৰৰ আৱশ্যকতা। যুক্তি আৰু তৰ্ক নহ'লে কোনো বিষয়ৰ মীমাংসা হ'ব নোৱাৰে।

মুছলমানৰ পৰাই যে ইউৰোপ সভ্যতাৰ পোহৰ পাইছিল, তাক The History of Saracens আৰু The Spirit of Islam এই পুথি দুখন পঢ়ি চালেই হ'ব। লৰ্ড এক্টন চাহেবে তেওঁৰ History of Freedom পুথিত লিখিছে—"জ্ঞান-বিজ্ঞান, বিবেক-বুদ্ধি আৰু সমাজ-নীতি পাশ্চাত্য জগতৰ পৰা লুপ্ত হৈ গৈছিল। পচিম দেশীয় শিক্ষকসকলে আৰব গুৰুসকলৰ পদ

তলত শিক্ষা লাভ কৰিয়েই জ্ঞান-বিজ্ঞান, বিবেক-বুদ্ধি আৰু সমাজ-নীতিৰ পুনৰ্জীৱন দিয়ে। মুছলমানবিলাকে বোগদাদ, চমৰকন্দ, কায়ৰো, ডামেস্কছ, কৰ্ডভা আদি কেন্দ্ৰত বিশ্ববিদ্যালয় আৰু পুথিৰ ভঁৰাল আদি স্থাপন কৰি জগতৰ লুপ্তপ্ৰায় জ্ঞান-বিজ্ঞানৰ উদ্ধাৰ কৰি জগতত যেনে যশস্যা লাভ কৰিছিল, তাৰ তুলনা আজিলৈকে নাই।" তেওঁলোকে বীজগণিত, জ্যোতিৰ্বিদ্যা, ত্ৰিকোণমিতি, খগোল-বিজ্ঞান, ভৈষজ্য শাস্ত্ৰ, ৰসায়ন শাস্ত্ৰ, অ্যচফিন্দী জ্যামিতি, গণিত, দৰ্শন, বায়ুতত্ত্ব (Metereology), অলোক বিজ্ঞান (Optics), আয়ুৰ্বেদশাস্ত্ৰ আদি প্ৰায় ২৫০ খন গ্ৰন্থ লিখি নিজৰ নাম জনমযুগীয়া কৰি গৈছে। জ্ঞানীপ্ৰবৰ আবু হাছানে দূৰদৰ্শন-যন্ত্ৰ আৰু মুছা জাফৰে (Geber) ৰসায়ন শাস্ত্ৰ আৱিষ্কাৰ কৰি জগতৰ নথৈ উপকাৰ কৰি গৈছে। জগদ্বিখ্যাত বু-আলীছিনা* (Avecena) কবিৰাজ কুলৰত্নক আৰু অল-ৰাজিৰ ৰসায়ন তত্ত্ববিতৰ্ক** কোনে নেজানে? ইছলামৰ শিক্ষানীতি গুণত বোগদাদাধিপতি মামুন, হাৰুণ, মনচুৰ; স্পেন প্ৰদেশাধিপতি আব্দুৰ ৰহমান; দিল্লীৰ সম্ৰাট আকবৰ আৰু আউৰেঙ্গজেবে জগতত সম্ৰাটসকলৰ শীৰ্ষস্থান অধিকাৰ কৰিছে। কিন্তু হায়! আজি সেই মুছলমান জাতিৰ এনে অধঃপতন কেলেই? ইয়াৰ প্ৰকৃত কাৰণ—ধৰ্মহীনতা আৰু চৰিত্ৰহীনতা। অসম্পূৰ্ণ শিক্ষাৰ পৰাই এই দুই দোষৰ উৎপত্তি।

যদিওবা আজি-কালি অসমৰ মুছলমান সমাজ শিক্ষাৰ ফালে অলপ আগ বাঢ়িছে যেন দেখা যায়, কিন্তু তিৰোতাসকলৰ বৰ্তমান অৱস্থা বৰ শোচনীয়। এই মাতৃ জাতিৰ বিদ্যা-শিক্ষাৰ বিষয়ে সমাজে সমূলি আওকাণ কৰিছে। মাতৃ জাতিৰ হিয়াত জ্ঞান-জেউতিয়ে পোহৰ দিব নোৱাৰিলে, তেনেকৈ আমিও এখন পাখী বা এটা চকাৰূপ পুৰুষ জাতি উন্নতি কৰি মুখেৰে আকাশভেদী আটাহ্ পাৰি ফুৰিলে গন্তব্য ঠাইলৈ যোৱা টান, যেতিয়ালৈকে স্ত্ৰী জাতি শিক্ষিতা নহয়। সেই বাবেই নবীকুল-শ্ৰেষ্ঠ হজৰত ৰছুল-কৰিমে (দঃ) মুছলিম স্ত্ৰী আৰু পুৰুষ দুইৰে বিদ্যা-শিক্ষা কৰাটো 'ফৰজ' (অৱশ্য কৰ্তব্য) কৰি গৈছে। প্ৰাথমিক যুগৰ মুছলিমসকলে ৰছুল-কৰিমৰ (দঃ) এই অমৃতবাণী প্ৰাণেৰে সৈতে গ্ৰহণ কৰিছিল বুলিয়েই, তেওঁলোক দিগ্বিজয়ী

---

* *Abu Ali Husayen-bin-Abdullah-bin-Sinha.*

** *আবু বকৰ মুহম্মদ-ইব্‌ন্‌-জেকেৰিয়া আৰ্ৰাজি।*

বিশ্ববৰণীয় বিৰাট বিশাল মহা জাতিৰূপে পৃথিবীৰ কেন্দ্ৰে কেন্দ্ৰে, বিশ্বৰ চুকে চুকে বিজয় নিচান উৰাই এক মহা ধৰ্ম-কৰ্ম ৰাজ্যৰ প্ৰতিষ্ঠা কৰিব পাৰিছিল। কিন্তু এতিয়া স্ত্ৰী শিক্ষাৰ কথা উঠিলেই 'শ্বৰিয়ত'ৰ (ধৰ্মৰ বিধানৰ) বান্ধনি ছিগি যায়! কিন্তু শ্বৰিয়তৰ বান্ধনি অটুট ৰাখি শিক্ষা লাভ কৰা নেযায় নে? হজৰত আয়েশ্বা, হজৰত ফাতিমা আদিয়ে বিদ্যা লাভ কৰা নাই নে? বিবি আয়েশ্বাই ধৰ্ম, সমাজ, আচাৰ-বিচাৰ সংক্ৰান্ত ডাঙৰ ডাঙৰ বিষয়বোৰ মীমাংসা কৰা নাই নে? বোখাৰী, মুছলিম, আবু দাউদ, তিৰমিজি, ইব্‌নে-মাজা, নেচায়ী আদি 'হাদিছ' পুথিবিলাক তেৰেঁই বৰ্ণিত 'হাদিছে'ৰে খুন্দখোৱা। তেওঁ এহেজাৰতকৈ বেছি 'হদিছ' বৰ্ণনা কৰি গৈছে। ৰছুল-কৰিমৰ (দঃ) প্ৰায় সকলো বিবি শিক্ষিতা আছিল। জোবেদা খাতুন, ৰেজিয়া, চাঁদ চুলতানা, নুৰজাহান, জেবুন্নিচা, গুলবদন, জাহান আৰা, মোমতাজ মহল, হামিদা বানু আদি নাৰী কুলেশ্বৰী জন্মি শিক্ষা-দীক্ষাত, জ্ঞানত, ৰাজনীতিত বুৰঞ্জীৰ পাত আজিলৈকে জিলিকাই থৈছে। কৰ্ডভাত যেতিয়া স্ত্ৰী শিক্ষাৰ উন্নতি হৈছিল, তেতিয়া তেওঁলোকে জানো শ্বৰিয়তৰ সীমাৰ বাহিৰলৈ গৈছিল? মাক হৈছে ল'ৰাৰ আদৰ্শ শিক্ষয়িত্ৰী। হজৰত বৰপীৰ চাহেবৰ মাহাত্ম্যৰ গুৰিতে তেওঁৰ মাকৰ শিক্ষা। ইছলামে শিক্ষা দিছে—

نِسَاؤُكُمْ حَرْثٌ لَّكُمْ *

অৰ্থাৎ স্ত্ৰী জাতি তোমালোকৰ খেত। যেনেকৈ খেতিয়কে খেতৰ সাৰ দি সকলো কৰিলে তাত ভাল শস্য জন্মোৱাৰ আশা কৰা যায়, তেনেকৈ স্ত্ৰী জাতিৰূপ মাটিক শিক্ষাৰূপ সাৰ দি সাৰুৱা কৰিব পাৰিলে, সুসন্তানৰ আশা কৰিব পাৰি। সেই নিমিত্তে মাক শিক্ষিতা নহ'লে, পুতেকৰ শিক্ষা লাভ কৰা টান। আলফ্ৰেদ-দি-গ্ৰেটৰ মাক যদি সুশিক্ষিতা নহ'লহেঁতেন, তেন্তে তেওঁ জানো তেতিয়াবা 'গ্ৰেট' অৰ্থাৎ 'মহৎ' এই ওখ বাব পালেহেঁতেন? জেমচ গাৰ্ফিল্ডিৰ মাক যদি শিক্ষিতা নহ'লহেঁতেন, তেন্তে তেওঁ জুপুৰী ঘৰত থাকি আমেৰিকাৰ হোৱাইট হাউছত সোমাব পাৰিলেহেঁতেন নে? যি দেশত শিক্ষিতা মাক আছে, সেই দেশ ধন্য। হজৰত আবু হোৰেৰাই বৰ্ণনা কৰিছে যে, ৰছুল-কৰিমে (দঃ) ফৰমাইছে—"যি তিৰোতাই তেওঁৰ গৰ্ভজাত তিনটি জীয়েকক

---

** কোৰআন—চুৰা বকৰ, ২২৩ আয়ত।*

শিক্ষা দিয়ে, তাৰ নিমিত্তে আল্লাৰ বাটত 'জেহাদ' (ধৰ্ম ৰণ)কাৰীৰ সমান পুণ্য হ'ব।" ইয়াৰ পৰা ফট্‌ফটীয়াকৈ জনা গৈছে যে, নিজৰ ছোৱালীক সুশিক্ষা দিয়া তিৰোতাৰ এটি বিশেষ কৰ্তব্য কাম। কিন্তু বিদ্যা শিক্ষা মানে অকল লিখা পঢ়া কৰা, স্কুল-কলেজত ভৰ্তি হৈ দুটামান বঙলা বা ইংৰাজী পুথিৰ পাত লুটিউৱাকে নুবুজায়। কিতাপ নপঢ়াকৈও দেখি-শুনি, ভাবি বিদ্যা উপাৰ্জন কৰিব বা জ্ঞান লভিব পাৰি। কিন্তু লিখিব-পঢ়িব জানিলে, জ্ঞান লাভত বহুত সহায়তা হয়।

## আত্মত্যাগ

নিজৰ সুখ-সম্পদলৈ আওকাণ কৰি, লোক সেৱাত নিজৰ জীৱন উৎসৰ্গ কৰাই হৈছে আধ্যাত্মিক উন্নতি। প্ৰকৃত সুখ-শান্তি লাহ-বিলাহত পোৱা নেযায়, ত্যাগেৰেহে ইয়াক পোৱা যায়। মানুহৰ সাধাৰণ ধাৰণা যে ত্যাগত আলৈ-বিলৈত বাজে আন একো নাই, কিন্তু এইটো মহা ভ্ৰম। ত্যাগেই হৈছে আত্মাৰ আহাৰ, ভোগ হৈছে ৰিপুৰ আহাৰ।

ইছলাম ত্যাগৰ ধৰ্ম। এই ত্যাগেই নিৰাশ্ৰয়ৰ আশ্ৰয়, ব্যথিতৰ সান্ত্বনা আৰু সুখ-শান্তি লভিবৰ এক মাথোন উপায়। এই ত্যাগ ধৰ্মৰ বীজ হিয়াত লৈ ৰছুল-কৰিম (দঃ) আবিৰ্ভূত হৈছিল। আনকি ওফাতৰ (মৃত্যুৰ) সময়তো তেখেতৰ পবিত্ৰ মুখত কেৱল "য়্যা উম্মতি, য়্যা উম্মতি," এই ফাঁকি কথা শুনা গৈছিল। সেইহে, তেখেতৰ মধুৰ জীৱনীয়ে আদিৰে পৰা অন্তলৈকে প্ৰত্যেক ঘটনাতে এই ত্যাগমন্ত্ৰৰ শিক্ষা দিছে—ত্যাগেই হৈছে ধৰ্ম, ত্যাগেই আছে সুখ, ত্যাগতেই আছে শান্তি, ত্যাগেই হৈছে মুক্তি লাভৰ ঘাই উপায়। আহা, কি আচৰিত! বিবি হেলিমাই তেখেতক বুকুত লৈ নিজৰ পিয়াহ খাবলৈ দিয়াতো, সেই ফুকলীয়া কালতে তেখেতে সোঁ ফালৰ স্তনটিহে চুহিলে, বাঁও ফালৰটি তেওঁৰ ল'ৰাৰ নিমিত্তে এৰি দিলে আৰু কেতিয়াও সেইটিত মুখকে নিদিলে। ত্যাগৰ এনে ভালেমান উদাহৰণ তেখেতৰ জীৱনীত আগেয়ে উল্লেখ কৰা হৈছে, সেইবোৰ দুনাই উল্লেখ কৰা অনাৱশ্যক।

ঘৰত চাকৰ নথকাত, তেখেতৰ জীয়েক বিবি ফাতিমাই নিজে আটা

পিছে, পানী আনে আৰু ঘৰৰ সকলোবোৰ কাম-কাজ নিজ হাতেৰে কৰে। এনে কৰোঁতে তেওঁৰ হাতত পানীজোলা ফুটি যায়। নিজৰ অৱস্থাৰ কথা জনাবলৈ তেওঁ ৰছুল-কৰিমৰ (দঃ) ওচৰলৈ কেইবা বেলি গৈও ক'ব নোৱাৰি উভতি আহে। এদিন হজৰত আলীয়ে ছেগ চাই তেওঁলোকৰ দুখৰ কথা জনালে আৰু জীয়েকৰ নিমিত্তে এজনী বান্দী খুজিলে। ৰহ্মতুল্লিল আলেমীনে ক'লে, "আছুহাবে ছুফ্ফা ফকীৰবিলাক এতিয়ালৈকে কষ্টত পৰি আছে, যেতিয়ালৈকে তেওঁলোকৰ আৰু বদৰ ৰণত শ্বহীদসকলৰ মাউৰা-মাউৰীবিলাকৰ অৱস্থা সুচল নহয়, তেতিয়ালৈকে মই আন কথালৈ মন-কাণ দিব নোৱাৰো।"*

এদিন এগৰাকী তিৰোতাই ৰছুল-কৰিমক (দঃ) এখন চাদৰ 'হাদিয়া' (বঁটা) স্বৰূপে দিলে আৰু তেখেতৰো সেই কাপোৰখন বৰ লাগতিয়াল আছিল। এজন মানুহে কাপোৰখন দেখি ক'লে—"আহা, কি সুন্দৰ চাদৰ!" তেখেতে শুনি দেখি চাদৰখন থিতাতে সেই মানুহজনক দি পেলালে।**

ভূসম্পত্তিৰ ভিতৰত আৰবত বাগিচাৰেই আদৰ। এদিন মাখাইৰিক নামেৰে এজন মানুহে সাতখন বাগিচা ৰছুল-কৰিমক (দঃ) দিছিল। বাগিচাৰ নাম—মাশ্বিব, চানিক্কা, দাল্লাল, হুচাইনি, বিৰক্কা, আ'ৱাফ আৰু মাশ্ৰাবা-উম্মি-ইব্ৰাহিম। তেখেতে দুখীয়া মানুহৰ মাজত এই গোটেই সম্পত্তি 'ৱাক্ফ্' কৰি দিলে অৰ্থাৎ দাতব্য কামত লগাই দিলে।§

এজন ছাহাবীৰ বিয়া হ'ল। বন্ধু-বান্ধৱক খুৱাবলৈ তেওঁৰ ঘৰত একো নাছিল। বিবি আয়েশ্বাৰ ঘৰত এথৈলা মাথোন আটা আছিল। এনে অৱস্থা দেখি ৰছুল-কৰিমে (দঃ) তেওঁক বিবি আয়েশ্বাৰ ওচৰলৈ পঠাই দিলে। গধূলি খাবলৈ ঘৰত এই আটাত বাজে একো নাছিলো, কিন্তু বিবিয়ে তাকে ছাহাবীজনক দি পঠালে।§§

বিবি আয়েশ্বাই এবাৰ এযোৰ খাৰু পিন্ধিছিল। তাকে দেখি ৰছুল-কৰিমে (দঃ) ক'লে, "মোহম্মদৰ বিবিয়ে ইয়াক পিন্ধা ভাল নহয়।" পাচত খাৰু আনক দান কৰি দিলে।

---

** আবু দাউদ।*

*** বোখাৰী।*

*§ ফট্হুইবাবি, ইছাবা।*

*§§ ইবনে-হাম্বলৰ মছ্নদ।*

এদিন গাফ্ফাৰ ফৈদৰ এজন মানুহ ৰছুল-কৰিমৰ (দঃ) ঘৰত আলহী হ'ল। অলপ ছাগলী গাখীৰত বাজে গধূলি খাবলৈ একো নাছিল। সেই আলহীজনক সেই গাখীৰ তেনেই দি, তেখেতে ৰাতিটো নিজে লঘোনে কটালে।*

এদিন ৰছুল-কৰিমৰ (দঃ) জীয়েক বিবি ফাতিমাই এডাল সোণৰ শিকলি পিন্ধিছিল। তাকে তেখেতে দেখি ক'লে, "এনে পাৰ্থিৱ জাক্‌জমক্ মই ভাল নেপাওঁ।" তেতিয়াই তেখেতৰ জীয়েকে সেইডাল বেচি পেলাই যি পালে, তাৰে এটা বন্দী কিনি আনি মুক্ত কৰি দিলে।

লোকৰ দুখ-কষ্ট দেখি ৰছুল-কৰিম (দঃ) বৰ বিচলিত হয় আৰু তেখেতৰ চকু ঢুল্‌ঢুলীয়া হৈ পৰে। তেখেতে শত্রু-মিত্র সকলোৰে সৈতে বিনীত আৰু সদয় ব্যৱহাৰ কৰিছিল। তেখেতৰ দৈনিক কামৰ মাজত উৎপীড়িত আৰু নৰিয়া মানুহৰ বিচাৰ-খোচৰ লোৱা, আৰু সান্ত্বনা ও সহানুভূতিৰে তেওঁলোকৰ মন চেঁচা কৰাও এটি বিশেষ কাম আছিল। এবাৰ খাব্বাৰ-বেন্-আৰাট নামেৰে এজন ছাহাবী ঘৰত নথকাত, তেওঁৰ ঘৰত কাম কৰা মানুহ নাছিল। ৰছুল-কৰিমে (দঃ) এই অৱস্থা দেখি নিতৌ তেওঁৰ ঘৰলৈ গৈ উটৰ গাখীৰ খীৰাই দিছিল। তেখেতে উপায়হীনা বাঁৰী আৰু নিঠৰুৱা মাউৰাৰ কাম কৰি, সিহঁতক সহায় কৰিছিল। এদিন এটা বন্দুৱে তেখেতৰ চোলাত ধৰি আজুৰি ক'লে, "মোৰ এটা সৰু কাম আছে, পাচলৈ পাহৰি যাব পাৰোঁ, আপুনি আহক, মোক সেই কামত সহায় কৰি দিয়কহি।" তেতিয়া তেখেতে 'জামাতেৰে' (দল বান্ধি) নামাজ পঢ়িব খুজিছিল। তেখেতে সেই 'জামাত' এৰি তাক সহায় কৰি, উভতি আহি নামাজ পঢ়িলে।**

তেখেতৰ লোভ সমূলি নাছিল। এদিন আবু জৰ্ৰৰ লগত কথা-বতৰা পাতি থকোঁতে তেখেতে কৈছিল, "আবু জৰ্ৰ! যদি ওহোদ পৰ্বতটো সোণ হৈ যায় আৰু তিনি ৰাতি সেই সোণ মোৰ ওচৰত পৰি থাকে, মই কেতিয়াও তাক নলওঁ।"§

অন্তিম কালত শোৱা পাটিত পৰি থাকোঁতে তেখেতৰ হঠাৎ মনত

---

** ইব্‌নে-হম্বলৰ মছ্নদ।*

*** বোখাৰী।*

*§ বোখাৰী—আল্‌ইন্ত্বি কৰা।*

পৰিল যে কেইটামান দেহ্ৰাম তেখেতৰ ঘৰত পৰি আছে। তেখেতে তেতিয়াই সেই মোহৰ কেইটা দান কৰি দিবলৈ দিহা দি ক'লে, "মোহম্মদে নিজৰ ঘৰত সোণ থৈ তেওঁৰ প্ৰভুৰ লগত সাক্ষাৎ কৰিবলৈ যোৱাটো অযুগুত।"

## বিশ্ব-ভ্ৰাতৃত্ব আৰু সাম্যভাব

বিশ্ব-ভ্ৰাতৃত্ব আৰু সাম্যভাব ইছলামৰ এটা বিশেষত্ব। ইয়াক পৃথিবীত পোন প্ৰথমে ৰছুল-কৰিমেই (দঃ) স্থাপন কৰে। "সকলোৰে প্ৰভু এক, সকলোৰে স্বাৰ্থ এক, সকলোৰে উদ্দেশ্য এক, সকলোৰে উপাস্য এক, সকলোৰে মন্ত্ৰ এক, সকলোৰে উপাসনাৰ ভাষা ও নিয়ম এক, ধৰ্ম-কৰ্ম এক, শাস্ত্ৰ এক, সকলোৱে সেই মহিমাময় মহাশান্তি নিকেতনলৈ যাব লাগিব।" কেনে ভ্ৰাতৃভাবৰ মন্ত্ৰ তেখেতে ফুঁৱালে, কেনে সাম্যৰ বাঁহী সদৌ আৰবত বজালে। সকলো ফৈদ, সকলো খেল এক হৈ গ'ল, গোটেই আৰবভূমি শান্তিময় হ'ল। ইটোৱে-সিটোক দেখা পালেই যুঁজিবলৈ আস্তিন আৰু নোকোঁচায়, ফাঁকৰ পৰা তৰোৱাল উলিওৱাৰ ঠাইত হ'ল 'আচ্ছালামু আলেইকুম' (তোমাৰ ওপৰত শান্তি হওক) আৰু তাৰ লগে লগে প্ৰণয়ৰ 'মোছাফাহা' (পৰস্পৰ হাত মিলোৱা), 'মোঅনেকা' (পৰস্পৰে বুকু লগাই মিলা)। কি মহা মিলন! এনে বিতোপন আৰু ওখ খাপৰ মিলন বিশ্বগুৰু ৰছুল-কৰিমত (দঃ) বাজে আন কোনে শিক্ষা দিব পাৰিছে? হজৰত ঈছাই বিশ্ব-ভ্ৰাতৃত্ব স্থাপন কৰিবলৈ চেষ্টা কৰিছিল হয়, কিন্তু সি কাৰ্যত পৰিণত নহৈ সপোনৰ দৰে হৈ থাকিল।

ইছলাম সাম্য, মৈত্ৰী আৰু বিশ্বজনীন ভ্ৰাতৃ প্ৰেমৰ আদৰ্শ ধৰ্ম। ইয়াৰ বিশ্ব ভ্ৰাতৃত্ব জগতত অনুপম। ই ধনী-নিৰ্ধনী, বগা-ক'লা, ডাঙৰ-সৰু সকলোৰে মাজত ভ্ৰাতৃভাব স্থাপন কৰি, সকলোকে একাকাৰ কৰি পেলালে। ইয়াৰ ছাঁৰ তলত জগতৰ সকলো জাতিয়ে সমানভাৱে জিৰাব পাৰে—ভৌগোলিক আৰু প্ৰাদেশিক বাদ-বিচাৰ নাই। আজানৰ ধ্বনি শুনিলেই দলে দলে মুছলমান মছজিদলৈ আহি একে শাৰীত থিয় হয়—তেতিয়া 'আমীৰ' কোন, 'গৰীব' কোন বুজিবৰ সাধ্য নাই। 'আমীৰ'ৰ ওচৰত 'গৰীব', 'গৰীব'ৰ পাচত 'আমীৰ'

থিয় দিছে। জাতি-বৰণ-বংশ-পদবিৰ ভেদে তাত ঠুটিয়াব নোবাৰে। ঘোৰ প্ৰাণৰ বৈৰীয়েও শত্ৰুতা পাহৰি শত্ৰুৱে শত্ৰুৰ গাত গা ঘঁহাই আৰু গিৰিহঁতে চাকৰৰ কান্দত কান্ধ লগাই, প্ৰবল প্ৰতাপী ৰাজমুকুটধাৰী বাদশ্বাহে ফটাকানি পিন্ধা কাঙাল প্ৰজাৰ গাত হেঁচা-হেঁচিকৈ এইদৰে নিতৌ পাঁচবাৰ নামাজত থিয় হ'ব লাগে। তেতিয়া শত্ৰুতাৰ ভাব, কৌলিন্যৰ গৰ্ব, পদ-মৰ্যাদাৰ ভেম, টকাৰ 'গৰমি' একো থাকিব নোবাৰে। এই বিশ্বভ্ৰাতৃত্বৰ পবিত্ৰ বান্ধনিত বান্ধখাই 'ইমাম'ৰ (আচাৰ্যৰ) এটা চিয়াৰতে 'আল্লাহু আকবৰ' ধ্বনিৰ লগে লগে হেজাৰ হেজাৰ মুছলমানে সেই 'গফুৰুৰ্ৰহিম' আল্লাহ্ তাআলাৰৰ উদ্দেশ্যত নিজৰ মূৰ মাটিত পেলাই, 'মহত্ব'ক বলি দি, হাতযোৰকৈ করুণাময়ৰ করুণা ভিক্ষা কৰে। মুকলি পথাৰত, উদাৰ আকাশৰূপ চন্দ্ৰতাপৰ তলত, ঈদ উৎসৱৰ দিনত, এই মিলন দৃশ্য কেনে পবিত্ৰ শান্তিপ্ৰদ আৰু চমৎকাৰ। কেনে মহান! 'হজ'ৰ দিনাখন আৰ্ফাতৰ পথাৰত য'ত সদৌ জগতৰ মুছলমান ভাতৃসকল থুপ খায়হি, এই দৃশ্য কেনে অতুলনীয় আৰু বৰ্ণনাতীত।

এই সাৰ্বজনীন উদাৰতাৰ বলতে মুছলমানবিলাকে বহু শতিকা জুৰি প্ৰায় সদৌ পৃথিবীৰ একচ্ছত্ৰাধিপতি সম্ৰাট আছিল, কিন্তু আজি প্ৰায় সকলো দেশ এখন এখনকৈ আমাৰ হাতৰ পৰা খহি গ'ল—কাৰণ, আমাৰ ভিতৰত সেই ধৰ্ম, সেই ভাব, সেই শিক্ষা, সেই দীক্ষা নাই।

Rev. C. F. Andrew পাদুৰী চাহেবে কৈছে—"A principle paralled in itself to that of the unity of God is the ideal of the brotherhood of Islam–brotherhood of every one who accepts the sacred name of God. The brotherhood in Islam pulls down racial and prejudices so mush so that up to the present no other religion has been able conquer and overcome. The moment when any one of whatever race, colour or nationality embraces Islam, that moment he is tanken into the brotherhood. He is taken into the brotherhood in the real sense .of the word."*

অৰ্থাৎ একখোদাবাদৰ অনুৰূপ মূলতন্ত্ৰই হৈছে ইছলাম ভ্ৰাতৃত্বৰ আদৰ্শ—আল্লাৰ পবিত্ৰ নাম গ্ৰহণকাৰী মাত্ৰেই ইটো-সিটোৰ ভাই। ইছলামৰ ভ্ৰাতৃত্বই

---

* *Mr. C. F. Andrew's Tribute to Islam–The Light, November 24, 1929.*

জাতিগত আৰু বৰণগত পূর্ব সংস্কাৰবিলাকক এনেদৰে ধ্বংস কৰে যে, আজিলৈকে আন কোনো ধৰ্মই তেনে জয় কৰিব পৰা নাই। যেই মুহূর্ততে কোনো এজন ইছলামত দীক্ষিত হয়, সেই মুহূর্ততে, তেওঁৰ জাতি বৰণ আৰু সমাজৰ বাদ-বিচাৰ নোহোৱাকৈ, তেওঁ আন মুছলমানবিলাকৰ ভাই হৈ পৰে। তেওঁক সঁচাকৈয়ে প্রকৃত ভাইৰ আসন দিয়া হয়।

মহাত্মা গান্ধীয়ে কি কৈছে শুনক—"Some one has said that Europeans in South Africa dread the advent of Islam–Islam that civilized Spain, Islam that took the torch-light to Morocco and preached to the world the Gospel of brotherhood. The Europeans of South Africa dread the advent of Islam, for they are afraid of the fact that if the native races embrace Islam, they mayclami equally with the which races, They may well dread it. If brotherhood is a sin, if it is equality of the colured races that they dread, them that dread is well-founded. For, I have seen that any Zulu embracing Christianity does not ipso facto come on a level with the Christians, whitst immediately he embraces Islam he drinks from the same cup and east from the same dish as a Mussalman. That is what they dread."*

সকলো মানুহ আল্লাৰ আগত সমান।

كَانَ النَّاسُ أُمَّةً وَّاحِدَةً**

—নিশ্চয় সকলো মানুহ এক সমাজৰ ভিতৰৰ। পচিমৰ আফ্রিকাবাসী নিগ্রো মুছলমান, পূবৰ চীনা মুছলমানৰ ককাই-ভাই; ইছলামৰ সীমাৰ ভিতৰলৈ আহিলেই, কি ইউৰোপৰ ফিৰিঙ্গী, কি জাপানৰ বৌদ্ধ, কি অসমৰ নগা-খামতি সকলোৰেই একে অধিকাৰ হয়। কিন্তু আন ধৰ্মাবলম্বীৰ মাজত, কার্য ক্ষেত্রত এনে ভ্রাতৃত্ব দেখিবলৈ পোৱা যাবনে? Carlyle চাহেবে লিখিছে—"Islam is the perfect equaliser" অর্থাৎ ইছলাম সম্পূর্ণ সাম্যবাদী

---

* *Mahatem Gandhi's tribute to Islam.–The Light, July 24, 1931.*

** *কোৰ্‌আন—চুৰা বকৰ, ২৩১ আয়ত।*

ধৰ্ম। খৃষ্টানৰ মাজত বগা-ক'লাৰ গিৰ্জা আৰু মৰিশালি বেলেগ বেলেগ। বগাৰ গিৰ্জাত, মৰিশালিত ক'লাৰ ঠাই নাই। যীচুৰ জন্ম এছিয়াত, এতিয়া ইউৰোপৰ অৱস্থা যেনে হৈ পৰিছে, যীচুৰ পুনৰাগমন হ'লে, তেওঁৰ ইউৰোপবাসী শিষ্যবিলাকে 'কালা আদমী' বুলি তেওঁৰ ওচৰ চাপেনে নেচাপে, সেই বিষয় সন্দেহজনক। Dr. H. W. Mereno চাহেবে ১৯২৮ চনৰ ১৭ জুন তাৰিখে কলিকতাৰ এলৰ্বাট হলত 'হজৰত মোহম্মদৰ জীৱনী আলোচনা' বিষয়ে যি বক্তৃতা দিছিল, তাত কৈছিল—"ইছলামে সকলোকে ভাই বুলি গ্ৰহণ কৰিবলৈ শিক্ষা দিছে। মানুহৰ দুখনি হাত, এখনি হাত আল্লাৰ ফাললৈ মেলি আৰু আনখনি মানুহৰ ফাললৈ মেলি জীৱনৰ বাটত চলাটোৱেই ইছলামৰ বিধান। পৃথিৱীৰ নানা জাতিক একতাৰ ডোলত বান্ধিবলৈ ইছলামে শিক্ষা দিছে, হজৰতৰ শিক্ষা সৰ্বশ্ৰেষ্ঠ।" কিন্তু এতিয়া ইছলামৰ সেই বিশ্বজনীন ভ্ৰাতৃত্ব সাম্য নীতি আৰু মহান উদাৰতা পাহৰি, মুছলমানে নানাৰূপে সংকীৰ্ণতাৰ আশ্ৰয় লৈছে। গতিকে নিজৰ মাজত একতাৰ জৰী ছিঙি দিনক দিনে নিঃকিন আৰু নিৰ্বলী হৈ পৰিছে। এই ছেগতে আন ধৰ্মাৱলম্বীয়েও ইছলামক ধ্বংস কৰি নিজৰ প্ৰাধান্য স্থাপন কৰিবলৈ উঠি-পৰি লাগিছে।

ইছলামত সকলো মানুহ সমান। ৰছুল-কৰিমে (দঃ) কৈছে—

أَنَا بَشَرٌ مِثْلُكُمْ *

অৰ্থাৎ মই কেৱল তোমালোকৰ নিচিনা এজন মানুহ। মই অৱতাৰ নহওঁ, আল্লাৰ পুতেক নহওঁ, ঐশ্বৰিক ক্ষমতা বা গুণ মোৰ বা আন ধৰ্মগুৰুৰ কাৰো নাই। তুমি সুন্দৰ পকী ঘৰত কোমল বিছনাত শুই বিজুলী বিচনীৰ বা' লৈ ৰাগিত লালকাল হৈ থাকিবা আৰু তোমাৰ ভাই এজনে ভগা টোকোৰা পঁজাত মাটিত শুই চকুলো টুকি কাল কটাব—ইছলামৰ চকুত ই বৰ অসহ্য। সেই বাবেই ইছলামে 'জাকাত' দিবলৈ হুকুম দিলে। তুমি যদি তোমাৰ ভাইক এই 'জাকাত' দি সহায় কৰিবলৈ পাচ হোঁহকা, তেন্তে তুমি ৰছুল-কৰিমৰ (দঃ) প্ৰকৃত ভক্ত নোহোবা। যীচু, বুদ্ধদেৱ নাইবা হজৰত মোহম্মদৰ (দঃ) শিষ্য বুলি পৰিচয় দিলেই তেখেতসকলৰ প্ৰকৃত শিষ্য হ'ব নোৱাৰি। তেওঁলোকৰ আদৰ্শ সমুখত ৰাখি যি লোকে নিজৰ জীৱন—অন্তৰ আৰু

---

* *কোৰআন—চুৰা কহফ, ১১০ আয়ত।*

বাহিৰ—তেওঁলোকৰেই প্ৰতিচ্ছবি কৰি তুলিছে, তেৱেঁই মহাপুৰুষসকলৰ প্ৰকৃত শিষ্য বা প্ৰকৃত মুছলিম। এনে ত্যাগৰ আৰ্দশ আন কোনো ধৰ্মত আছেনে?

প্ৰত্যেক পুৰণি ধৰ্মতে পৌৰোহিত্য প্ৰথা চলি আছে, কিন্তু ইছলামত নাই, ইও এটা ইছলামৰ বিশেষত্ব। 'একমেবাদ্বিতীয়ম' ৰব্বিল আ'লেমীনৰ উপাসনাৰ নিমিত্তে তেওঁৰেই মন্দিৰত সোমাবৰ অস্পৃশ্য জাতিৰ অধিকাৰ নাই। কিন্তু ইছলামত যোগ্যতা থাকিলে, প্ৰত্যেক মুছলমানেই ধৰ্মশাস্ত্ৰ পঢ়িব, পঢ়াব, ধৰ্ম প্ৰচাৰ কৰিব আৰু খোদাৰ ঘৰত সোমাই তেওঁৰ আগত নিজৰ আবেদন-নিবেদন জনাব পাৰে। ইয়াতো কাৰো হকা-বধা দিবৰ অধিকাৰ নাই।

ইছলামত দেশ ভেদ, বৰ্ণ ভেদ, বংশ ভেদ, ভাষা ভেদ নাইবা জাতি ভেদ একোৱেই নাই। সকলো শ্ৰেণীৰ মুছলমানে একেলগে বহি আহাৰ কৰিব পাৰে। তেনে কৰিলে কাৰো মান হানি নহয়। ঘৰৰ চাকৰে গিৰিহঁতৰ জীয়েকক বিয়া কৰিলে, তাৰ বাবে কাৰো কোনো শাস্তিৰ ব্যৱস্থা নাই। আজি যি গোলাম, কাইলৈ সি ৰজা, ৰাজচক্ৰৱৰ্তী হ'ব পাৰে। বখতীয়াৰ খিলজীৰ ক্ৰীতদাস কুতুবুদ্দিন দিল্লীৰ ৰাজপাটত বহোঁতে কোনো বাধা পৰা নাছিল। নিজেও ক্ৰীতদাস ছামচুদ্দিন আলতামাচৰ লগত নিজৰ সাদৰী আতোলতোল জীয়েকক বিয়া দিয়াত হোঁহকা-পিছলা নকৰিলে। এই আলতামাচৰ জীয়েক ৰেজিয়া দিল্লীৰ সম্ৰাজ্ঞী হৈছিল। গজনিৰ চুলতান মামুদৰ পুতেক চবক্তগিন আলিপ্তগিনৰ যুদ্ধবন্দী আছিল।

খৃষ্টানবিলাক জাকে জাকে আহি মুছলমানৰ গ্ৰাণাদা বিশ্ববিদ্যালয়ত শিক্ষ্য লাভ কৰি ভ্ৰাতৃভাবৰ প্ৰকৃত অৰ্থ বুজি মুছলমানক অনুকৰণ কৰিছিল, কিন্তু বিশ্বজনীন ভ্ৰাতৃত্ব আৰু সাম্যভাবৰ যি আদৰ্শ ইছলামত আছে তাক আজিলৈকে সম্পূৰ্ণৰূপে বুজিব পৰা নাই। ইছলামে সংকীৰ্ণ জাতীয়তা বা ভাবক কেতিয়াও প্ৰশ্ৰয় নিদিয়ে, কাৰণ ই সাৰ্বজনীন ধৰ্ম।

ইছলামত দাস-প্ৰভুৰ ভিতৰত কোনো ভেদ নাই, ধনী-নিৰ্ধনীৰ ভিতৰত কোনো ভেদ নাই। ইছলামৰ উদাৰ টিঙত উঠিলে সকলোকে সমান দেখা যায়—তেতিয়া কোন ওখ কোন চাপৰ, সমান-অসমান সকলো একাকাৰ হৈ পৰে।

ছোৱাদ-বেন্-ওমৰ নামেৰে এজন মানুহ এদিন ৰঙা-চঙা কাপোৰ পিন্ধি দেখি ৰছুল-কৰিমে (দঃ) তেওঁৰ পেটতে হাতৰ লাখুটিডালেৰে খোঁচ এটা মাৰিলে। ছোৱাদে তাতে বেজাৰ পালে। ৰছুল-কৰিমে (দঃ) তেতিয়াই তেখেতৰ পেটটো উলিয়াই তেওঁক খোচ মাৰিবলৈ ক'লে।

ইছলামত ৰজা-প্ৰজা সকলোৰেই আইনৰ চকুত সমান। হজৰত ওমৰৰ খিলাফতৰ কালত এজন জাবালা-এবনোল-আয়হাম নামেৰে গাচ্ছান সম্প্ৰদায়ৰ (Ghassanide) খৃষ্টান ৰজাই খলিফাৰ ওচৰত আহি ইছলামত দীক্ষিত হৈ 'হজ' কৰিবলৈ মক্কালৈ যায়। কা'বাত 'তোৱাফ' (প্ৰদক্ষিণ) কৰোঁতে, তেওঁৰ গাত ফেজাৰা সম্প্ৰদায়ৰ এজন সামান্য চহা মুছলমানৰ গা লাগিল। ইয়াতে বৰ খং কৰি জাবালাই সেই দুখীয়া মানুহজনক এটা চৰ মাৰিলে। সেই মানুহজনে সেই ৰজাৰ বিৰুদ্ধে হজৰত ওমৰৰ দৰবাৰত গোচৰ কৰে। জাবালাই সৰলভাৱে দোষ স্বীকাৰ কৰাত হুকুম হ'ল—"গুচৰীয়াই নিজে ক্ষমা নকৰিলে, ৰজায়ো তেওঁৰ হাতেৰে এটা চৰ খাব লাগিব।"

জাবালা—"মই ৰজা, সি এটা সামান্য চহা মানুহ।"

হজৰত ওমৰ—"যেতিয়া আপোনালোক দুয়ো মুছলমান, দুয়ো সমান।"

এই হুকুম শুনি ৰজাই এদিনৰ সময় ল'লে। পাচত অপমানৰ ভয়ত তেওঁ ৰাতিয়েই থৰ-কাছুটি এৰি নিজৰ দেশলৈ পলাই গ'ল আৰু ইছলাম এৰি হেম নগৰত গ্ৰীক সৈন্যৰ লগত মিলি মুছলিম সৈন্যৰ বিৰুদ্ধে থিয় হ'ল।

আচাৰ্য ছাৰ প্ৰফুল্ল চন্দ্ৰ ৰায়ে ১৯২৮ চনৰ ১৭ জুন তাৰিখে কলিকতাৰ এলবাট হলত 'হজৰত মোহম্মদৰ জীৱনী আলোচনা' বিষয়ে সভাপতি আসনৰ পৰা বক্তৃতা দিওঁতে কৈছিল—"মানব জাতিৰ ভিতৰত সাম্যভাব স্থাপন কৰাত ইছলাম ধৰ্মেই ক্ষমতা ৰাখে। ইছলামৰ বিশ্বজোৰা ভ্ৰাতৃত্বৰ নিমিত্তেই জগতৰ জাতিবিলাকে এই ধৰ্মৰ ছাঁত আশ্ৰয় লৈ থাকে; হিন্দুৰ ভিতৰত এনেকুৱা ভ্ৰাতৃভাবৰ বৰ অভাব। ইছলামৰ সৰলতা আৰু সাধাৰণ চাল-চলন অতি বিতোপন বস্তু। পূৰ্ববঙ্গত মুছলমানৰ সংখ্যা বঢ়াৰ এক মাথোন কাৰণ ইছলামৰ উদাৰতা; তৰোৱাল তাৰ কাৰণ নহয়।"*

---

* *'দৈনিক চুলতান' কাকত।*

# গণতন্ত্র

ইছলামৰ শিক্ষা আৰু সৌন্দর্যৰ বিষয়ে আলোচনা কৰিলে ভালকৈ বুজিব পাৰি যে, আজি-কালিৰ প্ৰজাতন্ত্ৰ শাসন (Democracy) তাৰেই ছাঁ মাথোন। বিশ্ব নবী মোহম্মদৰ (দঃ) মতে, একত্ব ভ্ৰাতৃত্ব সাম্য আৰু স্বাধীনতাইহে মানুহক মানুহ কৰিব পাৰে। তেখেতৰ শিক্ষা—স্বাধীনতা মানুহৰ জন্মগত অধিকাৰ; মানুহৰ মাজত জাতিগত আৰু সম্প্ৰদায়গত বিশেষ কোনো পাৰ্থক্য নাই; মানুহ বুলিলেই ইটো সিটোৰ ককাই-ভাই। এজন ধনী আৰু এজন ছালছিগা ইছলামৰ চকুত কোনো পাৰ্থক্য হ'ব নোৱাৰে; কাৰণ সিহঁত দুয়ো মানুহ, একে মূলৰ পৰা উৎপন্ন। আল্লাই মানুহৰ পদ-মৰ্যাদা, ধন-দৌলত, বংশ-গৌৰৱৰ ফালে লক্ষ্য নকৰে। আল্লাৰ বিধান মতে কোনো কাৰো গোলাম হ'ব নোৱাৰে। ইছলামৰ এই মূল নীতিৰ ওপৰতে ইছলামৰ শিক্ষা সৌন্দর্য চিৰ-প্ৰতিষ্ঠিত। কালক্ৰমে নবী-কৰিমৰ (দঃ) এই বাণী সদৌ জগতত বিয়পি মহান ইছলামৰ অতুল-কীৰ্তি ঘোষণা কৰিছে। ১৭৮৯ খৃষ্টাব্দৰ ফৰাচী ৰাষ্ট্ৰ বিপ্লৱৰ পৰা জগৎবাসীয়ে স্বাধীনতা, ভ্ৰাতৃত্ব আৰু সাম্যভাব—এই সাধাৰণ-তন্ত্ৰৰ মৌলিক বিষয়ৰ যি শিক্ষা পালে, সেইটো ১৩০০ বছৰৰ আগেয়ে যি শিক্ষা নিৰক্ষৰ ৰছুল-মকবুলে (দঃ) দিছিল, তাৰে অতি সামান্য প্ৰতিবিম্ব মাথোন। এই সম্বন্ধে Professor Lake চাহেবে লিখিছে—"এইটো অদ্ভুত কথা যে, যেতিয়া জগতৰ আন আন সকলো দেশ দাসত্বত ডুবি আছিল, তেতিয়া কেবল ইছলামেহে স্বাধীনতা, ভ্ৰাতৃত্ব আৰু সাম্য এই তিনিওটাৰ শিক্ষা দিয়ে আৰু নিজৰ দৃষ্টান্তৰে কাৰ্য ক্ষেত্ৰত দেখুৱায়। মোহম্মদ আৰু তেখেতৰ শিষ্যসকলেহে গণতন্ত্ৰক ওপৰ খাপলৈ অৰ্থাৎ সমাজতান্ত্ৰিকতালৈ উঠোতে সহায় কৰিছিল।

আজি মৰুভূমিৰ টটাৰি বালিৰ মাজত, পাহাৰ-পৰ্বতৰ ভিতৰত, আকাশত, বতাহত যি বাণী জাগি উঠিছে। সেই বাণীৰ প্ৰাণদাতা কোন? বিশ্ব জগতে ভালকৈ বুজিব পাৰিছে, আজি কোন তাৰ মুক্তিৰ বাট দেখুৱাওঁতা; আৰু কোন তাৰ ত্ৰাণকৰ্তা; কাৰ আবাহনত আজি প্ৰাচ্য আৰু প্ৰতীচ্যৰ চকু মেল খাইছে।

ইছলামৰ উপাসনা পদ্ধতিৰ ভিতৰতো এই গণতন্ত্ৰৰ অলপ আভাস পোৱা যায়। মানুহ একেলগে কিছুমানপৰ থাকিলে স্বভাৱতঃ সিহঁতৰ মাজত এটা চেনেহ, প্ৰীতি, ভক্তি আৰু শ্ৰদ্ধা আহি পৰে। সেইহে ইছলামে আদেশ দিছে যে, গাইগুটীয়াকৈ অকলশৰীয়াহৈ নামাজ নপঢ়ি 'জামাতেৰে' (দল বান্ধি) নামাজ পঢ়িব। এই একত্ব ভ্ৰাতৃত্ব সাম্যক চিৰ প্ৰতিষ্ঠিত কৰিবলৈ ইছলামে তাৰ উপাসনা পদ্ধতিৰ মাজেদি ইয়াক চিৰ উন্নত কৰি ৰাখিছে। ইছলাম যে কৰ্মময় ধৰ্ম আৰু ধৰ্মময় কৰ্ম ইয়াতে তাৰ জ্বলন্ত প্ৰমাণ পোৱা যায়। এই দৰে প্ৰত্যেক শুকুৰবাৰে জুম্মা নামাজত, প্ৰত্যেক বছৰত ঈদৰ নামাজত, জীৱনৰ ভিতৰত এবাৰ অনন্ত মুকলি নীলা আকাশৰ তলত, মুকলি আৰ্‌ফাত পথাৰত মুকলি হিয়াৰে ইটো-সিটোৱে মনৰ সকলো কুষাৰি পাহৰি ভাই ভাই বুলি ডিঙিত ধৰা-ধৰি, বুকুত বুকু দি মিলা-মিলি আৰু ভাবৰ আদান-প্ৰাদন কৰা হয়। বিশ্বৰ সকলো দেশৰ মুছলমানৰ লগত চিনা-চিনি হ'বলৈ, ভাই ভাই বুলি প্ৰাণে-প্ৰাণে মিলিবলৈ ইছলামে যেনে সোণাময় সুযোগ দিছে, তেনে সুযোগ কোনো যুগতে কোনো জাতিয়ে দেখুৱাব নোৱাৰে। বিশ্ব জগৎ। এবাৰ প্ৰাণ ভৰি চোৱা, ইছলামে কেনেকৈ জগতৰ সকলো মানুহকে আপোন কৰি ল'ব পাৰে। সদৌ বিশ্বক নিজৰ জন্মভূমিৰ দৰে সন্মান দিব পাৰে। ১৩০০ বছৰৰ আগেয়ে এজন উম্মি নবীয়ে যি প্ৰচাৰ কৰিছিল, তাৰেই প্ৰতিধ্বনি আজি কেউফালে ঘোষিত হৈ বিশ্ববাসীৰ কল্যাণ কামনা কৰিছে।

## তিৰোতা জাতি

মানৱ সৃষ্টিৰ আৰম্ভতেই এই বিশাল বিশ্বৰ স্ৰষ্টা খোদা তাআলাই জগতৰ আদি পিতা আৰু আদি মাতা—হজৰত আদম আৰু হজৰত হাৱা—এই মানৱ দম্পতিৰ সৃষ্টি কৰে। তেওঁলোকৰ মধুৰ মিলনৰ পৰাই মানৱ জাতিৰ পাৰ্থিৱ জীৱনৰ ভেটি কট্‌কটীয়া আৰু শকত হৈছে।

আল্লা তাআলাই নিজৰ মঙ্গল-ইচ্ছা চৰিতাৰ্থ কৰিবৰ নিমিত্তে মানুহক জগতৰ সকলো প্ৰাণীৰ মাজত শ্ৰেষ্ঠত্ব দিছে; আৰু মতা ও তিৰোতা, এই দুই

জাতিক লৈ গোটেই মানৱ সমাজ গঠন কৰিছে। পাৰ্থিৱ জীৱনত মতা-তিৰোতা দুয়ে দুইৰে নিত্য সঙ্গী—এজন আনজনৰ সহায়। কাৰণ, তিৰোতা নহ'লে মতাই, বা মতা নহ'লে তিৰোতাই, পাৰ্থিৱ জীৱনৰ পূৰ্ণতা কোনো মতে লাভ কৰিব নোৱাৰে।

স্বামী-স্ত্ৰীৰ মিলা-প্ৰীতিয়েই সাংসাৰিক সুখ-স্বচ্ছন্দতাৰ মূল। কালৰ লগে লগে এই স্বামী-স্ত্ৰীয়ে ক্ৰমে পিতৃ-মাতৃস্বৰূপে সংসাৰ বঢ়াই নিজৰ মৰম-চেনেহৰ সীমা বহলাই নিয়ে। এই দৰে স্বাৰ্থ-ত্যাগী হ'বলৈ দুয়ো শিক্ষা পায়।

"তাহানিয়েই খালে টেঙা, এতিয়াহে লাগিল তাৰ জেঙা।" বিহিস্তত (Eden Garden) মা হাৱাই (Eve) খোদাৰ হুকুম ভাঙি তেওঁৰ স্বামী হজৰত আদম (Adam) (আঃ)ক 'গন্দুম' (Forbidden Fruit) খুওৱাত তেওঁ দোষী; সেই বাবেই গোটেই তিৰোতা জাতিক আদিৰে পৰা সকলোৱে ঘৃণাৰ চকুৰে দেখি আহিছিল, প্ৰাণহীন জড় পদাৰ্থৰ দৰে ব্যৱহাৰ কৰিছিল আৰু অপবিত্ৰ বুলি ভাবি কোনো পবিত্ৰ থানত সোমাবলৈ নিদিছিল।

ধৰ্মৰ পাচত ধৰ্ম, সভ্যতাৰ পাচত সভ্যতা আহিয়েই আছিল, কিন্তু তিৰোতা জাতিৰ এই শোচনীয় অৱস্থালৈ কোনো মহাপুৰুষৰে কাণসাৰ নাছিল। বুৰঞ্জীয়ে সক্ষ্য দিছে যে, খৃঃ ৬ষ্ঠ শতিকাৰ শেহ ছোৱাত মাথোন এক ৰছুল-কৰিমেই (দঃ) জয়জয়তে সিবিলাকৰ অৱস্থালৈ মন-কাণ দি তেওঁলোকক ওখ আসনত বহুৱালে—পাক কোৰ্আনেই তাৰ প্ৰমাণ।

কোৰ্আন মজিদে কৈছে—

وَعَاشِرُوهُنَّ بِالْمَعْرُوفِ*

অৰ্থাৎ তিৰোতাবিলাকক ভাল ব্যৱহাৰ কৰিবা।

هُنَّ لِبَاسٌ لَكُمْ وَأَنْتُمْ لِبَاسٌ لَهُنَّ**

অৰ্থাৎ তোমালোকৰ তিৰোতাবিলাক তোমালোকৰ পোচাকৰ দৰে আৰু তোমালোকে তোমালোকৰ তিৰোতাবিলাকৰ পোচাকস্বৰূপ। স্ত্ৰী জাতিৰ প্ৰতি সম্মান দেখুৱা ইছলামৰ আৰু এটা বিশেষত্ব।

---

** কোৰ্আন—চুৰা নিচা, ১৯ আয়ত।*

*** কোৰ্আন—চুৰা বকৰ, ১৮৭ আয়ত।*

এজন বঙালী হিন্দু পণ্ডিতে লিখিছে—"কামিনী কাঞ্চনের সংশ্রবকে বিষবৎ জ্ঞান করিতে হইবে এবং সেই জন্য এই দিন রাত্রের বাঘিনী-ডাকিনী গুলির ত্রিসীমা ইহতে লক্ষ যোজন দূরে পলায়ন করিতে হইবে।" ইছলামে এই শিক্ষাৰ আৰু তিৰোতাৰ প্ৰতি এনে অমৰ্যাদাৰ সমৰ্থন নকৰে। ইছলামে তিৰোতাক দেৱীও নোবোলে দানৱীও নোবোলে। তিৰোতাক ভগৱতীৰ অংশাভূতাও নোবোলে, আকৌ তিৰোতা হোৱাৰ অপৰাধত নিজে 'শ্ৰী ভগৱানৰ বাণী' শুনাৰ অধিকাৰৰ পৰা তেওঁক চিৰকালৰ নিমিত্তে বঞ্চিত কৰিও নেৰাখে। ইছলামে কৈছে—"যেনেকৈ মতা শ্ৰীভগৱান নহয়, তেনেকৈ তিৰোতাও শ্ৰীভগৱতী নহয়। সিবিলাক দুয়ে সেই প্ৰেমময়, মঙ্গলময়, আৰু ইচ্ছাময় ৰহ্‌মানুৰ্ৰহিমৰ সমান আদৰৰ সৃষ্টি—তিৰোতাও পুৰুষৰ নিচিনা মানুহ। আল্লাই দিয়া উপকৰণবিলাক (faculty) সদ্ব্যবহাৰ কৰি এই মানৱ জাতিয়ে কল্পনাতীত ওখ টিঙত উঠিব পাৰে। সেই সম্বন্ধে মতা-তিৰোতা দুইৰে অৱস্থা অভিন্ন। পুৰুষ বুলি তেওঁৰ কোনো বিশেষ অধিকাৰ নাই আৰু তিৰোতা বুলি তেওঁৰ কোনো বিশেষ অযোগ্যতা বা নিকৃষ্টতা (disqualification) নাই।

স্ত্ৰীৰূপে তিৰোতাই ইছলামৰ আগত কিমান মৰ্যাদা আৰু অধিকাৰ লাভ কৰিছে, তাক ভালকৈ বুজিবলৈ হ'লে ভিন ভিন ধৰ্ম আৰু সমাজৰ মাজত প্ৰচলিত বিয়া-পদ্ধতি, ক্ৰিয়া-কাণ্ড, প্ৰচলিত সাধাৰণ প্ৰথা, শাস্ত্ৰীয় মন্ত্ৰাদি আৰু বিয়াত তিৰোতাৰ সন্মতি আৰু অনুমতি গ্ৰহণৰ বিধি-ব্যৱস্থা সম্বন্ধ, এই সকলোবোৰ পোনতে আলোচনা কৰা আৱশ্যক।

মানৱ সৃষ্টিৰ ইছলামৰ বুৰঞ্জীৰ পৰা দেখা যায়, সকলোতকৈ আগেয়ে হজৰত আদমৰ সৃষ্টি হয় তাৰ পাচত তেওঁৰ সঙ্গিনীস্বৰূপে হজৰত হাৱাৰ সৃষ্টি হয়। হজৰত আদমে মা হাৱাক দেখি যেতিয়াই তেওঁৰ ফালে হাত মেলিলে, তেতিয়াই খোদাৰ আদেশ হ'ল—"তিৰোতা তোমাৰ বিলাসৰ বস্তু নহয়। তেওঁক পাব খুজিলে, নিকাহ কৰি ধৰ্ম পত্নিৰূপে লাভ কৰা।" তেতিয়া হজৰত আদমে ইছলামৰ বিয়া-পদ্ধতি অনুসৰি 'দেনমোহৰ' দি সন্মানিত কৰি মুখেৰে ক'লে—"মই তোমাক জীৱন সঙ্গিনীৰূপে ল'ব খোজোঁ, যদি সন্মতি দান কৰা।" হজৰত হাৱায়ো আনন্দেৰে সন্মতি দান কৰিলত, হজৰত আদমৰ তেওঁৰ গাত হাত দিব পৰা অধিকাৰ লাভ কৰিলে। এনেকৈ 'দেনমোহৰ' দি মান ধৰা ব্যৱস্থা আন কোনো ধৰ্মত আছেনে?

বাদশ্বাহ জাহাঙ্গীৰ এজন প্ৰতাপী সম্ৰাট আৰু নিঠৰুৱা নুৰজাহান তেওঁৰ ভৰিৰ তলত; কিন্তু তথাপি সম্ৰাটে যিমান দিনলৈকে নুৰজাহানৰ সম্মতি গ্ৰহণ কৰিব নোৱাৰিছিল, সিমান দিনলৈকে তেওঁক তিৰোতাৰূপে লাভ কৰিব পৰা নাছিল, আৰু তিৰোতাৰূপে লাভ কৰাৰ পাচত যেতিয়া তেওঁৰ জ্ঞান গৰিমাৰ পৰিচয় পালে তেতিয়াই দুইৰে নামত ৰাজ-কাৰ্য চলাবলৈ ধৰিলে।

হিন্দু ধৰ্ম মতে স্বামী তিৰোতাৰ এজন উপাস্য—তিৰোতাই স্বামীৰ সেৱা কৰিলেই, 'ফৰজ' (অৱশ্য কৰ্তব্য) কামবোৰৰ পৰা নিষ্কৃতি লাভ কৰে। দেৱ-দেৱীৰ পূজা আজি বামুণেহে কৰিব, তাক বামুণীয়ে কৰিব নোৱাৰে। কিন্তু ইছলাম মতে ধৰ্মগত কামবোৰত যেনে অধিকাৰ মতাৰ আছে, তেনে তিৰোতাৰ আছে।

মহিমাময়ী তাপসী ৰাবেয়া বছৰী এগৰাকী কিনা বান্দী আছিল। তেওঁৰ খোদা প্ৰেম দেখি তেওঁৰ গিৰিহঁতে তেওঁক মুক্ত কৰি দিয়ে। তেওঁ মুক্ত হৈ এনে কঠোৰ সাধনাত মূৰ পাতি লাগি গ'ল যে, সেই কালত তেওঁ তাপসকুলৰ শিৰোমণি বুলি গণ্য হৈছিল। এনে উচ্চ আসনত আন ধৰ্মৰ কোন মহিলা অধিষ্ঠিত হৈছে? এনে মহিমাময়ী তিৰোতা আন কোনো ধৰ্মত দেখা পোৱা যায় নে? আনকি যি শাস্ত্ৰই তিৰোতাক আদ্যাশক্তি বোলে, সেই সমাজৰ মাজতো আজিলৈকে কোনো পৰমহংস তিৰোতাৰ কথা শুনিবলৈ পোৱা যায় নে? ইছলামত সাধনা আৰু আৰু সংযমৰ দ্বাৰা সামান্য তিৰোতাবিলাকে যেনে শীৰ্ষস্থান অধিকাৰ কৰিছে, তেনে জগতৰ আন কোনো ধৰ্মত কৰিব পৰা নাই। ইয়াৰ একমাত্ৰ কাৰণ—তেওঁলোকৰ ধৰ্ম আৰু সমাজ তেওঁলোকৰ প্ৰতিকূল।

পাক কোৰ্‌আনে কৈছে—

وَلَهُنَّ مِثْلُ الَّذِي عَلَيْهِنَّ بِالْمَعْرُوفِ*

অৰ্থাৎ ধৰ্মত যেনে, সাংসাৰিক আৰু সামাজিক কামতো তেনে মতা-তিৰোতা দুইৰে সমান অধিকাৰ। কিন্তু এইটো নবী-কৰিমৰ (দঃ) আগেয়ে কোনো জাতি বা সংস্কাৰকে স্বীকাৰ কৰা নাছিল আৰু এই কুৰি শতিকাতো বেছি ভাগ সভ্য জাতিয়ে আজিলৈকে স্বীকাৰ কৰা নাই। নানা কাৰণত পুৰুষতকৈ

* কোৰ্‌আন—চুৰা বকৰ, ২২৮ আয়ত।

তিৰোতাৰ কায়িক শক্তি কম, সেই বাবে তিৰোতাক সকলো কামতে অগ্ৰগণী কৰা হোৱা নাই, এই মাথোন প্ৰভেদ।

সংসাৰ জীৱনৰ প্ৰথমতে হৈছে বিদ্যা শিক্ষা। ইছলামে কৈছে—"প্ৰত্যেক মতা-তিৰোতাৰ ওপৰত বিদ্যা শিক্ষা কৰা 'ফৰজ' (অৱশ্য কৰ্তব্য)।"

ইয়াৰ পৰা বুজা যায় যে, মতাৰ যেনে বিদ্যা শিক্ষা কৰাৰ অধিকাৰ আছে, তিৰোতাৰো তেনে অধিকাৰ আছে। এই বিদ্যাৰ বলতে হজৰত আয়েশ্বা ছিদ্দিকাই ধৰ্ম আৰু সমাজ সংক্ৰান্ত ডাঙৰ ডাঙৰ বিষয়বোৰ মীমাংসা কৰিছিল। বুৰঞ্জীয়ে সাক্ষ্য দিছে যে, ৰাজ্যলোভী মহব্বত খাঁই এদিন সম্ৰাট জাহাঙ্গীৰক অৰক্ষিত অৱস্থাত পাই বন্দী কৰে। সেইদিনা তেওঁৰ বেগম নুৰজাহানে অতুল বীৰত্ব আৰু কৌশলেৰে সম্ৰাটক উদ্ধাৰ কৰি মহব্বত খাঁক বন্দী কৰিছিল। এনে মৰ সাহস, এনে অতুলনীয় বীৰত্ব, এনে কৌশল জগতৰ আন কোনো ধৰ্মৰ মহিলাই দেখুৱাব পাৰিছে নে? আন কোনো ধৰ্মই তিৰোতাক এনে শিক্ষা দিয়াৰ অধিকাৰ দিয়া নাই। মালেকা নুৰজাহানৰ বিজ্ঞানৰ দানো জগতৰ এটা অতুল কীৰ্তি। আজি যে আমি সকলো ধৰ্ম-কৰ্মত গোলাপ পানী ব্যৱহাৰ কৰোঁ, তাকো নুৰজাহানেই আবিষ্কাৰ কৰিছিল। সৌ যে মক্কাৰ মৰু বুকুৰ ওপৰত 'নহৰ জোবেদী' নামেৰে নিৰ্মল পানীৰ জুৰি বৈ আছে, সেইটো শ্বাহনশ্বাহ হাৰুণ-আল্-ৰছিদৰ সহধৰ্মিণী মালেকা জোবেদা খাতুনৰেই কীৰ্তি। মৰুভূমিৰ বুকুত কেতিয়াও পানী থাকিব নোৱাৰে আৰু আজিলৈকে কোনো বিজ্ঞানবিদে তাক কৰিব পৰা নাই; কিন্তু মালেকা এনে বিদ্যাৱতী আছিল যে, তেওঁ নিজ হাতেৰে কাম নকৰিলেও, তেওঁৰ নক্সা (plan) আৰু উপদেশ অনুসৰি কাম কৰাত, সেই অসম্ভৱ সম্ভৱত পৰিণত হ'ল। এইবোৰৰ পৰাই বুজা যায় যে, ইছলামত তিৰোতা জাতি কেনে সন্মানৰ পাত্ৰী আৰু ইছলামে তিৰোতাৰ কীৰ্তি-কলাপ কেনেদৰে ৰক্ষা কৰে।

মতা-তিৰোতা, মুখেৰে আৰু কামেৰে, দুয়ে দুইকে স্বামী বা তিৰোতা বুলি স্বীকাৰ কৰিলেহে দুইৰে ওপৰত দুইৰে অধিকাৰ জন্মে। কিন্তু হিন্দু ধৰ্ম মতে তিৰোতাই নিজ ইচ্ছাৰে মতাক স্বামী বুলি স্বীকাৰ কৰক বা নকৰক, এজনে তিৰোতাজনীক সম্প্ৰদান কৰিলে আৰু মতাজনে চন্দ্ৰ-সূৰ্য-ধৰ্ম ইত্যাদিক সাক্ষী কৰি সেই তিৰোতাজনীক আজীৱন পোহ-পালৰ অঙ্গীকাৰ কৰি গ্ৰহণ কৰিলেই, তেওঁ স্বামী হৈ গ'ল। স্বামী যিমানেই অত্যাচাৰী হওক এৰা-এৰি

হোবাৰ আৰু কোনো উপায় নাই। স্বামীৰ সেৱা নকৰিলেই তিৰোতা পোনেই নৰকগামী হ'ব।

জগতত ক'ত ৰকমৰ প্ৰেম কাহিনী শুনা যায় তাৰ লেখ-জোখ নাই; কিন্তু শ্বাহজাহান বাদশ্বাহে তাজমহল নিৰ্মাণ কৰি কেৱল প্ৰেমৰ নিদৰ্শনকে যে দেখুৱালে এনে নহয়, তাৰ লগে লগে তিৰোতা সন্মানৰ যেনে অমূল্য কীৰ্তি স্থাপন কৰিছে, তেনে কোনেও আজিলৈকে কৰা নাই। তিৰোতাৰ মৃত্যুৰ পাচত এনে চিৰস্মৰণীয় স্মৃতিস্তম্ভ স্বামীয়ে স্থাপন কৰা জগতত এয়ে প্ৰথম।

তিৰোতা মতাৰ সঙ্গিনী, সহকৰ্মিণী আৰু সকলো বিষয়ত সমান অধিকাৰিণী। মতাৰ যেনে তিৰোতাৰ ওপৰত দাবি আৰু অধিকাৰ আছে, তিৰোতাৰো তেনে মত্যৰ ওপৰত দাবি আৰু অধিকাৰ আছে। মতাৰ যেনে 'তালাক' দিয়াৰ অধিকাৰ আছে, মতা পাপচাৰী হ'লে তিৰোতায়ো তেনে 'তালাক' ল'ব পাৰে।* বৰলাৰ যেনে পুনৰ বিয়া কৰাৰ অধিকাৰ আছে, বাঁৰীৰো পুনৰ বিয়া কৰাৰ অধিকাৰ আছে। পুতেকে যেনেকৈ পৈত্ৰিক সম্পত্তিৰ এটা নিৰ্দিষ্ট ভাগ পায়, তেনেকৈ স্বামীৰ সম্পত্তিত তিৰোতাৰ ভাগটো আছেই, 'দেন্‌মোহৰ' বুলিও স্বামীৰ পৰা তিৰোতাই আৰু এটা ভাগ পায়।

وَلِلنِّسَاءِ نَصِيبٌ مِّمَّا تَرَكَ الْوَالِدَانِ وَالْأَ
قْرَبُونَ مِمَّا قَلَّ مِنْهُ أَوْ كَثُرَ *

অৰ্থাৎ ল'ৰাই যেনেকৈ বাপেক-মাকৰ সম্পত্তিৰ এটা নিৰ্দিষ্ট ভাগ পায়, তেনেকৈ ছোৱালীয়েও এটা নিৰ্দিষ্ট ভাগ পায়। এইদৰে তিৰোতা জাতিৰ উত্তৰাধিকাৰিত্বৰ স্বত্ব প্ৰথমে আৰবতেই প্ৰচলিত হয়।

ইছলামে কেঁচুৱা মাইকী ছোৱালী বধ প্ৰথা একেবাৰেই উঠাই দিয়ে; 'তালাক' (স্ত্ৰী বৰ্জন) সম্বন্ধে বিশেষ কটকটীয়া নিয়ম কৰি দিয়ে; আৰু তিৰোতাবিলাকৰ ব্যৱহাৰ, সাজ-পাৰ আদিৰ উন্নতিৰ সম্বন্ধে আৰু নৈতিক আৰু সামাজিক জীৱনৰ উন্নতিৰ বিশেষ নিয়ম কৰি দিয়ে; আৰু বাঁৰী

---

** কোৰ্‌আন—চুৰা বকৰ, ২২৯ আয়ত।*

** কোৰ্‌আন—চুৰা নিচা, ৭ আয়ত।*

তিৰোতাবিলাকে যাতে সিহঁতৰ স্বামীৰ সম্পত্তিৰ পৰা বঞ্চিত নহয়, তাৰ উপায় কৰি দিয়ে। কিন্তু হিন্দু ধৰ্মৰ বাঁৰী তিৰোতাই কেবল মাত্ৰ প্ৰাণ ধাৰণ উপযোগী অলপ অচৰপ আহাৰ্যহে পাবৰ অধিকাৰিণী হয়। হিন্দু মতে বাঁৰী হ'লেই অলঙ্কাৰাদি সোলোকাব যে লাগিবই, তাৰ উপৰি আকৌ জীয়াই থাকে মানে মূৰ খুৰাই ৰাখিব লাগিব, কোনো ৰকম সুখাদ্য খাব নোৱাৰিব, কোনো ভাল কাপোৰ বা সুগন্ধি বস্তু ব্যৱহাৰ কৰিব নোৱাৰিব আৰু মাছ-মাংস জীৱনত সমূলি চুব নোৱাৰিব, কোনো ৰকম বিয়া-বাৰুত বা ধৰ্ম অনুষ্ঠানত যোগ দিব নোৱাৰিব; কিন্তু ইছলাম ইয়াৰ ঘোৰ বিৰোধী। ইছলাম মতে তিৰোতা বাঁৰী হ'লে মাথোন দিনচেৰেকৰ নিমিত্তে গাৰ অলঙ্কাৰাদি সোলোকাই শোক কৰিব। আজীৱন এই ব্যৱস্থা ৰক্ষা কৰা-নকৰা তেওঁৰ ইচ্ছাধীন।

ৰছুল-কৰিমে (দঃ) কৈছে যে, সেই মানুহ উৎকৃষ্ট যি নিজৰ তিৰোতাৰ পক্ষে উৎকৃষ্ট। যি আৰবে তিৰোতা জাতিক অতিকৈ অনাদৰ কৰিছিল, তেওঁলোকেই তিৰোতাৰ দাবি-স্বত্বৰ সমৰ্থক হৈ তিৰোতাৰ মান ইমান বঢ়ালে যে, পৃথিৱীৰ ভিতৰত আগেয়ে কোনেও তেনে কৰা নাছিল।

ইয়াতে কেইটিমান ঘৰুৱা ঘটনা উনুকিয়াব খোজোঁ, কিয়নো এই ঘটনাবোৰৰ পৰা জানিব পাৰি ৰছুল-কৰিমে (দঃ) তিৰোতাসকলৰ প্ৰতি কেনে ব্যৱহাৰ কৰিছিল।

ৰছুল-কৰিমে (দঃ) ২৫ বছৰ অকল হজৰত খদিজাৰ লগতেই কটালে। সেই বিবিৰ ওফাতৰ পাচত তেখেতে সদায় তেওঁলৈ সুঁৱৰি চকুলো মচিছিল আৰু অন্তিম কাললৈকে তেওঁক পাহৰা নাছিল, আনকি তেওঁৰ আত্মীয় ও বন্ধুবিলাকৰো বুজ-বাজ লৈছিল আৰু তেওঁলোকলৈ 'হাদিয়া' (উপঢৌকন) আদি পঠিয়াই আছিল।

এদিন তেখেতে বিবি চাফিয়াই উটত উঠিব খুজিছে, কিন্তু উটটো বৰ ওখ। তাকে দেখি তেখেতে ওচৰ চাপি তেখেতৰ কৰঙন এটি পাতি দিলে আৰু বিবিয়ে তাতে ভৰি দি উটৰ ওপৰত উঠিল।

এদিন তেখেতে তেখেতৰ বিবি এগৰাকীৰ সৈতে উটত উঠি যাওঁতে উটটো পিছল খালে আৰু তেওঁলোক দুয়ো মাটিত বাগৰি পৰিল। আবু তাল্হা নামেৰে এজন ছাহাবীয়ে তেখেতক সহায় কৰিবলৈ অহা দেখি তেখেতে ক'লে, "মোক চুব নেলাগে, আগেয়ে অবলাক চোৱা।"

এদিন ঘৰত তিৰোতাবিলাকৰ মাজত বৰ খকা-খুন্দা লাগিল। বিবি আয়েশ্বা নিৰ্দোষী আছিল। পোনতে তেওঁ মনে মনে আছিল, কিন্তু সহিব নোৱাৰি পাচত মুখ খুলিলে। দ্বন্দ্ব দোপতদোপে চৰি গ'ল। ৰছুল-কৰিমে (দঃ) তেনে অৱস্থা দেখি নিতাল মাৰি মনে মনে এফালে বহি থাকিল। দ্বন্দ্ব মাৰ যোৱাত সকলো দিহা-দিহি গ'ল। তেতিয়া তেখেতে বিবি আয়েশ্বাৰ ঘৰলৈ গৈ তেওঁক ক'লে, "তোমাৰ গাত একো দায় নাছিল, সেই বাবে যেতিয়ালৈকে তুমি মনে মনে আছিলা, তেতিয়ালৈকে 'ফিৰিস্তা' (স্বৰ্গীয় দূত)সকলে তোমাৰ ফলীয়া হৈ উত্তৰ দিছিল; কিন্তু যেতিয়াই তুমি মুখ মেলিলা, তেতিয়াই তেওঁলোক গুচি গ'ল।" বিবিয়ে মনত কষ্ট পাই বুলি এনেদৰে শিক্ষা দিলে।

ৰছুল-কৰিমে (দঃ) সকলো বিবিকে সমান চকুৰে দেখিছিল। পালপাতি সকলোকে দেখা কৰিছিল। আনকি নৰিয়া হৈ পৰি থাকোঁতেও এই নিয়ম নেভাঙি বাহনেৰে তেওঁলোকৰ ঘৰলৈ গৈছিল। ছাহাবাসকলৰ নিষেধ মতে মাথোন অন্তিম কালৰ কেইদিনহে এই নিয়ম পালন কৰা নাছিল।

এদিন তৰোৱাল খেলা হাবচী (Abyssinian) এদল মদিনালৈ আহি মছজিদৰ ওচৰতে খেলা আৰম্ভ কৰিলে। বিবি আয়েশ্বাই তামাচা চাবলৈ হুতাহ্ কৰাত, ৰছুল-কৰিমে (দঃ) দুৱাৰ মুখত থিয় হ'ল আৰু বিবিয়ে তেখেতৰ পাচ ফালৰ পৰা কান্ধৰ ওপৰেদি হেঁপাহ পলুৱাই তামাচা চালে।

ৰছুল-কৰিমে (দঃ) নিজৰ বিবিসকলৰ লগত ধেমালিও কৰিছিল। এবাৰ তেখেতে বিবি আয়েশ্বাৰ লগত অৰিয়া-অৰি কৰি দৌৰাত বিবি জিকিল। তাৰ ভালেমান দিনৰ পাচত আকৌ দুয়ে সেইদৰে দৌৰিলে। এইবাৰ তেখেত জিকিল। তেতিয়া তেখেতে ক'লে, "ভাল, আয়েশ্বা। এতিয়া আমি দুয়ো সমান হ'লো।"

## বাঁৰী বিয়া

এজন মতা বৰলা হ'লে তেওঁ নিজৰ ভোগ-বিলাসৰ নিমিত্তে ততালিকে এজনী তিৰোতা আনি সুখেৰে সংসাৰ কটাব পাৰিব; কিন্তু এজনী তিৰোতা বাঁৰী হ'লে তেওঁ চিৰকাললৈ দাম্পত্য সুখৰ পৰা বঞ্চিত আৰু অকলশৰীয়া

হৈ সংসাৰৰ নানা আলৈ-বিলৈ ভুগি লাঞ্ছিত জীৱন কটাব লাগিব—ইছলাম এনে অন্যায়ৰ ঘোৰ বিৰোধী। ৰছুল-কৰিমৰ (দঃ) আবিৰ্ভাৱৰ পূৰ্বে আৰবত বাঁৰীৰ অৱস্থা বৰ ঘৃণনীয় আছিল। তাতে আকৌ যোৱা মহাৰণৰ পাচৰ পৰা ইউৰোপত বাঁৰীৰ সংখ্যা অতিপাতকৈ বেছি হৈ সিহঁতৰ যেনে শোচনীয় অৱস্থা হৈ পৰিছে, আৰবতো ৬ষ্ঠ শতিকাত ৰণত বহুত মতা মৰাত, বাঁৰীৰ সংখ্যা বহুত বেছি হৈ, সিহঁতৰো হুবহু তেনে অৱস্থা হৈ পৰিছিল। এই উপায়হীনা নিৰাশ্ৰয়া বাঁৰীবিলাকক 'গুণাহ' (পাপৰ) পৰা ৰক্ষা কৰিবৰ আৰু আশ্ৰয় দিবৰ নিমিত্তে তেখেতে ঘোষণা কৰি দিলে যে, বৰলাৰ দৰে বাঁৰীয়েও দ্বিতীয় স্বামী ল'ব পাৰে। আৰু তেখেতে নিজেই পোন প্ৰথমে বাঁৰী বিয়া কৰি তাৰ উদাহৰণ দি দেখুৱালে। তেতিয়াৰে পৰা আৰবত বাঁৰীক ঘিণাবলৈ এৰিলে। যি ধৰ্মাৱলম্বীৰ মাজত এই প্ৰথা নাই, তেওঁলোকে বিষম ফল ভুগি, এতিয়াহে তাৰ প্ৰয়োজনীয়তা বুজি, ইছলামক অনুকৰণ কৰি ইয়াক তেওঁলোকৰ মাজত প্ৰচলিত কৰিবলৈ অহোপুৰুষাৰ্থ কৰিছে।*

## বহু-বিয়া

ইছলামৰ আগেয়ে এজন পুৰুষে ভেঁৰা-ছাগলীৰ দৰে বিনা চৰ্তে যিমান পাৰে সিমান তিৰোতা, আনকি আৰবত বাই-ভনী আৰু মহী মাককো অবাধে ৰাখিছিল। তেনেকৈ বহু তিৰোতা ৰখাটো গৌৰৱৰ বিষয় আছিল। এই প্ৰথা অতীজ কালৰে পৰা হেলাৰঙে পৃথিৱীত চলি আছিল। হজৰত ইয়াকুব (আঃ) (Jacob), হজৰত চুলেমান (আঃ) (Solomon), হজৰত দাউদ (আঃ) (David), হজৰত ইব্ৰাহিম (আঃ) (Abraham), হজৰত মুছা (আঃ) (Moses), শ্ৰীকৃষ্ণ+ আৰু জুৰষ্টাৰ (Zoroaster) আদি অনেক মহাপুৰুষে বহু-বিয়া কৰি গৈছে। তৌৰাত, ইঞ্জিল আৰু চহিফাত বহু-বিবাহ নিষিদ্ধ হোৱাৰ কোনো প্ৰমাণ নাই। উদাসীন যীছুৱে এই বিষয় একো ন'কৈ নিতাল

---

** লাহোৰ বিধবা বিবাহ সহায়ক সভাৰ সম্পাদকৰ পৰা জনা গৈছে যে ১৯২৫ চনৰ ১লা জানুৱাৰীৰ পৰা ৩১ মাৰ্চলৈকে সদৌ ভাৰতবৰ্ষত ৭৫৩ গৰাকী হিন্দু বিধৱাৰ বিয়া হৈছে।*

*+ শ্ৰীকৃষ্ণৰ ৮ গৰাকী ঘাই তিৰোতাত বাজে ১৬,০০০ গৰাকী তিৰোতা আছিল।*

মাৰি থাকিল। কিন্তু দুশ বছৰৰ আগেয়ে বহু-বিবাহ প্ৰথা খৃষ্টান জগতত চলি আছিল। আৰবত বহু-বিবাহ কৰা ডাঙৰীয়াৰ চিন আছিল। খৃষ্টানৰ মাজত একে-বিয়া প্ৰথা ৰোম সম্ৰাট যষ্টিনিয়ানৰ (Justinian) সময়ৰ পৰাহে চলিছে।

অনেক সময়ত বহু-বিবাহ আৱশ্যক হৈ পৰে। ল'ৰা-ছোৱালী নহ'লে ঘৰ একেবাৰে মৰিশালিৰ নিচিনা হয়। প্ৰথম তিৰোতাজনী কাঠ-বাঁজী বা চিৰৰুগীয়া হ'লে, দুনাই বিয়া কৰা নিতান্ত দৰকাৰ—কাৰণ, সন্তান নহ'লে সংসাৰ-সুখ অসম্পূৰ্ণ। ভাৰতবৰ্ষত মুছলমানৰ মাজত প্ৰায় মানুহে আৱশ্যক হ'লে আৰু প্ৰথম তিৰোতাই অনুমতি দিলেহে দ্বিতীয় বিয়া হয়। তিৰোতাৰ সংখ্যা মতাতকৈ বেছি হ'লে, পাপৰ পৰা ৰক্ষা পাবলৈ বহু-বিবাহ কৰা সঙ্গত। এতিয়া মহাৰণৰ পাচত ইউৰোপৰ* বহুত ঠাইত মতাতকৈ তিৰোতাৰ সংখ্যা ছগুণ বেছি হোৱাৰ বাবেই তাত ব্যভিচাৰৰ সোঁত যেনেদৰে বৈছে, তাক সকলোৱে জানে। এই অবলাবিলাকক পাপৰ পৰা ৰক্ষা কৰিবৰ নিমিত্তে বহু-বিবাহত বাজে আন কোনো প্ৰতিকাৰ হ'ব নোৱাৰে, এই কথা তাত এতিয়াহে বুজিব পাৰিছে। ইউৰোপৰ খৃষ্টান সমাজত বহু-বিবাহ প্ৰচাৰ—সেই বিশ্বৰথীৰ, বিশ্ব-চালনাৰ নিয়ম অতি সোনকালে প্ৰচলিত নহৈ থাকিব নোৱাৰে। তাকে যদি নহয়, সমাজত হৰেক ৰমক বেমেজালি, স্বেচ্ছাচাৰিতা ও নীতিহীনতাই খোপনি পুতিব, আৰু ইউৰোপীয় সমাজ অনন্তকালৰ নিমিত্তে কলঙ্কিত হ'ব। গতিকে, জগতত ইছলামী শিক্ষা বিস্তাৰ হোৱাটো বিশ্বনিয়ন্তাৰেই যে ইচ্ছা সেইটো একেবাৰে প্ৰমাণিত হৈছে। অবিবাহিতা হৈ থকাত অনেক পাপৰ ভয় থাকে আৰু তেনে জীৱনো অস্বাভাৱিক। খৃষ্টান বা আন আন জাতিৰ মাজত বহু-বিবাহ প্ৰথা বৰ্তমান নচলিলেও, অবৈধভাৱে তিৰোতা ৰখা ঘৃণনীয় প্ৰথা চলিয়েই আছে। জাৰজ সন্তান হোৱা আৰু সমাজৰ আগত মাকৰ অপমান আৰু লাজ পোৱাৰ বিষয়ত ধৰ্মই বা সভ্যতাই কিবা দিহা কৰিছেনে? মুছলিম ভূমি আজি এই পাপৰ পৰা সম্পূৰ্ণৰূপে মুক্ত। সন্তানৰ কি দোষ যে, জহৰা হোৱাৰ বাবে পৈত্ৰিক সম্পত্তিৰ পৰা বঞ্চিত হয়। ইংলণ্ড আদি ঠাইত আজিকালি এনে জহৰা সন্তানৰ সংখ্যাই নাই। তাৰ নাম দিছে 'War Babies' (যুদ্ধ সন্তান)। তাত এই অবৈধভাৱে বহু তিৰোতা গমন প্ৰথা হেলাৰঙে চলিয়েই আছে। এনে দুৰ্ভাগ্যগ্ৰস্তা অবলাবিলাকক এনে লাজ আৰু অপমানত

* *অকল গ্ৰেট ব্ৰিটেইনতে পুৰুষতকৈ তিৰোতাৰ সংখ্যা ১৯,১৮,৯৬৪ বেছি।*

নেপেলাই বেশ্য বা ভ্রষ্টা নাম নিদি, ঘৰৰ আৰু ঘৈণীৰ পদত বৰণ কৰিলে কি দোষ আছে?

এক বিয়া মানুহৰ এটা স্বাভাৱিক আহাৰ, অনিবাৰ্য প্ৰয়োজন। বহু-বিয়া মৰিয়াৰ অৱস্থা বুজি এটা দৰব। যেনেকৈ দৰব মাত্ৰেই প্ৰায় মুখৰোচক নহয়, তেনেকৈ বহু-বিয়াও তিতা-কেহা বা অতৃপ্তিকৰ হ'ব পাৰে; কিন্তু নৰিয়া পৰিলে তিতাই হওক কি মিঠাই হওক দৰব খাবই লাগিব।

ইছলামৰ আগেয়ে বহু-বিয়া প্ৰথাৰ শৃংখলতা নাছিল। কোনো বিবেচনা নকৰি বিনা চৰ্তত যেয়ে যিমান পাৰে তিৰোতা ৰাখিছিল; কিন্তু কোনো সংস্কাৰকেই এই বিষয়ে চিন্তা কৰা নাছিল। 'উম্মি' ৰছুল-কৰিমেই (দঃ) জয়জয়তে ভাবী প্ৰয়োজনীয়তালৈ লক্ষ্য কৰি সকলো বেমেজালি গুচাই, তাৰ সীমা কট্‌কটীয়াকৈ বান্ধি দিলে। একে সময়তে চাৰিজনতকৈ বেছি তিৰোতা বিয়া কৰা নিষিদ্ধ, আৰু কঠোৰ নিয়ম কৰি দিলে যে, যদিওবা চাৰিজনীতলৈকে বিশেষ আৱশ্যক হ'লে নিকাহ কৰিব পাৰি, কিন্তু কেউজনীকৈ একে চকুৰে চাব লাগিব আৰু একে ব্যৱহাৰ কৰিব লাগিব, তাকে নোৱাৰিলে এজনীতকৈ বেছি তিৰোতা বিয়া কৰা নিষিদ্ধ।* তাৰ অৰ্থ হৈছে বিশেষ যদি দৰকাৰ হয়, তেহে এজনীতকৈ বেছি বিয়া কৰিব পাৰি, কিন্তু চাৰিজনীতকৈ বেছি কেতিয়াও নহয় আৰু কেইওজনীকে সমান ব্যৱহাৰ কৰিব লাগিব। কেইওজনীকে একে ব্যৱহাৰ আৰু চেনেহ কৰা অসম্ভৱ, সেই দেখি এজনীতকৈ পৰাপক্ষত বেছি বিয়া কৰিব নেলাগে। এনেবিলাক টান চৰ্ত থকাত, ইছলাম জগতত এগৰাকীতকৈ বেছি তিৰোতা বিয়া কৰাৰ অবাধ প্ৰচলন নাই।

মানুহৰ এনে অৱস্থাও কেতিয়াবা হয় যে, স্বাস্থ্যৰ নিমিত্তে মতা তিৰোতা বেলেগ শয্যাত শুব লাগে, যেনে মাহেকীয়া ঋতু হ'লে, গৰ্ভ ধাৰণ কৰিলে আৰু প্ৰসৱান্তত কেই মাহমানলৈ। মাকৰ আৰু কেঁচুৱা ল'ৰা স্বাস্থ্যৰ নিমিত্তে একেলগে শোৱাটো ইছলামে নিষেধ কৰিছে। এনে অৱস্থাত স্বাস্থ্য ৰক্ষাৰ নিয়ম ভঙাতকৈ দ্বিতীয় তিৰোতা বিয়া কৰালে একো দোষ নাই। প্ৰশ্ন হ'ব পাৰে যে, যদি মতাই এজনীতকৈ বেছি তিৰোতা ৰাখিব পাৰে, তেন্তে তিৰোতাই নো কেলেই এজনতকৈ বেছি মতা নেৰাখিব? এই প্ৰশ্নৰ উত্তৰ অলপ গমি চালেই জানিব পাৰি। তিৰোতাই বহু মতা ৰাখিলে বহুত হানি আছে। প্ৰথমতে,

* *কোৰ্‌আন—চুৰা নিচা, ৩ আয়ত।*

মতাই মতাই কিলা-কিলি কৰাৰ বাট মুকলি হ'ব আৰু দাম্পত্য সুখৰ ঠাইত নৰকাগ্নি জ্বলিব। গৰ্ভ হ'লে সন্তানক পোহ-পাল দিয়াৰ দায়িত্ব কোনটো মতাৰ ওপৰত পৰিব, তাক নিৰ্ণয় কৰা টান হ'ব; কাৰণ বহু পতিত্ব প্ৰথা হ'লে ল'ৰাৰ বাপেক নো কোন ঠিক কৰিব নোৱাৰি। সকলো ৰকমৰ ৰতিজৰোগ, যেনে উপদংশ প্ৰমেহ আদি বেমাৰ প্ৰায় বহু মতা গমনৰ পৰাই হয়। হিমালয় পৰ্বতৰ বহুত পৰ্বতীয়া জাতিৰ মাজত বহু পতিৰ প্ৰথা আছে বুলিয়েই সেই ঠাইত ৰতিজৰোগ বেছি। ৰাজনৈতিক সামাজিক বান্ধনিৰে ভিন ভিন দলক একে গোট কৰিবলৈ আৰু নিঃসহায়া বাঁৰীৰ দুৰৱস্থালৈ লক্ষ্য কৰি আৰু আন বিশেষ কাৰণত ৰছুল-কৰিমে (দঃ) নিজেই কেইবাগৰাকী বিবি বিয়া কৰিছিল। কিন্তু এগৰাকীত বাজে কেইওগৰাকী বাঁৰী, ইচ্ছা কৰা হ'লে কেইওগৰাকী কুমাৰীকে আনিব পাৰিলেহেঁতেন। বাঁৰী কেইওগৰাকী বয়সিয়াল, এওঁলোক প্ৰায় সকলোৰে সাংসাৰিক গৃহ ধৰ্ম পালন কৰাৰ বয়স উকলি গৈছিল। জগৎগুৰুৱে নিজৰ উদাহৰণেৰে কাৰ্য ক্ষেত্ৰত দেখুৱালে, কেনেকৈ তেওঁলোকক সমানে ব্যৱহাৰ কৰিব লাগে আৰু আপচু এলাইজাবৰী তিৰোতাৰো মতাৰ ওপৰত সমান স্বত্ব আছে। তেখেতৰ কোনো এগৰাকী বিবিয়েও কোনো পক্ষপাতিত্ব কৰিছে বুলি আঁসোৱাহ তেখেতৰ বিৰুদ্ধে কেতিয়াও উলিওৱা নাছিল। তেখেত বৰ সংযমী আছিল, অনেক সময়ত ৰোজা ৰাখি ভোকে-লঘোনে থাকি দিন কটাইছিল। পোন প্ৰথমে ভৰ ডেকাকালত ২৫ বছৰ বয়সত, ৪০ বছৰীয়া বুঢ়ী বাঁৰী এগৰাকীকহে তেখেতে বিয়া কৰিছিল। আৰু ২৫ বছৰ সেই বাঁৰীকে সহধৰ্মিণীৰূপে লৈ গৃহবাস কৰি পৰিতুষ্ট আছিল। সেই বিবি খদিজাতুল-কোব্‌ৰা, তেওঁ ৬৫ বছৰ বয়সত 'ইন্তেকাল' পায় (মৃত্যু হয়)। তাৰ পাচতহে সময়ে সময়ে তেখেতে বাকী কেইগৰাকীক বিয়া কৰে।

## বন্দী-বেটী

তিৰোতা জাতিৰ দৰে বন্দী-বেটীৰো অৱস্থা বৰ শোচনীয় আছিল। ৰছুল-কৰিমৰ (দঃ) আগেয়ে, কোনো মহাপুৰুষে বন্দী-বেটীৰ অৱস্থালৈ মন-কাণ দিয়া নাছিল। আনকি, খৃষ্টান দেশবিলাকত অতীজৰে পৰা বন্দী-বেটীৰ বেহা-বেপাৰ খৃঃ ১৮৫০ চনলৈকে চলি আছিল। যুদ্ধ বন্দীত বাজে, সকলো

ৰকমৰ গোলাম প্ৰথা পোন প্ৰথমতে ৰছুল-কৰিমে (দঃ) তুলি দিয়ে।* যুদ্ধ-বন্দীক ককাই-ভাইৰ দৰে পৰিয়ালৰ ভিতৰত এটা অঙ্গ বুলি ভাবি ল'বলৈ শিক্ষা দিলে। সেইহে 'আজাদী' (মুক্ত) গোলাম হজৰত বিলাল, ছালমান, ছাহিব আদিয়ে কোৰেচ চৰ্দাৰৰ আসন পাইছিল আৰু আজিলৈকে মুছলমান মাত্ৰেই তেওঁলোকৰ নাম অতি ভক্তি আৰু সন্মানেৰে লয়। ইছলামত আজি যি গোলাম আছে, কাইলৈ ৰাজমুকুটধাৰী বাদশ্বহ হ'ব পাৰে—ইয়াৰ উদাহৰণ জগতত বিদ্যমান।

এজন মানুহ ৰছুল-কৰিমৰ (দঃ) ওচৰলৈ আহি সুধিলে, "য়্যা ৰছুলুল্লাহ! কি কাম কৰিলে মই 'বিহিস্ত'ৰ (স্বৰ্গৰ) ওচৰ চাপিব আৰু 'দোজখৰ'ৰ (নৰকৰ) জুইৰ পৰা ৰক্ষা পাব পাৰোঁ।" তেখেতে উত্তৰ দিলে—"গোলাম এটিক খালাচ কৰি দিয়া আৰু যুদ্ধ বন্দী এটিক তাৰ মুক্তিপণ দি কিনি আনি খালাচ কৰি দিয়া।"* ৰছুল-কৰিমে (দঃ) কৈছে, "যেয়ে এজন মুছলিম গোলামক মুক্ত কৰি দিয়ে, সেই গোলামৰ গাৰ প্ৰত্যেক অঙ্গৰ সলনি, আল্লাহ তাআলাই তেওঁৰ গাৰ প্ৰত্যেক অঙ্গকে নৰকাগ্নিৰ পৰা ৰক্ষা কৰিব।"§

তেখেতে আৰু কৈছে—"গোলাম মুক্ত কৰাতকৈ আল্লাহ তাআলাই ভাল পোৱা কাম আৰু নাই।" তেখেতে ৰাজহুৱা ধন-ভঁৰালৰ পৰাও টকা দি গোলাম কিনি মুক্তিৰ বিধি কৰি দাসত্ব প্ৰথাৰ গুৰিত কুঠাৰ মাৰিলে।

## বদান্যতা

ৰছুল-কৰিম (দঃ) বৰ 'চাখাৱত' (বদান্য) আছিল। ৰণত যি মাল-বস্তু পায়, তাৰে পাঁচ ভাগৰ এভাগ তেখেতৰ। এই ভাগ তেখেতৰ আদেশ অনুসৰি, 'বয়তুল মাল'ত (Public Treasury) দুখীয়া, এতীম (মাউৰা), ৰুগীয়া

---

** The Spirit of Islam. p.262. কোৰআন—চুৰা আনফাল, ৬৭ আয়ত; চুৰা বকৰ, ১৭৭ আয়ত; চুৰা বাৰাআত, ৬০ আয়ত; চুৰা নুৰ, ৩৩ আয়ত।*

** বোখাৰী।*

*§ বোখাৰী।*

আদিৰ নিমিত্তে জমা থাকে। তেখেতে নিজৰ খৰচৰ কাৰণ সেই বস্তু কেতিয়াও নোছোৱে। তেখেতৰ হাতত দিনত যি ধন-বিত থাকে ৰাতি নৌ হওঁতেই দুখীয়াক দান কৰি দিয়ে, একোটিকে ৰাতিটোলৈ থাকিবলৈ নিদিয়ে। দৈনিক খৰচৰ নিমিত্তে যিমান লাগে, সিমানহে হাতত ৰাখে আৰু যি বস্তু আটাইতকৈ সস্তা আৰু সহজে পোৱা যায়, যেনে খাজুৰ, যৱধান তাকেহে তেখেতে নিজৰ নিমিত্তে আনে। যেয়ে যিহকে খোজে, তাকে তাক দিব খোজে। বছৰেকৰ নিমিত্তে খাবলৈ যি শস্য ৰখে, মগনিয়াৰ খোজনিয়াৰ আহিলে তাৰে পৰা দি পেলায়, নিজৰ ফালে এফেৰাও মন নকৰে। এনে দানশীলতাৰ বাবে তেখেত সদায় ধৰুৱা হৈ থাকে, আনকি তেখেতৰ 'ওফাত'ৰ (মৃত্যুৰ) সময়ত, তেখেতৰ জাখৰটি ৪০ সেৰ ঘেহুৰ সলনি সৌঁতা দিয়া আছিল। এবাৰ বাহৰেণ প্ৰদেশৰ পৰা ৯০,০০০ দেৰ্হাম (আৰবী মুদ্ৰা) খাজনা আহিছিল। তেখেতে তাঁলৈ ভ্ৰূক্ষেপ নকৰি হুকুম দিলে যে, মছজিদৰ চোতালত থৈ দে। নামাজৰ পৰা আহৰি হৈ তেখেতে গোটেই খাজনাৰ টকা বিলাই দিলে আৰু তেখেত উদং হাতে ঘৰলৈ গ'ল।* তাৰ পিচত এটা মগনিয়া আহিলত তেখেতে ক'লে, "মোৰ হাতত এটা ফুটা কৰিও নাই। বাৰু, মই তোমাক ধাৰ কৰি যি পাৰোঁ আনি দিম, পাচে সেই ধাৰ শুজিম।" হজৰত ওমৰে ক'লে—"য়্যা ৰছুলুল্লাহ! আপোনাৰ শক্তিৰ বাজে আল্লাই দিবলৈ কোৱা নাই।" ৰছুল-কৰিমে (দঃ) এই কথা শুনি মুখ আমোলাই পেলালে। তেতিয়া মগনিয়াটোৱে ক'লে, "আপুনি এইদৰে দান কৰি থাকক, আল্লাই আপোনাক কেতিয়াও দুখীয়া নকৰে।" তেতিয়া তেখেতে হাঁহি পেলালে।§

এবাৰ ফিদাকৰ পৰা ৪টা উট শস্যৰ বোজাৰে সৈতে আহিল। ৰছুল-কৰিমে (দঃ) গধূলিলৈকে এই শস্যবোৰ বিলোৱা অন্ত কৰিব নোৱাৰি ওৰে ৰাতি মছজিদতে থাকিল, বিলোৱা অন্ত পৰাতহে পুৱা ঘৰলৈ গ'ল।

এদিন ৰছুল-কৰিম (দঃ) মছজিদত বহি আছে, এনে সময়ত এটি ছোৱালীয়ে তেখেতৰ কাপোৰ আঁজুৰিবলৈ ধৰিলেহি। তেখেতে ছোৱালীটিৰ লগে লগে গৈ দেখিলে যে, এটা ঘৰত এজন নৰিয়া বিছনাত পৰি ছট্‌ফটাই

---

*বোখাৰী—আলকিস্‌মা।*

*§ মুছলিম।*

আছে। নবিয়াই ক'লে—"য়্যা ৰছুলুল্লাহ! মই আজি কেইবাদিনমান লঘোনে আছোঁ দেখি, আপোনাৰ পৰা সহায় পাম বুলি আশা কৰি, এই ছোৱালীটিক পঠাইছিলো।" সেই সময়ত তেখেত নিজেই অভাৱগ্ৰস্ত আছিল। তথাপি তেখেতৰ হিয়া পমি গ'ল। তেখেতে তেতিয়াই এটা দোকানীৰ ওচৰলৈ গৈ অলপ যৱ কালিয়নে খুজিলে। দোকানীয়ে কালিয়নে দিবলৈ অমান্তি হ'ল। তেখেতে ক'লে, "ভাই, মই তোমাৰ যৱ পিহি দিওঁ তাৰ বেচস্বৰূপ যি হয় দিবা।" দোকানীয়ে তাত মান্তি হোৱাত, তেখেতে যৱ পিহি যি পালে তাকে নবিয়াক দি আহিল।

এদিন এটা মগনিয়াৰে তাৰ দুখ-কষ্টৰ কথা ৰছুল-কৰিমক (দঃ) কোৱাত তেখেতে তাক ইমানবোৰ ছাগলী আৰু ভেঁৰা দিলে যে, সি তবধ মানিলে। পাচে সি নিজৰ ফৈদৰ মাজত গৈ ক'লে যে, ৰছুল-কৰিমে (দঃ) নিজৰ পেটলৈ নেচাই তাক সেইবোৰ দান কৰি দিলে। এই কথা শুনি তাৰ গোটেই ফৈদটোৱে ইছলাম গ্ৰহণ কৰিলে।*

ৰছুল-কৰিমে (দঃ) তেখেতৰ যি আছিলমানে সকলোবোৰ আল্লাৰ 'ৰাহত' (বাটত) উছর্গি দিছিল। তেখেতে ঘোষণা কৰি দিছিল যে, কোনো মুছলমান ধৰুৱা হৈ মৰিলে তেখেতে তেওঁৰ ধাৰ শুজিব। আৰু কোনোৱে কোনো সম্পত্তি এৰি গ'লে তাক তেওঁৰ উত্তৰাধিকাৰীয়ে পাব।

বদৰ-ৰণৰ সময়ত হজৰত আব্বাছৰ বৰ দুৰৱস্থা হৈছিল। তাকে দেখি পাচত ৰছুল-কৰিমে (দঃ) ইমান টকা তেওঁক দিলে যে, টকাৰ ভৰত তেওঁ যাবই নোৱাৰিছিল।**

ৰছুল-কৰিমৰ (দঃ) বিবি উম্মে ছালমাই কৈছে যে, এদিন গধূলি তেখেতৰ মুখত চিন্তাৰ ভাব দেখি সুধিলে, "য়্যা ৰছুলুল্লাহ! আপোনাৰ মনত কিহৰ চিন্তা?" তেখেতে ক'লে, "মই কালি ৭টা 'দিনাৰ' (সোণৰ মোহৰ) পাইছিলো, সেই মোহৰকেইটা এতিয়ালৈকে বিছনাত পৰি আছে।"•

---

* *বোখাৰী।*

** *বোখাৰী।*

• *ইব্‌নে-হম্বলৰ মছনদ্।*

এদিন ৰছুল-কৰিমে (দঃ) 'আছৰ'ৰ (আবেলিৰ) নামাজ পঢ়ি ঘৰলৈ আহি চাঁতকৰে উভতি যোৱা দেখি, মানুহে ইয়াৰ কাৰণ সোধাত তেখেতে ক'লে, "নামাজ পঢ়ি থাকোঁতে মনত পৰিল, গোটাদিয়েক 'দিনাৰ' (সোণৰ মোহৰ) খৰচ নোহোৱাকৈ এতিয়ালৈকে ঘৰত পৰি আছে, তাকে দুখীয়াক দান কৰিবলৈ কৈ আহিবলৈ গৈছিলো।*

হোনেনৰ ৰণৰ পৰা আহোঁতে মগনিয়াৰবিলাকে কেউফালৰ পৰা বেঢ়ি ধৰি ইমানকৈ ৰছুল-কৰিমক (দঃ) আমনি কৰিবলৈ ধৰিলে যে, তেখেতে তত্ নেপাই এজোপা বাবুল গছৰ তললৈ গৈ ক'বলৈ ধৰিলে, "যদি এই গছৰ কাঁইটৰ সমান মোৰ উট থাকিলহেঁতেন, তেন্তে মই এই দুখীয়া আৰববিলাকৰ মাজত তেনেই বিলাই দিলোহেঁতেন আৰু তেতিয়া ইহঁতে মোক চিকটা বুলি ক'ব নোৱাৰিলেহেঁতেন।"•

ৰমজান মাহত ৰছুল-কৰিমে (দঃ) বেছিকৈ দান কৰিছিল, যিহকে ঘৰত থাকে তাকে দি পেলাইছিল।§ এব্ৰাহাম ৰিচৰ নিচিনা খৃষ্টান লিখকেও ক'বলৈ বাধ্য হৈছে, "দুখীয়াক দান কৰা আৰু দান দিবৰ কাৰণে আনক উৎসাহিত কৰা, ইছলামত বাজে আন কোনো ধৰ্মই ইমান আগ বঢ়া নাই।"

## ক্ষমাশীলতা

ক্ষমাৰ নিচিনা মহৎ গুণ আৰু নাই। যদিওবা অপকাৰৰ সুতনি লোৱাটো মানুহৰ প্ৰকৃতিগত ধৰ্ম, তথাপি ইয়াক এৰা অতি উত্তম। যিসকল প্ৰকৃত ধাৰ্মিক, তেওঁলোকেই সাধু, তেওঁলোকেই তাপস। এই ক্ষমাগুণৰ অধিকাৰী হ'ব খুজিলে, মানুহে কূৰ্চুট-কপট, খং আৰু স্বাৰ্থপৰতা সমূলি এৰিব লাগিব—কাৰণ, এইবোৰ আৰু ধৰ্ম একে ঠাইতে থাকিব নোৱাৰে। শত্ৰুক মিত্ৰ কৰি লোৱাই হৈছে ইছলামৰ বিধি। "শঠে শাঠেং সমাচৰেৎ" এনে কুটিল নীতি ইছলামে সমৰ্থন নকৰে। পাক কোৰ্‌আনে কি কৈছে শুনক—

---

* *বোখাৰী।*

• *বোখাৰী।*

وَجَزٰٓؤُا سَيِّئَةٍ سَيِّئَةٌ مِّثْلُهَا ۚ فَمَنْ عَفَا وَاَصْلَحَ فَاَجْرُهٗ عَلَى اللّٰهِ §

অৰ্থাৎ অপকাৰৰ সুতনি ঠিক সেই পৰিমাণে অপকাৰ; কিন্তু যি ক্ষমা কৰে আৰু মিলি যায়, তেওঁ আল্লাৰ পৰা বঁটা পাব। আৰু এঠাইতে আছে—

وَلَئِنْ صَبَرْتُمْ لَهُوَ خَيْرٌ لِّلصّٰبِرِيْنَ *

অৰ্থাৎ কিন্তু যদি তুমি 'চবুৰ' (সহিষ্ণুতা অৱলম্বন) কৰা, তেন্তে অৱশ্য সেইটো সহিষ্ণুৰ পক্ষে বৰ উত্তম কথা।

ইছ্লামৰ অই মহান উদাৰনীতি যে ৰছুল-কৰিমে (দঃ) আখৰে আখৰে পালন কৰিছিল, আগতে উল্লেখ কৰা তেখেতৰ জীৱনৰ জ্বলন্ত দৃষ্টান্তই তাৰ ফট্‌ফটীয়া প্ৰমাণ। দুখৰ বিষয় আজিকালি মুছলিম সমাজ এনে উদাৰনীতিৰ অভাৱ।

ৰছুল-কৰিম (দঃ) ক্ষমা গুণৰ আধাৰ আছিল। ক্ষমা প্ৰাৰ্থনাকাৰীক ক্ষমা কৰিছিল। কাকো অত্যাচাৰ উৎপীড়ন নকৰিছিল। মক্কা বিজয়ৰ পাচত, ঘোৰ প্ৰাণৰ শত্ৰুবিলাক তেখেতৰ পদতলত। প্ৰচলিত সামৰিক নিয়ম মতে সিহঁতৰ প্ৰাণদণ্ড হ'ব লাগে। বহুত হিন্ত্ৰু মহাপুৰুষে এনে শত্ৰুক কঠোৰ শাস্তি দিয়া উদাহৰণ বুৰঞ্জীৰ পাতত আজিলৈকে জিলিকি আছে। শ্ৰীৰামচন্দ্ৰই আৰু শ্ৰীকৃষ্ণৱেয়া তেওঁলোকৰ শত্ৰুৰ প্ৰতি নিৰ্মম ব্যৱহাৰ কৰিছিল। কিন্তু ৰহমাতুল্‌লিল্ আ'লেমীন ৰছুল-কৰিমে (দঃ) হিন্দা, ৱাহ্‌শ্বী, আবু ছুফিয়ান, আক্‌ৰমা, হাব্বাব-বেন্-আছ্‌ৱাদ, ছফ্‌ৱান আজিৰ নিচিনা ঘোৰ মাৰাত্মক বৈৰীকো সিহঁতৰ সকলো অত্যাচাৰ, উৎপীড়ন আৰু উৎপাত পাহৰি পেলাই ক্ষমা কৰিলে—ইয়াৰ তুলনা জগতত আছেনে?

যিমান সম্ভৱ দোষীক শাস্তি দিয়াতকৈ ক্ষমা দিয়াটোহে ৰেছালৎপানাহে মনোনীত কৰিছিল। তেখেতে দোষীক শাস্তি দিওঁতে কৃপা দেখুৱাইছিল।

---

*§ কোৰ্‌আন—চুৰা শ্বোৰা, ৪০ আয়ত।*

** কোৰ্‌আন—চুৰা নাহল, ১২৬ আয়ত।*

# সাধুতা আৰু সত্যবাদিতা

ৰছুল-কৰিম (দঃ) সদায় সাধু। যাক যি দিব লগীয়া থাকে, তাক এধানমানো হেৰ-ফেৰ বা হৰক-তৰক নকৰাকৈয়ে দি দিয়ে। সেই দেখি শত্ৰু কোৰেচবিলাকেও তেখেতক ল'ৰা কালৰে পৰা আল্-আমীন (বিশ্বাসী সাধু) নাম দিছিল। এই নাম আগেয়ে মক্কাত কেৱে পোৱা নাছিল। ইয়াতে কেইটামান ঘটনা উল্লেখ কৰিব খোজোঁ—

এবাৰ তেখেতে উট এটা ব্যৱহাৰ কৰিবলৈ উধাৰে আনিছিল। কিন্তু দিবৰ সময়ত তাতোঁকৈ ভাল উট এটা দি দিলে।*

এবাৰ তেখেতে এটা বদ্দুৰ পৰা গোটাদিয়েক টকা ধাৰে লৈছিল। বদ্দুবোৰ স্বভাৱতে উখৰা আৰু অসভ্য। সেই ধাৰ শোধ কৰা অলপ পলম হোৱাত, বদ্দুটোৱে আহি তেখেতক বৰ কঠুৱা মাত মতাত, হজৰত ওমৰে খঙত তাক ডাবি দি ক'লে, "জনা নাইনে তই কাৰ লগত কথা কৈছ?" বদ্দুটোৱে উত্তৰ দিলে, "মই মোৰ টকাহে সাধিছোঁ।" তেখেতে তেতিয়া ছাহাবাসকলক ক'লে, "বদ্দুজনে সঁচা কথা কৈছে, আপোনালোকে তেওঁৰ ফলীয়া হোৱাহে যুগুত আছিল।§ হজৰত ওমৰে টান মাত মতাৰ কাৰণে সুতনি স্বৰূপে সেই টকাৰ উপৰি তেখেতে ডেৰ মোন শস্য বেছিকৈ দিলে।

এদিন এটা বদ্দু কচায়ে মঙহ বেচিছিল। ৰছুল-কৰিমে (দঃ) নিজৰ ঘৰত খাজুৰ আছে বুলি ভাবি এডোখৰ মঙহ খাজুৰেৰে সলাম বুলি ল'লে। পাচে ঘৰত খাজুৰ নেপাই কচায়টোক ক'লে, "মোৰ ভুল হ'ল, খাজুৰ ঘৰত নাই।" কচায়টো চিঞৰি উঠিল—"অবিশ্বাসী!" ওচৰত থকা মানুহবিলাকে কচায়টোক ক'লে, "তই বলিয়া হ'লি নেকি, ৰছুল....?" ৰছুল-কৰিমে (দঃ) ক'লে, "তেওঁ যিহকে কয় কওক, মোৰ দোষ, তেওঁৰ ক'বৰ অধিকাৰ আছে।" তেতিয়াই আন ঠাইৰ পৰা বেচিকৈ খাজুৰ আনি কচায়টোক দিয়া হ'ল।•

তেখেত এনে সত্যবাদী আছিল যে, নিজৰ বা নিজৰ বন্ধুৰ বিপদৰ সময়তো সঁচাহে সমৰ্থন কৰিছিল, মিছা তেতিয়াও কোৱা নাছিল।

---

* *তিৰমিজ।*

§ *ইব্‌নে-মাজা।*

• *ইব্‌নে-হাম্বলৰ মছনদ।*

# আলহী সেৱা

আলহীক সোধ-পোছ কৰাত হজৰত ৰছুল-কৰিমে (দঃ) সকলোকে চেৰ পেলাইছিল। অতি অভাৱৰ সময়তো নিতৌ গধূলি কেইজনমান মানুহ মাতি আনি লগত নোলোৱাকৈ আহাৰ নকৰিছিল। এদিন আবিচিনিয়াৰ জনদিয়েক মানুহ তেখেতৰ ঘৰত আলহী সোমালহি। ইমানবোৰ আলহীৰ আলপৈচান ধৰাটো তেখেতৰ ফালে বৰ টান হ'ব বুলি ভাবি ছাহাবাসকলে আলহী কেইজনক তেওঁলোকৰ ঘৰলৈ নিব খোজাত, তেখেতে ক'লে, "নহয়, এই আলহীসকলে মোৰ বন্ধুসকলক আশ্ৰয় দিছিল, তেওঁলোকক সোধ-পোছ কৰা মোৰেহে কৰ্তব্য।"*

অতিথি সৎকাৰত মুছলমানেই হওক বা অমুছলমানেই হওক, ৰছুল-কৰিমৰ (দঃ) একো ভিন-পৰ নাছিল। আবিচিনিয়াৰ কটকীসকলক আৰু নাজ্জাচীয়ে পঠোৱা খৃষ্টান প্ৰতিনিধিসকলক তেখেতৰ ঘৰতে আলহীৰূপে ৰাখিছিল আৰু তেওঁলোকৰ বিচাৰ-খোচৰ নিজেই কৰিছিল।**

এদিন এদল নাজ্ৰাণ খৃষ্টান তেখেতৰ ওচৰলৈ আহিছিল। তেখেতে সিহঁতকো নিজৰ ঘৰত ৰাখি আলপৈচান ধৰিছিল আৰু সিহঁতক মছজিদত উপাসনা কৰিবলৈ দিছিল।

এবাৰ ইহুদী এটাই তেখেতৰ ঘৰত আলহী হৈ ৰাতি ডিঙিৰ গুৰিলৈকে খোৱাত তত্ নেপাই কোঠালিৰ ভিতৰতে শৌচ কৰি পেলালে। সি ভয়ত ৰাতি নৌপুৱাওঁতেই ছিটিকিল, কিন্তু তাৰ এখন ভাল তৰোৱাল আছিল, তাক এৰি গ'ল। সি তৰোৱালখন নিবৰ নিমিত্তে মনে মনে উভতি আহি দেখে যে, ৰছুল-কৰিমে (দঃ) নিজ হাতেৰে সেই ময়লাবোৰ চাফ কৰিছে। ৰছুল-কৰিমে (দঃ) তাক দেখি ক'লে, "ভাই, মোক ক্ষমা কৰিবা, মোৰ দোষ, মই বেয়া আহাৰ দিছিলো।" ইহুদী অবাক!

এসময়ত এজন অমুছলমান তেখেতৰ আলহী হৈ আছিল। এজনী ছাগলীৰ গাখীৰ খীৰাই তেওঁক দিলে। তেওঁ গোটেইখিনি পি পেলালে, তাৰ পাচত আৰু এজনী খীৰাই দিলে, তাকো তেনেই তেওঁ পি পেলালে। এই

---

* *কাজি ইয়াজৰ শ্বিফা।*

** *কাজি ইয়াজৰ শ্বিফা।*

দৰে সাতজনী ছাগলীৰ গাখীৰ খালে। যেতিয়ালৈকে তেওঁৰ তৃপ্তি নাই হোৱা বুলি অনুমান কৰিলে, তেতিয়ালৈকে গাখীৰ দি আছিল।§

আছ্হাবৰ মাজত আটাইতকৈ দুখীয়া আছিল 'আছ্হাবে-ছুফ্ফা'। তেওঁলোক সকলো মুছলমানৰে উমৈহতীয়া সাধাৰণ আলহী, কিন্তু বেছি ভাগ ৰছুল-কৰিমেই (দঃ) তেওঁলোকক খুৱাইছিল।

হজৰত আবু হোৰেৰাও* এজন 'আছ্হাবে-ছুফ্ফা'ৰ মানুহ আছিল। তেওঁ কৈছে, "এদিন মোৰ বৰ ভোক লগাত খোজ কাঢ়িব নোৱাৰি আলিৰ দাঁতিত বহিবলৈ বাধ্য হ'লো। হজৰত আবুবকৰক সেই ফালেদি অহা দেখি, যাতে মোৰ যে ভোক লাগিছে সেইটো তেওঁ অনুমান কৰিব পাৰে, তেনে ভাৱে মই ক'লো যে, কোৰ্আনৰ অমুক 'আয়ত'টো (শ্লোকটো) পঢ়া। হজৰত আবুবকৰে মোৰ মনৰ ভাব বুজিব নোৱাৰি গুচি গ'ল। তাৰ পাচত হজৰত ওমৰ আহিল। তেওঁৰ লগতো সেইদৰে কথা পাতিলো। তেৰোঁ মোৰ মনৰ ভাব বুজিব নোৱাৰি গুচি গ'ল। তাৰ পাচত হজৰত ৰছুল-কৰিম (দঃ) আহিল। তেখেতে মোক দেখি হাঁহিলে আৰু লগত লৈ ঘৰলৈ আহি এঘটি গাখীৰ দেখিলে। সেই গাখীৰ মানুহে 'হাদিয়া' (উপহাৰ) স্বৰূপে দিয়া বুলি জানি, মোক আটাইবোৰ 'আছ্হাবে-ছুফ্ফা'ক মাতি আনিবলৈ ক'লে। সকলো আহিলত, তেখেতে ঘটিটো মোক দি সকলোৰে ভাগ-বাটি খাবলৈ ক'লে।"✦

মিক্দাদে 'ৰাৱায়েত কৰিছে' (লিখিছে) যে, এবাৰ তেওঁৰ আৰু তেওঁৰ বন্ধুসকলৰ এনে বিলাই হৈছিল যে, ভোকত চকুৰে একো দেখা নেপাইছিল। তেওঁলোক অনেকৰ ওচৰলৈ গ'ল, কিন্তু কেৱে কাণ পাতি তেওঁলোকৰ দুখৰ কাহিনী নুশুনিলে। অৱশেষত তেওঁলোক হজৰত ৰছুল-কৰিমৰ (দঃ) ওচৰলৈ আহিল। তেখেতে তিনিজনী ছাগলী তেওঁলোকক দেখুৱাই দি ক'লে, "এই ছাগলী কেইজনীৰ গাখীৰ আপোনালোকে ব্যৱহাৰ কৰক।"✧

ৰছুল-কৰিমে (দঃ) কৈছে, "এহাল মানুহৰ নিমিত্তে তিনিখন বিছনা ৰাখিব লাগে, এখন জিনৰ নিমিত্তে, এখন বিবিৰ নিমিত্তে আৰু এখন আলহীৰ নিমিত্তে।

---

§ *মুছলিম।*

* *'আবু হোৰেৰা'ৰ অৰ্থ মেকুৰিৰ বাপেক। তেওঁ মেকুৰিক বৰ মৰম কৰিছিল।*

✦ *তিৰমিজি।*

✧ *মুছলমি।*

# ভিক্ষা বৃত্তি

নিঃস্বাৰ্থভাৱে যিহকে গৰীব দুখীয়াক দিয়া যায়, তাকে 'খায়ৰাত' বা 'চদকা' (দান বা দক্ষিণা) বোলে। হদিছ শ্বৰীফত 'চদকা', 'খায়ৰাত'ক أوساخ الناس (মানুহৰ মলি) বুলি কৈছে। যদিও ৰছুল-কৰিম (দঃ) বৰ দয়ালু আছিল, ভিক্ষা বৃত্তিটো তেখেতে বৰ ঘিণ কৰিছিল। 'খায়ৰাত' সাধাৰণভাৱে লোৱাটো অৰ্থাৎ নিতান্ত অভাৱ আৰু আৱশ্যক নহ'লে, মগনিয়াৰ হোৱাটো 'হাৰাম' (নিষিদ্ধ)। যাৰ ওচৰত এদিনৰো খোৰাক জমা নাই আৰু যাৰ 'চতৰ-আওৰত' (গাৰ যি অংশ ওলাই থাকিব নেলাগে) ঢাকিবলৈ কাপোৰ নেথাকে তাৰ পক্ষেহে ভিক্ষা মগা 'জায়েজ' (সিদ্ধ)। কোনো ধনী মানুহক 'চদকা' দিয়া নিষিদ্ধ। আনকি যাৰ এসাঁজ খাবলৈ আছে আৰু তাৰ গাও সুস্থ তাকো দিয়া নিষিদ্ধ। ৰছুল-কৰিমে (দঃ) কৈছে, "আনক মগাতকৈ খৰি-লুৰি নি বজাৰত বেচাটো বহুত গুণে ভাল।"*

এদিন এজন বন্ধুৱে তেখেতৰ ওচৰলৈ আহি পইচা মাগিছিল। তেখেতে সুধিলে, "তোমাৰ কি সম্পত্তি আছে?" বন্ধুজনে ক'লে, "মোৰ মাথোন পানী খোৱা বাটি এটি আৰু বিছনা এখন আছে, সেই বিছনাখনৰ এডোখৰ গাত লওঁ আৰু ই ডোখৰ পাৰি তাৰ ওপৰত শোওঁ।" তেখেতে শুনি দুইটা বস্তু অনালে আৰু সুধিলে, কোনোবাই এই দুটা বস্তু ল'বনে? এজনে এক 'দেৰহাম' আৰু এজনে দুই দেৰহাম' দিব খোজাত, পাচৰ জনকে সেই বস্তু বেচিলে আৰু বন্ধুজনক সম্বোধন কৰি ক'লে, "এই দুইটি 'দেৰ্হাম'—এটিৰে খোৱা বস্তু কিনিবা আৰু এটিৰে এডাল জৰী কিনি লৈ হাবিলৈ গৈ খৰি লুৰি বজাৰত বেচিবা।" দুই সপ্তাহৰ পাচত এই বন্ধুজন আহি ৰছুল-কৰিমক (দঃ) ক'লে যে, তেনে কৰাত তেওঁৰ পোন্ধৰ 'দেৰ্হাম' ৰাহি হ'ল, তাৰে এভাগেৰে কাপোৰ কিনি ল'লে আৰু বাকীখিনিৰে শস্য কিনিলে। তেতিয়া ৰছুল-কৰিমে (দঃ) সুধিলে, "কোৱাচোন, কোনটো বেছি ভাল কাম—এইটোনে, কিয়ামতৰ দিনা মগনিয়াৰৰ চিন-ছাব লৈ যোৱাটো?"✣

---

* *বোখাৰী—চাদাকাট।*

✣ *বোখাৰী—চাদাকাট।*

ৰছুল-কৰিমৰ (দঃ) ওচৰত যেয়ে মাগে, তাক যি থাকে দি দিয়ে। এদিন এনে হ'ল যে, জনদিয়েক আনছাৰ তেখেতৰ ওচৰলৈ আহি 'খায়ৰাত' (ভিক্ষা) মাগিছিল। সেই দিনা তেখেতৰ হাতত একো নাছিল। তেখেতে ক'লে, "মোৰ হাতত যদি এটা ফলো থাকে, তাকে মই তোমালোকক দিবলৈ হাত নোকোঁচাওঁ, কিন্তু যি মানুহে আল্লাৰ ওচৰত, মগনিয়াৰ হোৱাৰ অপমানৰ পৰা ৰক্ষা পাবলৈ আৰজ কৰে, আল্লাহ তাআলাই তেওঁক তাৰ পৰা ৰক্ষা কৰে; যি আল্লাৰ আগত ধন-দৌলত মাগে, তাকে সি পায়, যি আল্লাৰ আগত 'চবুৰি' (সহিষ্ণুতা) মাগে তেওঁ তাকে চবুৰ দিয়ে। তোমালোকে জানিবা যে, 'চবুৰি'তকৈ কোনো ধন-দৌলত বা কোনো বস্তুৱেই বেছি ভাল বা মূল্যবান হ'ব নোৱাৰে।"§

মক্কা জয় কৰাৰ পাচত, হাকিম-বেন্-হিজামে ইছলামত দীক্ষিত হৈ ৰছুল-কৰিমৰ (দঃ) ওচৰত আহি আৰ্থিক সাহায্য খুজিছিল। তেখেতে সাহায্য কৰাৰ দিনচেৰেকৰ পাচত তেওঁ আকৌ আহি আৰু অলপ টকা লাগে বোলাত, তেখেতে আকৌ দিলে। তাৰ পাচত আকৌ এদিন আহি আৰু অলপ টকা খুজিলে। তেতিয়া তেখেতে তেওঁক সম্বোধন কৰি ক'লে, "হাকিম! টকা এটা বৰ সোৱাদৰ বস্তু, যি তাক হেঁপাহ নকৰি গ্ৰহণ কৰে, সি আৰু সৰহকৈ পায়; কিন্তু যি লোভৰ বশৱৰ্তী হৈ তাক বিচাৰি ফুৰে, সি তাক হেৰুৱায়, যেনে কোনো মানুহে খায়েই আছে কিন্তু সন্তুষ্ট নহয়। মনত ৰাখিবা ওপৰ হাত, তল হাততকৈ ভাল।" ৰছুল-কৰিমৰ (দঃ) এই উপদেশ হাকিমৰ ওপৰত ইমান কাৰ্যকৰী হ'ল যে, আজীৱন তেওঁ কেতিয়াও আনকি অলপ পইচাৰ নিমিত্তেও কাৰো আগত হাত পতা নাছিল।*

হজ্জতুল-বিদাৰ সময়ত ৰছুল-কৰিমে (দঃ) মানুহবিলাকক 'খায়ৰাত' (ভিক্ষা) দিছিল, সেই মগনিয়াৰৰ মাজত দুজন শকত-আৱত মানুহ দেখি তেখেতে ক'লে, "চোৱা, যদি লাগে তোমালোকক ইয়াৰে অলপ দিব পাৰোঁ, কিন্তু মই তোমালোকক কওঁ যে, যি ন্যায় মতে কাম কৰি পেট পুহিব পাৰে, এই টকাত সেই মানুহৰ ভাগ হ'ব নোৱাৰে।"✦

ক্কাবিচা নামেৰে এজন মানুহ ঋণগ্ৰস্ত হোৱাত ৰছুল-কৰিমৰ (দঃ) ওচৰত

---

*§ বোখাৰী—চাদাকাট।*

** বোখাৰী—চাদাকাট।*

*✦ আবু দাউদ—জাকাত।*

মাগিবলৈ আহিছিল। তেখেতে সকলো কথা শুনি, তেওঁক সম্বোধন কৰি ক'লে, "ক্বাবিচা! মানুহৰ ওচৰত হাত পতা মাথোন এই তিনি বিধ মানুহৰ পক্ষেহে সঙ্গত বা বৈধ হ'ব পাৰে—(১) যি মানুহ ঋণগ্ৰস্ত, কিন্তু ঋণৰ পৰা মুক্ত হ'বলৈ সি আকৌ হাত নেপাতিব, (২) যি মানুহৰ গোটেই সম্পত্তি আকস্মিক বিপদে ধ্বংস কৰিলে—তেতিয়ালৈকেহে মাগিব পাৰে, যেতিয়ালৈকে তাৰ দুৰৱস্থা থাকে, (৩) যি খাবলৈ নেপাই লঘোনে আছে, কিন্তু নিজ থলৰ তিনিজন সাক্ষীয়ে ক'ব লাগিব যে, সি সঁচাকৈয়ে লঘোণে আছে। এই তিনিবিধত বাজে যি মাগি ফুৰে সি 'হাৰাম' (নিষিদ্ধ) খোৱা হ'ব।* মাৰ্ডৰা, নিতান্ত দুখীয়া আদি মানুহকহে 'খায়ৰাত' বা 'চদ্‌কা' দিব লাগে; আনক দিলে তাৰ পৰা 'চাৱাব' (পুণ্য) নেপায়।"

ৰছুল-কৰিমে (দঃ) নিজৰ বা নিজৰ পৰিয়ালৰ নিমিত্তে 'খায়ৰাত' বা 'চদ্‌কা' (দান বা দক্ষিণা) লোৱাটো ঘিণ কৰিছিল। হদিছ শ্বৰীফত আছে—

لَا تَحِلُّ الصَّدَقَةُ لِغَنِيٍّ وَلَا لِذِي مِرَّةٍ سَوِيٍّ[১]

অৰ্থাৎ 'চদকা' চহকী, শকত-আৱত আৰু নিৰোগী মানুহৰ নিমিত্তে 'হালাল' (পবিত্ৰ) নহয়।

হজৰত নবীয়ে-আৰবীয়ে (দঃ) কয়—"মই ঘৰলৈ আহি কেতিয়াবা দেখো বিছনাত খাজুৰ এটা পৰি আছে, খাব খোজোঁ, কিন্তু তেতিয়া মনত ভাব আহে জানোচা এইটো কোনোবাই 'খায়ৰাত' কৰা, সেই দেখি আকৌ বিছনাতে থৈ দিওঁ।"[২]

এদিন ৰছুল-কৰিমৰ (দঃ) নাতি ইমাম হাচেনে 'খায়ৰাত' কৰা খাজুৰ এটি তেখেতৰ মুখত সুমুৱাই দিলে। তেখেতে তেওঁক ভেকাহি মাৰি ক'লে, "নেজাননে আমাৰ পৰিয়াল 'বনি হাশ্বিমে' খায়ৰাতী কোনো বস্তু নেখায়?" তেখেতে তেতিয়াই তাক উলিয়াই পেলালে।[৩]

---

** কাজি ইয়াজৰ শ্বিফা।*

১ *তিৰমিজি, আবু দাউদ, দাৰেমী।*

২ *বোখাৰী—লুক্‌টা।*

৩ *বোখাৰী।*

ৰছুল-মকবুলে (দঃ) কৈছে, "ইটো সিটোৱে 'হাদিয়া' (উপহাৰ) (presents) দিয়া-দি কৰিবা, কাৰণ ই পৰস্পৰৰ প্ৰণয় বঢ়ায়।" তেখেতে নিজে উপহাৰ দিছিল আৰু লৈছিল। আনকি ইহুদী আৰু খৃষ্টানৰ লগতো হাদিয়া দিয়া-দি কৰিছিল। কোনোৱে কিবা খাবলৈ দিলে তেখেতে তাক খাইছিল। কিন্তু 'চদ্‌কা' (দক্ষিণা) কেতিয়াও নলৈছিল আৰু নেখাইছিল।* উপহাৰস্বৰূপে অতি সামান্য বস্তু হ'লেও তেখেতে গ্ৰহণ কৰিছিল আৰু তেখেতেও তাৰ সলনি সেইদৰে উপহাৰ দিছিল। সেই মানুহৰহে উপহাৰ লৈছিল, যি তেখেতৰ উপহাৰ লয়।

এদিন হজৰত ওমৰ, তেওঁৰ পুতেক আব্দুল্লাহ আৰু ৰছুল-কৰিম (দঃ) এই তিনিওৱে একেলগে উটত গৈছিল। আব্দুল্লাই নিজৰ উটটো ৰাখিবলৈ বৰ চেষ্টা কৰোঁতে তেওঁৰ উটটো ৰছুল-কৰিমৰ (দঃ) উটৰ আগলৈ গ'ল। তাকে হজৰত ওমৰে দেখি পুতেকক শপিলে। তেতিয়া ৰছুল-কৰিমে (দঃ) হজৰত ওমৰক ক'লে, "সেই উটটো মোক বেচি দিয়া।" হজৰত ওমৰে কেইবা বাৰ বেচ নোলোৱাকৈ উটটো দিব খোজাত ৰছুল-কৰিমে (দঃ) ল'বলৈ অমান্তি হ'ল। পাচত তেখেতে উচিত বেচ দি উটটি কিনি লৈ আব্দুল্লাক উপহাৰ দি ক'লে, "এতিয়া এই উট তোমাৰ।"✦

আনৰ দ্বাৰা অনুগৃহীত বা উপকাৰবদ্ধ হ'বলৈ ৰছুল-কৰিমে (দঃ) ভাল নেপাইছিল। হজৰত আবুবকৰৰ নিচিনা প্ৰিয় বন্ধুৰো, অতি সঙ্কীৰ্ণ সময়তো, অৰ্থাৎ মক্কাৰ পৰা মদিনালৈ 'হিজৰত' কৰোঁতে, বিনা দামত উট এটা ল'বলৈ মান্তি নহ'ল। মছজিদে নববীৰ নিমিত্তে মাটিডোখৰ গিৰিহঁতে বিনা দামত দিব খোজাতো নল'লে।

---

** মৰা মানুহৰ 'ৰুহ'ৰ (আত্মাৰ) মুক্তিৰ নিমিত্তে যি 'খানা' (ভোজ) খুউৱা হয় সেইটোও 'চদ্‌কা)। এনে 'চদ্‌কা' ফকীৰ, কঙাল আদিৰহে 'হক' (প্ৰাপ্য)। চহকী মানুহক এনে 'চদ্‌কা' নুখুৱাই টকা 'চদ্‌কায়ে জাৰিয়াত' খৰচ কৰাহে যুগুত। পুখুৰি খনা, ৰাস্তা বা পুল দিয়া, মাদ্ৰাছা-মক্তবত দিয়া, ছাত্ৰবিলাকক কোৰ্‌আন শৰীফ আদি দান কৰা 'চদ্‌কায়ে জাৰিয়া'ৰ ভিতৰত পৰে।*

✦ *বোখাৰী।*

# অস্ত্ৰ ব্যৱহাৰ

কোনো কোনো অবুজন ইছ্‌লাম-বিদ্বেষী খৃষ্টান লিখকে লিখিছে যে, ৰছুল-কৰিমে (দঃ) তৰোৱালৰ বলেৰেহে ইছ্‌লাম প্ৰচাৰ কৰিছিল। ই তেনেই মিছা, অমূলক* ইয়াৰ দ্বাৰা তেওঁলোকৰ অজ্ঞানতাৰ পৰিচয় পোৱা গৈছে মাথোন। কোৰ্‌আন শ্বৰীফত আছে,

لَا إِكْرَاهَ فِي الدِّيْنِ قَدْ تَبَيَّنَ الرُّشْدُ مِنَ الْغَيِّ §

অৰ্থাৎ ধৰ্মৰ ভিতৰত বল প্ৰয়োগ কৰাৰ বিধি নাই, সঁচা মিছাৰ পৰা আপোনা-আপুনি প্ৰকাশ পাব। চীন সাম্ৰাজ্যৰ চাৰি ভাগৰ এভাগ মানুহে ইছ্‌লাম গ্ৰহণ কৰিছে আৰু তাত দিনক-দিনে এই ধৰ্মই উন্নতি লাভ কৰিছে, সি তৰোৱালৰ সহায়ত নে? ৰুচিয়া, চুমাত্ৰা, মালয় উপদ্বীপ আদি ঠাইত অলেখ মুছ্‌লমানৰ বসতি দেখিবলৈ পোৱা যায়, সেইবোৰ ঠাইলৈ কোন মুছ্‌লমানে তৰোৱাল নিছিল? সিদিনা অলেখ জাপানবাসীয়ে ইছ্‌লাম গ্ৰহণ কৰিলে, সি তৰোৱালৰ সহায়ত নে? বৰ্তমান জ্ঞান-বিজ্ঞানৰ কেন্দ্ৰভূমি ফ্ৰান্সত, শিক্ষা-সভ্যতাৰ ৰম্য ক্ষেত্ৰ আমেৰিকাত আৰু প্ৰাকৃতিক বিচিত্ৰতাৰে ভৰপূৰ আফ্ৰিকাৰ টটাৰি মৰুভূমিত দিনক-দিনে ইছ্‌লামৰ উন্নতি চৰি গৈছে। সি তৰোৱালৰ ভয়ত নে? ইংলেণ্ড আৰু স্কটলেণ্ডত প্ৰায় দুহেজাৰ ইংৰাজ মুছ্‌লমান ধৰ্মত দীক্ষিত হৈছে।• যাবা দ্বীপত তিনি কোটিতকৈ বেছি অৰ্থাৎ প্ৰায় গোটেই অধিবাসীয়েই মুছ্‌লমান। এওঁলোক আগেয়ে হিন্দু আছিল, খৃষ্টীয় ১৩ শতিকাত ইছ্‌লামত দীক্ষিত হয়। বিলাতৰ ৰাজধানী লণ্ডনত বকিং (Working) মছ্‌জিদে আৰু স্পেনত 'আল্ হামৰা'ই ইছ্‌লামৰ জয় ঘোষণা কৰিছে। আমেৰিকাৰ ত্ৰিনিদাদ

---

** কোৰ্‌আন—চুৰা নহল, ১২৬-১২৭ আয়ত; চুৰা শ্বোৰা, ৪৭ আয়ত; ইমৰাণ, ১৯ আয়ত; ইউনুচ, ·৯৯ আয়ত; চৰা, ২৮ আয়ত; বকৰ, ২৫৬ আয়ত; নুৰ, ৫৪ আয়ত; ফতাহ, ৮ আয়ত—এই আয়তবোৰৰ (শ্লোকৰ) পৰা স্পষ্টকৈ জানিব পাৰি যে, তৰোৱালৰ ভয় দেখুৱাই বা কোনো ৰকম বল প্ৰয়োগ কৰি আন কোনো ধৰ্মাবলম্বীক ইছ্‌লামত দীক্ষিত কৰা, ইছ্‌লাম ধৰ্মৰ বিধান নহয়।*

*§ কোৰ্‌আন—চুৰা বকৰ, ২৫৬ আয়ত।*

*• জাৰ্মানীৰ ৰাজধানী বাৰ্লিনত ১৫০০ মুছ্‌লমান আছে।*

(Trinidad) দ্বীপবোৰত বহুত মুছলমান আছে। এইবোৰ তৰোৱালৰ প্ৰভাৱত নে? ফিলিপাইন দ্বীপৰ ভূতপূৰ্ব শাসনকৰ্তা আলেকজেণ্ডাৰ ৰাছেল ওয়েব চাহেবে তাত ইছলাম প্ৰচাৰৰ চেষ্টা কৰিছে। যেতিয়া কোৰেচৰ অত্যাচাৰ উৎপীড়ন দোপত-দোপে বাঢ়ি গৈ এমুঠি নিঃসহায় মুছলিমক জুলুকি জুলুকিকৈ শিকোৱাতো ইছলামৰ প্ৰভাৱ চৰি গৈ আছিল, তেতিয়া তৰোৱাল ক'ত আছিল? যেতিয়া দলে দলে মানুহে ইছলামত বিশ্বাস কৰি দেশৰ পৰা পলাই গৈ চুকে-কোণে আৰু মৰুভূমিত অনাই-বনাই কমাই ফুৰিছিল, আৰু নথৈ কষ্ট ভোগ কৰিছিল, তেতিয়া তৰোৱাল ক'ত আছিল? যেতিয়া এই ভাৰতবৰ্ষৰ মালবাৰৰ ৰজা জমুৰণে ইছলামৰ সত্যতা আৰু সৌন্দৰ্যত আকৃষ্ট হৈ নিজে নিজেই মুছলমান হৈছিল, তেতিয়া তৰোৱাল ক'ত? হিজৰীৰ ১ম শতিকাৰ শেষ ছোৱাত (৯৩ হিঃ, ৭১২ খৃঃ) ১৭ বছৰীয়া ডেকা আৰব মোহম্মদ-বেন্-কাছিমে এমুঠি আৰব সৈন্য লগত লৈ ভাৰতৰ দক্ষিণা-পচিম উপকূলত নামি চাৰে তিনি বছৰৰ ভিতৰত সাগৰৰ দাঁতিৰ পৰা মুলতানলৈকে ১৮ খন ৰণ কৰিছিল হয়, কিন্তু ইছলাম প্ৰচাৰ কৰিবলৈ নহয়। মুলতান ৰজা দাহিৰে আৰব সাউদসকলৰ জাহাজ লুটি ভালেমান মুছলমান মতা-তিৰোতাক বন্দী কৰিছিল। এই বন্দীবিলাকক আৰু লুটি নিয়া বয়-বস্তুবোৰ উদ্ধাৰ কৰাই আছিল এই ৰণৰ কাৰণ। যেতিয়াই শত্ৰু সৈন্য পলাবলৈ ধৰিলে, তেতিয়াই মোহম্মদ-বেন্-কাছিমে শান্তি ঘোষণা কৰি দিলে, কিন্তু সেই বুলি কাকো বলেৰে মুছলমান কৰা নাছিল। সেই দৰে, পঞ্জাবৰ ৰজা জয়পালে দুবাৰ গজনী আক্ৰমণ কৰিবলৈ গৈ খেদা খাই আহে। পাচত যেতিয়া তৃতীয়বাৰ অঙ্গীকাৰ ভঙ্গ কৰি আক্ৰমণ কৰেগৈ, তেতিয়া চুলতাম মাহ্মুদে খেদি নি পেচাওৰৰত তেওঁক বন্দী কৰে। এনে অৱস্থাত পায়ো চুলতানে ৰজাক ইছলাম গ্ৰহণ কৰিবলৈ কোৱা নাছিল। পৃথ্বীৰাজৰ ৰাজত্ব কালত আজমীৰৰ গুৰুকুল শ্ৰেষ্ঠ মহৰ্ষি জয়পালে হজৰত খাজা মইনুদ্দিন চিস্তিৰ লগত তৰ্ক-যুদ্ধত ঘাটি, ইছলামৰ সৌন্দৰ্যত আকৃষ্ট হৈ তেওঁৰ অসংখ্য শিষ্যৰে সৈতে পবিত্ৰ ইছলামৰ আশ্ৰয় লয়। ১৪০৪ খৃঃত বঙ্গদেশৰ গৌড়ৰ ৰজা কংসৰ পুতেক জাটমলে উপযাচি ইছলাম গ্ৰহণ কৰি জালালুদ্দিন নাম লৈ ৰাজপাটত বহে। ১৪২২ খৃঃত সিন্দু দেশৰ 'লোহা' বংশৰ ৭০০ ঘৰ হিন্দু চৈয়দ ইউচুফুদ্দিনৰ হাতত ইছলামত দীক্ষিত হয়। কোন কেখন তৰোৱালে নো লৰ্ড হেড্‌লি, মাৰ্মেডিউক

পিক্‌থল, আলেকজেণ্ডাৰ ৰাছেল ওয়েব আদি মহা বিদ্বান ইংৰাজসকলক আৰু প্ৰফেচৰ দ্বীজদাস দত্তৰ নিচিনা হিন্দু পণ্ডিতসকলক ইছলাম গ্ৰহণ কৰিবলৈ বাধ্য কৰিছিল?

ৰাজনৈতিক স্বাৰ্থ সিদ্ধিৰ নিমিত্তে ৰণ বা বিদ্ৰোহ দমনৰ সময়ত, আন ধৰ্মাবলম্বীবিলাকৰ প্ৰতি অত্যাচাৰ, উৎপীড়ন কৰা বা তেওঁলোকৰ মন্দিৰ আদি ভঙা ইত্যাদি এনে ঘটনাবোৰ প্ৰত্যেক যুগতে, প্ৰত্যেক ৰাজ্যতে, প্ৰত্যেক জাতিৰ ৰজা বা বাদশ্বাহৰ ৰাজত্বতে এটা স্বাভাৱিক ঘটনা। যেনেকৈ মুছলমানে হিন্দু দেৱ-দেৱীৰ মন্দিৰ ধ্বংস কৰাৰ প্ৰমাণ বুৰঞ্জীত পোৱা যায়, তেনেকৈ পঞ্জাবত ৰঞ্জিত সিংহ, মাৰাঠী শিৱাজী আদি হিন্দু ৰজা বা চৰ্দাৰসকলে মুছলমানৰ বহুত মছজিদ, কবৰ ধ্বংস কৰা দৃষ্টান্ত বিদ্যমান। অকল ৰঞ্জিত সিংহ পঞ্জাবত যিমান মছজিদ ভাঙিছিল, বোধ হয়, ভাৰতৰ গোটেই পাঠান আৰু মোগল সম্ৰাটসকলে ধ্বংস কৰা মন্দিৰৰ সংখ্যা তাতকৈ নিচেই কম। চিপাহী বিদ্ৰোহৰ ঘটনালৈ চালে দেখিবলৈ পোৱা যায়, সেই বিপ্লৱৰ সময়ত কিমান প্ৰসিদ্ধ মছজিদ ও মন্দিৰ ধ্বংস কৰা হৈছে, তাৰ লেখ-জোখ নাই।

এম. বাৰনান নামেৰে এজন ফৰাচী পণ্ডিতে পৃথিৱীৰ বৰ্তমান মুছলমানৰ সংখ্যা এই দৰে দিছে—ইউৰোপত—১,৭১,০৯,৬৬৮; এছিয়াত—১,৩১,৬২,৯৯২; আফ্ৰিকাত—১০,০১,২১,০০০; অষ্ট্ৰেলিয়াত আৰু ওচৰৰ দ্বীপবোৰত—৬৭,৭৫,০০০; বিটিশ ইণ্ডিয়াত—৬,১৫,৬২,০০০; দক্ষিণ আফ্ৰিকাত—২,৫০,০০,২১০; ভাৰতবৰ্ষৰ দ্বীপবোৰত—১,৩৫,৩২,০০০; মেলেচীয়াত—২,১১,১৬,০০০; মুঠ ঃ ২৫,৮৫,৭৮,৮৭০ জন।

বুৰঞ্জীয়ে ফট্‌ফটীয়াকৈ সাক্ষ্য দিছে যে, কঠোৰ সাধনা আৰু অধ্যৱসায়ৰ বলত আৰু সত্যতা ও যুক্তি-তৰ্কপূৰ্ণ প্ৰচাৰ নীতি, সাম্যবাদ ও ভ্ৰাতৃ ভাবৰ অপূৰ্ব প্ৰভাৱত ইছলাম প্ৰচাৰিত হৈছিল। আৰু ইছলামে যেনেকৈ অলপ দিনতে পৃথিৱীৰ কেউফালে প্ৰভাব বিস্তাৰ কৰিলে, তেনে উন্নতি আন কোনো ধৰ্মই কৰিব পৰা নাই।

ভয়ৰ দ্বাৰা যি ভক্তিৰ উদ্ৰেক হয় সি খন্তেকীয়। ইছলাম তৰোৱালেৰে প্ৰচাৰিত হোৱাহেঁতেন, এই তেৰ শ বছৰৰ ভিতৰত দোপত-দোপে ইয়াৰ ইমান কল্পনাতীত উন্নতি নহ'লহেঁতেন। ইছলামৰ বিশ্ব মোহন সৌন্দৰ্য যি এবাৰ দেখিছে, সি কেতিয়াও ইয়াক পাহৰিব নোৱাৰে। হজৰত বিলাল আদিয়েই

ইয়াৰ জ্বলন্ত উদাহৰণ। জন ডেভেনপোর্ট (John Devenport) চাহেবে তেওঁৰ Apology for Muhammad and Quran পুথিত লিখিছে—"বহুতে কৈছে আৰু এতিয়াও কয় যে, ইছলাম তৰোৱালৰ সহায়ত বিস্তাৰ কৰা হৈছিল, কিন্তু ইয়াতকৈ ভুল ধাৰণা আৰু একো হ'ব নোৱাৰে। ইছলাম পূব জগতৰ প্ৰতি আশীৰ্বাদ স্বৰূপে বৰষিছিল।" যি মানুহৰ এনে ভুল ধাৰণা, তেওঁক Professor Arnold's Preachin of Islams (ইছলাম প্ৰচাৰ) পুথিখন আদিৰ পৰা অন্তলৈকে এবাৰ পঢ়ি চাবলৈ অনুৰোধ কৰোঁ।

বুৰঞ্জীয়ে ফট্‌ফটীয়াকৈ দেখুৱাইছে যে, আগেয়ে অনেক মহাপুৰুষে অস্ত্ৰ ব্যৱহাৰ কৰি ক্ষত্ৰিয় ধৰ্ম ৰক্ষা কৰিবলৈ শিকাইছিল। যীচু সংসাৰ বৈৰাগী আছিল, তেওঁৰ উপদেশ এই—"কোনোবাই সোঁ গালত মাৰিলে, বাঁওখন গালো পাতি দিবা।" কিন্তু তেওঁৰ শিষ্যবিলাকে দেখিলে যে, ই অসাধ্য, ই সাংসাৰিক মানুহৰ উপযোগী হ'ব নোৱাৰে।সেই দেখি খৃষ্টান ৰাজ্যত শক্তি বঢ়াবলৈ মানুহ ধ্বংস কৰাৰ বিধে বিধে উপায় আজিলৈকে অবাধে ওলাইহে আছে, আনকি সিদিনা ১৯১৫ চনৰ ৯ জন মাহত Bishop of London Hyde Parkত বক্তৃতা দিছে—"All those passages in the New Testament are misunderstood... ...If we saw a black-guard ill-using a little child, should we stand still? No,we should deal with the black-guard speedily and vigorously. We must drive the invaders out of the lands they have despoiled." অৰ্থাৎ বাইবেলৰ সেই কেইশাৰী কথা মানুহে ভুল বুজিছে... ...যদি বাৰু, কোনো অসৎ লোক এটাই এটি সৰু ল'ৰাক অত্যাচাৰ কৰা দেখোঁ, আমি তাকে চাই নিতাল মাৰি থকা উচিত হ'বনে? নহয়, আমাৰ সেই অসৎ লোকক ততালিকে যথোচিত দণ্ড দিয়া উচিত। আমি আক্ৰমণকাৰীবোৰক সেই ঠাইৰ পৰা নিশ্চয় খেদি দিম, যি ঠাই সিহঁতে কলুষিত কৰিছে। সেই চনৰ সেই মাহতে Bishop of Chelmsford চাহেবে Ilfordত বক্তৃতা দিছে—"It would be folly to put aside the sword until the purpose for which we had drawn it had been secured." অৰ্থাৎ যি কামৰ নিমিত্তে অস্ত্ৰ দাঙি ধৰিছোঁ, সেই অভিপ্ৰায় সিদ্ধ নোহোৱালৈকে যদি সেই অস্ত্ৰ নমাই থওঁ, ই মূৰ্খতাৰ পৰিচয় দিয়াহে হয়।

মাদ্রাজৰ বিখ্যাত পণ্ডিত M. Venkata Ratnam-এ এই বিষয়ে এই দৰে লিখিছে—"Christians now openly set aside their much admired precepts which teach that they should turn one cheek to their enemies when the other is struck by them. Who now think that when he is beaten on one cheek he should turn his other cheek to his assaulter? Muhammad, on the other hand, was masculine in his words an deeds, and he shows how men should at the same time be masculine and virtuous in their every day life in this matter-of-fact world."*

ৰছুল-কৰিমত (দঃ) বাজে কোনো মহাপুৰুষে, কেনেকৈ অস্ত্ৰৰ সদ্ব্যৱহাৰ কৰিব লাগে, তাৰ বিষয়ে নিজৰ উদাহৰণেৰে কাৰ্য ক্ষেত্ৰত ভালকৈ শিক্ষা দি যোৱা নাই। তেখেতৰ মতে ধৰ্ম ৰক্ষা, আত্মৰক্ষা,(১) আত্মজ্ঞানৰ স্বাধীনতা ৰক্ষা,(২) ধৰ্ম মন্দিৰ ৰক্ষা (খৃষ্টান, ইহুদী, হিন্দু, মুছলমান যাৰে হওক)(৩) আৰু উৎপীড়িত মানুহক অত্যাচাৰীৰ হাতৰ পৰা ৰক্ষা কৰিবলৈহে অস্ত্ৰ ব্যৱহাৰ কৰিব লাগে। কিন্তু অতি আৱশ্যকতাৰ সময়তো নিজৰ হাতত অস্ত্ৰ থকাতো ৰহ্‌মতুল্‌লিল্ আ'লমীনে নিজে অস্ত্ৰ ব্যৱহাৰ কৰা নাছিল; কাৰণ, তেখেত অনভ্যস্ত। যেতিয়া তেখেত বৰ ঠেকত পৰিছিল, তেতিয়া অস্ত্ৰৰ সলনি তেখেতে ধূলিহে ব্যৱহাৰ কৰিছিল। তেখেতে কাকো আক্ৰমণ কৰিবলৈ যোৱা নাছিল, কোনোৱে তেখেতক আক্ৰমণ কৰিব ধৰাত, সেই আক্ৰমণক আগভেটা দিবলৈহে ওলাইছিল। ধৰ্ম প্ৰচাৰ কৰিবলৈ অস্ত্ৰৰ আৱশ্যকতা নাছিল। তেখেতৰ মুখেই শ শ তৰোৱালক চেৰ পেলাইছিল, তেখেতৰ মুখৰ কথা শুনি শুনিয়েই মানুহ ভোল গৈ ইছলাম গ্ৰহণ কৰিছিল।

এই বিষয়ে বিশ্ব মানৱ মহাত্মা গান্ধী আৰু পাদুৰী চি. এফ. এন্ড্ৰু (Rev C. F. Andrew) চাহেবেও সাক্ষ্য দিছে।

মহাত্মাই কৈছে—"I passed from the Companions to the Prophet himself. When I closed the second volume, I was

---

* *An essay on Islam. p. 199.*

১. *কোৰ্‌আন—চুৰা হজ, ৩৯ আয়ত।*

২. *কোৰ্‌আন—চুৰা বকৰ, ১৯০-১৯৩ আয়ত।*

৩. *কোৰ্‌আন—চুৰা হজ, ৪০ আয়ত।*

sorry there was no more for me to real of that great life. I became more than ever convined that it was not the sword that won a place for Islam in those days in the seheme of life. It was the rigid simplicity, the utter self-effacement of the Prophet, the scrupulous regard for pledges, his intens devotion to his friends and followers, his intrepidity, his fearlessness, his absolute trust in God and in his mission and not the sword that carried every thing before them and surmounted every obstacle."*

পাদুৰী এন্দ্ৰু চাহেবে কৈছে—"It is lie to say that Islam owes its universal appeal and spread to the sword of the soldier of Islam Even in the Middle Ages when Christendom had nothing but the crusader's hatred of Islam and Christian knights were measuring swords and lances with the heroes of Islam, Islamic morals could not but win the enemy on the very field of action."✦

## আচাৰ-ব্যৱহাৰ

ৰছুল-কৰিমৰ (দঃ) যাই অভিপ্ৰায় আছিল, সদৌ মানৱ জাতিক অতি উচ্চতম ৰীতি-নীতি শিক্ষা দিয়া। ইয়াতে তেখেতৰ ৰীতি-নীতিৰ বিষয় দু-আষাৰমান উনুকিয়াব খোজোঁ।

তেখেতে কোনো পৰিশ্ৰমকে নিঘিণাইছিল। আমাৰ দেশৰ দুখীয়া চহা মানুহে যি কাম কৰিবলৈ অপমান বোধ কৰে, তেখেতে অতি ৰঙেৰে সেই কাম নিজ হাতেৰে কৰিছিল। ছাহাবাসকলে কৰি দিব খুজিলেও তেওঁলোকক হাক দিছিল। কৰিব পৰা কোনো কাম অসমাপ্তকৈ পাচ দিনালৈ পেলাই থোৱা নাছিল। তেখেতে নিজেই ফটা কাপোৰ, জোতা আদি বাচিছিল, গাখীৰ

* *Mahatma Gandhi's 'Tribute to the Prophet'–The Light, July 24, 1931.*
✦ *Rev. C.F. Andrews 'Tribute to Islam'–The Light, November 24, 1926.*

খীৰাইছিল, বজাৰৰ পৰা বস্তু কঢ়িয়াই নিছিল, নাদৰ পৰা পানী তুলিছিল, চাকৰৰ কামত সহায় কৰিছিল, উট বান্ধিছিল, উটৰ গাত তেল ঘঁহিছিল, উটক দানা খুৱাইছিল, ঘৰুৱা কামত নিজৰ বিবিক সহায় কৰিছিল, ঠাই সাৰিছিল। এদিন বাটত তেখেতৰ জোতা ফাটি যোৱাত তেখেতে নিজেই তাক বাতিবলৈ ধৰিলে। তাকে ছাহাবী এজনে দেখি ক'লে, "য়্যা ৰছুলুল্লাহ! মই থাকোঁতে আপুনি কিয় এনে কাম কৰিব লাগিছে, মই কৰি দিওঁ।" তেখেতে উত্তৰ দিলে—"এইটো মানুহ পূজা, মোৰ পূজা কেৱে কৰিব নেলাগে।" এবেলি মফস্বলত ফুৰোঁতে এঠাইত ৰন্ধা-বঢ়াৰ যো-জা কৰোঁতে, তেখেতে নিজে খৰি গোটবলৈ ধৰিলে। ছাহাবাসকলে হাক দিয়াত, তেখেতে ক'লে, "মই আপোনালোকৰ ওপৰ-হাত হৈ থাকিব নোখোজোঁ, আল্লাহ তাআলাই তেনে হোৱা ভাল নেপায়।"* ল'ৰা কালত যেতিয়া কা'বা আকৌ মেৰামত কৰা হয়, তেখেতে যোগালীৰ কাম কৰিছিল। কোব্বা মছজিদ সাজোঁতে, তেখেত নো কোনজন, কুলি নো কোনজন, চিনা নগৈছিল।§ নিজ হাতেৰে সকলো কাম-কাজ কৰি তেখেতে শিক্ষা দিলে যে, শাৰীৰিক পৰিশ্ৰম কৰাটো ঘৃণনীয় নহয়। শোৱা-খোৱা, ফুৰা-চকা, উপাসনা কৰা সকলো কাম নিৰ্ধাৰিত সময়ত কৰিছিল।

তেখেতে আৰু তেখেতৰ পৰিয়ালৰ পেট প্ৰবৰ্তনৰ নিমিত্তে নিজ আৰ্জনত বাজে আন কাৰো দান গ্ৰহণ নকৰিছিল, কাৰো ওচৰত হাত নেপাতিছিল, আৰু কাৰো দুৱাৰ মুখলৈ সেই বাবে যোৱা নাছিল।

এদিন তেখেত এজন মানুহৰ লগত হাবিলৈ গ'ল। তাত তেখেতে দুডাল জাতনী কাঠী কাটি ল'লে, এডাল পোন এডাল অলপ বেঁকা। বেঁকাডাল তেখেতে ল'লে আৰু পোনডাল লগৰীয়াজনক দিলে। লগৰীয়াজনে সেইডাল ল'বলৈ থেৰো-গেঁৰো কৰি পাচত উভতাই দি বেঁকাডাল ল'ব খুজিলে। তেখেতে ক'লে, "শেষ বিচাৰৰ দিন আল্লাহ তাআলাই যদি মোক সোধে তোমাৰ সঙ্গীজনৰ হক আদায় কৰিলানে? মই কি উত্তৰ দিম?"

ৰছুল-কৰিমৰ (দঃ) প্ৰায় অনেক দিন পেটত ভাত নাই, কিন্তু জগতৰ অতি প্ৰতাপী ৰজাতকৈও প্ৰতাপী। সভ্যতাৰ বশৱৰ্তী হৈ যি আহাৰ আমি

---

* *জুৰকানী।*

§ *বোখাৰী।*

দুখীয়া মগনিয়াৰৰ উপযোগী বুলি ভাবি ঘিণ কৰি নাক কোঁচাওঁ, তেখেতে তাক অতি হেঁপাহেৰে খাইছিল। তেখেতে যিহকে পায়, তাকে অতি আনন্দেৰে খাইছিল, যদি 'হালাল' (পবিত্ৰ) হয়। আহাৰ বেয়া বুলি কেতিয়াও আসোৱাহ্ ধৰা নাছিল। এখন আঙ্গুলিৰে ভাত খাইছিল। গাখীৰ আৰু মৌ তেখেতৰ উপাদেয় বস্তু আছিল। কেতিয়াবা কেতিয়াবা যৱ ৰুটিও খাইছিল। আটা চালিবলৈ ঘৰত চালনি নথকাত, ফুৰাই তুঁহ গুচাইছিল। আহাৰৰ সময়ত আটাইতকৈ পাচত আসন এৰিছিল। আল্লাৰ নাম লৈ খাবলৈ আৰম্ভ কৰিছিল। খাই উঠাৰ পাচত নিমন্ত্ৰণকাৰীক ধন্যবাদ দিবলৈ আৰু 'দোৱা' (আশীৰ্বাদ) কৰিবলৈ আৰু আল্লাহ্ তাআলাৰ কৃতজ্ঞতা প্ৰকাশ কৰিবলৈ কেতিয়াও নেপাহৰিছিল। ভোক লাগিলে খাইছিল আৰু কেতিয়াও পেট পূৰাই নেখাইছিল।

ৰিপু বশ কৰিবৰ নিমিত্তে তেখেতে অনেক সময়ত ভোকে-লঘোনেই দিন নিয়াইছিল। খাদ্যৰ অভাৱত কেতিয়াবা লেথাৰিকৈ তিনি চাৰি দিন লঘোনে থাকিব লগাত পৰিছিল। ভোকত নিশকতীয়া হৈ পৰিলে তেখেতে ভোকৰ কল্‌মলনি মাৰ নিয়াবৰ নিমিত্তে নিজৰ পেটৰ ওপৰত শিল এডোখৰ হেঁচা মাৰি বান্ধি থৈছিল। গোটেই জীৱনৰ ভিতৰত তিনি দিন লেথাৰিকৈ কেতিয়াও আহাৰ কৰা নাছিল। কেতিয়াবা এনে অভাৱ হৈছিল যে, কেইবা মাহলৈকে আখলত জুয়েই নজ্বলিছিল।

তেখেত বৰ পৰিষ্কাৰ আছিল। গা ধোৱা বা অজু কৰাৰ আগতে তেখেতে সদায় দাঁতনেৰে দাঁত মাজিছিল। সাধাৰণভাৱে জীৱন কটাইছিল। মূৰত তেল আৰু চকুত 'চুৰমা' (অঞ্জন) ব্যৱহাৰ কৰিছিল। গা অসুখ কেতিয়াও হোৱা নাই বুলিলেই হয়। বয়স ৬৩ বছৰ হৈছিল, কিন্তু চেহেৰাত কোনো পৰিৱৰ্তনৰ চিন পোৱা নগৈছিল, মাথোন কাণৰ ওচৰত কেইডালমান চুলিহে বগা হৈছিল। তেখেতৰ নীতি আছিল Plain living and high thinking অৰ্থাৎ অতি সামান্যভাৱে কাল কটাই ওখ ভাব মনত ধাৰণ কৰা।

এদিন মছজিদে নববীত ৰছুল-কৰিমক (দঃ) বহি নামাজ পঢ়া দেখি, এজন মানুহে সুধিলে—"য়্যা ৰছুলুল্লাহ! আপুনি কৈছিল, বহি নামাজ পঢ়িলে আধা 'চাৱাব' (পুণ্য) পোৱা যায়।" তেখেতে উত্তৰ দিলে, "ভাই, মই আজি তিনি দিন অনাহাৰে আছোঁ, মোৰ থিয় হৈ নামাজ পঢ়াৰ শক্তি নাই।" তেখেতে

তেতিয়া পেট উলিয়াই দেখুৱালে, ভোক মাৰ নিয়াবলৈ তাত এডোখৰ শিল বন্ধা আছে। তাৰ পাচত তেখেতে উঠি বিবি ফাতিমাৰ ওচৰলৈ গৈ ক'লে, "আই। যদি কিবা খোৱা বস্তু আছে, অলপ আনি দে?" বিবি ফতিমাই চকুলো মচি এটা দীঘল হুমুনিয়াহ কাঢ়ি ক'লে, "বাবাজান। আজি দুদিন এই পানী কেঁচুৱা হাচেন আৰু হোচেইনক লৈ লঘোনে আছোঁ; হাচেনৰ বাপেকে (হজৰত আলীয়ে) আহাৰ বিচাৰি পুৱাৰে পৰা গধূলিলৈকে চেষ্টা কৰিও একো নেপালে।" ৰছুল-কৰিমে (দঃ) তেতিয়া বাজলৈ আহি দেখিবলৈ পালে যে, এজন ইহুদীয়ে নাদৰ পানী তুলিবলৈ এটা কুলী বিচাৰিছে। তেখেতে নিজেই তাৰ পানী তুলিবলৈ সাজু হ'ল আৰু ডোলেপতি তিনিটি 'খোৰ্মা' (শুকান খাজুৰ) দিব বুলি ইহুদীয়ে ক'লে। কেইবেলিমান পানী তোলাৰ পাচত নিশকতীয়া হোৱাত, হাতৰ পৰা ডোলডাল নাদত পৰি গ'ল। তেতিয়া ইহুদীটোৱে খঙত তেখেতৰ গালত টানকৈ চৰ এটা মাৰি বেয়া বচনেৰে শপিবলৈ ধৰিলে। তেখেতে ইহুদীৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰি, কথমপি নাদত নামি ডোলডাল তুলি আনিলে আৰু খোৰ্মা লৈ বিবি ফাতিমাক দিলে। পাচত ইহুদীয়ে জনাব ৰেছালৎমাবৰ পৰিচয় পাই, ক্ষমা প্ৰাৰ্থনা মাগিবলৈ গৈ শুনে যে, ৰহ্‌মতুল্লিল্ আ'লমীনে আল্লাৰ আগত প্ৰাৰ্থনা কৰিছে, "প্ৰভু। যি মোক নিচিনি এনে দুৰ্ব্যৱহাৰ কৰিলে, তুমি তেওঁক ক্ষমা কৰা।" ইহুদীয়ে ৰছুল-কৰিমৰ (দঃ) এনে 'চবুৰি' (সহিষ্ণুতা), দয়া আৰু ক্ষমা-গুণ দখি আচৰিত হৈ তেখেতৰ ভৰিত পৰি ক্ষমা প্ৰাৰ্থনা কৰি তৎক্ষণাৎ ইছলাম গ্ৰহণ কৰিলে। ৰছুল-কৰিমে (দঃ) অতিপাত বা মিছা প্ৰশংসা কৰিবলৈ নিষেধ কৰিছে। তেখেতে কৈছে, "খৃষ্টানসকলে যীছুক কৰা দৰে মোক অতিপাত প্ৰশংসা নকৰিবা। মই আল্লাৰ 'বান্দা' (দাস) আৰু 'ৰছুল'ত (তত্ত্ববাহকত) বাজে আন একো নহওঁ।* ক্বায়চ-বেন্-ছাআদে লিখিছে যে, তেওঁ হিৰালৈ গৈ দেখে তাত মানুহবিলাকে সিহঁতৰ চৰ্দাৰজনৰ আগত দীঘল দি পৰি সেৱা কৰিছে। তেওঁ ৰছুল-কৰিমৰ (দঃ) ওচৰলৈ আহি ক'লে, "য়্যা ৰছুলুল্লাহ। আমি আপোনাক হিৰাৰ চৰ্দাৰতকৈ বেছিকৈ সন্মান কৰিব লাগে।" জনাব ৰেছালৎপানাহে তেনে কৰিবলৈ হাক দিলে।§

---

* *বোখাৰী।*

§ *আবু দাউদ।*

তেখেতক অহা দেখি কোনো কোনো মানুহে সম্ভ্ৰমাৰ্থে থিয় হ'ল, তেখেতে তেওঁলোকক থিয় হ'বলৈ হাক দিছিল আৰু কৈছিল, "মই তোমালোকৰ নিচিনাই এজন মানুহ।"

আনৰ মুখত তেখেতৰ প্ৰশংসা শুনিবলৈ ভাল নেপাইছিল। এদিন এজনে তেখেতক জগতৰ সকলোতকৈ উৎকৃষ্ট বুলি সম্বোধন কৰিছিল। তেখেতে শুনি ক'লে, "ইব্ৰাহিম (আঃ)হে তেনে উৎকৃষ্ট।"*

মোৱাজ-বেন্-আফৰৰ জীয়েকৰ বিয়াত সৰু সৰু ছোৱালীবিলাকে ৰছুল-কৰিমক (দঃ) দেখি বেঢ়ি ধৰি বদৰ-ৰণৰ শ্বহীদসকলৰ গুণ বৰ্ণাই কবিতা গাবলৈ ধৰিলে। তাৰে এজনীয়ে গালে—"ফিনা নবীউন্ য়্যালামো মা ফি গাদি" অৰ্থাৎ আমাৰ মাজত আছে এজন নবী যিজনে জানে কাইলৈ কি হ'ব। ৰছুল-কৰিমে (দঃ) ক'লে, এই আষাৰ গাবলৈ এৰি দিয়া, যি কবিতা আগেয়ে গাইছিলা, তাকে গোৱা।"§

ৰছুল-কৰিম (দঃ) ৰঙিয়ালো আছিল। এদিন এজনী বুঢ়ীয়ে তেখেতৰ ওচৰলৈ আহি সুধিলে, "কোৱাচোন, মই বিহিস্তলৈ যাব পাৰিম নে?" তেখেতে উত্তৰ দিলে, "তোমাৰ নিচিনা বুঢ়ী কেতিয়াও বিহিস্তলৈ যাব নোৱাৰে।" হোজা বুঢ়ীয়ে এই কথা শুনি কান্দি আউলী-বাউলী হ'ল। তেখেতে তেতিয়া মিচিকিয়াই হাঁহি বুঢ়ীক সান্ত্বনা দি ক'লে, "বুঢ়ী, তুমি কেলেই বিতত হৈছা, বিহিস্তত যে সকলোৰে গাভৰু হৈ সোমাব, তুমি জানো তেতিয়া বুঢ়ী হৈ থাকিবা?" বুঢ়ীয়ে হাঁহি পেলালে। এদিন এগৰাকী তিৰোতা আহি তেখেতক ক'লে যে, তেওঁৰ স্বামীয়ে তেখেতক মাতিছে। তেখেতে সুধিলে, "তোমাৰ স্বামী সেই জনা মানুহ নহয় নে যাৰ চকুত বগা চিন আছে?" তিৰোতা গৰাকীয়ে ক'লে, "এনে কেতিয়াও নহয়।" তেতিয়া তেখেতে হাঁহি ক'লে, "ক'ত এনে মানুহ আছে যাৰ চকুত বগা চিন নাই?"

বৈধ বা নিৰ্দোষ খেল বা ধেমালি তেখেতে চাইছিল আৰু তাক নকৰিবলৈ আনকো নিষেধ কৰা নাছিল। বৰ প্ৰিয় বন্ধু-বান্ধৱবিলাকৰ লগত অৰিয়া-অৰি লৰা-লৰি কৰিছিল। ল'ৰা-ছোৱালীবিলাকৰ লগত ধেমালি কৰিছিল।

তেখেত ইমান লাজকুৰীয়া আছিল যে, কোনো মানুহৰ মুখলৈ চাই

---

** ইবুনে-হম্বলৰ মছনদ।*

*§ মুছলিম।*

থাকিব নোৱাৰে। হদিছ্ শ্বৰীফত আছে যে, তেখেত জীয়াৰী ছোৱালীতকৈও বেছি লাজকুৰীয়া।

তেখেতৰ মুখত সদায়ে হাঁহি, কিন্তু তেখেতে ঢেক্-ঢেকাই কেতিয়াও নেহাঁহিছিল, হাঁহিলে কেতিয়াবা মিচিকাই হাঁহিছিল আৰু মিচিকিয়া হাঁহিত মোহিনী শক্তি আৰু গভীৰতা আছিল। নিজৰ ঘৰত সোমাওঁতে সদায় হাঁহি মুখেৰে সোমাইছিল। চকুত এটা অপূৰ্ব জ্যোতি আছিল, তাক দেখিয়েই মানুহ ভোল গৈছিল।

তেখেত বৰ নম্ৰ আছিল। দুখত পৰিলে সকলোৱে নম্ৰতা দেখুৱাব পাৰে, কিন্তু ৰছুল-কৰিমৰ (দঃ) দৰে ৰাজাধিৰাজ ক্ষমতা পালে, নম্ৰতা দেখুওৱা বৰ টান। এদিন টাটটিঙা মানুহ এটাই তেখেতৰ লগত দেখা কৰিবলৈ আহিছিল। তেখেতে সি অহা শুনি ততালিকে কাক ভিতৰলৈ মতাই নি তাৰ লগত বৰ নম্ৰ হৈ কথা পাতিবলৈ ধৰিলে। বিবি আয়েশ্বাই দেখি তবধ মানি পাচত সোধাত, তেখেতে ক'লে, "আল্লাৰ চকুৰ আগত সেই মানুহটো অতি নিকৃষ্ট, যাৰ কঁঠুৱা মাতে তাৰ লগৰ পৰা মানুহৰ মন আঁতৰাই দিয়ে।"* হজৰত আয়েশ্বাই কৈছে যে, "যেতেকতে শত্ৰুৱে তেখেতক উপদ্ৰব কৰে, তেতেকতে তেখেতে সিহঁতক নম্ৰতা আৰু উদাৰতা দেখুৱায়।"

ৰছুল-কৰিমে (দঃ) ডাঙৰক ও বুঢ়াক সদায় মান কৰিছিল আৰু সামাজিক অৱস্থা অনুসৰি দৰ্শকসকলকো মান কৰিছিল। এদিন তেখেত ছাহাবাসকলক লৈ বহি থাকোঁতে, তেখেতৰ ধাই হেলিমাৰ গিৰিয়েক আহিল। তেখেতে নিজৰ কাপোৰৰ এটা চুক পাৰি দিলে। তাৰ পাচত সেই ধাইৰ মাক আহিলত, তেওঁক আন এটা চুক পাৰি দিলে। তাৰ পাচত সেই ধাইৰ ককায়েক আহিল। তেতিয়া তেখেতে থিয় হৈ তেওঁক তেখেতৰ আগতে বহুৱালে।+ তেখেতৰ ধাইকো এনেকৈ কাপোৰ পাৰি বহুৱাইছিল।

আল্লাৰ কৃপাৰ ওপৰত এনে অটল বিশ্বাস যে, ঘোৰ ৰণৰ মাজতো হজৰত ৰছুল-কৰিমে (দঃ) মৰ-সাহ দেখুৱাইছিল। ৮ হিজৰীত হোনেন ৰণত যেতিয়া কেউফালৰ পৰা তেখেতক লক্ষ্য কৰি শত্ৰুবিলাকে নেৰানেপাৰাকৈ অলেখ কাঁড় মাৰিবলৈ ধৰিলে, মুছলিম সৈন্যই ইমান শত্ৰু সৈন্য দেখি ভয়ত

---

* *বোখাৰী, আবু দাউদ।*

+ *আবু দাউদ।*

পেঁপুৰা খাই পলাবলৈ ধৰিলে, তেতিয়া মাথোন অকলে তেখেতেহে ভয় নেখাই, অটল, ধীৰ হৈ নিজৰ ঠাইত আছিল। যেতিয়া শত্ৰুবিলাকে তেখেতক মাৰিবলৈ বেঢ়ি ধৰিছিল, তেখেতে ধীৰ আৰু গহীনভাৱে খচ্চৰৰ পৰা মাটিলৈ নামি, ভয় নকৰি নিজৰ পৰিচয়হে দিলে—"মই আল্লাৰ ৰছুল, আব্দুল মোত্তালিবৰ নাতি আৰু আব্দুল্লাৰ পুতেক—ইয়াত একো ভাঁজ নাই।"

এৰাতি হঠাৎ শত্ৰুবিলাকে মদিনা আক্ৰমণ কৰিবলৈ অহাত মুছলমানৰ মাজত এটা উদুলি-মুদুলি লাগি পৰিল। পাচত তেওঁলোকে দেখি অবাক হ'ল যে, ৰছুল-কৰিম (দঃ) আবু তালহাৰ ঘোঁৰাত উঠি অকলে অকলে শত্ৰুৰ আও-ভাও বুজি উভতি আহিছে। তেখেতে আহি ক'লে, "এতিয়া বিপদৰ কোনো ভয় নাই।" হজৰত আনছে সাক্ষ্য দিছে যে, গোটেই সৈন্যৰ মাজত ৰছুল-কৰিমেই (দঃ) আটাইতকৈ সাহসিক। কোনো সহায় সাৰথি লগত নোলোৱাকৈ শত্ৰুৰ মাজলৈ অকলে অকলে গৈছিল।

মানুহে তেখেতক গণক, যাদুকৰ, কবি, বলিয়া এনেবোৰ নাম দিছিল; কিন্তু তেখেতৰ চৰিত্ৰৰ পবিত্ৰতাত কেতিয়াও কোনেও সন্দেহ কৰা নাছিল। আবু তালেবে সাক্ষ্য দিছিল, "মই মোহম্মদক কেতিয়াও মিছা কথা কোৱা, কোনো মানুহক ইতিকিং কৰা, নাইবা কাৰো লগত অসভ্য ব্যৱহাৰ কৰা শুনা নাই আৰু কোনো ল'ৰাৰ লগত অনাই-বনাই ঘুৰি ফুৰাও দেখা নাই।"

ৰছুল-কৰিমে (দঃ) কাকো ঘিণ নকৰিছিল। এদিন এটা ভোজত এটা বসন্ত ৰুগীয়া মানুহ ভেকত তত্ নেপাই তাত ওলালহি। খাবলৈ বহা মানুহবিলাকে তাক দেখি ঘিণত নাক শিয়ঁৰাবলৈ ধৰিলে। কোনো কোনোৰ বাʼতিক আহিল। ৰুগীয়াটোৰ গাত গুটিবোৰ পকি উবলি পুঁজ বৈ আছিল। সকলোৱে ছেই ছেই কৰি তাক খেদি দিলে। ৰছুল-কৰিমে (দঃ) তাক দেখি নিজৰ ওচৰত বহুৱাই নিজ হাতেৰে আহাৰ তুলি তাৰ মুখত দিলে।

দুখীয়া নিচলাৰ লগত সদায় সদালাপী আছিল বুলিয়েই দুখী-সুখী সকলোৱে তেখেতক ভাল পাইছিল আৰু সকলোৰে তেখেত শলাগৰ পাত্ৰ হৈছিল। সুখীয়াই হওক বা দুখীয়াই হওক, বন্দীয়েই হওক বা গিৰিহঁতেই হওক, সকলোৰে নিমন্ত্ৰণ গ্ৰহণ কৰিছিল আৰু বিয়া-ভোজত গৈছিল। ভেম অহংকাৰ একো নাছিল। যেয়ে দেখা কৰিবলৈ যায় তেওঁকে আদৰ কৰিছিল, তেখেতে কোনো গাৰুত হেঁচা দি বহি থাকিলে, তেওঁক সেই গাৰুটো দি

দিছিল। তেখেতৰ ওচৰত থকা কোনো মানুহে যেন তেখেতৰ পৰা বেজাৰ নেপায়, তাৰ বাবে সদায় চিন্তিত আছিল। কোনো দুখীয়া বা সৰু মানুহক বাটত দেখিলে, বৈ তেওঁৰ দুখৰ কাহিনী শুনিছিল আৰু বহিবলৈ তেওঁক নিজৰ কাপোৰ পাৰি দিছিল।

তেখেতৰ ঠেক মন বা কঠুৱা প্ৰকৃতি নাছিল। তেখেতৰ খং বুলিবলৈ একোৱেই নাছিল আৰু কেতিয়াবা সঁচাক মিছা বোলাত খং উঠিলেও সেইটো ততালিকে মাৰ গৈছিল, কিন্তু তেনেকৈ আল্লাৰ কামত খং বা ৰং হ'লে সেইটো তেখেতৰ মুখৰ চেহেৰাত বিৰিঙি পৰিছিল।

তেখেতৰ হিয়া বৰ কোমল আছিল। আপোন মানুহতকৈ দুখীয়া নিচলাক বেছিকৈ পুতৌ কৰিছিল। তেখেতে আৰু তেখেতৰ পৰিয়ালে যি খাইছিল আৰু পিন্ধিছিল, বন্দী-বেটীকো ঠিক তেনেকুৱাকৈয়ে খাব, পিন্ধিবলৈ দিছিল। সকলোলৈকে তেখেতৰ মৰম-বেথা আছিল।

ল'ৰা-ছোৱালীবিলাকক ইমান মৰম-চেনেহ কৰিছিল যে, বাটত দেখিলেই বৈ সিহঁতৰ মুখত হাত নুবুলাই নগৈছিল। সিহঁতক 'পোনা', 'সোণা', 'মইনা' এনে আদৰৰ নাম দিহে মাতিছিল। সিহঁতৰ ওচৰেদি গ'লে সিহঁতক চালাম দিহে গৈছিল। সেই দেখি, সিহঁতেও তেখেতক বৰ ভাল পাইছিল। সিহঁতক আনন্দ দিবৰ কাৰণে তেখেতে সিহঁতক নিৰ্দোষ আমোদত যোগদান কৰিছিল আৰু উৎসাহ দিছিল। আব্বাছ-বেন্-চুৰাহ্‌বিল নামেৰে এটি মদিনাৰ ল'ৰাৰ বৰ ভোক লগাত বাৰী সোমাই গছৰ গুটি খাইছিল আৰু কেইটামান গুটি জেপত ভৰাই থৈছিল। গিৰিহঁতে তাক ধৰি ভালকৈ এপালী দি কাপোৰ-কানি কাঢ়ি ল'লে। ল'ৰাটিয়ে ৰছুল-কৰিমৰ (দঃ) ওচৰত গোচৰ দিয়াত, তেখেতে গিৰিহঁতজনক মতাই অনাই ক'লে যে, ল'ৰাটি অজলা, তাৰ ভোক লাগিছিল, তুমি তাক খুৱাবহে লাগিছিল। ল'ৰাটিৰ কাপোৰ-কানিবোৰ তেখেতে ওভোতাই দিয়ালে আৰু ল'ৰাটিক নিজৰ পৰা ৩০ সেৰ যেঁহু দি বিদায় দিলে।*

মুছলমান কি অমুছলমান সকলো নৰিয়াৰ বিচাৰ-খোচৰ লৈছিল, আনকি, নৰিয়া চাবলৈ নগৰৰ মূৰলৈকে গৈছিল। এটা দুখীয়া মানুহে মছজিদে নবৱীৰ মজিয়া হাৰিছিল। সি নৰিয়া পৰিলত তেখেতে ঘনাই তাৰ ওচৰলৈ গৈ খা-খবৰ লৈছিল। সি এদিনা মাজনিশা হঠাৎ মৰিল আৰু ৰাতিয়ে তাক 'দফন'

---

** আবু দাউদ।*

কৰা হ'ল। পুৱাই এই বাতৰি আগেয়ে নোপোৱাত, তেখেতে বৰ বেজাৰ কৰিলে আৰু তেতিয়াই তাৰ কবৰলৈ গৈ তাৰ নিমিত্তে 'দোৱা' (মঙ্গল প্ৰাৰ্থনা) কৰিলে। মুছলমান 'মুৰ্দা' (শ) নিয়া দেখিলেই 'লহদ'ৰ (শ নিয়া চাঙৰ) পাচে পাচে গৈ 'দফন'ত (সমাধিত) যোগ দিছিল। এদিন তেখেতৰ আগেদি এটা 'মুৰ্দা' নিয়া দেখি, তেখেতে সম্মানাৰ্থে থিয় হ'ল আৰু শোক প্ৰকাশ কৰিলে। তাতে এজনে ক'লে, "য়্যা ৰছুলুল্লাহ! এইটো ইহুদীৰ শ।" তেখেতে উত্তৰ দিলে, "হয়, কিন্তু ইহুদীৰো জীৱ আছিল।"

অতি নিকৃষ্ট মানুহৰ ওচৰলৈ গৈ তাৰ দুখত সান্ত্বনা দিছিল। সন্ন্যাসীৰ লগত সঙ্গ কৰিছিল আৰু দুখীয়াৰ লগত আহাৰ কৰিছিল। অতি নিচলা মানুহৰ নিমন্ত্ৰণ আদৰেৰে গ্ৰহণ কৰিছিল। শিষ্ট মানুহক মান কৰিছিল। দুখীয়া উপায়হীনৰ দুখ-কষ্ট দেখি কেতিয়াও আঁতৰ নহৈছিল, কাকো নিৰাশ নকৰিছিল আৰু কোনো ৰজাৰ প্ৰতাপ, ক্ষমতা বা ধন দেখি ভয় নেখাইছিল।

বন্দী-বেটী, তিৰোতা বা জন্তুক কেতিয়াও মৰা নাই। ব্যক্তিগত কাৰণত তেখেতে কাৰো ওপৰত হাত তোলা নাই, আৰু ব্যক্তিগত অপৰাধ বা উৎপীড়নৰ কাৰণে কেতিয়াও প্ৰতিশোধ লোৱা নাই। আনকি নিজ হাতেৰে কাকো শাস্তি দিয়া নাই। কোনোৱে কোনো অপ্ৰীতিকৰ কাম কৰিলে বা কথা ক'লে, তেখেতে তালৈ আওকাণ কৰি পাচত এনে নম্ৰভাৱে সেই মানুহজনৰ নাম নলৈ কথাৰ ধাৰ বুজি ঠাৰে-চিয়াৰে তাৰ বিষয়ে উনুকিয়াই দিয়ে, যাতে সি মনে মনে নিজেই নিজৰ চৰিত্ৰ সংশোধন কৰি লয়। সি যদি তেনে কাম কৰি তেখেতৰ ওচৰত অনুতাপ কৰেহি তেখেতে নম্ৰভাৱে তলমূৰ কৰে।যেতিয়াই যেয়ে কোনো অভাৱ-অভিযোগ জনাইছিল, তাৰ প্ৰতিকাৰ কৰিবলৈ চেষ্টা কৰিছিল। অত্যাচাৰৰ পৰা ৰক্ষা আৰু দাসত্বৰ পৰা মুক্তি পাবৰ নিমিত্তে অতি নিকৃষ্ট দাসেও তেখেতৰ হাত ধৰি তাৰ গিৰিহঁতৰ ওচৰলৈ টানি নিছিল।

তেখেতে এনে সুবিচাৰক আছিল যে, মুছলমান নেলাগে ইহুদীবিলাকৰ মাজত কোনো কথাত থকা-খুন্দা লাগিলে তাৰ মীমাংসা কৰিবলৈ ৰছুল-কৰিমকহে (দঃ) চালিশ মান্য কৰিছিল। তেখেতে হজৰত মুছাৰ (আঃ) আইন মতে বিচাৰ কৰি দিছিল। বিচাৰত কাৰো খাটনি-লোটনি নেমানিছিল। মাখ্‌দুম্ ফৈদৰ এজনী তিৰোতাই চুৰ কৰিছিল। তাইৰ আপোন মানুহবিলাকে

বৰকৈ ধৰাত, ওছমান-বেন্-জেয়দে (ৰাঃ) তেখেতৰ ওচৰলৈ গৈ তিৰোতাজনীক এৰি দিবলৈ খাটিলত, তেখেতে ক'লে, "মোৰ জী ফাতিমায়ো যদি চুৰ কৰিলেহেঁতেন নিশ্চয় হাত কাটিলোহেঁতেন।*

লোকৰ দোষ কেতিয়াও নুকটিছিল। অনৰ্থক বাক্-বিতণ্ড বা ফচহু কথাৰ পৰা আঁতৰ আছিল। লোকৰ গোপনীয় কথা জানিবলৈ নিবিচাৰিছিল। যিটোৰ পৰা কোনো ভাল গুটি ধৰিব পাৰে, তেনে কথাহে কৈছিল। তেখেতে কথা কওঁতে ছাহাবাসকলে তলমূৰকৈ কাণ পাতি কথাৰ অন্ত পৰালৈকে শুনিছিল। কথা-বতৰা হৈ থাকোঁতে কোনোৱে হাঁহিলে, তেখেতৰো ওঁঠত মিচিক হাঁহি বিৰিঙিছিল। আনে কথা ক'লে, কথাৰ অন্ত নপৰালৈকে তেখেতে কাণ পাতি শুনিছিল, মাজত বাধা নিদিছিল, অৰ্থাৎ লোকৰ কথাৰ ওপৰত কথা নকৈছিল।

তেখেতে কথা বৰকৈ নকৈছিল। তেখেতৰ কথাৰ সৰলতা আছিল। আওপকীয়া আৰু ফচহু কথা কেতিয়াও নকৈছিল। কথা কওঁতে এনে লাহে লাহে কৈছিল যে, শুনোতাই ইচ্ছা কৰিলে সহজে কণ্ঠস্থ কৰি ল'ব পাৰে। আৱশ্যক মতে চমুকৈ যি কয়, তাকে শুনি মানুহ ভোল গৈছিল। কাকো বঢ়া-বচন নুবুলিছিল। কিবা কঠুৱা বা কেটেৰা মাত মাতিলে "তাৰ কি হৈছে, তাৰ কপালখন ক'লা হওক" এই আযাৰতকৈ বেছি টান মাত তেখেতৰ মুখৰ পৰা নোলাইছিল। হজৰত আনছে (ৰাঃ) কৈছে, "মই দহ বছৰ নবী-কৰিমৰ (দঃ) ওচৰত আছিলো; কিন্তু ইয়াৰ মাজত তেখেতে মোলৈ আহুকাল পাই, 'উফ্' শব্দটিও কেতিয়াও ব্যৱহাৰ কৰা নাছিল।"

আনে বেয়া পোৱা কাম নকৰিছিল, বেয়া পোৱা কথা নকৈছিল, আৰু আনৰ নিন্দাসূচক কথা নৰটিছিল। এবাৰ বাটত যাওঁতে 'কাফিলা'ত (যাত্ৰী দলত) কেইগৰাকী তিৰোতা আছিল। উট-ৰখীয়াবোৰে চিঞৰি চিঞৰি মৰুভূমিৰ গীত গাই গাই গৈ আছে আৰু উটবোৰেও সেই গীতৰ তালে-তালে খৰকৈ যাবলৈ ধৰিছে। যেতিয়া তেখেতে বুজিব পাৰিলে যে, উট তেনেকৈ বেগাই যোৱাত তিৰোতা কেইগৰাকীয়ে বৰ কষ্ট পাইছে, তেতিয়া তেখেতে ক'লে, "তোমালোকে উট বৰকৈ চলাইছা। সাৱধান! কাঁচৰ কাঁহি-বাটিবোৰ ভাগি যাব।" তেতিয়া সিহঁতে লাহে লাহে উট চলাবলৈ ধৰিলে।

---

** বোখাৰী, মুছলিম।*

আনচাৰী নামেৰে এজন ধেমেলীয়া মানুহে যেতিয়াই কোনো নতুন 'মেৰাঁ' (ফল) বজাৰত দেখা পায়, তেতিয়াই তেওঁ সেই মেৰাঁ আনি তেখেতক উপহাৰ দিয়ে। এদিন এইদৰে মেৰাঁ আনি ৰছুল-কৰিমক (দঃ) দিছিল। দোকানীয়ে তাৰ বেচ খোজাত, "ৰছুলুল্লাহে গুটি খাইছে, মই খোৱা নাই," এই বুলি দোকানীটোক তেখেতৰ ওচৰলৈ আনিলে আৰু ক'লে, "মোৰ হাতত পা-পইচা নথকাত কালিয়ানে আপোনালৈ মেৰাঁ আনিছিলো—কাৰণ, সেইটো ভাল ফল। আনে যদি তাক খায়, খোদা-ৰছুলে নো কেলেই নেখাব?" তেখেতে আনচাৰীৰ কথা শুনি হাঁহিবলৈ ধৰিলে আৰু বেচ দি পেলালে।

ছাহাবাসকলে ভাল পাবলৈ তেওঁলোকৰ ফৈদৰ উপাধিৰে বা যাৰ উপাধি নাই তেওঁক এটা উপাধি দিহে সম্বোধন কৰিছিল। ল'ৰা-ছোৱালী থকা তিৰোতাবিলাকক তেওঁলোকৰ ল'ৰা-ছোৱালীৰ নাম লৈ মাতিছিল আৰু নথকাবিলাকক তেওঁলোকৰ ফৈদৰ উপাধি দি মাতিছিল।

তেখেতেৰ আদেশ আছিল যে, কোনো মুছলমান ধৰুৱা হৈ মৰিলে তেখেতক জনাব, যাতে তেখেতে সেই ধাৰ শুধিব পাৰে। তেখেতে কয়, "মই মাথোন বিলনীয়াহে, প্ৰকৃত দাতা হৈছে খোদা।"

তেখেতে জাক্‌জমক্ ভাল নেপাইছিল। এদিন এজন মানুহে হজৰত আলীলৈ অলপ ভাল খোৱাবস্তু পঠিয়াই দিছিল। তেওঁ অকলে সেই বস্তু খাবলৈ বেয়া পাই, ৰছুল-কৰিমকো (দঃ) মাতি আনিলে। তেখেতে দুৱাৰ মুখ পাই, বেৰত পৰ্দা আৰি থোৱা দেখি উভতি গ'ল। হজৰত আলীয়ে ইয়াৰ কাৰণ সোধাত তেখেতে ক'লে, "যি ঘৰত ইমান সাজ-বাজ তেনে ঘৰত আল্লাৰ নবী সোমাৱা অযুগুত।"

তেখেতে ঘোঁৰা, উট, খচ্চৰ যিহকে পায় তাতে উঠিছিল। বদৰ ৰণলৈ যাওঁতে উটৰ নাটনি হোৱাত তিনি তিনি জনৰ মাজত এটা-এটাকৈ উট ভগাই দিয়া হৈছিল। সেই দৰে ৰছুল-কৰিমেও (দঃ) ভাগ পাইছিল। বাটত ছাহাবাসকলে তেখেতক ওৰে বাট উটৰ ওপৰত উঠি যাবলৈ অনুৰোধ কৰাত, তেখেতে ক'লে, "আপোনালোকে মোতকৈ বেছিকৈ খোজ কাঢ়িব পাৰে বুলি মই নেভাবোঁ আৰু বঁটা আৰ্জ্জিবলৈ আপোনালোকতকৈ মোৰ বেছি হেঁপাহ।"*

---

** ইবনে-হম্বলৰ মছনদ।*

তেখেতে কেতিয়াবা শুদা ভৰিৰেও গৈছিল। খোৱা-বোৱাৰ, পিন্ধা-উৰাৰ একো লাগ-বান্ধ নাছিল। তেখেতে কৈছিল, "ধৰ্মপৰায়ণতাই হৈছে মানুহৰ সকলোতকৈ উত্তম সাজ-পাৰ।" শুবলৈ বিছনা নিবিচাৰিছিল। পালে বিছনাত শুইছিল, নেপালে মাটিতে শুইছিল। তেখেতৰ বিছনা আছিল খাজুৰ গছৰ ছাল ভৰোৱা এখন চামৰা আৰু তেনে এটা গাৰু, আৰু গাত লৈছিল দুভাঁজ কৰা এখন থঙা। এৰাতি বিবি আয়েশ্বাই সেই থঙাখন চাৰি ভাঁজ কৰি দিয়াত, তেখেতে ক'লে, "এনে কৰিলে শোঁলে গাত আৰাম লাগিব, টোপনিয়ে-হেঁচা মাৰি ধৰিব আৰু মই ৰাতি আল্লাৰ এবাদত কৰিবলৈ নেপাম।"

তেখেতৰ ধুন-পেচ একো নাছিল। পোছাকত ওৰৰ পৰা মূৰলৈকে টাপলি। যিহকে পায় তাকে পিন্ধিছিল। কেতিয়াবা ন-কাপোৰ এডোখৰ পিন্ধিবলৈ পালে, আল্লাহ্ তাআলাৰ শলাগ ল'বলৈ কেতিয়াও নেপাহৰিছিল। কেতিয়াবা নোমাল পাগুৰি, কেতিয়াবা এমনৰ চাদৰ বা কেতিয়াবা মৰা পাতৰ পাগুৰি এগছ মূৰত মেৰিয়াইছিল। আৰু পাগুৰিৰ এটা আগ কান্ধৰ ওপৰত ওলমি পৰিছিল। ৰূপৰ আঙঠি এটা সোঁ বা বাওঁ হাতৰ কেএগ্ৰা আঙুলিত পিন্ধিছিল। সুগন্ধি বস্তুলৈ বৰ ৰাপ আছিল।

কোনো বন্ধুক দেখিলে আগেয়ে তেখেতেহে চালাম দিছিল। বাটত যাওঁতে মতা-তিৰোতা, ল'ৰা-বুঢ়া যাকে দেখে চালাম দিছিল। এদিন যাওঁতে বাটত মুছলমান পৌত্তলিক আৰু 'মোনাফিক' (পেট-কপটীয়া মুছলমান), সকলো দলৰে মানুহ এঠাইত জুম পাতি থিয় দি আছিল। ৰছুল-কৰিমে (দঃ) তেওঁলোকক দেখি সকলোকেই চালাম দিলে। কোনো বন্ধুক পালে প্ৰথমতে তেখেতেহে 'মোছাফাহা' কৰিবলৈ (হাত মিলাবলৈ) হাত আগ বঢ়াই দিয়ে আৰু নিজৰ সিজনৰ হাতৰ পৰা আগেয়ে কেতিয়াও টানি নানে আৰু গুচি নেযায়। কোনোৱে তেখেতেৰে কাণ-কথা পাতিলে যেতিয়ালৈকে তেওঁ নিজৰ মুখ আঁতৰাই নিনিছিল, তেতিয়ালৈকে তেখেতে কাণ পাতি শুনিছিল।

তেখেতে জীৱনৰ এক মিনিটো অবাবত নকটাইছিল। ফচহ কথাত বা কামত কেতিয়াও লিপ্ত হোৱা নাছিল। ওৰেও দিন আল্লাৰ ধ্যানত মগ্ন থাকে। সদায় আল্লাৰ নাম মুখত। নামাজ পঢ়ি থাকোঁতে কোনো মানুহে দেখা কৰিবলৈ আহিলে, নামাজ চমুকৈ পঢ়ি তেওঁক অহাৰ সকাম কি সোধে আৰু কথাৰ ওৰ পৰিলে, আকৌ নামাজ পঢ়িবলৈ যায়। যেতিয়াই তেখেতে লোক সেৱাৰ

পৰা আজৰি পায়, তেতিয়াই আল্লাৰ 'এবাদত'ত (উপাসনাত) মগ্ন থাকে। এক মুহূৰ্তমান সময়ো তেখেতৰ মন আল্লাৰ পৰা আঁতৰ হৈ নেথাকে। ধ্যানত এনে তন্ময় চিত্ত হৈ থাকে যে, দুনিয়াৰ হাই-উৰুমি এফেৰাও অনুভৱ কৰিব নোৱাৰে। ২৪ ঘণ্টাৰ ভিতৰত ৮ বাৰকৈ নামাজ পঢ়ে। ৰাতি অলপ পৰহে শোৱে। কেতিয়াবা এনে হয় যে, ৰাতি 'এবাদত'ত থিয় দি থাকোঁতে থাকোঁতে তেখেতৰ ভৰি দুইখনি উখহি যায়।

তেখেতে গোটেই জীৱন 'উম্মত'ৰ (অনুগামীৰ) কল্যাণৰ নিমিত্তে আল্লাৰ দৰবাৰত 'দোৱা' মাগিছিল (প্ৰাৰ্থনা কৰিছিল)। আনকি অন্তিম কালতো 'উম্মত'ক পাহৰা নাছিল।

খোজ কাঢ়োঁতে তেখেতে তললৈ চকু দি বেগাই অথচ থিৰকৈ খোজ কাঢ়ি যায়। উভতি চালে, গোটেই গাতে ঘূৰাই দিয়ে। খোজত আৰু চেহেৰাত নম্রতা আৰু চিন্তাৰ ভাব দেখা যায়।

য'তে পায় ত'তে তেখেতে বহে। ঠাইৰ নাটনি হ'লে, ছাহাবাসকলৰ লগত বহোঁতে কেতিয়াও ভৰি মেলি নবহিছিল। বহোঁতে সাধাৰণতঃ ভৰিৰ কলাফুল এটা থিয় কৰি দুইখন হাতেৰে ভৰিখন মেৰিয়াই বহিছিল। ছাহাবাসকলেও সেই দৰে বহিছিল। য'তে তেখেতে বহে, তাত কোনো হাই-উৰুমি নহয়। যেতিয়া সেই ঠাইৰ পৰা যায়, তেখেতে কয় ঃ

سُبْحَانَ اللهِ اَلْحَمْدُ لِلّٰهِ اَشْهَدُ اَنْ لَّا اِلٰهَ اِلَّا اللّٰهُ

তেখেতে আনে বেয়া পোৱা কথা নকৈছিল। কাৰো নাম লৈ নিন্দা নকৰিছিল। কোনোৱে উপকাৰ কৰিলে, তাৰ শলাগ ল'বলৈ নেপাহৰিছিল।

তেখেতে কাকো শাও নিদিছিল। আনকি শত্ৰুকো 'দোৱা' (আশীৰ্বাদ)হে কৰিছিল। দুৰ্ঘোৰ ৰণ হৈ থাকোঁতেও কোনো ছাহাবীয়ে শত্ৰুক শাও দিবলৈ অনুৰোধ কৰোঁতে, তেখেতে উত্তৰ দিছিল, "মই মানুহক শাও দিবলৈ অহা নাই, 'নেক দোৱা' (আশীৰ্বাদ) কৰিবলৈহে আহিছোঁ।" কি মুছলমান কি অমুছলমান সকলোকে আশীৰ্বাদহে কৰিছিল।

আৰববিলাকে আগেয়ে নাঙঠ হৈ গা ধোৱাটো অশিষ্ট কাম বুলি নেভাবিছিল। কা'বাৰ 'তোৱাফ' (প্ৰদক্ষিণ) নাঙঠ হৈহে কৰাৰ নিয়ম চলি আছিল। নাঙঠ হৈ গা ধোৱা আৰু 'তোৱাফ' কৰা দুইটা নিষেধ কৰি দিলে।

গাত কাপোৰ লৈ ৰাজহুৱা অৰ্থাৎ সকলোৱে ব্যৱহাৰ কৰিব পৰা গোছলখানাত গা ধুব পাৰে, কিন্তু তিৰোতাৰ তেনে গোছলখনাতো গা ধোৱা একেবাৰেই নিষিদ্ধ হ'ল।

'জামাত'ত (জুম পাতি) নামাজ পঢ়িলে বৰ দীঘল 'চুৰা। (শ্লোক) পঢ়িবলৈ নিষেধ, কাৰণ 'মোকতদি'ৰ মাজত বুঢ়া, ৰুগীয়া আৰু নিঃকিন মানুহ থাকিব পাৰে। এদিন এজন মানুহে ৰছুল-কৰিমৰ (দঃ) ওচৰলৈ গৈ ক'লে, "তেওঁৰ পক্ষে মুয়াজ-বেন্-জবলৰ পাচত নামাজ পঢ়া বৰ টান, কাৰণ তেওঁ দীঘল 'চুৰা' পঢ়ে।" আবু মাচুদ আনছাৰীয়ে লিখিছে, "এই কথা শুনি ৰছুল-কৰিমৰ (দঃ) যেনে খং সেই ইমামলৈ উঠিছিল, তেনে খং তেখেতৰ কেতিয়াও দেখা নাছিলো।"*

অমুছলমান পণ্ডিতসকলে যি হৃদয়গ্ৰাহী আৰু সঠিক বিৱৰণ লিখি গৈছে, সেইবোৰ উল্লেখ কৰিব লগীয়া। তাৰে মাথোন জনদিয়েকৰ প্ৰশংসাবাদ ইয়াতে উনুকিয়াব খোজোঁ। পোল (Pole) চাহেবে লিখিছে ঃ "There is something sotender so tender and womanly, and withal so heroic about the man (Mohammad), that one is in peril of finding the judgment unconsciously blinded by the feeling of reverence and well-nigh love that such a nature inspires. He who, standing alone braved for years the hatred of his people, is the same who was never the first to withdraw his hand from another's clasp; the beloved of childred, who never passed a group of little ones without a smile from his wonderful eyes and a kind word for tham, sounding all the kinder in that sweet-toned voice. The frank friendship, the noble generosity, the dauntless courage and hope of the man, all tend to melt criticiom into admiration."

"He was an enthusiast in that noblest senes when enthusiasm becomes the salt of the earth, the one thing that keeps men from rotting whilst they live. Enthusiasm is often used despitefully, because it is joined to an unworthy cause, or fall upon barren and bears no fruit. So was it not with Mohammad. He was an enthusisat when enthusiasm was the one

---

* *বোখাৰী।*

গাত কাপোৰ লৈ ৰাজহুৱা অৰ্থাৎ সকলোৱে ব্যৱহাৰ কৰিব পৰা গোছলখানাত গা ধুব পাৰে, কিন্তু তিৰোতাৰ তেনে গোছলখনাতো গা ধোৱা একেবাৰেই নিষিদ্ধ হ'ল।

'জামাত'ত (জুম পাতি) নামাজ পঢ়িলে বৰ দীঘল 'চুৰা। (শ্লোক) পঢ়িবলৈ নিষেধ, কাৰণ 'মোকতদি'ৰ মাজত বুঢ়া, ৰুগীয়া আৰু নিঃকিন মানুহ থাকিব পাৰে। এদিন এজন মানুহে ৰছুল-কৰিমৰ (দঃ) ওচৰলৈ গৈ ক'লে, "তেওঁৰ পক্ষে মুয়াজ-বেন্-জবলৰ পাচত নামাজ পঢ়া বৰ টান, কাৰণ তেওঁ দীঘল 'চুৰা' পঢ়ে।" আবু মাচুদ আনছাৰীয়ে লিখিছে, "এই কথা শুনি ৰছুল-কৰিমৰ (দঃ) যেনে খং সেই ইমামলৈ উঠিছিল, তেনে খং তেখেতৰ কেতিয়াও দেখা নাছিলো।"*

অমুছলমান পণ্ডিতসকলে যি হৃদয়গ্ৰাহী আৰু সঠিক বিবৰণ লিখি গৈছে, সেইবোৰ উল্লেখ কৰিব লগীয়া। তাৰে মাথোন জনদিয়েকৰ প্ৰশংসাবাদ ইয়াতে উনুকিয়াব খোজোঁ। পোল (Pole) চাহেবে লিখিছে ঃ "There is something sotender so tender and womanly, and withal so heroic about the man (Mohammad), that one is in peril of finding the judgment unconsciously blinded by the feeling of reverence and well-nigh love that such a nature inspires. He who, standing alone braved for years the hatred of his people, is the same who was never the first to withdraw his hand from another's clasp; the beloved of childred, who never passed a group of little ones without a smile from his wonderful eyes and a kind word for tham, sounding all the kinder in that sweet-toned voice. The frank friendship, the noble generosity, the dauntless courage and hope of the man, all tend to melt criticiom into admiration."

"He was an enthusiast in that noblest senes when enthusiasm becomes the salt of the earth, the one thing that keeps men from rotting whilst they live. Enthusiasm is often used despitefully, because it is joined to an unworthy cause, or fall upon barren and bears no fruit. So was it not with Mohammad. He was an enthusisat when enthusiasm was the one

---

* *বোখাৰী।*

তেখেত তেওঁলোকৰ মাজৰে এজন। তেখেত একখোদাবাদৰ ঐশ্বৰিক দূত স্বৰূপে আৱিৰ্ভূত হৈছিল। নিজৰ জীৱনৰ অন্তিম কাললৈকে এই কথা বা যি প্ৰত্যাদেশ তেখেতৰ জীৱনৰ মজ্জা বা সাৰ আছিল, তাক তেখেতে কেতিয়াও পাহৰা নাছিল। তেখেতে নিজৰ গুৰু ভাবৰ দায়িত্ব বুজি যেনেকৈ মহা গৌৰেৰে নিজৰ মানুহলৈ মহা সত্যৰ সুসংবাদ আনিছিল, সেই দৰে নিজৰ দুৰ্বলতা অনুভৱ কৰি অতি হৃদয়গ্ৰাহী বিনয় নম্ৰতাৰে তেওঁলোকৰ আগত তাক প্ৰমাণ কৰিছিল।

জাৰ্মান ডাক্তৰ ওৱেইল (Dr. Weil) চাহেবে লিখিছে ঃ "Muhammad set a shining example to his people. His character was pure and staninless. His dress, his food,–they were characterized by a rare simplicity. So unpretentious was he that he would receive from his compainons no special mark of reverence, nor would he accept any service from his slave which he could do himself. Often was he seen in the market purchasing provisions, often and often was he seen mending his clothes in his room, or milking a goat in his courtyerd. He was accessibe to all and at all times. He visited the sick and was full of sympathy for all. Unlimited was his benevolence and generosity and so was his anxious care for the welfare of the commuunity. Despite innumerable presents which from all quarters unceasingly poured in for him, heleft very little behind, and even that he regarded as state property."

অৰ্থাৎ মোহম্মদে তেখেতৰ লোকসকলৰ মাজত এটি জ্বলন্ত উদাহৰণ দেখুৱালে। তেখেতৰ চৰিত্ৰ নিৰ্মল আৰু নিখুঁত আছিল। সাজপাৰ আৰু আহাৰ অতিকৈ চাদা-চিধা বা পোন-পটিৰ আছিল। তেখেত এনে বিনয়ী আছিল যে, তেখেতৰ লগৰীবিলাকৰ পৰা কেতিয়াও কোনো বিশেষ সেৱা সৎকাৰ নলৈছিল আৰু যিটো কাম নিজে কৰিব পাৰিছিল, তাত তেখেতৰ বন্দী-বেটীৰ সহায় কেতিয়াও নিবিচাৰিছিল। বজাৰত নিজে খোৱা বস্তু-বেহানি কিনি ফুৰা, নিজৰ কোঠাত নিজৰ কাপোৰ-কানি নিজেই সি-পুতকি লোৱা আৰু চোতালত নিজ হাতে ছাগলী খিৰোৱা সঘনে দেখা পোৱা গৈছিল। সকলো মানুহে সকলো সময়তে তেখেতক দেখা কৰিব পাৰিছিল।

তেখেতে ৰুগীয়াবিলাকক চাই ফুৰিছিল আৰু সকলোকে পুতৌ কৰিছিল। তেখেতৰ সদয় ভাব আৰু বদান্যতাৰ সীমা নাছিল আৰু সেই দৰেই সমাজৰ কল্যাণৰ নিমিত্তেও তেখেত চিন্তিত আছিল। যদিও চাৰিও ফালৰ পৰা অবিশ্ৰান্তৰূপে অসংখ্য উপঢৌকন তেখেতলৈ আহিছিল, তথাপি তেখেতে পাচলৈ একো থৈ যোৱা নাছিল, আৰু যিবা অলপ-অচৰপ আছিল, তাকো তেখেতে ৰাজহুৱা বস্তু বুলিহে জ্ঞান কৰিছিল।

মচি চিদিও ফ্ৰান্সৰ এজন প্ৰসিদ্ধ ঐতিহাসিক। তেওঁ লিখিছে ঃ "মোহম্মদ যেতিয়া ডেকা হ'ল, তেতিয়া তেখেতৰ লজ্জাশীলতা, সহিষ্ণুতা আৰু কৰ্তব্য-পৰায়ণতা মানৱ সমাজত অদ্বিতীয় আছিল। তেখেতে অতি সোৱাদ মুখেৰে আৰু সত্যতাৰে কথা কৈছিল। বেয়া কথা কোনেও তেখেতৰ মুখত শুনা নাছিল। সেই বাবেই, তেখেতে 'আমীন' বাব পাইছিল। তেখেতৰ চৰিত্ৰ অতি উন্নত। অতি মহান। তেখেতে চেনেহেৰে কঠুৱাক, ক্ষমাৰে শত্ৰুক জয় কৰিছিল। মক্কা তেখেতৰ তেনেই হাতৰ তলত হোৱাতো, তেখেতে শত্ৰুবিলাকক এৰি দিছিল আৰু ধৰ্ম ৰণত পোৱা বয়বস্তুবিলাক শত্ৰুবিলাকৰ মাজত ভগাই দিছিল।"

বোছওৱাৰ্থ স্মিথ (Bosworth Smith) চাহেবে লিখিছে ঃ "One has only to Muhammad's conduct to the prisoners after the battle of Badr, to his patient tolerance towards his enemece at Medina, his love for children and dumb creatures and above all his bloodless entry into Meeca and complete amnesty he gave to thoes who had been his bitter enemies during eighteen years of insult, and finally open war to show that cruelty was no part of Muhammad's nature."

অৰ্থাৎ বদৰ-ৰণৰ পাচত যুদ্ধ-বন্দীবিলাকৰ প্ৰতি মোহম্মদৰ ব্যৱহাৰ, মদিনাত শত্ৰুবিলাকৰ প্ৰতি ধীৰ সহিষ্ণুতা, ল'ৰা-ছোৱালীবিলাক আৰু মাতিব নজনা জন্তুবিলাকৰ প্ৰতি প্ৰেম, প্ৰধানতঃ বিনা ৰক্তপাতে মক্কা প্ৰৱেশ আৰু যি কাল-শত্ৰুবিলাকে ১৮ বছৰ ধৰি অত্যাচাৰ-উৎপীড়ন কৰি আহিছিল, সেই বিৰুদ্ধাচাৰীবিলাকৰ সম্পূৰ্ণ অপৰাধ-মাৰ্জনা আৰু অৱশেষত নিৰ্দয়তা যে মোহম্মদৰ স্বভাৱ নহয়, তাক দেখুৱাবলৈ সন্মুখ ৰণ—এইবোৰলৈ মাথোন চালেই তেখেত নো কেনে আছিল তাক বুজিব পাৰি।

# আকৃতি

ৰছুল-কৰিম (দঃ) বৰ ওখও নাছিল আৰু বৰ চাপৰো নাছিল, মজলীয়া। তেখেতৰ গা পাতল, মূৰ ডাঙৰ, কান্ধ বহল, বাউসি দুটি দীঘল আৰু বলিষ্ঠ, বুকু বহল, ভৰি দীঘল, হাড় শকত, চুলি ক'লা ঘন আৰু অলপ কেঁকুৰা আছিল আৰু কান্ধলৈকে পৰিছিল। মুখৰ গঢ় কণীৰ আকৃতিৰ নিচিনা। কপাল ওখ আৰু বহল, চেলাউৰিযোৰ দীঘল লগখোৱা আৰু ধেনুৰ নিচিনা। চকুৰ নোম ঘন। চকু দুটি উজ্জ্বল আৰু ক'লা। কপালৰ ওপৰত এডালি অলপ বেঁকা শকত সিৰ আছিল। খং উঠিলে সেই সিৰডালি ক'লা হৈ পৰে আৰু কঁপিবলৈ ধৰে। নাক দীঘল আৰু ওখ। গাল দুখনি সুন্দৰ। দাঁত চক্‌চকীয়া বগা আৰু পৰিপাটীকৈ খাঁজ খোৱা। ডাঢ়ি ঘন আৰু দীঘল। গাৰ ছাল কোমল আৰু নিমজ। বৰণ তেজ গোঁৰা। হাত আৰু হাতৰ তলুৱা তিৰোতাৰ নিচিনা কোমল, মঙহহাল আৰু আঙুলিবিলাক সুগঠিত। পিঠিত পাৰৰ কণীৰ নিচিনা এটি ওখ আৰু অলপ ৰঙা চিন আছিল। তাকে 'মোহৰ নবুৱৎ' বোলে। তেখেতৰ চেহেৰাত এনে গহীন, এনে মহৎ, এনে মধুৰ আৰু এনে আকৰ্ষণী শক্তি আছিল যে, সেই বাবেই তেখেতে সকলোৰে ভক্তি সন্মান পাইছিল।

# আদৰ্শ নবী

ৰছুল-কৰিম (দঃ) এজন অসাধাৰণ মহাপুৰুষ আছিল। মক্কাত তেখেতৰ দুখ আৰু পৰীক্ষাৰ জীৱন; মদিনাত সম্পদ আৰু কৃতকাৰ্যতাৰ জীৱন। জন্মতেই পিতৃহীন মাউৰা, পিতৃ-চেনেহ কি তাৰ গোন্ধ নেপালে, কেঁচুৱা কালতেই মাতৃৰ মৰম-বেথাৰ পৰা বঞ্চিত হৈ ঘাট-মাউৰা হ'ল। ল'ৰাকালৰে পৰা দুখৰ ওপৰত দুখ। ল'ৰাকালত যেনে চিন্তাশীল, ডেকাকালত তাতোকৈ চিন্তাশীল। ল'ৰাকালত তেখেতৰ যেনে নিৰ্মল পবিত্ৰ চৰিত্ৰ, ডেকাকালতো তেনে আৰু 'নবুৱৎ'ৰ পাচঁতো তেনে নিৰ্মল পবিত্ৰ। ডেকাকালত যেনে গহীন আৰু

কর্মশীল, আদ বয়সতো তেনে। দুখীয়া, মাউৰা-মাউৰী, উৎপীড়িত, দুৰ্বলীৰ দুখ-কষ্টলৈ সদায় তেখেতৰ কাণ থিয়। অন্তঃকৰণ কোমলতা, বিশ্ব-প্ৰেম, আৰু সহানুভূতিৰে সদায় ভৰপূৰ আৰু আল্লাৰ সৃষ্ট বস্তুলৈ মৰম আৰু ধাউতি। যীছুৱে নিজৰ মানুহৰ আগত বিশ্বাস জন্মাব নোৱাৰিলে,* কিন্তু ৰছুল-কৰিমক (দঃ) দেখি শত্ৰুৱেও উভতি চায় আৰু আঙুলিয়াই কয়, সৌৱা গৈছে 'আল্-আমীন' (সাধু সত্যবাদী)। তেখেতে যি শিক্ষা দিছিল, তাক সকলোৱে যুক্তিসঙ্গত বুলি মানি লৈছিল, কিন্তু সাতাম-পুৰুষীয়া আথাও-পুথাওৰ পুতলা পূজা এৰি, এক আল্লাহ তাআলাৰ পূজা কৰাটোহে কোৰেচবিলাকৰ সহ্য নহৈছিল। তেখেত প্ৰকৃত বন্ধু, অনুৰক্ত স্বামী। মৰণ-জীৱন, মানুহৰ দায়িত্ব, জীৱনৰ অভিপ্ৰায় ইত্যাদি বিষয়ৰ ভাবুক। আগতিৰ গতি, পতিত জাতিৰ উদ্ধাৰ, আনকি জগতক উদ্ধাৰ কৰাই হৈছে তেখেতৰ ব্ৰত—এনে কৰাই হৈছে তেখেতৰ মনৰ শান্তি। কামত বিফল হ'লে বা হাৰিলে হতাশ নহয়। যি কামৰ বোজা তেখেতৰ ওপৰত দিয়া যায়, তাক অতি উদ্যমেৰে নেৰা-নেপেৰাকৈ সমাধা কৰে। চৰিত্ৰৰ পবিত্ৰতা, হৃদয়ৰ শ্ৰেষ্ঠতা, আল্লাৰ 'ৰহম'ৰ (কৃপাৰ) ওপৰত অটল বিশ্বাসৰ বাবে, পাচত অনেক শিষ্যই আকৃষ্ট হৈ তেখেতৰ কেউফালে গোট খাবলৈ ধৰিলে।§ ভাৰতবৰ্ষ ব্ৰহ্মসমাজৰ নামজ্বলা পণ্ডিত শ্ৰীযুত গিৰীশ চন্দ্ৰ সেনে লিখিছে ঃ "তেৰশ বছৰৰ আগেয়ে ঘোৰতৰ আন্ধাৰে আবৰি থকা আৰব দেশত হজৰত মোহম্মদ (দঃ) দুপৰীয়া বেলিৰ নিচিনা দীপ্তি পাইছিল। তেখেতৰ বিশ্বাস-বীৰ্য, ঈশ্বৰ-নিষ্ঠা আৰু নিৰ্ভৰ আৰু প্ৰবল বাধা-বিঘিনিৰ মাজত ঈশ্বৰাজ্ঞা পালন কৰাত, অতুল সাহস আৰু উৎসাহ, নিয়ম-বিধিৰ দৃঢ়তা আৰু জনমণ্ডলীৰ একতা-সাধন, সকলোবোৰেই অদ্ভুত আৰু অলৌকিক আছিল।" ঘোৰ বিপদ আহিলে, যেতিয়ালৈকে নিজৰ শিষ্যবিলাক নিৰাপদ নহয়, তেতিয়ালৈকে তেখেতে ধীৰ আৰু অটলভাৱে নিজৰ ঠাইত থাকে। তেওঁলোক সকলো নিৰাপদ হ'লেহে, পাচত নিজক ৰক্ষা কৰিবলৈ চেষ্টা কৰে। সকলো বাধা-বিঘিনি, সকলো অত্যাচাৰ-উৎপীড়ন আৰু প্ৰলোভনৰ বিৰুদ্ধে অটল হৈ কাৰ্য ক্ষেত্ৰত চয়তানক পৰাজয় কৰি দেখুৱালে। মানুহৰ ৰজা আৰু শাসনকৰ্তা, ৰণ ক্ষেত্ৰত প্ৰধান সেনাপতি,

---

* *John VII.5.*

§ *The Spirit of Islam.*

সমাজৰ নেতা, আইনজ্ঞ, প্ৰধান বিচাৰকৰ্তা, সাধাৰণ-তন্ত্ৰৰ কেন্দ্ৰ আৰু ধৰ্ম-প্ৰচাৰক কিন্তু তথাপি নাই অহংকাৰ, নাই ভেম, নাই মইমতালি, নাই ফিতাহি— সদায় নম্ৰ আৰু সদায় বিনীত। আদিৰে পৰা মক্কাত যি শিক্ষা দিছিল, মদিনাতো তাকেই শিক্ষা দিছিল, তাত এফেৰাও লৰচৰ নাই, হেৰ-ফেৰ নাই। হজৰত মুছাই (আঃ) যি উপদেশ দিছিল, তাকে ভাঙি-পাতি বহলাই কৈছিল; হজৰত ঈছাই (আঃ) যি স্বৰ্গ ৰাজ্যৰ নিমিত্তে প্ৰাৰ্থনা কৰিছিল, তাকে তেখেতে জগতলৈ আনি কাৰ্যত দেখুৱালে; যি সমাজতন্ত্ৰত চিত্ৰ তেওঁ কল্পনা কৰিছিল, তাকে তেখেতে কাৰ্যত সম্পূৰ্ণৰূপে পৰিণত কৰি দেখুৱালে। আৰস্তু (Aristotle) আৰু আফ্লাতুনে (Plato) যি প্ৰজাতন্ত্ৰমূলক সমাজিক দেখিছিল, তেখেতে তাকে দিঠকত দেখুৱালে। বুৰঞ্জীয়ে সাক্ষ্য দিছে যে, তেখেতৰ আগেয়ে পৃথিৱীত কেৱে সমাজতন্ত্ৰমূলক ৰাজ্য স্থাপন কৰা নাই। মুঠতে ক'বলৈ গ'লে হজৰত আদমৰ (আঃ) পৰা হজৰত ঈছালৈকে নবীসকলে 'তৌহিদ' প্ৰচাৰ কৰোঁতে যি আদেশ-উপদেশ দিছিল, তেখেতে তাকে পুনৰ্জীৱিত আৰু সময়োপযোগী কৰি গজ্‌গজীয়াকৈ স্থাপন কৰিলে। তেখেতে এনে শাসনতন্ত্ৰ কৰিলে যে, সেই মতে তাক চলাব পাৰিলে, তাত কোনো ঘুণ উলিয়াব নোৱাৰে—শান্তি ৰক্ষা কৰিবৰ নিমিত্তে, মানুহৰ কোনো ৰাজ-প্ৰহৰীৰ আৱশ্যকতা নাই, কোনো প্ৰকাৰ শ্ৰেণী, জাতি বা বৰণৰ বিভিন্নতা নাই, শাসক আৰু শাসিতৰ ভিতৰত পাৰ্থক্য নাই। শ্ৰেণী-বংশ-মৰ্যাদা, বৰণ-মতৰ যিমান বাধা আছিল, সকলোবোৰ ধ্বংস হ'ল । বগা-ক'লা-হালধীয়া সকলোবোৰ আল্লাৰ আগত সমান, সকলোবিলাক একে 'বনি-আদম' (আদমৰ সন্তান) গোটেই জেজিৰতুল-আৰব (Arabian Peninsula) ৰছুল-কৰিমৰ (দঃ) হাতলৈ আহিলত, মদিনা সোণ-ৰূপৰ ভঁৰাল হৈ পৰিল, কিন্তু তেখেতৰ ঘৰ উদং। নিজে অনাহাৰে-লঘোনে থাকি লোকক খুৱায়। চৰকাৰী ভঁৰাল (Public treasury) নিজৰ ভোগ-বিলাসিতাৰ নিমিত্তে নহয়, সকলো ৰাইজৰ উপকাৰৰ নিমিত্তেহে। এই পৃথিৱী, গন্তব্য ঠাইলৈ যোৱা বাটৰ, এটা জিৰণি ঘৰ মাথোন। তেখেতে কয়, "প্ৰত্যেক মানুহ এই পৃথিৱীত বাটৰুৱা, মানুহক বাটৰ নিমিত্তে যিমান বয়বস্তু লাগে, তাতকৈ সৰহ নেলাগে?" এদিন এজনে তেখেতক শুবলৈ তুলি এখন দিব খুজিছিল। তেখেতে ক'লে, "বাটৰুৱাই যেনেকৈ অলপ পৰৰ কাৰণে গছৰ তলত বহি জিৰায়, পাচত গুচি যায়,

সকলো মানুহৰে পৃথিৱীৰ লগত তেনেহে সম্পৰ্ক। য'তে পায়, ত'তে থাকে; যিহকে পায়, তাকে খায়; য'তে ত'তে বহে, য'তে ত'তে শোৱে। এদিন মাশ্‌ৰাবত হজৰত ওমৰে তেখেতৰ লগত দেখা কৰিবলৈ গৈ দেখে যে, তেখেতৰ গাত মাথোন এখন চাদৰত বাজে আন একো নাই। যি খাটিয়াখনত শুইছে, তাত বিছনা নাই, গাৰুটো খাজুৰ গছৰ ছাল ভৰাই তৈয়াৰ কৰা হৈছে। ঘৰৰ এচুকত মাথোন অলপমান য'ৱধান, মূৰৰ ওপৰত পানীৰ 'মোশ্বক' (চামৰাৰ পাত্ৰ) এটা আছে। এই অৱস্থা দেখি হজৰত ওমৰৰ চকুলো ব'বলৈ ধৰিলে। তেওঁ ক'লে, "য়্যা ৰছুলুল্লাহ! যি খাটিয়াত আপুনি শুইছে, তাৰ জৰী লাগি আপোনাৰ গাত সাঁচ বহি গৈছে, ঘৰটোও আপচু। ইৰাণৰ (পাৰস্যৰ) বাদশ্বাহ আৰু ৰোমৰ সম্রাট ভোগ-বিলাসিতাত মতলীয়া হৈ থাকে। আপুনি আল্লাৰ ৰছুল হৈ আপোনাৰ এনে অৱস্থা দেখি সহিব নোৱৰা হৈছোঁ।" তেখেতে উত্তৰ দিলে, "য়্যা ইব্‌নে-খাত্তাব! তেওঁলোকে দুনিয়া লৈছে আৰু মই 'আখেৰাত' (পৰকাল), তুমি এইটো মনোনীত কৰা নাই নে?" লাঞ্ছিত আৰু উৎপীড়িত হৈ তেখেতে ধৰ্মোপদেশ দি ফুৰিছে আৰু স্বাৰ্থত্যাগ কৰি নিজৰ উদাহৰণেৰে কাৰ্য ক্ষেত্ৰত তাক দেখুৱাইছে আৰু দেখুৱাইছে যে, সন্ধি আৰু প্ৰতিজ্ঞা উপলঙঘাৰ বস্তু নহয়, সন্ধিৰ চৰ্ত আৰু প্ৰতিজ্ঞা-কাকত পবিত্ৰ বস্তু, আখৰে আখৰে তাক পালন কৰিবই লাগিব। ৬ষ্ঠ হিজৰীত হোদায়বিয়া সন্ধি চৰ্ত অনুসৰি আবু জন্দলে, ওৎবায়ে আৰু আবু ছুফিয়ে বৰকৈ কাও-কাও কৰাতো, তেওঁলোকক শত্ৰুৰ হাতত দিয়া হ'ল। আনকি, 'নবুৱত'ৰ আগেয়েও তেখেতে কেতিয়াও প্ৰতিজ্ঞা নেভাঙিছিল।আব্দুল্লাহ-বেন্-আবিলআম্‌চা নামেৰে এজনৰ লগত তেখেতৰ কিবা এটা কথাৰ মীমাংসা কৰিব লগাত, এদিন দুইজনে এটা নিৰ্দিষ্ট ঠাইত, এটা নিৰ্দিষ্ট সময়ত গোট খাবলৈ ঠিক কৰিলে। আব্দুল্লাই সেই প্ৰতিজ্ঞাৰ কথা পাহৰি গ'ল। পাচত তিন দিনৰ মূৰত দেখেগৈ যে, জনাব ৰছুল-কৰিম (দঃ) তাতে এই তিন দিন ৰৈ আছে। সেই বাবেই ল'ৰাকালৰ পৰা তেখেতে, 'আল্-আমীন' (বিশ্বাসী) নাম পালে। পৰম শত্ৰু আবু ছুফিয়ানে নিজেই ৰোম সম্রাটৰ আগত স্বীকাৰ কৰিছিল যে, নবী-কৰিমে (দঃ) কেতিয়াও প্ৰতিজ্ঞা নেভাঙে।বদৰ ৰণত আবু হুজেইফা আৰু আবু হিচ্‌ল নামেৰে দুজন মক্কাৰ মানুহ মদিনালৈ আহে, বাটতে কোৰেচবিলাকে তেওঁলোকক পাই যাবলৈ বাধা দিয়ে।পাচে সিহঁতে ৰছুল-

কৰিমৰ (দঃ) লগত যোগ নিদিয়ে বুলি প্ৰতিজ্ঞা কৰি, কথমপি টুপাই বুৰ মাৰি তেখেতৰ ওচৰত হাজিৰ হয়। শত্ৰুৰ সৈন্য মুছলমান সৈন্যতকৈ তিনি গুণ বেছি, এনে অৱস্থাতো সকলো কথাৰ আঁতি-গুৰি লৈ তেখেতে ক'লে, "তোমালোক উভতি যাব লাগিব, তোমালোকৰ প্ৰতিজ্ঞা কেতিয়াও ভাঙিব নোৱাৰা, মই আল্লাৰ সহায়ত বাজে কাৰো সহায় নিবিচাৰোঁ।"*

মানুহে যেনেকৈ এফালে, যাকে শক্তিশালী দেখিছিল, তাকেই দেৱতা পাতি আল্লাৰ পুতেক বা অৱতাৰ ভাবি, মহান আৰু অসীম আল্লাক পাহৰি তেওঁক নিম্নগ কৰি দিছিল; তেনেকৈ আনফালে নিজৰ মহতী সত্তা হেৰুৱাই মানুহৰ প্ৰাপ্যক দেৱতাৰ লগত মিলাই দি নিজক নিকৃষ্ট কৰি পেলাইছিল। ৰছুল-কৰিমে (দঃ) মানুহৰ এই বহু যুগ জোৰা ভ্ৰমান্ধকাৰ, মৰ-সাহসেৰে দূৰ কৰি ইছলামৰ বীজ-মন্ত্ৰ স্বৰূপে 'কল্‌মায়ে শ্বাহাদত'ৰ ঘোষণা কৰি দিলে—

لَا اِلٰهَ اِلَّا اللّٰهُ

অৰ্থাৎ একমাত্ৰ আল্লাত বাজে আৰু কোনো উপাস্য নাই,

عَبْدُهٗ وَرَسُوْلُهٗ

অৰ্থাৎ মই আল্লাৰ দাস আৰু দূত—মই দেৱতা নহওঁ, অৱতাৰ বা আল্লাৰ পুতেক নহওঁ।

اَنَا بَشَرٌ مِثْلُكُمْ•

অৰ্থাৎ মই তোমালোকৰ নিচিনাই এজন মানুহ।

আল্লাহ তাআলাই কৈছে—

قُلْ هُوَ اللّٰهُ اَحَدٌ. لَمْ يَلِدْ وَلَمْ يُوْلَدْ
وَلَمْ يَكُنْ لَهٗ كُفُوًا اَحَدٌ §

---

* মুছলিম।

• কোৰ্‌আন—চুৰা কহফ, ১১০ আয়ত।

§ কোৰ্‌আন—চুৰা এখলাচ, ১,৩,৪ আয়ত।

অৰ্থাৎ "কোৱা (হে মোহম্মদ), তেওঁ একমাত্ৰ আল্লাহ, তেওঁ জন্মা নাই আৰু কাকো জন্ম দিয়া নাই। মহাপুৰুষ যীছুৱে ঈশ্বৰৰ পুতেক বুলি নিজকে পৰিচয় কেতিয়াও দিয়া নাই।" পাক কোৰ্‌আনে কৈছে—আল্লাহ তাআলাই বিচাৰৰ দিনা সুধিব, "হে মৰিয়মৰ পুতেক ঈছা! তুমি জানো মানুহবিলাকক কৈছা যে, ঈশ্বৰক এৰি মোক আৰু মোৰ আইক ঈশ্বৰৰূপে ধৰা?" তেতিয়া ঈছাই একো কথা কোৱা নাই বুলি উত্তৰ দিব।* সাৱধান! খৃষ্টানবিলাকে যেনেকৈ বিবি মৰিয়মৰ পুতেক যীছুক বঢ়াওঁতে বঢ়াওঁতে নিৰাকাৰ পৰম-পিতাৰ আসনত বহুৱাই দিছে, তোমালোকে যেন মোৰ ওপৰত সেই দৰে অতিপাত ৰহন নেসানা।"

ৰছুল-কৰিম আৰবীয়ে (দঃ) নিজক আল্লাৰ দাস আৰু মানুহ বুলি দোৱাই দোৱাই ঘোষণা কৰি মানুহৰ গোটেই জীৱন-ব্যাপাৰত নিজক মিলাই মানুহৰ মনত এই মহা সত্য নিকপ্‌কপীয়াকৈ আঁকি দিছে যে, মহাপুৰুষ মানুহৰ সীমাৰ বাহিৰ নহয়, তেৰোঁ মানুহ, মানুহৰেই তেওঁ মহত্তম পৰিণাম মাথোন।

যেনেকৈ বীজ বুলিলে তাৰ ভিতৰত অনুস্তুত গুণ বা শক্তি আছে, সেই বীজ ৰূলে গছ হ'ব, তাত সাৰ জাবৰ দিলে তাৰ পৰা ফুল হ'ব আৰু ফুলৰ পৰা ফল হ'ব, তাতে অন্ত নহয়—সেই ফল মানুহে খালে মানুহক সেই ফলে শক্তি দিব; তেনেকৈ মানুহ বুলিলে তাৰ ভিতৰত নানা ৰকমৰ অনুস্তুত শক্তি আছে, সেই শক্তিবোৰ পাচত ফুটি উঠি মানুহে দেৱত্ব লভিব পাৰে।

সুখ-সম্পদৰ কোলাত উঠিও যি নানং নবস্ত্ৰং হৈ দাল-দৰিদ্ৰৰ দৰে জীৱন-যাপন আৰু আহাৰ-বিহাৰ কৰিছিল, যাৰ আঙুলি সঙ্কেতত ৰাজাধিৰাজৰ মুকুট ভূমিলুণ্ঠিত হৈছিল, যাৰ অলৌকিক প্ৰভাৱত নৰদেহধাৰী সহস্ৰ সহস্ৰ মৰুভূমিৰ অসুৰেও চাওঁতে চাওঁতে নিজৰ পাশৱ স্বভাৱ পৰিহাৰ কৰি, প্ৰকৃত মনুষ্যত্বৰ জ্যোতি লাভ কৰিছিল, যাৰ বিমল চৰিত্ৰত জ্ঞান, কৰ্ম আৰু প্ৰেমৰ মণিকাঞ্চন সমাবেশ, তেনে মহাপুৰুষৰ বিষয়ে চিন্তা কৰিলে, মানৱাত্মাৰ অতুল ঐশ্বৰ্য দেখি, হৃদয় আচৰিত আৰু আনন্দিত নহৈ থাকিব পাৰে নে?

যি কেতিয়াও সংসাৰত সোমোৱা নাই, যি কেতিয়াও সংসাৰৰ নিদাৰুণ ঘাত-প্ৰতিঘাত আৰু অভাৱ-অভিযোগৰ কঠোৰ পৰীক্ষাত পৰা

---

** কোৰ্‌আন—চুৰা মায়দা, ১১৬-১১৭ আয়ত।*

নাই, তেওঁৰ সাধু জীৱনৰ মূল্য কিমান ক'ব নোৱাৰি আৰু তেওঁ সাংসাৰিক মানুহৰ আদৰ্শ গুৰু বা হ'ব কেনেকৈ?

ৰছুল-কৰিম (দঃ) কৰ্ম ক্ষেত্ৰৰ কঠোৰ পৰীক্ষাত উত্তীৰ্ণ হৈ শত্ৰু-মিত্ৰ সকলোৰে মাজত 'আল্-আমীন' বাব পাইছিল। বিশ্বাস্য বুলিয়েই তেখেতৰ প্ৰাণৰ বৈৰীবিলাকেও 'হিজৰত'ৰ (মদিনালৈ ভগনৰ) আগলৈকে তেখেতৰ হাতত তেওঁলোকৰ বহুত মূল্যবান অলঙ্কাৰাদি আৰু ধন-বিত জমা ৰাখিছিল।

আবু জেহেলৰ নিচিনা পৰম কাল শত্ৰুৱেও ক'বলৈ বাধ্য হৈছিল, "হে মোহম্মদ! মই তোমাক কেতিয়াও মিছলীয়া বুলি মনত নেভাবোঁ; কিন্তু তোমাৰ যি ধৰ্ম, মোৰ মনে সেইটো গ্ৰহণ কৰিবলৈ কেতিয়াও নেমানে।"

সকলো মহাপুৰুষ অৰণ্যচাৰী সন্ন্যাসী নাছিল। পচিম এছিয়াত যিসকল মহাপুৰুষৰ আৱিৰ্ভাৱ হৈছিল, তেওঁলোকৰ মাজত যীছু খৃষ্টত বাজে, তেওঁলোকৰ কাৰো জীৱনৰ লগত গৃহ ধৰ্মৰ বিৰোধ নাছিল। ভাৰতৰ বুদ্ধ, শঙ্কৰ আৰু চৈতন্য গৃহহীন সন্ন্যাসী আছিল হয়, কিন্তু শ্ৰীকৃষ্ণ হিন্দুৰ শিৰোমণি, যাক ইউৰোপবাসীসকলে ৰাজনৈতিক চক্ৰী-পুৰুষ বুলিবলৈ পাচ নোহোঁহকে, তেওঁ গৃহবাসী আছিল। মানৱহিতৈষী আত্মত্যাগী মহাপুৰুষক কেৱল সন্ন্যাসী বেশত সজাবলৈ গৈ মানুহে আত্মশক্তিক তুচ্ছ কৰি পেলাইছে। গৃহহীন সন্ন্যাসীৰ ত্যাগ যিমানেই মোহিনী হওক, কেতিয়াও বৰণীয় হ'ব নোৱাৰে। গৃহহীন খৃষ্ট আৰু বুদ্ধৰ প্ৰেম আৰু ত্যাগে আমাৰ মনক মুগ্ধ কৰিব নোৱাৰে। তেওঁলোকৰ উপদেশ সংসাৰত্যাগী ফকীৰৰ উপযোগী হ'ব পাৰে, কিন্তু জাতীয় বা আন্তৰ্জাতিক জীৱনৰ উপযোগী হ'ব নোৱাৰে। তেওঁলোকৰ উপদেশ কাৰ্য ক্ষেত্ৰত লগোৱা অসম্ভৱ। মানৱ সেৱাই আল্লাহ সেৱাৰ জখলা।

যি গৃহ জীৱনক তুচ্ছ নকৰি পবিত্ৰ আৰু মধুৰ কৰিছে, যি ৬০ বছৰ জুৰি ৰজা-প্ৰজা, ধনী-দৰিদ্ৰ, পণ্ডিত-মূৰ্খ, দাস-প্ৰভু, সংসাৰী-বৈৰাগী সকলো শ্ৰেণীৰ মানুহক নিজৰ দৃষ্টান্তৰে নিজ নিজ কৰ্তব্য তন্ন তন্নকৈ পূৰ্ণভাৱে শিক্ষা দিছে, যি মানুহৰ বিচিত্ৰ সুখ-দুখ, আশা-আকাংক্ষাময় মৰজীৱনক প্ৰকৃত জীৱন দি সাৰ্থক আৰু সুন্দৰ কৰিছে; মানৱ সমাজক ত্যাগ নকৰি, মানুহৰ মাজত বাস কৰি পৰিবাৰ-পৰিজন, আত্মীয়-স্বজন, দেশী-বিদেশী, স্বজাতি-বিজাতিৰ লগত সম্পৰ্ক আটুট ৰাখি মানুহৰ লগত বিচৰণ কৰি, বিশ্ব মানৱৰ জীৱনৰ লগত মিলি মানুহক পুতৌ চেনেহ কৰিছে, ৰক্ষা কৰিছে, ত্যাগৰ

দুৰ্জয় সাধনা কৰিছে, সাত দিন অনাহাৰে থাকি জীৱিকা আৰ্জনৰ পৰিশ্ৰম কৰিছে, লাঞ্ছনা ভুগিছে, শত্ৰুৰ তৰোৱালৰ তলত মূৰ থৈ আল্লাৰ নাম ল'বলৈ পাহৰা নাই, মাতৃ-স্ত্ৰী-পুত্ৰ মৃত্যু শোক বুকুত লৈ জীৱনৰ বোজা বৈছে, চাকৰৰ সেৱা কৰিছে, বন্ধুৰ বিয়া-উৎসৱত আনন্দ কৰিছে আৰু শোকত সান্ত্বনা দিছে; দুখ-দৰিদ্ৰতা, ৰোগ-শোক, প্ৰলোভন, স্বাৰ্থ-তাড়না, মায়া-মোহত থাকি অৰ্থাৎ পূৰাকৈ সংসাৰত থাকি কেনেকৈ সংসাৰ-বৈৰাগী হ'ব পাৰি, কি উপায়েৰে ধৰ্মৰ লগত জীৱন যাত্ৰা কৰিব পাৰি, আই-বোপাই, পুত্ৰ-পৰিবাৰ, ওচৰ-চুবুৰীয়াৰ প্ৰতি কৰ্তব্য পালন কৰি সমাজ আৰু ৰাষ্ট্ৰ জীৱনৰ উত্ৰাৱল ঢৌৰ মাজেদি গৈ কি দিহাৰে আল্লাৰ ওচৰ চাপিব পাৰি, যি তাৰ শিক্ষা দিছে আৰু যাৰ শিক্ষা অৱলম্বন কৰি আজি সভ্য জগৎ গৌৰৱান্বিত, যি এই 'চিৰাতুল মুস্তাকীম' (সৰল বাট) দেখুৱাই দিছে, যি বাটেদি গৈ দুই 'জাহান'ত (জগতত) সৌভাগ্যৰ সকলোতকৈ ওখ টিঙত উঠিব পাৰি, তেৱেঁই মানুহৰ পৰমাত্মীয়, মহাপুৰুষৰ মাজত তেৱেঁই মূধাফুটা। "মই মানুহ"—এই কথাষাৰ সেই মহাপুৰুষৰ মুখত শুনি আজি বহুত দিনৰ পাচত মানুহে নিজক চিনিব পাৰিছে।

খৃষ্ট, বুদ্ধ আৰু চৈতন্যই অহিংসা আৰু প্ৰেমৰ মন্ত্ৰ প্ৰচাৰ কৰি, মানুহক উৎকৃষ্ট নীতি শিক্ষা দিছে হয়, কিন্তু তেওঁলোক মানুহৰ উপাস্য সম্বন্ধে টলকা মাৰি থকাত, তেওঁলোকক মানুহে ঈশ্বৰৰ আসনত বহুৱাবলৈ গৈ নিজৰ আধ্যাত্মিক জীৱনক লঘু কৰি পেলাইছে। কিন্তু ৰছুল-কৰিমে (দঃ) মানুহক প্ৰেম আৰু ক্ষমাৰ উপদেশ দি, আত্ম-জীৱনত তাৰ জ্বলন্ত দৃষ্টান্ত দেখুৱাই আৰু মহাপুৰুষৰ কল্পিত দেৱ-সিংহাসনক ভৰিৰে ঠেলি, মানৱতাৰ উদাৰ সমথলত থিয় হৈ ওপৰলৈ আঙুলিয়াই ঘোষণা কৰিছে—"সেই একমাত্ৰ মহান সৰ্বব্যাপী, সৰ্বশক্তিমান, সৰ্বজ্ঞ ৰব্বিল আলেমীনত বাজে, হে মানৱ জাতি, তোমাৰ আৰু কোনো উপাস্য নাই।

বৈদান্তিক শঙ্কৰাচাৰ্যই মানুহক ঈশ্বৰ বুলিছে। তেওঁ ইয়াৰ দ্বাৰা মানুহৰ জয় ঘোষণা কৰা নাই। আল্লাৰ সৰ্বময়ত্ব এনেকৈ ঘোষণা কৰিছে যে, জীৱৰ স্বতন্ত্ৰ অস্তিত্ব একেবাৰেই নোহোৱা হৈছে। তেওঁ সংসাৰত্যাগী গুহাবাসী, এমুঠি সন্ন্যাসীৰ আদৰ্শ হ'ব পাৰে মাথোন, বিশ্ব মানৱৰ হ'ব নোৱাৰে।

জীৱনভাৰ ব'বলৈ অসমৰ্থ হৈ জীৱন যুদ্ধত হাৰি মৃত্যুৰ আশ্ৰয় লোৱা

বা সংসাৰত থাকিবলৈ অক্ষম হৈ লোকালয়ৰ পৰা পলাই সংগ্ৰাম জয় কৰা, ভোগৰ মাজত থাকি ত্যাগৰ সাধনা কৰা, সংসাৰত থাকি কৰ্তব্য পালন কৰা বেছি প্ৰশংসনীয়।

মানুহৰ মাজত, স্বাভাৱিক ধৰ্ম জীৱনৰ আদৰ্শ মাথোন দুজন মহাপুৰুষহে চকুৰ আগত পৰে—এজন শ্ৰীকৃষ্ণ, আনজন ৰছুল-কৰিম মোহম্মদ মোস্তফা (দঃ) দুয়ে গৃহী হৈ সমাজত বাস কৰি, জাতীয় জীৱনত কাম কৰি, মানুহক স্বাভাৱিক উপায়েৰে ধৰ্ম সাধনাৰ উপদেশ দিছে। কিন্তু শ্ৰীকৃষ্ণ সম্পূৰ্ণ অনৈতিহাসিক পুৰুষ। তেওঁৰ জীৱন কাহিনী আৰু চৰিত্ৰ-কথা ৰূপক আৰু উপকথাৰে ভৰা; আকৌ তাতে তেওঁ মানুহ নহয়, মানুহৰ মহত্ত্ব মহিমা নহয়—ঈশ্বৰাৱতাৰ, তেওঁৰ কামবোৰ দেৱতাৰ লীলা মাথোন। কিন্তু ইছলাম প্ৰতিষ্ঠাতাৰ জীৱন আৰু চৰিত্ৰ তেনে কবিকল্পিত বস্তু নহয়। তেখেত সম্পূৰ্ণ ঐতিহাসিক পুৰুষ, মানুহৰ আকাৰত মানুহৰ আদৰ্শ, হাড়ে হাড়ে মানুহ। তেখেতৰ নিভাঁজ দৈনিক কাৰ্যকলাপ আৰু উপদেশ, আদিৰে পৰা অন্তলৈকে পুংখানুপুংখ বৰ্ণনাৰে সৈতে বুৰঞ্জীৰ পাতত আজিলৈকে জিলিকি আছে। তেখেত ৫৭০ খৃঃৰ ২৯ আগষ্ট তাৰিখে দোকমোকালিত মক্কা নগৰত আবিৰ্ভূত হয়, ৬০৯ খৃঃৰ ২২ ফেব্ৰুৱাৰী তাৰিখে নবুৱৎ পায়, ৬৩২ খৃঃৰ ৪ জুলাইত এই খন্তেকীয়া দুনীয়া এৰি অমৰ ৰাজ্যলৈ যাত্ৰা কৰে। তেখেতে ২২,৩৩০ দিন ৬ ঘণ্টা মাথোন এই পৃথিৱীত আছিল। বুৰঞ্জী উনুকিওৱা পুৰাতন বা আধুনিক কোনো মানুহৰে জীৱনী এনে পাতি পাতিকৈ আমাৰ আগত নাই। অন্তিম কালত তেখেতে উপস্থিত থকা সকলো ছাহাবাক কৈ গৈছে, "মই যি কথা কৈছোঁ অনুপস্থিত থকা সকলো মানুহকে পঁহুচাই দিবা।" আৰু তেখেতৰ বিবিসকলক দোৱাই দোৱাই কৈ গৈছে, "মোৰ বিষয়ে তোমালোকে ঘৰৰ ভিতৰত যি দেখিছা আৰু মোৰ পৰা যি শুনিছা সকলোবোৰ একো ভাঁজ নিদি, ৰূপত ৰাং নচৰাই সঁচা সঁচাকৈ মানুহক জনাই দিবা।" তেখেতৰ পবিত্ৰ মুখৰ পৰা যেতিয়াই যি ওলাইছিল, আব্দুল্লা-বেন্-ওমৰক তেতিয়াই তাক লিখি থ'বলৈ কৈছিল আৰু তেখেতৰ বিষয় যেয়ে যি দেখিছিল বা জানিছিল সেয়ে তাক লিখি থৈছিল। আনকি, তেখেতৰ ঘোঁৰাটোৰ নাম কি, তেখেতৰ জোতাৰ ফিতাকেইডাল, তেখেত কেনেকৈ বহিছিল, খাইছিল ইত্যাদি সকলো কথা হদিছ শ্বৰীফৰ পাতত আজিলৈকে নিভাঁজ হৈ জিলিকি আছে। তেখেতে

বৰং কৈ গৈছে যে, যি ইচ্ছাপূৰ্বক তেখেতৰ বিষয়ে মিছাকৈয়ে বৰ্ণনা কৰে, তেওঁৰ ঘৰ নৰকত হ'ব। Sprenger চাহেবে লিখিছে যে, প্ৰায় পাঁচ লাখ মানুহৰ সাক্ষ্য লৈহে এই হদিছবোৰ পাচত লিখা হৈছে। সেইহে আমি তেখেতৰ ঘৰুৱা আৰু বাহিৰা জীৱনীৰ সকলোবোৰ বিষয় পাতি পাতিকৈ জানিবলৈ পাইছোঁ।

ইউৰোপৰ বহুতে যীছুৰ জীৱনী লিখিছে, কিন্তু শেষত তেওঁলোকে ক'বলৈ বাধ্য হৈছে যে, তেওঁৰ জীৱনী এটা সমস্যা মাথোন—দুৰ্বোধ্য বিষয়, আৰু তেওঁৰ প্ৰকৃত জীৱনী লিখা অসম্ভৱ। সেই দৰে আন আন ধৰ্ম প্ৰতিষ্ঠাতাৰ জীৱনীও তেনে সাঁচতে গঢ়া, কিন্তু এনে কোনো সভ্য দেশ নাই, য'ত ইছলাম প্ৰতিষ্ঠাতাৰ জীৱনী লিখা হোৱা নাই। আৰু সেই প্ৰতিষ্ঠাতা নো কোন? তেখেত এজন দুখীয়া, নিৰক্ষৰ ছাগলী-ৰখীয়া!

তেখেতে নিজৰ কোনো স্বাৰ্থ সিদ্ধিৰ নিমিত্তে অহা নাছিল, দেৱতা হ'ব খোজা নাছিল, লোকৰ উপাস্য হ'বৰ অভিপ্ৰায় নাছিল। তেখেত মানুহ হৈ আল্লাৰ বাণী আনি মানুহক দিছেহি। নিজে সেই মতে চলি কাৰ্য ক্ষেত্ৰত নিজৰ উদাহৰণেৰে মানুহক শিক্ষা দিছে। আল্লাৰ নিভাঁজ 'কালাম' (বাণী) আৰু তেখেতৰ কাম, এই দুয়ে মানুহক চলিবলৈ বাট আঙুলিয়াই দিছে। তেখেতৰ আবিৰ্ভাৱৰ আগেয়ে ইছলামৰ নিচিনা নিখুঁত নিভাঁজ সম্পূৰ্ণ 'তৌহিদ' (একেশ্বৰবাদ) ধৰ্ম জগতত ক'তো নাছিল।

মাদ্ৰাজৰ পণ্ডিত এম. ভেন্‌কাটা ৰত্নমে (M. Venkata Ratnam) লিখিছে ঃ

"Muhammad, the author of the Quran, and the Preacher of Islam, stands out in bold relief on the pages of History, in contrast with the misty figure of Jesus Christ and the mistier one of Budha. ......He was a true Servant of God and a faithful Messenger of His. His belief in the divine character of his mission never failed him in the midst of the sore trials and dangers to which he was exposed. Neither success nor personal ambition could make him swerve for one moment from the magnanimity of his earlier years and a calm submission to the will of God."

"Muhammad serves as a batter example to man than even

Jesus Christ in severalrespects. ......Unlike Jesus Christ he nevar complamed under the hardest trials."

"Jesus Christ is represented to us as more or less a Fakir, a Sanyasi, or a Monk. He could not have known from his own experience what the trials of life are that ordinary men are usually exposed to, and his life therfore can nerve as a model one and a guide for the would."

"Jesus Christ never condemned drink at all. He never condemned Idotatry, while the Reformers in all other Religions expressly do so and point out to the would that it is a degrading form of Divine Worship."

"His Muhammad's message to the Would was thenceforward peoclaimed by his devoted follwoers , east and west, north and south; in less then a hundred years it was heard from the sores fo the Atlantic to the banks of the Indus and the confines of China. Thus in an increbly short period of time this Prophet of arid Arabian sands raised his nation from the lowest depths of supertiton and ignorance to the foremost place among the nation of the world, making then the carriers of the torch of civilzation throughout the three Continents of the Old World."✤

পণ্ডিত টি. এল. ভাচওবানী (T. L.Vaswani)র প্রশংসাবাদ ঃ—

"I salute Mohamed as one of the world's mighty heroes. Mohaed has been a world-force, a mighty power for the uplift of many peoples. Read the old records, and you will glimpse the grace and beaity of his life. A king and a spiritual leader, he yet mends his clothes, visits the sick, love litte children in the streets, lives on simple food, sometimes taking only dates and water and water, milks his cattle, accepts invitations of slaves, mixes with the people as their comrade. "I sit at meals as a servant." "Show us the way that is established,

---

✤ *An Essay on Islam. PP. 150, 198, 196-97, 194-95, 151.*

the way of those on whom is peace"–this is his constant prayer. For, the word Islam means peace. He hearkens to the call of the Unseen. thou the enwrapped in thy mantle!Arise and preach !" "O they (the Koreish) presecute him; his very life is in danger; but he is loyal to the 'Call'; he moves about preaching the way of peace. Again and again, he has the 'fits'; the pressure of the Unseen is upon him ; and his trembling lips utter the eloquent wisdom recorded in the Quran. Mohamed was a hero and a prophet; and I have often maditated on the last world wispered by him before he passed away : "Lord ! grant me pardon and join me to the fellowship on high!" Who will not say that such a man was beauteful in life, beautiful in death?"

"And consider for a moment what the faith he preached has achieved. Islam has given the world a religion without priests; Islam abolished infanticide in Arabia; Islam enjoined on the faithful total a bstinence from drink ; Islam emphasised the great qualities of faith, courage, endurance and self-sacrifice ; Islam introduced a vigorous puritanism into Asia and Europe , deprecating even dancing and card- plaing . "Whoso is Muslim", says the Quran, "he seeketh after the right way." Islam moved out with its great message of Allah the Rahman, the Mereiful, and became the torch- bearer of culture and civisation in Africa, in China, in China Asia, in Europe, in Persia, in India. The Chiuese Muslim are still known to be stately, strong and brave. Of the achievements of Islam in the dasy of the Baghdad Khilafat every Muslim may be proud and every Sindhi too; Sindhis had thier share in the intellectual life of the Baghdad court.Of the achievements of Islam in Europe, less is known to the Muslims and Hindus in Sindh ; yet even a rapid sketch will show how mueh Islam did for Europein the Midddle Ages.Islam founded the great University of Cordova which attracted Christian scholars form different parts of Europe. One of these scholars became in lue course , the Pope of Rome At a time when Europe was in darkness, the Muslim scholaes of Spain held high the torch of scicence and

literature. They taugth medician and mathematics, chemistry and natural histosy, philosophy and fine arts."

"In the dasy of the Muslim King of Spain, Al-Hakoom, great irrigation systems were developed in Granada, Valencia amd Argon ; the Muslim also built hospitals , and asylums for the poor in sevral cities in Spain, Many were the industries developed under Islam. Ship-building, horti-cultire, candied fruits, glass, iron and copper utensils, brocade, tanyards, silver mines, cotton nanufactures, woolen carpets and hand-woven woolen cloth and linen paper, mines of lapis-lazuli, silks and inlaid metal work are some of the industries of Muslim spain mentionedly Arabian writers."

"And it is no exaggeration to say that Islam has made severl contributions to the thouht and life of India Islam has been one of the nationalising forces in India. Islam has enriched the art and a rchitecture, the poetry and philosophy of India. The Taj is perhaps, the most imaginative archittecture in the world.Islam carried in its heart a vision of manhood and democracy, but it must be remebered that the first blow at slavery was struck when Omar set all slaves at liberty after his conquest of Jerusalam The refrom mo ements of the fifteenth-sixteenth century, the movement of Nanak, Kabir and Dadu felt the influence of Islam ; and Muslim saints like the Pir Tabrez of Multan and Lal Shabaz of Sewhan have still hoid on Hindu hearts. Muslim poetry and literature, Muslim architecture and decorative painting made Spain famous at a time when Europe was sudmerged in barbarism. The Muslim Universities of Sevile, Cordova and Barcelona taught scieuce and philosophy in that free liberal spirit for lack of. which the Cheistian Church burnt Brune and persecuted Galileo; Muslim kings opened free libra ises, established observatories, endowed laboratories for chemical experiments ; Muslim singers introduced a new note of chivalry and romance into the life and literature of Europe;

and Muslim philosophers translated, interpreted and corrected the systems and speculations of Greek thinkers."

"The Quran was given to a simple but it has, in some of its texts, the seed of true mysticism :"Where- soever ye turn, there is the face of Àllh." What wisdom in this one text of the Quran! and some of the great Muslim poets- our own Shah Latif included- sound again and again, the purest notes of mysticism. Who will say that the higher mind of the Muslim world is alien to that which has expressed itself in and seers of Aryavarta?"*

এম্. এ. চামদৰ (M. A. Samad M.A. B.L) প্ৰশংসাবাদ ঃ

"I have been an earnest and ardent student of philosophy of religion and as such I studied Islam-I mean the real and true Islam (and not the one propounded by the Mulla). It appealed to me most on account of its liberalism and catholicism. It was the study of Islam that taught me that in every age and clime, God sent his messenger-call him Avatar or Prophet as you please- all of whom deserve equal reverence. It is from Islam, that I grew to admire Moses, Budha, Christ and Krishna as well as Muhammad, as true messengers from God. Common sense says that if there is God, He must have manifested Himself to all the human beings and would not have cared to make the inhabitants of a parti-cular cpuntry as chosen few and so there is no reason why we should discard some of the prophets. The enemies of Muhammad, own a great debt to him, because he did not reject their, avatars, but extolled them. Then comes the equality of of different countries, different colours, different status, different castes and different stations, without any distinction, thereby making a Muslim not a mere nationalist but an internationalist."

"In religious matters, while some religions would contine the study of the Hoy books to particular castes ro class of people, Islam has made it open to all without any reserve. Similarly the franchise and privileges givien to the fair sex are such as have

* *The Light, August 8, 1931.*

never been dreamt of by any law-giver before the abvent of Muhammad."

"In the end I would mention the toleration practised by Islam. We know of no outher religion, wherein the position of aliens is so safe, and which res...ects the feelings of others to such an extevt; that the prophet set an example by allowing Christians to peay in the Muslim Mosque in their own way."*

In the course of a learned article on the Religiousr faith of Napoleon Bonaparte, in the Muslim Times of Madras, Mr. J. D. Jenkiins observes :

"We must trun to his (Napoleon's) conversations, with his comparanions at St. Helena. By that time, the cloak of policy and reserve had fallen away from him, and to General Gourgaud, who was a devout Roman Cotholic, he often unburdened himself with singular frankness. Gourgaud talked of the "stars in the firmament and their Creator," but the Emperor always snubbed him." Brietly, Napoleon's real leaning at times seems to be towards Mahomedanism. ....He cannot accet "that from of (Christian) religion which would damn Socrates and Plato" and he courteously adds–"the English." As he (Napoleon) proceeds, he become more violently hostile towards Christianity. "As for me," he bresaks out on one occasion, "ny opinion is formed, that Christ never existed. He was put to death like any other ignorant fanatic, who professed to be a prophet or a Messiah. Thetr are always people of his kind . When I look back trom the New Testament to the Old, I find only one able and honest man-Moses, but the Jews are cowardly and cruel." Indeed such was his belief in the founder of the Christion Religion that on one occasion he

* *The Light, August 8,1931.*

mentioned it as an extraordinary fact that Pope Pious VII did 'actually believe in Christ.'

Mahomedanism, on the other hand, appeared to him for more siple and he characteristically added, is "superior to Christianity in thè it conqoered half the would in ten years, while Christianity took 300 years to establish itself." Another time he deelared Mahomedanism to be "the most beautiful of all religions". And once he even said to Gourgaud- "We Mahomammadans." The devout Gourgaud, we read, "fell into a faint."*

## শ্ৰেষ্ঠতম আদৰ্শ

পৃথিৱীত ধৰ্মৰ পাচত ধৰ্ম হৈ আছে। সেই ধৰ্মবিলাকত অনেক আদেশ-উপদেশ-নিষেধ আৰু নিগূঢ় দাৰ্শনিক তত্ত্ব আছে, যাক অনুসৰি কাম কৰিলে মানুহে দেৱত্ব লাভ কৰিব পাৰে, কিন্তু তেনে শিক্ষাই মানুহৰ ওপৰত প্ৰভাব বিস্তাৰ কৰিব নোৱাৰে। ধাৰ্মিকতাৰ ফালে মানুহক ঢাল লোৱাবলৈ হ'লে, মনত আগ্ৰহ আৰু উৎসাহ জন্মোৱাব লাগে। সেই আগ্ৰহ আৰু উৎসাহ মানৱ হৃদয়ত জন্মে কেতিয়া? যেতিয়া ধৰ্মগুৰুৱে কাৰ্য ক্ষেত্ৰত নিজৰ চৰিত্ৰ আৰু উদাহৰণেৰে সেই তত্ত্ববোৰ বুজাই দিয়ে আৰু কোন বাটেদি যাব লাগে তাক আঙুলিয়াই দেখুৱায়। তেতিয়াহে অনুগামীসকলৰ সেই গুৰুৰ প্ৰতি ভক্তি হয় আৰু তেওঁৰ উপদেশ শিৰত তুলি লোৱা হয়। ৰছুল-কৰিম (দঃ) মানুহৰ শ্ৰেষ্ঠতম আদৰ্শ। তেখেতৰ আগেয়ে কোনো নবী-ৰছুলে নিজৰ সকলোবোৰ শিক্ষা আৰু উপদেশ নিজে নিজৰ কামেৰে সৈতে প্ৰমাণ কৰি দেখুৱাই যোৱা নাই। কৰিব পৰা শক্তি থাকিলেই নহয়, সেই শক্তি কামত লগাই দেখুৱাব লাগে। "Example is better than precepts" (উদাহৰণ উপদেশতকৈ

---

* *The Light, December 8, 1931. নেপোলিয়ন বোনাপাৰ্টি স্বনামধন্য বীৰ আৰু ফৰাচী সম্ৰাট আছিল। ওৱাটাৰ্লু ৰণ ক্ষেত্ৰত হাৰি ডিউক অৱ্ ৱেলিংটনৰ হাতত আত্ম-সমৰ্পণ কৰিবলৈ বাধ্য হয়। তেওঁক চেন্ট হেলেনা দ্বীপত অৱৰুদ্ধ কৰি থোৱা হয় আৰু তাতে ১৮২৯ খৃঃত তেওঁৰ মৃত্যু হয়।*

ভাল)। আজি দৰ্শন বিজ্ঞানৰ পূৰ্ণ বিকাশ, আজি জ্ঞান ও তত্ত্বানুসন্ধান চৰম সীমাত উপস্থিত, আজি নানা বিধ পুৰাতত্ত্ব আৰু প্ৰত্যেক নিগূঢ় ৰহস্যৰ আত্ম প্ৰকাশ। এনে যুগত মৌখিক উপদেশে কাম নিদিয়ে। যিটো কাম নিজে কৰা নাই, সেই বিষয়ে আনক কেনেকৈ শিক্ষা দিব পাৰি? যীছুৱে নিজৰ শক্তি আৰু গুণ দেখুৱাবলৈ তেওঁৰ জীৱনত সুযোগকে নেপালে। তেওঁ সম্পূৰ্ণ আদৰ্শ কেনেকৈ হ'ব পাৰে? নানা ৰকমৰ নৈতিক গুণ বা চৰিত্ৰ দেখুৱাবলৈ হ'লে, নিজৰ জীৱনত সৌভাগ্য আৰু দুৰ্ভাগ্য দুইটা ঘটিব লাগে। ৰছুল-কৰিমৰ (দঃ) জীৱনত ছাগলী-ৰখীয়া ঘাট-মাউৰাৰ পৰা ৰাজাধিৰাজলৈকে সকলো ৰকমৰ অৱস্থা ঘটিছিল। তেখেতে জীৱনৰ প্ৰত্যেক কৰ্তব্যক সমাধা কৰি আদৰ্শ দৃষ্টান্ত দেখুৱাই গৈছে। তেখেতৰ বিষয় ভালকৈ জানিব খুজিলে, তেখেতৰ মৌখিক উপদেশ বা শিক্ষাৰ পৰা নহয়, তেখেতৰ কামৰ পৰাহে। কথাৰেই বিশ্বৰ আদৰ্শ পুৰুষ হ'ব নোৱাৰি। পাক কোৰ্‌আনত যিমান আদেশ-উপদেশ-নিষেধ আছে, সকলোবোৰ তেখেতৰ কাৰ্য ক্ষেত্ৰত নিজৰ উদাহৰণেৰে দেখুৱাই গৈছে। সকলোবোৰ তেখেতৰ জীৱন-দাপোণত ফট্‌ফটীয়াকৈ দেখিবলৈ পোৱা যায়। ব্যাখ্যাৰ কাৰণে পণ্ডিতৰ ওচৰলৈ যাবৰ দৰকাৰ নাই, তেখেতৰ জীৱনীয়ে হৈছে তাৰ সকলোবোৰৰ ব্যাখ্যা। সেইহে কোৰ্‌আন মজিদ খৰচীয়া মাৰি ভালকৈ বুজিবলৈ হ'লে, তেখেতৰ জীৱনীখনি ইমুৰৰ পৰা সিমুৰলৈকে জানিব লাগিব।

ধনী আৰু বিদ্যান পৰিয়ালৰ মাজত হজৰত মুছাৰ জন্ম, অতি ওখ খাপৰ সভ্য জাতিৰ মাজত ঈছাৰ জন্ম। দুয়োজন নিজৰ ব্ৰতত কৃতকাৰ্য হ'ব নোৱাৰিলে। হজৰত ঈছাই নিজৰ মানুহকে বিশ্বাস কৰাব নোৱাৰি কৈছিল যে, নিজ দেশ আৰু নিজ ঘৰৰ বাহিৰতহে 'নবী'ৰ মান।* এওঁলোক আৰু আগৰ আন আন সকলো নবীয়ে যি কল্পনা কৰিছিল, তাৰ সফলতা নিজৰ জীৱনত দেখিবলৈ নেপালে। মুক্ত হোৱা মিচৰৰ (Egypt) বন্দীবিলাকে বাৰেপতি হজৰত মুছাৰ অবাধ্য হৈছিল। পিটৰ (Peter) আৰু আন আন শিষ্যবিলাকে তেওঁলোকৰ প্ৰভুক বিপদৰ সময়ত অস্বীকাৰ কৰিছিল। কিন্তু ৰছুল-কৰিমৰ (দঃ) সময়ত গোটেই দুনিয়া এনে ঘোৰ আন্ধাৰত পৰি আছিল

---

* *Matt, XIII. 57.*

যে, নৈতিক উন্নতিৰ কোনো আশাই নাছিল। এনে জাতিৰ মাজত তেখেতৰ জন্ম হ'ল, যাক অন্ধকাৰ, অসভ্যতা, কুসংস্কাৰ, নিষ্ঠুৰতা আৰু হৰেক ৰকমৰ পাপে ঢাকি ধৰিছিল। এই নিঠৰুৱা নিৰক্ষৰ মাউৰা ছাগলী-ৰখীয়া আবু তালেবৰ সহায়ৰ মুখাপেক্ষী টটাৰি মৰুভূমিৰ প্ৰচাৰকে অহঙ্কাৰী মূৰে-ভৰি কঢ়া আৰবৰ মাজত, তেখেতৰ নবুৱতৰ ২৩ বছৰৰ (১৩ বছৰ মক্কাত আৰু ১০ বছৰ মদিনাত) প্ৰথম ৫ বছৰৰ ভিতৰতে এনে পৰিৱৰ্তন ঘটালে যে, তাক জাফৰ আল্-তায়্যাৰে আবিচিনিয়াৰ খৃষ্টান 'নাজ্জাচী' (ৰজা) আছ্মাহাৰ আগত ইছলাম শিক্ষাৰ বিষয়ে যি বৰ্ণনা কৰিলে, তাৰ উজ্জ্বল প্ৰমাণ আৰু কাল-শত্ৰু আবু ছুফিয়ানে গ্ৰীক সম্ৰাটৰ আগত নবী-কৰিমৰ (দঃ) বিষয়ে যি সাক্ষ্য দিছিল সেয়ে যথেষ্ট। এনে সফলতা আন কোনো নবীয়ে নিজৰ জীৱিতকালত কেতিয়াও ইয়াৰ আগেয়ে লভিব পৰা নাই। ৰছুল-কৰিমে (দঃ) কাৰ্য ক্ষেত্ৰত সকলো মহাপুৰুষকে চেৰ পেলাইছে। তেখেত যে শ্ৰেষ্ঠতম আদৰ্শ নবী এয়ে তাৰ ফট্‌ফটীয়া প্ৰমাণ।

ছাৰ উইলিয়াম মুইয়ৰৰ (Sir William Muir) নিচিনা খৃষ্টান লিখকেও ক'বলৈ বাধ্য হৈছে—"Few and simple are the precepts of Muhammad. His teaching had wrought a marvellous and mighty work. Never had men seen the like rousing of spiritual life.....Thirteen years before the Hijia (July 2, A.D,622), Mecca lay lifeless in the debased stats. What a change had those thirteen years now produced !....Jewish truth had long sounded in the ears of the men of Medina, but it was not until they heard the spirit-stirring strains of the Arabian Prohet that they, too, awoke,from their slumber and sprang suddenly into a new and earnest life."

অৰ্থাৎ মোহম্মদৰ উপদেশ নিচেই তাকৰ আৰু অতি উজু, তেখেতৰ শিক্ষাই এটা আচৰিত আৰু মহৎ কাৰ্য সমাধা কৰিলে। এনেভাৱে ধৰ্ম জীৱন জাগৰিত হোৱাটো মানুহে আগেয়ে দেখা নাছিল। হিজৰীৰ ১৩শ বছৰৰ আগলৈকে মক্কা নিচেই নিকৃষ্ট অবস্থাত পৰি নিৰ্জীৱভাৱে আছিল। এই ১৩শ বছৰে তাত কেনে এটা ঘোৰ পৰিৱৰ্তন ঘটালে! মোহম্মদৰ আৱিৰ্ভাৱৰ আগেয়ে ইহুদীৰ ধৰ্মোপদেশ বহুত দিনৰে পৰা মদিনাৰ মানুহৰ কাণত পৰিছিল

যদিও বিশেষ কাৰ্যকৰী হোৱা নাছিল, কিন্তু যেতিয়া আৰবে নবীৰ হৃদয় উদ্দীপক উপদেশ-বাণী শুনিবলৈ ধৰিলে, তেতিয়া তেওঁবিলাকো কলাঘুমটীৰ পৰা জাঁপ মাৰি উঠি এক নতুন জীৱন লাভ কৰি মহা উদ্যোগী হৈ পৰিল।

কাৰ্লাইল (Carlyle) চাহেবে লিখিছে—"A great change-what a change of progress is indicated here, in the universal condition and thought of men! Tothe Arab nation it was a birth from darkness into light. These Arabs, Mahomed and that one cetury-is it not as if a spark had fallen, one sparkon a would of what seemed black unnoticeable sand? But lo! the sand proves explosive powder, blazes heaven high from Delhi to Granada."

অৰ্থাৎ এটা ঘোৰ পৰিৱৰ্তন—এই পৰিৱৰ্তনে মানুহক সাংসাৰিক অৱস্থা আৰু ভাবৰ গতি কেনেকৈ উন্নতিৰ ফালে ঢাল খুৱাই দিলে! এই পৰিৱৰ্তনে আৰব জাতিক আন্ধাৰৰ পৰা পোহৰলৈ আনি নতুন জনম দিলে। এই আৰব জাতি মোহম্মদ আৰু সেই এক প্ৰখ্যাত শতিকা মাথোন—কোনেও মন-কাণ নকৰা কৃষ্ণ বৰ্ণ বালুকাময় প্ৰদেশ বুলি ভাব কৰা সেই ঠাইত অগ্নিকণা স্বৰূপে এটি মাথোন অগ্নিকণা, উদ্ভৱ হোৱা যেন অনুভৱ নহয় নে? কিন্তু আহা! সেই বালিবিলাকেই খাৰ বাজীৰ খাৰৰ দৰে হৈ দিল্লীৰ পৰা গ্ৰাণাদালৈকে আকাশমণ্ডল পোহৰ কৰি তুলিলে।

কি ৰাজনৈতিক, কি সামাজিক, কি মানসিক, কি আধ্যাত্মিক সকলো বিষয়তে তেখেত অদ্বিতীয় গুৰু। সকলো বিষয়তে তেখেতৰ জীৱনৰ ভিতৰতে এনে পৰিৱৰ্তন ঘটিল যে, তেনে কোনো জাতিৰ ভিতৰত কোনো কালত আৰু কোনো দেশত হোৱা নাই আৰু তেখেতৰ পাচতো কোনো সংস্কাৰকে কৰিব পৰা নাই। ধুমুহাৰ লগত তুলা উৰি যোৱা দৰে তেখেতৰ বজ্ৰগম্ভীৰ উক্তিৰ আগত অতি বদ্ধমূল পাপাচাৰো উৰি গ'ল। ওৰ-ঘোৰ কুম্ভকৰ্ণ টোপনিত লালকাল হৈ পৰি থকা মানুহক জগাই উন্নতিৰ সকলোতকৈ ওখ টিঙত বহুৱালে। তেখেতৰ পৰা মুছলমান জগতত যি 'মা'ৰফত' (সাধন-ভজনৰ প্ৰণালী) চলি আছে, সি অতুলনীয়। প্ৰতাপী বীৰ হজৰত ওমৰৰ নিচিনা মদ্গৰ্বী ঘোৰ পৌত্তলিককো প্ৰকৃত, নিভাঁজ একেশ্বৰবাদী কৰি পেলালে। 'আল্লাহু আকবৰ' ধ্বনি কেউফালে প্ৰতিধ্বনিত হ'বলৈ ধৰিলে। আনকি আৰবৰ

১২ হাজাৰ বৰ্গ মাইলৰ ভিতৰত পুতলা পূজা তেনেই নিৰ্মূল হ'ল। যি মানুহৰ মাজত নৰ-হত্যা বা 'খুন' কৰাটো নিত্য ব্যৱসায় আছিল, সিহঁতৰ মাজত ভ্ৰাতৃভাব স্থাপিত হ'ল। অগাধ মূৰ্খ আৰব জাতি পৃথিৱীৰ মাজত সভ্যতা আৰু বিদ্যাৰ আৱিয়াধাৰী হ'ল।

কাৰ্লাইল (Carlyle) চাহেবে লিখিছে—"A poor shepherd people, roaming unnoticed in its deserts since the creation of the world:a Hero-Prophet was sent down to then with a would they could believe: see, the unnoticed becomes world-noticeable,the small has grown world-great; within one cetury afterwards, Arabia is at Granada, on this and, at Delbi on that; glancing with valour and splendour and the light of genius, Arabia shines through long ages over a great of the world."

অৰ্থাৎ দুখীয়া ছাগলী-ৰখীয়া আৰববিলাক পৃথিৱী সৃষ্টিৰ পৰা মৰুভূমিৰ কাৰো চকুত নপৰাকৈ অনাই-বনাই ফুৰিছিল। এটি সংবাদ দি সেই আৰববিলাকে প্ৰত্যয় কৰিব পৰা এজন বীৰ পুৰুষক ধৰ্ম প্ৰচাৰকৰূপে পঠোৱা.হ'ল। চোৱা! সেই অজ্ঞাত আৰব জাতি আজি গোটেই জগতত জনাজাত হ'ল, এদিন যি অতি নগণ্য আছিল সি আজি জগৎ বিখ্যাত হৈ পৰিল। এটি শতিকাৰ ভিতৰতে এফালে দিল্লী, আনফালে গ্ৰাণাদালৈকে সকলোবোৰ আৰবময় হৈ পৰিল। অসীম সাহস, প্ৰভা আৰু জ্ঞানৰ জেউতিৰ প্ৰভাৱত আৰবস্থান আজি জগতৰ অনেক জাতিৰ মাজত উজ্জ্বল হৈ অনেক কাল বিৰাজ কৰিছে।

ডাক্তৰ নিশিকান্ত চট্টোপাধ্যায় হায়দ্ৰাবাদ মহীচুৰ কলেজৰ অধ্যাপক আছিল। তেওঁ লিখিছে—"তাঁহার (হজরত মোহম্মদের) প্রকৃত সরলতা, জীবনের উদ্দেশ্য সাধনে বীরত্বব্যঞ্জক আনুরক্তি এবং স্বদেশীয়গণের উপকারের বিষয় তাঁহার শত্রুগণও স্বীকার করিয়াছেন। ইসলামের নবী সম্বন্ধে আমি নিজে প্রশংসা করি যে, তিনি সম্পূর্ণ মনুষ্যত্বের আদর্শ ছিলেন এবং মানব জাতির ইতিহাসেও এইরূপ প্রকাশিত আছে। তিনি কেবল মাত্র কবি, কিম্বা মেষ-পালক ছিলেন না, অথবা জগৎ বিখ্যাত সন্ন্যাসী ছিলেন না, বা দুর্বল পরহিতৈষী ছিলেন না। কিন্তু তিনি একজন প্রকৃত মনুষ্য ছিলেন; সাহস এবং সামর্থ্যে পরিপূর্ণ ছিলেন। শরীর মন ও আত্মা একইভাবে পূর্ণতাপ্রাপ্ত হইয়াছিল। এই জন্যই তিনি ইতিহাসে সমস্ত শ্রেষ্ঠ মানব হইতে অধিক উচ্চাসনপ্রাপ্ত

হইয়াছিলেন। তিনি পয়গম্বর, বীর, যোদ্ধা, রাজনৈতিক পুরুষ, এবং আইন প্রণয়নকারী ছিলেন। যদি তুমি ইতিহাসের পৃষ্ঠাসমূহ তন্ন তন্ন করিয়া খুজিয়া দেখ, তথাপি এমন একটী ঘটনাও পাইবে না, যাহা হজরতের ক্ষমতা ও কৃতকার্যের সহিত তুলনা করা যাইতে পারে। ব্রুটাছ (Brutus) সিজার (Caesar) সম্বন্ধে বলিয়াছিলেন, 'তাঁহার ন্যায় আমরা আর কাহাকেও দেখিতে পাইব না।' এই কথা হজরতের সম্বন্ধে আরও সত্যতা ও দৃঢ়তার সহিত ঐক্য হয়। সিজার রাজা, যোদ্ধা, রাজনৈতিক এবং আইন প্রণয়নকারী ছিলেন, কিন্তু নবী ছিলেন না। তিনি একজন ধার্মিক লোক ছিলেন, তিনি টীকা মাত্র লিখিয়াছেন, কিন্তু কোরাণ শরিফ লিখেন নাই। কথিত আছে যে, পিরামিডের যুদ্ধের পর যখন বোনাপার্টি আল্‌আজৰেৰ মধ্যে গিয়াছিলেন, তিনি কলমা পড়িয়া মোছলমান হইয়াছিলেন। কিন্তু তিনি বলিয়াছেন, 'মোস্‌লেম পয়গম্বরের সৈন্যগণ যে ভাবে উৎসাহ উদ্যমে উত্তেজিত হইয়াছিল, যদি আমার সৈন্যগণ তাদের সৈন্যগণ তার অর্ধেক উৎসাহিত হইত, তাহা হইলে আমি সমস্ত পৃথিবী জয় করিতে পারিতাম।' ইহা সত্য বটে, কিন্তু তিনি কি তাহা পারিয়াছিলেন? ইহা ব্যতীত তিনি পারিবেনই বা কি প্রকারে?"§

শান্তি ৰক্ষা কৰিবৰ নিমিত্তে পুলিচ নাছিল। টিকটিকি বিভাগৰ আৱশ্যকতা সমূলি নাছিল। তেখেতৰ দিনত পাপ সমূলি লোপ পালে আৰু কোনোৱে গোপনীয়ভাৱে কিবা পাপ কৰিলেও তেখেতৰ চেহেৰা দেখিলেই সেই দোষীয়ে আল্লাক সৰ্বব্যাপী, সৰ্বজ্ঞ আৰু সৰ্বশক্তিমান বুলি বিশ্বাস কৰি নিজেই নিজৰ দোষ সৈ কাঢ়ি দিছিল, নিজেই নিজক ধৰা দিছিল। মিছা সমূলি লুপ্ত হ'ল। উকীল, তৰণি, মুক্তিয়াৰ, বেন্দৰ বা আৰ্জি মহৰী কাৰো প্ৰয়োজন নাছিল। 'Thy kingdom come'—এই বুলি যীছুৱে প্ৰাৰ্থনা কৰিছিল; কিন্তু ৰছুল-কৰিমৰ (দঃ) আঙুলি টিয়াৰতে, ই কাৰ্য ক্ষেত্ৰত ঘটি উঠিল। আজি আমেৰিকাৰ পণ্ডিতসকলে গোট খাই জ্ঞান-বিজ্ঞানৰ বলত যি ফটিকা পান কৰাটো অনিষ্টকৰ বুলি থিৰাং কৰি বন্ধ কৰিবলৈ আইনৰ গইনা লৈও কৃতকাৰ্য হ'ব পৰা নাই—মানুহে লুকাই লুকাই বেছিকৈহে মদ খাবলৈ ধৰিছে—তেৰশ বছৰৰ পূৰ্বে 'উম্মি' নবীয়ে-আক্ৰমৰ (দঃ) পবিত্ৰ মুখৰ পৰা

---

*§ ইসলাম প্রচারক, আশ্বিন, ১৩৪ সাল, ৮ম বর্ষ, ৬ষ্ঠ সংখ্যা, পৃঃ ২২৩।*

كُلُّ مُسْكِرٍ خَمْرٌ وَكُلُّ مُسْكِرٍ حَرَامٌ

অর্থাৎ সকলো ৰাগিয়াল বস্তু 'হাৰাম' (অবৈধ), এই এষাৰ কথা ওলোৱাৰ লগে লগে আৰবত তাৰ গোন্ধ, ভাপ সমূলি উৰি গ'ল। মুহূর্তৰ ভিতৰতে শক্তিশালী 'সুৰা-দেৱী' মুছলমান দেশৰ পৰা পলাই ফাট মাৰিলে। আনকি বহু যুগ জোৰা নিতৌ পাঁচবাৰ সুৰা-দেৱীৰ পূজাৰ ঠাইত নিতৌ পাঁচবাৰ সর্বশক্তিমান ৰব্বিল আলেমীনৰ পূজা নিগাজিৰূপে যাউতি-যুগীয়াকৈ স্থাপিত হ'ল। এনে সফলতা জগতৰ বুৰঞ্জীত কোনো ধৰ্মগুৰুৰ পোৱা নেযায়। এন্‌চাইক্লোপেডিয়া ব্রিটেনিকাই (Encyclopoedia Britanica, 11th edition; art, "Koran") সাক্ষ্য দিছে—"The Holy Prophet was the most successful of the prophets & religious personalities." অর্থাৎ সকলো নবী আৰু ধৰ্ম প্ৰচাৰকৰ ভিতৰত মোহম্মদেই সকলোতকৈ বেছি কৃতকার্য হৈছিল। তেখেত যে অসাধাৰণ আধ্যাত্মিক উন্নতিৰ অতি উচ্চতম টিঙত উঠিছিল, এয়ে তাৰ প্ৰমাণ। সংস্কাৰকৰ প্ৰতি ভক্তি নহ'লে, কোনো জাতিতে কোনো সংস্কাৰ হ'ব নোৱাৰে। আধ্যাত্মিক বল নহ'লে, ধন-সম্পত্তি বা ক্ষমতা বা 'মুআজ'জা'ই (অলৌকিকতাই) মানুহৰ মনত প্ৰেম, ভক্তিৰ ভাব আৰু বশ্যতা উদয় কৰাব নোৱাৰে। ৰছুল-কৰিমৰ (দঃ) উক্তি বা শিক্ষাত ৰাজ-আদেশৰ চিন-ছাব নাই। বৰং তেখেতে কয়, "মোৰ গাত কোনো বিশেষ ক্ষমতা নাই আৰু মই কোনো 'ফিৰিস্তা' (স্বৰ্গীয় দূত) নহওঁ, খোদাৰ ধন-সোণৰ ভঁৰাল মোৰ হাতত নাই।" তথাপি তেখেতলৈ মানুহৰ যেনে ভক্তি, যেনে সন্মান, যেনে প্ৰেম হৈছিল, ই কল্পনাতীত। যীচুৱে পানীক মদ কৰি দেখুৱাব পাৰিছিল, কিন্তু তেওঁৰ ইচ্ছা অনুসৰি নিজৰ শিষ্যৰ স্বভাৱ লৰচৰ কৰিব নোৱাৰিছিল।* পৰীক্ষাৰ সময় আহিলত, নিজৰ সকলো শিষ্যই তেওঁৰ লগ এৰি তেওঁক অথন্তৰত পেলালে। তেওঁৰ সেই কিমিয়া বিদ্যা নাছিল, যাৰে পিতলক উজ্জ্বল সোণ কৰিব পাৰি। হজৰত মুছাৰ শিষ্যবিলাকৰো তেওঁলৈ বিশেষ ভক্তি নাছিল। কিন্তু ওহোদ ৰণ ক্ষেত্ৰত যেতিয়া কেউফালৰ পৰা শত্রু জাঙুৰ খাই উঠি ৰছুল-কৰিমক (দঃ) হেঁচা মাৰি ধৰিছিল, তেখেতে এটা গাঁতত পৰি গৈছিল, তেখেতৰ গোটেই গাত

* *John VII, 5.*

৮০টা জখম হৈ তেজৰ তুম্‌ৰলি বৈছিল আৰু জীৱনৰ আশংকা হৈছিল, তেতিয়া ছাহাবা কেইজনে এই আসন্ন বিপদৰ পৰা ৰক্ষা কৰিবৰ নিমিত্তে তেখেতক বেঢ়ি ধৰিছিল। এই ভক্ত কেইজনে নিজৰ দেহাকে ঢাল কৰিলে আৰু শত্ৰু সৈন্যৰ কাঁড় আহি তেওঁলোকৰ গা থকা-সৰকা কৰিলে, কিন্তু তথাপি এটি কাঁড়ো তেখেতৰ গাত পৰিবলৈ নিদিলে। এজন এজনকৈ ছাহাবাসকল মৰিবলৈ ধৰিলে, আন ছাহাবা আহি তেওঁলোকৰ ঠাইত থিয় হৈ গা পাতি দিলে। আনকি, এই অৱস্থা দেখি উম্মে-নাছিবা, উম্মে-ছালমা, আয়েশ্বা আদি মহিলাসকলেও হাতত তৰোৱাল লৈ তেখেতক ৰক্ষা কৰিবৰ নিমিত্তে শত্ৰুক বাধা দিবলৈ ধৰিলে। এই মৰুবাসীসকলে যে, অকল যুদ্ধ ক্ষেত্ৰতে এনেকৈ শত্ৰুক বাধা দিছিল তেনে নহয়, তেওঁলোকে মানুহৰ যে অতি ভয়ানক শত্ৰু ৰিপুকো দমন কৰিছিল। বদ্ধমূল কু-অভ্যায়, পাপাচাৰ আদি সকলোকে নিৰ্মূল কৰিছিল।

ৰছুল-কৰিমে (দঃ) আজীৱন কঠোৰ পৰিশ্ৰম কৰি নানা অত্যাচাৰ উৎপীড়ন সহ্য কৰিও অসভ্য মূৰ্খ আৰব জাতিক জগতৰ আদৰ্শ মানুহ কৰি তুলিছিল। পশুৰ অৱস্থাৰ পৰা কেনেকৈ দেৱতাৰ অৱস্থালৈ উঠিব পাৰি, মানুহক তেখেতে তাৰ উচ্চ শিক্ষা দি গৈছে। সকলো পাপৰ সোঁতৰ গতিত ভেটা দি, যি নিৰ্মল ধৰ্মৰ জেউতি দি গৈছে, আজি সদৌ জগতে সেই জেউতি পাইছে। শিক্ষা, সভ্যতা, সাম্য সকলো তেখেতৰ সাধনাৰ ফল। তেখেত ধৰ্ম মন্দিৰত পৰমাচাৰ্য আৰু উপদেষ্টা, সাধন-কুটীৰত মহা সাধক, কৰ্ম ক্ষেত্ৰত মহা উদ্যমী কৰ্মী, বিচাৰালয়ত সুদক্ষ বিচাৰক, ৰণ ক্ষেত্ৰত সুনিপুণ সাহিয়াল সেনাপতি, গৃহ কামত অভিজ্ঞ গৃহী, বৈষয়িক ব্যৱস্থা দিয়াত সূক্ষ্মদৰ্শী ব্যৱহাৰজীৱী আছিল। আগৰ কোনো মহাপুৰুষৰ জীৱনত সকলো বিষয়ত এনে পূৰ্ণতা দেখা পোৱা নেযায়। এনে বিষয় নাই, য'ত সময়োপযোগী তেখেতে নতুন শিক্ষা দিয়া নাই।

ৰছুল-কৰিমৰ (দঃ) আবিৰ্ভাৱৰ আগেয়ে যিবোৰ ধৰ্ম জগতত প্ৰচাৰিত হৈছিল যেনে ইহুদী (Judaism), হিন্দু ধৰ্ম (Hinduism), বৌদ্ধ ধৰ্ম (Budhism), চীনৰ ধৰ্ম (Confucianism), পাৰ্চীৰ ধৰ্ম (Zoroastrinism), খৃষ্টান ধৰ্ম (Christianity), এই আটাইবোৰ ধৰ্মৰে প্ৰভাৱ লুপ্ত হ'ল; মানুহ অবাটো যাবলৈ ধৰিলে—সকলো ঠাইতে হুৰেক ৰমকৰ পাপ, দুৰ্নীতি, অনাচাৰ,

অত্যাচাৰ আৰু অন্ধবিশ্বাসে গোটেই জগতক ছাটি ধৰিলে। ছাৰ উইলিয়াম মুইয়ৰ (Sir William Muir) চাহেবে লিখিছে যে, খৃষ্টান ধৰ্ম এই আটাইবোৰৰ মাজত নুমলীয়া আছিল অৰ্থাৎ সকলোতকৈ পাচে দেখা দিছিল, সিও 'decrepit' (জৰাজীৰ্ণ) আৰু 'corrupt' (বিকৃত) হৈ পৰিল। আধুনিক খৃষ্টান পণ্ডিত ডেনিচন (Denison) চাহেবে লিখিছে—"In the fifth and sixth centuries, the civilization, world stood which it had taken four thousand years to construct, was on the verge of disintegration, and mankind was likely to the condition of barbarism .....Was there any emotional culture that could be brought in to gather mankind once more into unity and to save civilization ?.... It was among these people (of Arabia) that the man was born who was to unite the whole Roman world of east and south."*

অৰ্থাৎ "৫ম আৰু ৬ষ্ঠ শতিকাত সভ্য জগৎ বিশৃংখল অৱস্থাত পৰিণত হ'ব ধৰিছিল—যি বিৰাট সভ্যতাক গঠন কৰিবলৈ চাৰি হেজাৰ বছৰ লাগিছিল, সেই সভ্যতা খণ্ড-বিখণ্ড হোৱাৰ উপক্ৰম হৈছিল আৰু মানৱ জাতি দুনাই অসভ্যতাৰ অৱস্থালৈ যাব ধৰিছিল। এনে অনুশীলন তেতিয়া আছিল নে যে, আকৌ মানৱ জাতিৰ মাজত একতা স্থাপন আৰু সভ্যতাক উদ্ধাৰ কৰি পাৰি?" তেওঁ নিজেই এই প্ৰশ্নৰ উত্তৰ দিছে—"এই আৰববিলাকৰ মাজত সেইজন (মহাপুৰুষ) আবিৰ্ভূত হ'ল, যিজনে পূব আৰু দক্ষিণৰ ৰোমৰ জগতক (একতা, সাম্য, ভ্ৰাতৃত্বৰ কালি বজাই) একেটা কৰি পেলালে।"

এয়ে ফট্‌ফটীয়া প্ৰমাণ যে, ৰছুল-কৰিম (দঃ) জগতৰ সভ্যতাৰ ত্ৰাণকৰ্তা (The Saviour of world-civilization) আৰু বিশ্ব শান্তি প্ৰতিষ্ঠাতা (The Founder of world-peace) আৰু শ্ৰেষ্ঠতম আদৰ্শ।

ডাক্তৰ হিউগো মাৰ্কাচ (Dr. Hugo Marcus) চাহেবৰ প্ৰশংসাবাদ ঃ

"What is the attitude of Muhammad towards his friends and his ememies?"

"muhammad's treatment of his friends is quite different from that of Moses and Jesus.In their attitude towards their respective circles of followers, Moses and Jesus are out and aristocrats. Moses the mighty, who heard the voice of God, separates himself from his brother Aaron across an unbridgeable gulf. He stands

* *Emotion as the Basis of Civilization by Denison.*

in the twilight of a colossal solitariness. He appears to belong more to the hills than to mankind."

"And Christ ? Christ seeks and finds his disciples from among the poor and simple folks, from among manual labourers and fishermen. At first sight, this appears to be a democratic feature, but it is not. For just through that circumstance, he poses before his disciples as one far removed from them. These disciples were aslo required, above all, not to understand but believe. Faith, Love, Hope,-these fundamental Christian virtues are generally possible only through a respecful distance, an aristocratic aloofness, in which the believers seek their salvation. Christ's last and grandest act of aloofness was his death. The aristocratic element which exkibits itself in the Old Testament in the direct commandments of a law-giver to whom the people reder absolute and unquestioning obedience, intensifies itself in Christianty to that voluntary submission, which the loving and hopung believer offers to a promise that he acepts without examining into its grounds. Through the same undertanding he humly resigns his judgment."

"Quite differently from Moses and Jesus stands Muhammad within his circle and community. He appears as nearest to us in humanity. Heis not unapproachable like Moses, engulfed in a tremendous solitariness. He is also not surrounded by a circle of disciples who are separated from him by a great spiritual distance, and who regard every world of their master as true without understanding it. Muhammad, on the contrary, finds himself from the very begining in the mudst of high-placed followers: his wife Khadija, his young cousin Ali. Abu Bekr of ripe age and experience, Osman-bin-Affan, Talha-bin-Zubair, Abdur-Rahman-bin-Auf, Saad-bin-Abi-Wakkas, to whom fell the leading role in the builing-up of the world empire of the Arabs. Among these followers Muhammad himself is of his own choice only *Primus inter pares* (the first among equals, the first among those of equal birth). Muhammad, who like Moses hears the voice of

God, hears aslo the voice of his friends. The democratic element is engrained in his naturally kind and gracious character, and from that flows out the political constitution of his empire. Muhammad does not prop himself upon an unintelligent faith of the ignorant. On the contrary, he aims from the outset to win those adherents to whose intelligence he can speak. His friends and followers share his spiritual life and his thoughts."

"The relationship of *Primus inter pares* is preeminently chivalrous, relying upon the regard of those who are supcrior to those who are placed below them. Chivalry ! That is the basis of Muhammad's conduct towards his friends. Chivalry ! That is aslo Muhammad's characteristic when he faces his enemies."

"When God drowned the Egyptians in the Red Sea, the Jews shouted for joy. The feeling of pity for the annihilaed foe, who too on his side may have been brave and valourous, lay far from them As Jesus finds himself captured and surrounded by his enemies, his kehaviour is quite the contrary. Not once does he lift his band against his enemy.He lest him do with him what he will. Christ is the first martyr, a representavtive of passive braveay. Indeed, he is the real discoverer of this type of heroism, which was unknown and quite unheard-of before him. Christ is no patient sufferer, but a fighter. Many of his utterances prove that. But the fighter is no warrior. A weapon in Jesus hands is inconceivable- that would reduce his person to nothing."

"Muhammad, on the contrary, is a Cavalier, a Knight. He grasps the weapon and wars with his enemies as long as they obstruct him and persist in their evil courses. But no sooer is the victury won, and the enemy disarmed,than his attitude undergoes a sudden change.The powerless opponent ceases to be an enemy. Heis greeted with pardon. Indeed, the conqueror himself seeks friendship of the vanquished. This is Muhammad's deportment-

a generous, chivalrous deportment. In later times and throughout the Middle Ages in Europe chivalry has been held in high esteem. But it was born and practised first of all in Arabia by Muhammad! Muhammad is the first Knight."*

## শেষ আৰু বিশ্ব-নবী—শেষ ধৰ্মগ্ৰন্থ

সৃষ্টিৰ পাতনিৰে পৰা জগতত অলেখ নবীৰ আবিৰ্ভাৱ হৈছে। একে সত্য সনাতন সৰ্বশ্ৰেষ্ঠ স্বাভাৱিক একত্ববাদ ধৰ্ম মানৱ জাতিৰ আদি পিতা হজৰত আদমৰ (আঃ) পৰা প্ৰচাৰিত হৈ ক্ৰমে সকলো নবীৰ দ্বাৰা পৃথিৱীত বিস্তাৰিত হৈ পৰিছে। এই নবীসকল কোনো নিৰ্দিষ্ট দেশত জন্ম গ্ৰহণ কৰি নিৰ্দিষ্ট সময়লৈকে নিজৰ কৰ্তব্য সম্পাদন কৰি আকৌ খোদাৰ লগত মিলি গৈছে। এই মিলনৰ পৰা এইটো প্ৰমাণিত হৈছে যে, কোনো জাতি আৰু দেশ বিশেষৰ নিমিত্তে সাময়িক আৱশ্যকীয় ধৰ্ম উপদেশ দিবলৈ তেওঁলোক সেই জাতিত সেই দেশত সেই কালত জন্ম গ্ৰহণ কৰি নিজৰ কৰ্তব্য শেষ কৰি জগতৰ পৰা অন্তৰ্ধান হৈছে। এই দৰে ইজন মহাপুৰুষৰ পাচত সিজন মহাপুৰুষৰ আবিৰ্ভাৱ হৈ আছে। গোটেই বিশ্বব্ৰহ্মাণ্ড এজন সৰ্বশক্তিমান, সৰ্বব্যাপী, নিৰাকাৰ আল্লাৰ সৃষ্টি। সেই আল্লাহ সকলো ঠাইতে আছে, অথচ কোনো বস্তু বা ব্যক্তিৰ লগত আবদ্ধ নহয়। এই বিশ্বব্ৰহ্মাণ্ড তেওঁৰ জ্যোতিৰ সৃষ্টি হ'লেও, সেই সৃষ্ট বস্তুবোৰ তেওঁৰ কোনো অংশ নহয়। সৃষ্ট বস্তু মাত্ৰেই নশ্বৰ। আল্লাহ এজন, পৃথিৱী এখন, গোটেই সৃষ্টি এখন, আদিৰ পৰা শেষলৈকে কাল এটা—কাৰণ, বৰ্তমান কাল আদি কালৰ নিৰবচ্ছিন্নতা মাথোন। গতিকে, গোটেই পৃথিৱীৰ কাৰণে ধৰ্ম এক, শাস্ত্ৰ এক। এই পৰিপুষ্ট বৈজ্ঞানিক ও শেষ যুগত সেই ধৰ্ম আৰু শাস্ত্ৰ শিক্ষা দিবৰ কাৰণে এজন বিশ্বগুৰুৰহে আৱশ্যকতা। সেইহে সকলো নবীয়ে একে সুৰে মানৱ জাতিৰ এজন মাথোন মহান উদ্ধাৰকৰ্তাৰ শুভাগমনৰ ভৱিষ্যদ্বাণী ঘোষণা কৰি গৈছিল।

সেই মহান উদ্ধাৰকৰ্তা নো কোন? এই প্ৰশ্নৰ মীমাংসা কৰিবলৈ হ'লে,

---

* *The Light, July 24, 1931.*

সকলো ধৰ্মগুৰুৰ জীৱনী, ধৰ্ম শাস্ত্ৰ আৰু বুৰঞ্জী নিৰপেক্ষভাৱে ফঁহিয়াই চাব লাগিব। সদৌ জগতৰ মানৱ জাতিৰ মঙ্গলৰ বাবে একেডাল জৰীৰে বান্ধিবলৈ একেটা মন্ত্ৰত দীক্ষিত কৰিবলৈ, "মানুহ মানুহৰ ভাই আৰু সকলো মানুহ সমান।" ইয়াক বুজাবলৈ আৰু "এজন সৰ্বশক্তিমান, সৰ্বব্যাপী, সৰ্বজ্ঞ নিৰাকাৰ আল্লাত বাজে আন কোনো উপাস্য নাই।" এই মহা সত্য নিকপ্‌কপীয়াকৈ ও নিঃসংশয়ৰূপে শিক্ষা দিবলৈ বিশ্বব্যাপী শুভ সংবাদেৰে সকলো সদ্‌গুণৰ আকৰস্বৰূপ তেখেত আৱিৰ্ভূত হ'ব লাগিব।

পবিত্ৰ কোৰ্‌আনে সকলো মহাপুৰুষকে সঁচা ধৰ্মগুৰু বুলি সাক্ষ্য দিছে; কিন্তু তেওঁলোকক বৰ্তমান যুগৰ সদৌ পৃথিবীৰ আদৰ্শ বুলি গ্ৰহণ কৰিবলৈ ক'তো কোৱা নাই। কাৰণ, তেওঁলোকৰ প্ৰকৃত জীৱনী কোনেও নেজানে। কোনো কোনোৰ আমি মাথোন নামটোহে শুনিছোঁ। বৈদিক ঋষিসকলৰ বিষয়ে আমি ভালকৈ কিবা জানো নে? জুৰষ্টাৰৰ জীৱনী অনৈতিহাসিক কুঁৱলীৰে ঢাকি থোৱা। তেওঁলোক সকলোবিলাকৰে যিবা দুআষাৰমান কথা জানিব পাৰিছোঁ, সেইবোৰো সমূলি বিকৃত, অমূলক বা কবি-কল্পিত। Deuteronomy-ৰ পৰা আমি জানিব পাৰিছোঁ যে, যেতিয়া হজৰত মুছাৰ (Moses) কবৰ নো ক'ত আছে কেৱে ক'ব নোৱাৰিছিল, তেতিয়াহে 'তৌৰাত' (Torah ie Pentateuch) সংগ্ৰহ কৰা হৈছিল। যীচুৰ প্ৰকৃত জীৱনী আমাৰ চকুৰ আগত নাই আৰু তাক জানিবলৈকো কোনো উপায় নাই। বাইবেলত তেওঁৰ জীৱনৰ মাথোন শেষ তিনি বছৰৰ বিষয়হে পোৱা যায় বাইবেল সংগ্ৰহকাৰকৰ মাজত কোনে ক'ব পাৰে যে, যীচুক দেখিছিল?

কৃষ্ণ, বুদ্ধ আদি মহাপুৰুষসকলৰ জীৱনীত এনে অতিপাত ৰহন সনা হৈছে যে, তেওঁলোকৰ প্ৰকৃত স্বৰূপ কি তাকো জানিবলৈ একো উপায় নাই। মহাভাৰতৰ কৃষ্ণৰ লগত বৰ্তমান বৈষ্ণৱসকলৰ ধৰ্ম পুথিত বৰ্ণিত কৃষ্ণৰ কোনো সাদৃশ্য নাই। দুয়ে যে একেজন পুৰুষ তাক চিনিবৰ উপায় কিবা আছে নে?

যিসকলৰ ধৰ্মগুৰুৰ কবি-কল্পিত বা অমূলক জীৱনীত বাজে আমাৰ একো জানিবৰ উপায় নাই, তেওঁলোকে নো এই পৰিপুষ্ট বৈজ্ঞানিক যুগত সদৌ মানৱ জাতিৰ আদৰ্শ কেনেকৈ হ'ব পাৰে? আৰু তেনে দাবি তেওঁলোকৰ কোনেও কৰাও নাই। যিমান প্ৰধান ধৰ্ম প্ৰচাৰক বা ধৰ্ম সংস্কাৰকৰ নাম আমি

